# অনাতাঁৰ নাট্যাৱলী

## দ্বিতীয় খণ্ড

সম্পাদনা

অৰুণ শৰ্মা






অসম প্ৰকাশন পৰিষদ

# ভূমিকা

অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগৰ তুলনাত অনাতাঁৰ নাটকৰ ইতিহাস একেবাৰে নতুন আৰু চমু যদিও গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ স্থাপিত হ'বৰ পৰা আজি পৰ্যন্ত এই কেন্দ্ৰৰ নাট্যানুষ্ঠান সমূহৰ জৰিয়তে ভালেমান উচ্চমান-বিশিষ্ট নাটক প্ৰচাৰিত হোৱাটো পৰম গৌৰৱৰ কথা। সংখ্যাগতভাৱেও এনে নাটক প্ৰায় দহ হেজাৰখনৰ ওপৰ হ'ব বুলি অনুমান কৰা হৈছে। নিচেই কম সময়ৰ ভিতৰতে অসমত এনে এটি নাট্য-চেতনা গঢ় দিয়া বাবে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ কৰ্মকৰ্তাসকলৰ লগতে অসমৰ বিভিন্ন নাট্যশিল্পী আৰু নাট্যপ্ৰেমী সমাজ ধন্যবাদাৰ্হ।

অনাতাঁৰ নাটকসমূহে বিষয়-বস্তু আৰু বৰ্ণনা-ভংগিৰ বৈচিত্ৰ্যৰ উপৰিও প্ৰযোজনা আৰু উপস্থাপনৰ ক্ষেত্ৰতো অভিনৱত্ব তথা ক্ৰমবিকাশৰ স্বাক্ষৰ ৰাখিব পাৰিছে। ভাৰতীয় যি কোনো ভাষাৰ উচ্চ স্তৰৰ অনাতাঁৰ নাটৰ লগতে অসমীয়া অনাতাঁৰ নাটে ফেৰ মাৰিছে; সৰ্বভাৰতীয় স্বীকৃতিও লাভ কৰিছে।

এই নাটসমূহৰ এটি বিশিষ্ট সংকলন যুগুত কৰাৰ পৰিকল্পনা আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰই ১৯৭৩ চনত উদ্‌যাপন কৰা ৰূপালী-জয়ন্তী বৰ্ষতে কৰা হৈছিল বুলি কোৱা হৈছে। সংকলনটিৰ প্ৰয়োজনীয়তা আৰু গুৰুত্বলৈ চাই ইয়াৰ প্ৰকাশৰ দায়িত্ব লবলৈ পাই আমিও গৌৰৱবোধ কৰিছো।

সুপ্ৰসিদ্ধ নাট্যকাৰ তথা আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ এগৰাকী অভিজ্ঞ নাট্য-শিল্পী শ্ৰীঅৰুণ শৰ্মাই আমাৰ বাবে সংকলনটি যুগুতাই দি আমাক কৃতজ্ঞ আৰু অনুগৃহীত কৰিছে। যিসকল খনামধন্য নাট্যকাৰৰ নাটেৰে এই সংকলনটি সমৃদ্ধ হ'ল, তেওঁলোকলৈও আমি আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

দুটা বিশিষ্ট খণ্ডত প্ৰকাশিত এই নাট্য সংকলনটি আধুনিক অসমীয়া সাহিত্যৰ ভঁড়াললৈ এটি বিশিষ্ট সংযোজন হিচাপে স্বীকৃত হ'ব বুলি আমাৰ পৰম আশা। পঢ়ুৱৈ সমাজে গ্ৰন্থখনি সমাদৰ কৰিলে আমাৰ শ্ৰম সাৰ্থক হ'ব।

চন্দ্ৰপ্ৰসাদ শইকীয়া

# পাতনি

উনৈশ শ তেসত্তৰ চনৰ জুলাই মাহৰ এক তাৰিখে আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰই পঁচিশ বছৰ সম্পূৰ্ণ কৰে। সেই উপলক্ষে কেন্দ্ৰই বিভিন্ন কাৰ্যসূচীৰে ৰূপালী জয়ন্তী উৎসৱ উদ্‌যাপন কৰাৰ উপৰিও আৰু এটি আঁচনিৰ কথা বিশেষভাৱে চিন্তা কৰে। সেয়া হ'ল, ১৯৪৮ চনৰ পৰা ১৯৭৩ চনলৈকে পঁচিশ বছৰৰ ভিতৰত প্ৰচাৰিত অনাতাঁৰ নাটকসমূহৰ এটি নিৰ্বাচিত সংকলন প্ৰকাশ কৰা। এনেকৈ ৰূপালী জয়ন্তী উদ্‌যাপনৰ কাৰ্য-সূচীত ধৰাৰ কিছুদিন আগেয়েই, আকাশবাণীৰ তদানীন্তন মহানিৰ্দেশক জনাব উবেইদেল লাতিফ বকৰাই, গুৱাহাটী কেন্দ্ৰৰ সঞ্চালক কে খাটৌৱেই, এনে এটি সংকলনৰ বিষয়ে অসম প্ৰকাশন পৰিষদৰ সৈতে যোগাযোগ আৰম্ভ কৰিছিল; আৰু পৰিষদেও, সংকলনটো যুগুতাই দিলে, প্ৰকাশ কৰাৰ আগ্ৰহ প্ৰকাশ কৰিছিল। [illegible], ৰূপালী জয়ন্তী বছৰত এই কথাটোৰ অধিক গুৰুত্ব দিয়া হ'ল, আৰু প্ৰকাশন পৰিষদৰ পৰা মোক সংকলনটো প্ৰস্তুত কৰাৰ দায়িত্ব দিয়া হ'ল।

আকাশবাণী গুৱাহাটীৰ ৰূপালী জয়ন্তী উৎসৱৰ এটি বিশেষ আকৰ্ষণীয় অনুষ্ঠান আছিল ৰূপালী জয়ন্তী নাট্য সপ্তাহ। ১৯৭৩ চনৰ ২ জুলাইৰ পৰা ৮ জুলাইলৈকে সপ্তাহটোত মুঠ আঠখন নাটক প্ৰচাৰ কৰা হৈছিল। পঁচিশ বছৰৰ ভিতৰত শ্ৰোতাৰ মনত বিশেষভাৱে ছাপ পেলোৱা, বিষয়, কাল, মানদণ্ড আৰু ৰচনাশৈলী আদি বিভিন্ন দিশত একোটা সময়ৰ অনাতাঁৰ নাট্যধাৰাৰ নিদৰ্শন স্বৰূপে একোখন নাটক সেই সপ্তাহত প্ৰচাৰ কৰিবলৈ স্থিৰ কৰা হৈছিল। সেই সময়ত কেন্দ্ৰৰ নাটক বিভাগৰ দায়িত্বত থকা বাবে সেই সপ্তাহটোৰ পৰিকল্পনা আৰু সাংগঠনিক সকলো কামৰ ভাৰ মোৰ ওপৰত ন্যস্ত আছিল। এই নাট্য সপ্তাহৰ কাম হাতত লৈয়ে মই বুজি পালো কি জটিল কাম হাত কৰিবলৈ লৈছোঁ। একুৰি পাঁচ বছৰত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা প্ৰচাৰিত নাটকৰ আবয়বিক দিশটোৰ সৈতে প্ৰথম মুখামুখি হলো। এই সময়চোৱাত অকল নাট্যবিভাগৰ পৰাই চাৰি হেজাৰৰ ওপৰ নাট্যানুষ্ঠান নিবেদন কৰা হৈছিল। ইয়াৰ উপৰি খাটৈদেউৰ বুলনি, পূবৰ গঞা নাটঘৰৰ অনুষ্ঠান আৰু পিছৰ কৃষি-জগত, চেমনীয়াৰ চ'ৰা, অকণিৰ মেল, বিদ্যাৰ্থীৰ অনুষ্ঠান আদিত প্ৰচাৰিত হোৱা নাট্যানুষ্ঠানৰ হিচাপ ল'লে উপযুক্ত সংখ্যা প্ৰায় দহ হেজাৰৰ ওপৰ হয়গৈ। এই দহ হেজাৰ নাট্যানুষ্ঠানত শতকৰা বিশ ভাগ পুনৰ প্ৰচাৰ ধৰিলে সৰ্বমুঠ আঠ হেজাৰখন নাটক পঁচিশ বছৰত প্ৰচাৰিত হৈছে। এই আঠ হেজাৰ নাটকৰ মাজৰপৰা ৰূপালী জয়ন্তী নাট্য-সপ্তাহৰ কাৰণে আঠখন নাটক ঠিক কৰি লোৱাৰ দুৰুহ কামটোৰ লগে লগেই মোৰ যি চিন্তা (বা দুশ্চিন্তা) আৰু কৰ্মপ্ৰক্ৰিয়া আৰম্ভ হ'ল সেয়েই পিছলৈ এই সংকলনৰ ক্ষেত্ৰত মোক প্ৰথম ঢাপ অতিক্ৰম কৰাত সহায় কৰিলে।

কি বিশেষ লক্ষ্য আগত ৰাখি আৰু কিহৰ ভিত্তিত এই সংকলনৰ নাটকসমূহ নিৰ্বাচন কৰা হৈছে সেই বিষয়ে পাছৰফালে আলোচনা কৰিম। তাৰ আগেয়ে আকাশবাণী-গুৱাহাটী কেন্দ্ৰৰ অনাতাঁৰ নাট্যানুষ্ঠানটোৰ এটি চমু বুৰঞ্জী দাঙি ধৰা উচিত হ'ব।

গুৱাহাটী কেন্দ্ৰ প্ৰতিষ্ঠা হোৱাৰ পিছতে প্ৰথম অৱস্থাত নাট্যানুষ্ঠানে বহুতো অসুবিধাৰ মাজেৰে কাম কৰিবলগীয়া হৈছিল। বৰ্তমানৰ সা-সুবিধাৰ তুলনাতহে অৱশ্যে তেতিয়াৰ কাৰ্য-ব্যৱস্থাত অসুবিধা আছিল বুলি ক'ব পাৰি। কিন্তু তেতিয়াৰ অনুষ্ঠানৰ সৈতে জড়িত থকা নাট্যশিল্পী, প্ৰযোজক আদি সকলোৱেই সেই

অসুবিধাসমূহক স্বাভাৱিক আৰু কাৰ্য-পদ্ধতিৰ নিয়মীয়া অংগ হিচাপেই গ্ৰহণ কৰিছিল। সেই দিনৰ প্ৰথম অসুবিধা আছিল অনাতাঁৰ মাধ্যমৰ সুকীয়া কৌশলৰ সৈতে পৰিচয়ৰ অভাৱ। এই মাধ্যমৰ উপযোগী কৌশলেৰে ৰচনা কৰিব জনা নাট্যকাৰ লগা হ'ল, অকল শব্দ প্ৰক্ষেপণেৰে অভিনয় কৰিবজনা শিল্পী লগা হ'ল—বিশেষকৈ মহিলা শিল্পী—প্ৰযোজনা কৰিব জনা প্ৰযোজক লগা হ'ল আৰু সৰ্বোপৰি লগা হ'ল অনাতাঁৰ নাটক শুনিব জনা শ্ৰোতা। সুখৰ বিষয়, কেন্দ্ৰৰ সেই সময়ৰ কেইবাকীমান বিষয়াৰ ঐকান্তিক প্ৰচেষ্টা আৰু গুৱাহাটীৰ উজান-বজাৰৰ নদীৰ পাৰৰ কমিছনাৰ বঙলাত প্ৰথম স্থাপিত অনাতাঁৰ ষ্টুডিঅ'ক কেন্দ্ৰ কৰি গঢ়ি উঠা বাতাবৰণৰ প্ৰভাৱত অতি কম দিনৰ ভিতৰতে উল্লেখিত অভাৱবোৰ পূৰ্ণ হ'বলৈ ধৰিলে। নাট্যকাৰ সৃষ্টি হ'ল, প্ৰযোজক গঢ়ি উঠিল, অভিনেতা অভিনেত্ৰী ওলাল, আৰু সৃষ্টি হ'ল প্ৰতিখন অনাতাঁৰ নাটক শুনিবলৈ নিৰ্দিষ্ট সময়ত আগ্ৰহেৰে ৰেডিঅ'ৰ কাষত বহি থকা হাজাৰ শ্ৰোতা। ফলস্বৰূপে হিচাপ কৰি দেখা গৈছে কেন্দ্ৰ আৰম্ভ হোৱাৰপৰা প্ৰথম পঁচিশ বছৰত প্ৰায় চাৰে তিনিশ নাট্যকাৰৰ মৌলিক নাটক এই কেন্দ্ৰৰপৰা প্ৰচাৰিত হৈছে; আৰু নাট্যানুষ্ঠানত অভিনয় কৰা শিল্পীৰ সংখ্যা হ'ল প্ৰায় আঢৈশ। অসমৰ জীৱিত আৰু প্ৰয়াত এনে নাট্যকাৰ নাই যাৰ অৱদানেৰে এই নাট্যানুষ্ঠান পুষ্ট হোৱা নাই। অনাতাঁৰৰ কাৰণে সুকীয়াকৈ লিখা নাটকসমূহৰ উপৰিও প্ৰায় বিখ্যাত অসমীয়া মঞ্চনাটকৰ অনাতাঁৰ অভিযোজনা হৈ গৈছে। বিশেষকৈ প্ৰথম অৱস্থাত মৌলিক অনাতাঁৰ নাটকৰ অভাৱৰ কাৰণে মঞ্চনাটকৰ অভিযোজনা কিছু বেছিকৈ কৰিবলগা হৈছিল। অসমীয়া নাটকৰ উপৰিও বহুতো প্ৰখ্যাত বিদেশী নাটকৰ (বিশেষকৈ ছিবোৰৰ ৰয়েলটী সমস্যা নাই) অসমীয়া অনাতাঁৰ অভিযোজনা প্ৰচাৰ কৰা হয়। মঞ্চনাটকৰ উপৰিও মাজে মাজে দুই-এখন শ্ৰেষ্ঠ উপন্যাস আৰু কিছুমান আকৰ্ষণীয় অসমীয়া গল্পও অনাতাঁৰ নাটকলৈ অভিযোজনা কৰা হয়। পঞ্চাশ দশকৰ মাজভাগৰপৰা আৰম্ভ হোৱা সৰ্বভাৰতীয় নাট্যানুষ্ঠানৰ জৰিয়তে অন্যান্য ভাৰতীয় ভাষাৰ নাটকো অসমীয়া ভাষাত অনাতাঁৰ যোগে প্ৰচাৰ কৰিবলৈ লোৱা হয়।

এইদৰেই নাট্যানুষ্ঠানৰ প্ৰথম সমস্যা—অনাতাঁৰ মাধ্যম উপযোগী নাটকৰ অভাৱ—পিছলৈ সম্পূৰ্ণৰূপে দূৰ হ'ল, আৰু অনাতাঁৰ নাটকৰ ভঁৰাল অলপ দিনৰ ভিতৰতে চহকীয়াল হৈ উঠিল। নাট্যকাৰসকলেও অলপ দিনৰ ভিতৰতে মাধ্যমটোৰ স্বকীয় স্বৰূপ আৰু বৈশিষ্ট্যসমূহ আয়ত্ত কৰি নাট্যৰচনাত ন-ন শৈলী আৰু কৌশল সাৰ্থকভাৱে প্ৰয়োগ কৰিবলৈ ধৰিলে, আৰু অনাতাঁৰ নাটকক মঞ্চনাটকৰপৰা সম্পূৰ্ণ পৃথক স্বৰূপত দাঙি ধৰিবলৈ সমৰ্থ হ'ল; এক ভিন্নমুখী নাট্যধাৰাৰ সৃষ্টি হ'ল।

অনাতাঁৰ মাধ্যমৰ কাৰণে, নাটকৰ দৰে, অভিনয় কৌশলবো স্বকীয়তা আছে। কিন্তু সেই স্বকীয়তা কম সময়ৰ ভিতৰতে তেতিয়াৰ শিল্পীসকলে আয়ত্ত কৰি ল'লে। অৱশ্যে নাৰী-চৰিত্ৰৰ কাৰণে শিল্পীৰ সমস্যা এটা অলপ দিনৰ কাৰণে আছিল; কিয়নো তেতিয়াও অসমৰ মঞ্চৰ পাদপ্ৰদীপৰ পোহৰ মহিলাৰ মুখত পৰা নাছিল। নাট্যাভিনয় মহিলাৰ কাৰণে অস্পৃশ্য হৈয়েই আছিল। কিন্তু সুখৰ বিষয় অনাতাঁৰ নাট্যাভিনয়ৰ কাৰণে কেইটামান প্ৰতিষ্ঠাবান পৰিয়ালৰ কেইবাকীমান সুশিক্ষিতা মহিলা আগবাঢ়ি আহি বাট কাটি দিয়াত মহিলা শিল্পীৰ অভাৱৰ সমস্যাটো ডাঙৰ হৈ দেখা নিদিলে। আনহাতে এই ঘটনাই অসমৰ ৰঙ্গমঞ্চতো লাহে লাহে মহিলাৰ পদাৰ্পণৰ কাৰণে, আওপকীয়াকৈ হ'লেও, এক উৎসাহজনক অনুকূল পৰিবেশৰ সৃষ্টি কৰিলে।

অনাতাঁৰ নাটক পৰিচালনা আৰু প্ৰযোজনাৰ কৌশলো মঞ্চনাটকৰ কৌশলসমূহতকৈ সুকীয়া। কিছুমান সীমিত সুবিধাৰ মাজত শব্দ আৰু সংগীত সংযোজনা কৰি বিভিন্ন দৃশ্য আৰু ঘটনাবাজিৰ পটভূমি আৰু

পৰিবেশ সৃষ্টিৰ সহায়েৰে আৰু শিল্পীৰ কথন অভিনয়ৰ মাজেৰে কাহিনী আগুৱাই নিয়াৰ কৌশল আয়ত্ত কৰা কামটো একেবাৰে সহজ নহয়। বিশেষকৈ তেতিয়া আজিকালিৰ দৰে টেপৰেকৰ্ডিঙৰ ব্যৱস্থা নাছিল। বিজ্ঞানৰ সেই আৱিষ্কাৰ হোৱা নাছিল। পিছলৈ ডিস্ক ৰেকৰ্ডিঙৰ সুবিধা ওলাল যদিও সি অত্যন্ত ব্যয়বহুল আছিল। গতিকে অনাতাঁৰ নাটকসমূহ প্ৰচাৰৰ নিৰ্দিষ্ট সময়ত ষ্টুডিঅ'ত অভিনীত হৈছিল আৰু লগেলগেই (live) প্ৰচাৰ হৈছিল। এনে লাইভ্ প্ৰচাৰৰ কাৰণে কিমানখিনি খৰচিমৰা-প্ৰস্তুতি আৰু সতৰ্কতাৰ প্ৰয়োজন আছিল সেইকথা এতিয়াৰ টেপৰেকৰ্ডিঙৰ যুগত হয়তো অনুধাৱন কৰিবলৈ টান হ'ব। কিন্তু সেই সময়ৰ কেন্দ্ৰৰ অতি উৎসাহী আৰু নিষ্ঠাবান বিষয়া আৰু শিল্পী কেইজনমানে সীমিত কাৰিকৰী সুবিধাখিনিৰ মাজতে অতি অলপদিনৰ ভিতৰতে অনাতাঁৰ নাটৰ প্ৰযোজনা-কৌশল সুচাৰুৰূপে আয়ত্ত কৰি ল'লে।

এইদৰেই আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ নাট্যানুষ্ঠানৰ প্ৰতিষ্ঠা হয় আৰু প্ৰাৰম্ভিক অসুবিধাসমূহৰ (ইংৰাজীত যিহক কোৱা হয় টিথিং ট্ৰাবল্) মাজেদি পাৰ হৈ আজি আজি ই এক সুপ্ৰতিষ্ঠিত পৰম্পৰা আৰু চহকী বুৰঞ্জীৰ অধিকাৰী হৈ উঠিছে।

অনাতাঁৰ নাট্যানুষ্ঠানৰ পচিশ বছৰৰ বুৰঞ্জীৰ সংখ্যাগত তথ্যখিনি বাদ দি গুণগত দিশটো এইদৰে চমুকৈ টুকিব পাৰি—

: প্ৰবীণ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক-নাট্যকাৰসকলক তেখেতসকলৰ নাট্যৰচনা প্ৰচাৰ কৰাৰ মাজেৰে যথোচিত সন্মান আৰু স্বীকৃতি দানৰ উপৰিও ভালেখিনি নবীন আধুনিক নাট্যকাৰৰ সৃষ্টি হ'ল।

: অসমীয়া সাহিত্যভঁৰালৰ নাট্যসম্পদ অনাতাঁৰ নাটকে ভালেখিনি চহকী কৰিলে।

: সৰ্বভাৰতীয় অনাতাঁৰ নাট্যানুষ্ঠানৰ জৰিয়তে অসমীয়া নাট্যকাৰে ৰাষ্ট্ৰীয় মৰ্যাদা লাভ কৰিলে আৰু অসমীয়া নাটকৰ উচ্চমান অসমৰ বাহিৰত স্বীকৃত হ'ল।

: আকাশবাণী-গুৱাহাটী কেন্দ্ৰৰ নাট্যানুষ্ঠানৰ জৰিয়তে মঞ্চ আৰু অনাতাঁৰ নাট্যাভিনয়ত মহিলাৰ অংশ গ্ৰহণ সহজ হৈ উঠিল।

: অনাতাঁৰ নাট্যাভিনয়—মাইক্ৰোফোন এক্টিং—এটা সুকীয়া কলা ৰূপে পৰিগণিত আৰু স্বীকৃত হ'ল। অনাতাঁৰ অভিনয়-কলাত নিপুণ-কুশলী হৈ বৰ্তমান অসমৰ মঞ্চ আৰু কথাছবিত অভিনয় কৰা বহুতো শিল্পীয়ে স্বপ্ৰতিভাৰ পৰিচয় দিছে। শেষত আৰু এটা কথা উল্লেখ কৰা উচিত হ'ব। দ্বিতীয় মহাযুদ্ধৰ পিছৰেপৰা পঞ্চাশ দশকৰ মাজ ভাগত—একাংক নাট্য আন্দোলনৰ সূচনা হোৱালৈকে অসমৰ সীমিত সংখ্যক ৰঙমঞ্চই নাট্যামোদী ৰাইজক নাট্যৰসেৰে যথেষ্ট অবিহণা দিব পৰা নাছিল। এইছোৱা সময় অসমৰ ৰঙমঞ্চৰ সেৰেঙা বতৰ। এনে অৱস্থাত অনাতাঁৰ নাটকৰ (যদিও তেতিয়া ৰেডিঅ'ৰ সংখ্যা এতিয়াৰ তুলনাত বহুতো কম আছিল) চাহিদা নাট্যপ্ৰেমী মানুহৰ কাৰণে যথেষ্ট আছিল।

এতিয়া এই নাট্যানুষ্ঠানটোৰ মাজেৰে সৃষ্টি হোৱা অনাতাঁৰ নাটকসমূহৰ ধাৰা-প্ৰবাহলৈ আহোঁ।

অসমীয়া অনাতাঁৰ নাটক অসমীয়া সাহিত্যৰ অঙ্গ হিচাপে ধৰিলে (আমি ধৰা নাই জানো?) ই অসমীয়া সাহিত্যৰ একেবাৰে শেহতীয়া শাখা। মাত্ৰ পঞ্চাশ দশকৰ ঠিক আগে আগে এই শাখাৰ মঞ্জৰি প্ৰস্ফুটিত। আগেয়ে উল্লেখ কৰা হৈছে অসমীয়া লেখকৰ কাৰণে ৰচনাশৈলী আৰু কৌশলৰ ফালৰপৰা ই একেবাৰে নতুন বস্তু। গতিকে, প্ৰথমে লেখা নাটকবিলাকত ৰচনাশৈলীৰ সৌন্দৰ্য আৰু কৌশল প্ৰয়োগৰ ক্ষেত্ৰত কিছু অপৰিপক্ক হাতৰ কামৰ নিদৰ্শন থকাটো স্বাভাৱিক আছিল। মাত্ৰ সংলাপ আৰু শব্দ-সংকেতৰ মাজেৰেই

ৰ

কাহিনীৰ বিস্তাৰ আৰু গতি নিৰ্ধাৰণ, চৰিত্ৰৰ সৃষ্টি আৰু চিনাকি, দৃশ্য আৰু পটভূমিৰ অৱতাৰণা, চৰিত্ৰৰ প্ৰবেশ আৰু প্ৰস্থানকাৰ্য, চৰিত্ৰৰ বিভিন্ন ভাবাবেগৰ প্ৰকাশ ( expression of mood ) ইত্যাদি ইমানবোৰ কাৰ্য কেনেকৈ সম্ভৱ হ'ব পাৰে, সেই কথা চিন্তা কৰি লেখকসকলে বহুতো পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে নাটক ৰচনা কৰিবলগা হৈছিল। আনহাতে অনাতাঁৰ কেন্দ্ৰ প্ৰতিষ্ঠা হ'ল যেতিয়া শ্ৰোতাক নিয়মিত নাটক শুনাব লাগিব—প্ৰতি সপ্তাহত দুই-তিনিখন নাটকৰ সৃষ্টি হ'ব লাগিব। গতিকে বেছি চিন্তা-চৰ্চা কৰি থাকিবলৈ অৱকাশো নাই। সেয়ে প্ৰথম অৱস্থাত ৰচিত নাটকবোৰত বহু ক্ষেত্ৰত সূত্ৰধাৰৰ সহায় লৈ দৃশ্য আৰু পটভূমিৰ বৰ্ণনা আৰু কাহিনীৰ ঘটনা-সংযোগ কৰা দেখা গৈছিল। পিছলৈ অৱশ্যে সূত্ৰধাৰৰ প্ৰয়োগে নাটকৰ ঘটনা-প্ৰবাহ, চৰিত্ৰ ব্যঞ্জনা আৰু নাটকৰ সামগ্ৰিক প্ৰভাৱ সৃষ্টি ( total impact ) ব্যাহত কৰে—এই কথাটো উপলব্ধি কৰি লেখকসকলে সূত্ৰধাৰৰ ব্যৱহাৰ ত্যাগ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু এই প্ৰচেষ্টা যিহেতু সম্পূৰ্ণ নতুন, সি পৰিপক্কতা আৰু নিপুণতা লাভ কৰোতে অলপ সময়ৰ প্ৰয়োজন নিশ্চয় আছিল।

অসমীয়া সাহিত্যৰ অন্য অংগসমূহৰ দৰে অনাতাঁৰ নাটকবো বিষয় বস্তু বেছি সংখ্যাক সামাজিক হোৱাটোৱেই স্বাভাৱিক; আৰু সমকালীন সাহিত্যধাৰাৰ বৈশিষ্ট্যসমূহেৰে এই অংগটোও গঠিত আৰু সজ্জিত হোৱা স্বাভাৱিক। পঞ্চাশৰ দশকৰ আদিভাগৰ অসমীয়া কাহিনী সাহিত্যত ( গল্প, উপন্যাস, মঞ্চনাটক—এই অৰ্থত ) পূৰ্বাপৰ নিয়মিত অত্যাধিক ভাববাহুল্য আৰু ৰোমাণ্টিকতাৰ প্ৰভাৱ আছিল। গতিকে সেই প্ৰভাৱবৰ্জিত অনাতাঁৰ নাটকো আঁতৰত নাছিল। এই অনাতাঁৰ নাটকসমূহৰ বৈশিষ্ট্য হ'ল ভাবপ্ৰৱণতা, ৰোমাণ্টিক চপলতা, আৰু মনোৰঞ্জক আলংকাৰিক সংলাপৰ প্ৰয়োগ। বিষয়-বস্তু প্ৰায়বোৰেই আছিল গাঁও নাইবা নগৰৰ পটভূমিত ঘটিত ডেকা গাভৰুৰ প্ৰেম। অৰ্থনৈতিক বৈষম্য, জাত-কুলৰ বৈষম্য, সামাজিক মৰ্যাদাৰ বৈষম্য আদি সমস্যাই নায়ক নায়িকাৰ মিলনত অন্তৰায় সৃষ্টি কৰে, সেই অন্তৰায় অতিক্ৰম কৰাৰ পাছত নায়ক নায়িকাই অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিব লাগে, আৰু সেই কষ্ট আৰু ত্যাগ স্বীকাৰৰ মাজেৰে কেতিয়াবা মিলনাত্মক, নাইবা কেতিয়াবা বিয়োগাত্মক পৰিণতি লাভ কৰিব লাগে—ইত্যাদি কথা আৰু কাহিনীয়েই আছিল সেই সময়ৰ নাটকৰ অন্যতম বৈশিষ্ট্য। প্ৰেমৰ ত্ৰিভুজ সূত্ৰও আছিল বহুতো নাটকৰ মূলকথা। প্ৰতিপাদ্য বিষয়বোৰৰ তৰলতা আৰু স্থূলতাক গুই কৰিব নোৱাৰিলেও ব্যক্তিমানসৰ আবেগৰঞ্জিত এনে নাটকবোৰৰ বেছি ভাগেৰেই নাৰী পুৰুষৰ মিলন বা বিৰহৰ কাহিনীয়েই প্ৰাধান্য লাভ কৰিলেও, তেনে দুই-এখন নাটকৰ ৰচনা উচ্চমান বিশিষ্ট আৰু সাহিত্য গুণসম্পন্ন আছিল। এজন ৰাজনৈতিক পলাতকৰ এনিশাৰ ঘটনাক লৈ ৰচিত চৈয়দ আব্দুল মালিকৰ "অমৰ মায়া" নামে গভীৰ জীৱনবোধ আৰু আদৰ্শৰ সংঘাতক লৈ ৰচিত নাটকৰে সৃষ্টি হৈছিল। ( দুখৰ বিষয় নাটখনিৰ প্ৰতিলিপি সম্প্ৰতে বিচাৰি পোৱা নগ'ল আৰু সেয়ে এই সংকলনত অন্তৰ্ভুক্ত নহ'ল। )

এই সময়ছোৱাত যথেষ্টখিনি বুৰঞ্জীমূলক আৰু পুৰণি আখ্যানমূলক অনাতাঁৰ নাটকো ৰচিত হয়। অসম বুৰঞ্জীৰ প্ৰায়বোৰ গুৰুত্বপূৰ্ণ ঘটনাৰ ভেটিত অনাতাঁৰ নাটক ৰচিত হয় আৰু ইতিপূৰ্বে মঞ্চৰূপত থকা প্ৰায়খিনি বুৰঞ্জীমূলক আৰু আখ্যানমূলক নাটকৰ অনাতাঁৰ অভিযোজনা এই দশকতেই কৰা হয়। আনহাতে উল্লেখযোগ্য "ভোগজৰা", "সেনাপতি ত্ৰিকেন্দ্ৰজিৎ", "ভোটাই ডেকা", "মাণিক ৰাইটং" আদি ভালেকেখন বুৰঞ্জী-মূলক বা আখ্যানমূলক নাটক মূলতে অনাতাঁৰ ৰূপতহে ৰচিত হৈছিল। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই এই সময়তে কেবছৰমান ধৰি অনাতাঁৰ নাট প্ৰতিযোগিতা পাতি পুৰস্কাৰ প্ৰদান কৰিছিল। প্ৰথমবাৰৰ বাবে হোৱা সেই প্ৰতিযোগিতাৰ কাৰণে ফণী শৰ্মাই 'ভোগজৰা' নাটকখন ৰচনা কৰি প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। উল্লেখ-

যোগ্য, সেই প্ৰতিযোগিতাৰ ফলত অনাতাঁৰ নাটক ৰচনাই যথেষ্ট গুৰুত্ব লাভ কৰিছিল। পাছলৈ এনে প্ৰতিযোগিতা মাত্ৰ কলেজ আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজতহে আবদ্ধ আছিল। এই প্ৰতিযোগিতাৰ ফলত উচ্চমান-বিশিষ্ট নাটক যথেষ্ট নহলেও অনাতাঁৰ নাটক ৰচনা আৰু প্ৰযোজনাৰ কথাটোৱে বহুল প্ৰসাৰ লাভ কৰিলে। এচাম নুৰ নাট্যকাৰ ওলাল। ইন্দ্ৰপ্ৰসাদ হাজৰিকা, জয়ন্ত বৰুৱা, নেপাল ছুৱৰা, দেৱকুমাৰ শইকীয়া, সতীশ দাস, আৰতি বৈৰাগী আদিৰ নাম এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি।

১৯৫২ চনৰ পৰা "অনাতাঁৰ নাট্য-সপ্তাহ" নামেৰে আকাশবাণী-গুৱাহাটী কেন্দ্ৰৰ এটি বিশেষ আকৰ্ষণীয় অনুষ্ঠানৰ প্ৰৱৰ্তন হয়। পঞ্চাশৰ দশকৰ প্ৰায় প্ৰতি বছৰে এই নাট্যানুষ্ঠান পতা হৈছিল। এই অনুষ্ঠানৰ নাটক শুনিবলৈ শ্ৰোতা সদায় আগ্ৰহেৰে বৈ থাকে। নাট্য-সপ্তাহৰ নাটকেইখন যাতে যথেষ্ট উচ্চমানৰ হয়, ৰচনা কৌশল, বিষয়-বস্তু, নিবেদনশৈলী, চৰিত্ৰাভিনয় সকলো দিশতে যাতে নাটকে অভিনৱত্ব লাভ কৰে তাৰ বাবে নাট্যকাৰসকলে আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ সেই সময়ৰ কেগৰাকীমান উদ্যোগী আৰু প্ৰতিভাবান বিষয়াই ( সত্যপ্ৰসাদ বৰুৱা, ফণী তালুকদাৰ আৰু নাৰায়ণ বেজবৰুৱাকে প্ৰমুখ্য কৰি ) অশেষ যত্ন লৈছিল। সেই ঐকান্তিক প্ৰচেষ্টাৰ ফলত পঞ্চাশ দশকৰ শ্ৰেষ্ঠ অনাতাঁৰ নাটক বুলিলে আমি সেই নাট্যসপ্তাহসমূহৰ নাটককেইখনকে সততে লেখত লব পাৰোঁ। আৰ কে জি থাৰ্টিন, ( প্ৰথম অসমীয়া অনাতাঁৰ থ্ৰিলাৰ নাটক ), মাণিক ৰাইটং, আধা আঁকা ছবি, এবেলাৰ নাট, অধিকাৰ, জাহ্নবী. পোৰণশিৰিক ভেটিৰ কোনে, মালতী, ফিল আপ দি গেপচ্, ভোটাই ডেকা, ভৰলী পাৰৰ সাধু, নামৰূপৰ ৰূপকথা. এনাজৰী আদি সেই দশকৰ উল্লেখযোগ্য নাটকখিনি এনে নাট্যসপ্তাহৰে অৱদান।

পঞ্চাশৰ দশকৰ শেষৰপৰা, বিশেষকৈ ষাঠি দশকত অনাতাঁৰ নাট্যপ্ৰবাহত বাস্তৱবাদৰ প্ৰভাৱ পৰিল। বিষয় নিৰ্বাচন অধিক সমাজ আৰু জীৱনমুখী. সংলাপচয়ন স্বাভাৱিক আৰু অধিক গাম্ভীৰ্যপূৰ্ণ হ'ল। সমাজ আৰু জীৱনৰ বিভিন্ন ক্ষেত্ৰৰপৰা বিষয়-বস্তু বুটলি অনা হ'ল আৰু বিষয়সমূহৰ প্ৰয়োগ-কৌশল আৰু ৰচনাশৈলীত গভীৰ পৰিপক্কতা আৰু চিন্তাৰ নিদৰ্শন পোৱা গ'ল। নাৰী-পুৰুষৰ প্ৰেম আৰু মিলনৰ বিষয়টোও সস্তীয়া প্ৰেমৰ কাহিনী নহৈ মনস্তত্ত্ব আৰু জীৱনবোধৰ বিভিন্ন গভীৰ দৃষ্টি আৰু স্তৰৰপৰা গ্ৰহণ কৰা হ'ল। নাট্যধাৰাই নেচাৰেলিজমৰ পিনে দ্ৰুত গতি কৰিলে। নদ আৰু নদী, ভাৰতী, কস্তুৰী, টপাৰ সিপাৰ আদি নাটকত নাৰী-পুৰুষৰ সম্পৰ্কৰ ওপৰত নাট্যকাৰৰ গভীৰ চিন্তা আৰু স্বকীয় দৃষ্টিভঙ্গীৰে বৈশিষ্ট্যপূৰ্ণ আৰু তাৎপৰ্যপূৰ্ণভাৱে আলোকপাত কৰা হৈছে। উল্লেখিত এইকেইখন নাটকৰ দৰে জীৱন জিজ্ঞাসা আৰু ব্যক্তিমানসৰ ৰহস্য আৰু জটিল সমস্যাৱলীক লৈ এই সময়ছোৱাত ভালেকেইখন উচ্চমান-বিশিষ্ট অনাতাঁৰ নাটক ৰচিত হয়। নিঃসন্দেহে এইখিনি নাটকৰ স্থান অসমীয়া সাহিত্যৰ সৃষ্টিধৰ্মী অন্য শাখাৰ শ্ৰেষ্ঠ ৰচনাসমূহৰ শাৰীত। আনহাতে লাহে লাহে নাটকসমূহত সমাজ-সচেতনতাই ঠাই ল'বলৈ ধৰিলে। সমাজৰ বিভিন্ন দিশৰ ছবি নাটকত দাঙি ধৰিবলৈ চেষ্টা কৰা হ'ল, সমাজৰ বিভিন্ন স্তৰৰ চৰিত্ৰ চিত্ৰণ হ'ল, আৰু তাৰ মাজেৰে নাট্যকাৰসকলে সমাজক ইপ্সিত আদৰ্শ সাঁচত গঢ় দিয়াৰ নিজ নিজ আকাঙ্ক্ষা যেন দাঙি ধৰিবলৈ চেষ্টা কৰিলে। তেখেতসকলৰ ৰচনাত অৱশ্যে সমাজ পৰিবৰ্তনৰ বিষয়টো সংস্কাৰধৰ্মিতাৰ বিশ্বাসতে আবদ্ধ আছিল। যিহওক, মুঠতে সামগ্ৰিক বিচাৰত এই দশকতে নাটকৰ উপজীব্য বিষয় ব্যক্তিকেন্দ্ৰিকতাৰপৰা সমাজকেন্দ্ৰিক হ'বলৈ লৈছিল বুলি স্পষ্টভাৱে ক'ব পাৰি।

এই দশকত আৰু এটা দিশত যথেষ্ট গুৰুত্ব দিয়া দেখা গৈছিল, সেইটো হৈছে অসমীয়া শ্ৰোতাক বিশ্বনাট্যাৱলীৰ লৈতে সম্যক পৰিচয় কৰাই দিয়াৰ প্ৰচেষ্টা। অনাতাঁৰ অভিযোজনাৰ মাজেৰে বিশ্বসাহিত্যৰ ভালে-

কেৱল শ্ৰেষ্ঠ নাটক অসমীয়া শ্ৰোতাই শুনিবলৈ পায়। চ'ফক্লিচ্, ইউৰিপাইদিচ্, এচকাইলাচ্, শেক্‌চ্‌পীয়েৰ, ক্ৰিষ্টোফাৰ মাৰ্লো, অস্কাৰ ৱাইল্ড, চেকভ, টুৰ্গেনিভ, গগল, পিৰান্দেলো, ইবচেন, ষ্ট্ৰিণ্ডবাৰ্গ আদি বিদেশী নাট্যকাৰৰ অসমীয়া অনাতাঁৰ অভিযোজনা এই চোৱা সময়ত প্ৰচাৰ কৰা হয়। অসমৰ শিক্ষিত সমাজৰ ব্যক্তিগতভাৱে এমুঠি লোকে হয়তো চ'ফক্লিচ বা শেক্‌চ্‌পীয়েৰৰ নাটক পঢ়িছে। কিন্তু অভিনয়ৰ মাজেৰে তাৰ ৰসাস্বাদনৰ সুযোগ কিমানজনে পাইছে? কিন্তু অনাতাঁৰ প্ৰচাৰৰ জৰিয়তে অসমৰ হাজাৰ হাজাৰ শ্ৰোতাই, অধ্যয়নপুষ্ট বুদ্ধিজীৱীবৰ্গৰা সাধাৰণ মধ্যবিত্ত পৰিয়ালৰ গৃহিণীলৈকে সকলোৱে সেই বিশ্ববিশ্ৰুত নাট্যকাৰৰ ৰচনাসমূহৰ ৰসাস্বাদন কৰিবলৈ পালে। অসমীয়া অনাতাঁৰ নাট্যৰূপত থকা এই বিশ্বনাট্যখিনিৰ এটি সুকীয়া সংকলন হ'ব পাৰে, আৰু তেনে এটি সংকলন নিঃসন্দেহে অসমীয়া সাহিত্যৰ এটি মূল্যবান অঙ্গ হ'ব।

বিশ্বনাট্যৰ লৈতে অসমীয়া শ্ৰোতাক পৰিচিত কৰোৱাৰ লগতে অসমীয়া অনাতাঁৰ নাট্যকাৰে নিজৰ ৰচনাৰ মাজেৰেও সমকালীন বিশ্বনাট্য-ধাৰাক সমাদৰ জনাবলৈ ইচ্ছুক হৈ উঠা দেখা গ'ল আৰু দুই-এজনে সেই পথে দুই-এখোজ আগুৱাই যোৱাও দেখা গ'ল। সেই প্ৰথম পদক্ষেপ পিছলৈ অধিক শক্তিশালী আৰু সাৰ্থক হৈ উঠিল।

ষাঠি দশকতে আৰু এবিধ নতুন আহিৰ নাট্যানুষ্ঠানৰ মাজেৰে আকাশবাণী-গুৱাহাটী কেন্দ্ৰই অসমৰ নাট্যৰসগ্ৰাহীজনক আমোদ দিয়াৰ লগতে অসমীয়া সাহিত্যলৈও এটি উল্লেখযোগ্য অৱদান আগবঢ়ায়। সেয়া হ'ল ধাৰাবাহিক নাটক। সেই আহিৰ অতি সাৰ্থক সৃষ্টি হ'ল ডঃ ভবেন্দ্ৰনাথ শইকীয়াৰ তিনিটা অধ্যায় আৰু চয়ত্ৰিশটা খণ্ডত নিবেদিত 'জোনাকী'লানি, তিলক হাজৰিকাৰ চয় খণ্ডত নিবেদিত 'মহাপ্ৰলয়' ইত্যাদি-ক্ষুদ্ৰ ৰবাৰ এলানি নাটক। তাৰ উপৰি আছিল ধাৰাবাহিক অনাতাঁৰ নাট্যৰূপত উপন্যাস। অনাতাঁৰ মাধ্যমৰ উপযোগীকৈ ৰচনা কৰা তেনে এখনি বিখ্যাত নাট্য-উপন্যাস আছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'শতঘ্নী'। আন দুখন বিশ্ববিখ্যাত উপন্যাস, 'ৱাৰ এণ্ড পিচ' আৰু 'আনাকেৰেনিনা'ৰ অসমীয়া ধাৰাবাহিক নাট্যৰূপো সেই সময়ৰ উল্লেখযোগ্য অৱদান।

এইদৰে ষাঠি দশকত বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে অসমীয়া অনাতাঁৰ নাটকে অনেক বৈচিত্ৰ্য আৰু অভিনৱত্ব লাভ কৰাই নহয়, ইয়াৰ গতিপ্ৰবাহে সুনিৰ্দিষ্টভাৱে খোজো ললে। অসমীয়া সাহিত্য আৰু নাট্যকলাৰ ই এটি পূৰ্ণাঙ্গ দিশৰূপে নিজকে প্ৰতিষ্ঠা কৰিলে।

সত্তৰ দশকৰ প্ৰথম কেবছৰত এই পূৰ্ণাঙ্গ সাহিত্য-নাট্যকলাৰ বিকাশ আৰু পৰিসৰ অতি বলিষ্ঠভাৱে বিভিন্নমুখে বৃদ্ধি পাবলৈ ধৰিলে। বিশেষকৈ ১৯৭১ চন মানৰপৰা অনাতাঁৰ নাট্যধাৰাত এটা প্ৰবল চল বাগৰি অহাৰ অভিজ্ঞতা নিশ্চিতভাৱে সকলোৱে অনুভৱ কৰিলে। এই নতুন চল অৱশ্যে সমগ্ৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ বহল ক্ষেত্ৰৰ ওপৰেদিয়েই এই সময়ত বাগৰিবলৈ আৰম্ভ কৰিছিল। ইয়াৰ মূলতে আছিল স্বাধীনতাৰ প্ৰায় দুই-দশকৰ পিছতো দেশৰ পঙ্গু অৰ্থনৈতিক অৱস্থাই ঘটোৱা জনসাধাৰণৰ মনৰ প্ৰতিক্ৰিয়া (নাইবা স্পষ্টকৈ ক'বলৈ হ'লে—ক্ষোভ আৰু হতাশা!) আৰু আনহাতে দেশত তথাকথিত শিক্ষাৰ দ্ৰুত প্ৰসাৰ। এই প্ৰতিক্ৰিয়া আৰু শিক্ষা প্ৰসাৰৰ ফলত দেশত সমাজ আৰু ৰাজনৈতিক সচেতনতা ব্যাপকভাৱে বৃদ্ধি পালে। সেই সচেতনতাই দেশবাসীৰ সামগ্ৰিক জীৱনৰ লগতে সাহিত্য-সংস্কৃতিৰ ওপৰতো গভীৰভাৱে প্ৰভাৱ পেলালে। বুদ্ধিজীৱীসকলৰ বহুতেই সামাজিক দায়বদ্ধতাৰ লৈতে সাঙোৰ খাই পৰিল। সমাজৰ নিষ্পেষিত আৰু সৰ্বহাৰাৰ প্ৰতি পুতৌসুৰীয়া বাণী ৰচনাৰ ঠাইত বিক্ষোভ, সংগ্ৰাম আৰু সংকল্পৰ আহ্বানধ্বনি ক্ৰমে স্পষ্ট হৈ উঠিল।

আকাশবাণী ৰাষ্ট্ৰযন্ত্ৰৰ অঙ্গ হিচাপে ৰাষ্ট্ৰৰ স্বীকৃত নীতি বা কাৰ্যসূচীক লগতে সমালোচনা কৰাৰ অধিকাৰ অনাতাঁৰ নাট্যকাৰৰ নাছিল বুলিয়েই এসময়ত মানি লোৱা হৈছিল। গতিকে ৰাজনৈতিক চিন্তাৰ পৰিপ্ৰেক্ষিতত

সামাজিক দায়বদ্ধতাৰ স্থান অনাতাঁৰ নাটকত নাছিল। কিন্তু সত্তৰ দশকৰপৰা আকাশবাণীৰ মৌলিক প্ৰচাৰ নীতিৰ কাঠামো আৰু পৰিসৰৰ মাজতে চিন্তাৰ স্বাধীনতা বহুতখিনি আছে বুলি আকাশবাণী-গুৱাহাটী কেন্দ্ৰৰ সেই সময়ৰ নাট্যানুষ্ঠানৰ দায়িত্বত থকা কৰ্মকৰ্তাসকলে বিশ্বাস কৰিলে আৰু সেই বিশ্বাসেৰে নাটক সৃষ্টি আৰু নিবেদনৰ কামত আগবাঢ়িল। আৰু তাৰ ফলতে বহিৰ্জগতৰপৰা কেনিও ধ্বনি আৰু গৰম বতাহ প্ৰবেশ কৰিব নোৱাৰা আকাশবাণী গুৱাহাটীৰ ষ্টুডিঅ'ৰ মজিয়াত উল্লেখ কৰি থকা 'নতুন চল'ৰ কল্লোল শুনা গ'ল। এইখিনিতে অন্যত্ৰ প্ৰকাশিত পৰাশৰ চলিহা নামৰ এজন সমালোচকৰ এটি প্ৰবন্ধৰ অংশ বিশেষ প্ৰসংগক্ৰমে উদ্ধৃত কৰিলো: প্ৰণালীবদ্ধ আৰু বিজ্ঞানসম্মত পদ্ধতিৰে সমাজৰ আমূল পৰিবৰ্তনৰ চিন্তাৰ অভাবটো, ষষ্ঠ দশকৰ অসমীয়া চিন্তাধাৰাৰ এটা পুতৌলগা বৈশিষ্ট্য। ইয়াৰ কাৰণ ৰাজনৈতিক, ৰাজনৈতিক স্বাধীনতা লাভৰ পিছত পঞ্চাশৰ দশকটোত অকল অসমীয়াই নহয় সমগ্ৰ দেশবাসীয়েই স্বাধীনতাৰ ৰাগীত আপ্লুত হৈ আছিল।... সপ্তম দশকৰ দ্বিতীয় ভাগৰপৰা কিন্তু অসমৰ বুদ্ধিজীৱীসকলৰ বহলাংশৰ মোহভংগ হোৱা পৰিলক্ষিত হয়। সামাজিক ন্যায়ৰ অভাব, অৰ্থনৈতিক বিষময় অৱস্থা আৰু শাসক শ্ৰেণীৰ উপৰ্যুপৰি বিফলতাই তেওঁলোকক যেন চলিত ব্যৱস্থাৰ ঠাইত নতুন সমাজ ব্যৱস্থা পুনৰ প্ৰতিষ্ঠাৰ কথা পুনৰ সোঁৱৰাই দিয়ে। অকল নাট্যকাৰেই নহয়, অন্যান্য সাহিত্যিকো এই সচেতনতাৰে তৎপৰ হৈ উঠে। অপেক্ষাকৃতভাৱে অধিক সুবিধা থকা সাহিত্যৰ আন আন দিশত সেই প্ৰতিজ্ঞা অধিক প্ৰকাশ পায়, যদিও মঞ্চৰ অভাব অসুবিধাৰ কাৰণে নাট্যসাহিত্যত সি প্ৰকট হোৱাৰ সুযোগ কম আছিল। এইখিনিতে ৰেডিঅ'ৰ বৰঙণি উল্লেখযোগ্য। অতদিনে ৰেডিঅ'ৰ নাটক চহৰৰ নাটক বা পৰিয়ালৰ নাটকৰূপেই পৰিগণিত হৈছিল। পৰীক্ষা-নিৰীক্ষা হৈছিল সঁচা, কিন্তু সেইবোৰ ঘাইকৈ নাট্যকৌশলৰ মাজতে সীমিত আছিল। বৰ্তমানে (প্ৰবন্ধ ৰচনাৰ কাল ১৯৭২ চনৰ ডিচেম্বৰ) পিছে সেই সীমা নাই। পৰিসৰ এতিয়া বঢ়াই দিয়া হৈছে। আজি ৰেডিঅ' নাটকৰ বিষয়-বস্তু কেৱল ফ্ৰয়েডীয় মনোবিশ্লেষণৰ সুৰঙ্গ-চক্ৰ অথবা ব্যক্তিমানসৰ মাজতে সীমাবদ্ধ নাথাকি, যুদ্ধ-অশান্তি, সমাজতান্ত্ৰিক বিপ্লৱ, সশস্ত্ৰ সংগ্ৰাম আদি মানৱমুক্তিৰ মৌলিক তাত্ত্বিক দিশলৈ সম্প্ৰসাৰিত হৈছে। মাৰ্ক্সিষ্ট-লেনিনিষ্ট দলৰ সশস্ত্ৰ বিপ্লৱৰ কাৰ্যপন্থাযো অসমীয়া নাট্যকাৰসকলক সমল নোযোগোৱাকৈ থকা নাই। ফলস্বৰূপে, মঞ্চতো আশা কৰিব নোৱাৰা বলিষ্ঠ বিষয়-বস্তু ৰেডিঅ'ই সামৰি লৈছে। বৰ্তমান সমাজ ৰাজনীতি ব্যৱস্থাৰ শঠতাই পঙ্গু কৰা, জনজীৱনৰ ছবি নাটকবোৰত ফুটি উঠিছে।..."

জনসংযোগৰ মাধ্যমৰূপে ৰেডিঅ'ৰ ভূমিকা এসময়ত মুখ্যভাৱে তথ্য আৰু মনোৰঞ্জনৰ যোগান ধৰাতে আৰম্ভ হৈছিল। কিন্তু ৰেডিঅ' প্ৰতিষ্ঠানৰ (network) দ্ৰুত সম্প্ৰসাৰণৰ লগে লগে, দেশৰ গাঁৱে-ভুঞে ইয়াৰ পৰিব্যাপ্তি লাভ হোৱা কাৰণে, জনজীৱনৰ অধিক গুৰুত্বপূৰ্ণ দিশত ইয়াৰ প্ৰভাৱ বিস্তাৰৰ চিন্তা কৰা হ'ল, আৰু সেয়ে ৰেডিঅ'ৰ ভূমিকা মাত্ৰ আবেগমণ্ডিত মনোৰঞ্জনতে সীমিত নাৰাখি সমাজ জীৱনৰ নৈতিক আৰু বৌদ্ধিক মান উন্নীত কৰাৰ দায়িত্ব মুখ্য হৈ আহিল। আলোচ্য এই সময়চোৱাত ৰেডিঅ'ৰ এই নৱনিৰ্দিষ্ট ভূমিকা অনাতাঁৰ নাটকৰ ক্ষেত্ৰতো প্ৰযোজ্য নোহোৱা নাছিল। বৰং এক শক্তিশালী মাধ্যমৰূপে নাটকৰ মাজেৰে ইয়াক যথাযথভাৱে আৰু সক্ৰিয় প্ৰচেষ্টাৰে গ্ৰহণ কৰা হ'ল। সেয়ে এই কেন্দ্ৰৰ নাটকৰ বিষয়-বস্তু নিৰ্বাচনৰ ক্ষেত্ৰত সমাজ-সচেতনতাই বিশেষ প্ৰাধান্য লাভ কৰিছে। সেয়ে, সাম্প্ৰতিক সমাজ-ব্যৱস্থাৰ দোষ আৰু কেৰোণবোৰৰ সাহসী সমালোচনাৰে অনাতাঁৰ নাটকে মনোৰঞ্জনৰ লগতে সৰ্বসাধাৰণ শ্ৰোতাৰ সামাজিক চেতনাবোধ জগাই তোলাৰ চেষ্টা কৰিলে। সমাজ-বিপ্লৱৰ ইঙ্গিতসূচক এনে একাধিক অনাতাঁৰ নাটকে শ্ৰোতাৰ মাজত আলোড়ন তুলিলে। অসমীয়া প্ৰগতি-সাহিত্যক এই নাটকখিনিয়ে নিঃসন্দেহে বহুতো চহকী কৰিছে।

সত্তৰ দশকৰ এই সময়ৰপৰাই অসমীয়া অনাতাঁৰ নাটকৰ 'এভানগাৰ্ড' যুগ আৰম্ভ হয়। আধুনিক পৃথিৱীত মানুহৰ বহিৰ্জীৱন আৰু অন্তৰ্জীৱন বিভিন্ন বিপৰীতমুখী গতিয়েদি ধাবিত হৈ নানান সংঘাতৰ মাজত জৰ্জৰিত হয়। পাৰ্থিব সুখ-সম্ভোগৰ প্ৰাচুৰ্যই কোনো কোনো আধুনিক সমাজলৈ কঢ়িয়াই আনিলে সীমাহীন উশৃঙ্খলতা, প্ৰাপ্তি আৰু পৰিপূৰ্ণতাৰ তিক্ততা, অৱসাদ। আনহাতে দুখন মহাযুদ্ধৰ বিভীষিকাই পৃথিৱীৰ বহুত মানুহক বহুত আত্মিক ভুকলা কৰি পেলালে। বহুত মানুহৰ জীৱনৰ স্বপ্ন চূৰমাৰ হ'ল, ছাঁইত পৰিণত হ'ল। এফালে প্ৰাচুৰ্যৰ মোহভঙ্গ অৱসাদগ্ৰস্ত-ইনচমনিয়াত ভোগা মানুহ আনফালে সৰ্বহাৰা ছিন্নমূলৰ দল—এই দুই শ্ৰেণী মানুহক লৈ সৃষ্টি হ'ল আধুনিক পৃথিৱীৰ নতুন সাহিত্য, নতুন নাটক। মানৱ অস্তিত্বৰ নৱমূল্যায়নৰ প্ৰয়োজন হ'ল কলা-সাহিত্য-সংস্কৃতি সকলো ক্ষেত্ৰতে। পূৰ্বপ্ৰচলিত বহুতো ব্যৱস্থা-ৰীতি-নিয়ম ভাঙি দিয়াৰ আন্দোলন চলিল। এই ভাঙনৰ আহ্বানতে বিশ্বনাট্য জগতত সৃষ্টি হ'ল এন্টিনাটক আৰু ইয়াৰ বিভিন্ন ধাৰা। ছেমুৱেল বেকেটক প্ৰমুখ্য কৰি এবছাৰ্ডিষ্টসকলৰ নাটক, চাৰ্ত্ৰ আৰু আলবেয়াৰ কামু আদি অস্তিত্ববাদীসকলৰ নাটক, এই সকলো-বোৰতে ফৰ্ম আৰু কনটেন্টৰ অভিনৱ পৰীক্ষা-নিৰীক্ষা চলিল আৰু সেই পৰীক্ষা-নিৰীক্ষাৰ পিছফালে আছিল জীৱন আৰু সমাজৰ নতুন আদৰ্শসমূহ ( নাইবা আদৰ্শহীনতা ) আৰু প্ৰমূল্য। আনহাতে বাৰ্টল্ট ব্ৰেখ্‌টৰ এক সম্পূৰ্ণ নৱ্য নাট্যধাৰাই বিশ্বৰ সমাজতান্ত্ৰিক ভাৱধাৰাক ৰূপায়িত কৰাৰ ক্ষেত্ৰত এক শক্তিশালী নাট্য-মাধ্যম ৰূপে গৃহীত হ'ল, এক নৱ্য নাট্য যুগৰ সূচনা হ'ল।

অসমীয়া নাটকৰ ক্ষেত্ৰত পটভূমিৰ এনে দাবীবোৰ আছে নে নাই বিতৰ্কৰ বিষয় হ'ব পাৰে, কিন্তু আমি হিচাপে বিশ্বনাট্য জগতৰ এই নৱ্য নাট্যধাৰাসমূহ অসমীয়া ভাষা আৰু সাহিত্যত অনাতাঁৰ নাট্যকাৰেই প্ৰথম গ্ৰহণ কৰে। আগেয়েই উল্লেখ কৰি অহা হৈছে—ষাঠি দশকতে এই পদক্ষেপ আৰম্ভ হৈছিল। ( গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত কুলদাপ্ৰসাদ ভট্টাচাৰ্য নাট্যপ্ৰযোজক হৈ থকা কালতে যিবোৰ নতুন নাট্যানুষ্ঠানৰ সূচনা হৈছিল, তাৰ ভিতৰত বিষয়-বস্তু, ৰচনা-ৰীতি আৰু নিবেদনশৈলীৰ অভিনৱত্বৰে পৰীক্ষামূলকভাৱে এবষ্ট্ৰেক্টধৰ্মী নাটক দুই-এখন প্ৰথম প্ৰচাৰিত হৈছিল। কিন্তু সত্তৰ দশকৰপৰা এনে নাটক প্ৰায় নিয়মীয়াভাৱে ৰচিত আৰু প্ৰচাৰিত হ'বলৈ ধৰিলে। অসমীয়া নাট্যামোদীক বিশ্বৰ শেহতীয়া নাট্যধাৰাৰ ওচৰ চপাই দিয়াৰ এক ঐকান্তিক প্ৰচেষ্টাৰ ফল স্বৰূপে, ১৯৭১ৰপৰা ভালেকেখন জটিল চিন্তা আৰু বুদ্ধিনিষ্ঠ নাটকৰ ৰচনা হয়; আৰু সুখৰ বিষয় পূৰ্বপ্ৰচলিত নাট্যধাৰাৰ লগতে এই নতুন নাট্যধাৰাকো শ্ৰোতাই সাগ্ৰহে গ্ৰহণ কৰিলে। ক'বলৈ গ'লে, দুয়োটা ধাৰা সমান্তৰালভাৱে একেগতিৰে প্ৰবাহিত হ'বলৈ ধৰিলে।

এইদৰে সত্তৰ দশকৰ প্ৰায় আৰম্ভৰপৰা অনাতাঁৰ নাট্যধাৰাৰ যি 'নতুন চল' গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ ষ্টুডিঅ'ৰ মজিয়াত প্ৰৱেশ কৰিলে সিয়েই আৰু অধিক সাৰ্থকতাৰে আৰু কৃতকাৰ্যতাৰে ১৯৭৩ চনৰ পিছলৈও প্ৰবাহিত হৈ আহিছে। যিহেতু এই সংকলনত মাত্ৰ ১৯৭৩ চনৰ জুলাইলৈকে প্ৰচাৰিত নাট্যাৱলীৰ নিৰ্বাচনহে অন্তৰ্ভুক্ত কৰাৰ সিদ্ধান্ত আৰু নীতি গ্ৰহণ কৰা হৈছে, সেইকাৰণে এই সময়ৰ পিছৰ চোৱাৰ নাট্যবুৰঞ্জীৰ পৰ্যালোচনাৰপৰা বিৰত থকা হ'ল।

আকাশবাণী-গুৱাহাটী কেন্দ্ৰৰ দেওবৰীয়া নাট্যানুষ্ঠান শ্ৰোতাৰ অন্যতম প্ৰিয় অনুষ্ঠান। এই অনুষ্ঠানত সকলপৰা ভাঙৰলৈকে পৰিয়ালৰ সকলোকে সমানে মনোৰঞ্জন দিয়াই এই অনুষ্ঠানৰ উদ্দেশ্য। আলোচ্য ভেৰকুৰি বছৰে এই অনুষ্ঠানৰ জৰিয়তে ভালেখিনি ব্যঙ্গ আৰু হাস্য-ৰসাত্মক নাটকৰ সৃষ্টি হৈছে। এসময়ত সাধাৰণতে শুদ্ধ গাঁৱলীয়া জীৱনৰ একোটা ঘটনাৰ ৰসাল দিশটো এই নাটকসমূহৰ বিষয়-বস্তু আছিল। পাছলৈ গাঁৱৰ জীৱনৰ

ছবিৰ লগতে নগৰীয়া সামাজিক জীৱনৰ দোষ-ত্ৰুটিসমূহৰ প্ৰতি ব্যঙ্গ সমালোচনাৰ নাটকো নিয়মিত প্ৰচাৰ হ'বলৈ ধৰিলে। এই ব্যঙ্গ নাট্যধাৰা অনাতাঁৰ কেন্দ্ৰৰ দেওবৰীয়া নাট্যানুষ্ঠানৰ এটি বিশিষ্ট অৱদান। এই নাট্যধাৰাই চূড়ান্ত সাফল্য লাভ কৰে, প্ৰকৃত অৰ্থত নাট্যানুষ্ঠান নহলেও, 'নোকোৱাই ভাল' অনুষ্ঠানত। অনাতাঁৰ নাট্যচিত্ৰ বা কাৰ্টুন, এই 'নোকোৱাই ভাল' অনুষ্ঠানৰ মাজেৰে 'তুই বৰঠাকুৰ' গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ লিজেণ্ডাৰী ফিগাৰত পৰিণত হৈছে।

আগেয়ে এঠাইত উল্লেখ কৰি অহা অনাতাঁৰ ধাৰাবাহিক নাটবো এই দেওবৰীয়া নাট্যানুষ্ঠানতে শ্ৰোতাই শুনিবলৈ পায়। 'শতদীৰ' দৰে অসমীয়া সাহিত্যৰ আন এখনি শ্ৰেষ্ঠ উপন্যাস, নৱকান্ত বৰুৱাৰ সাহিত্য অকাডেমী পুৰস্কৃত 'ককাদেউতাৰ হাড়' মূলতে অনাতাঁৰ প্ৰচাৰৰ কাৰণে ৰচনা হৈছিল আৰু ১৯৭৩ চনত ধাৰাবাহিক-ভাৱে ১৩ খণ্ডত দেওবৰীয়া নাট্যানুষ্ঠানত প্ৰচাৰ হৈছিল। (প্ৰসঙ্গক্ৰমে মূলতে অনাতাঁৰ যোগে প্ৰচাৰ হোৱা আৰু পিচত পুৰস্কৃত হোৱা আৰু তিনিখন সাহিত্য সৃষ্টি হ'ল, অৰুণ শৰ্মাৰ 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য', হিমেন্দ্ৰ কুমাৰ বৰঠাকুৰৰ 'বাঘ' আৰু মহেন্দ্ৰ বৰঠাকুৰৰ 'জন্ম'। অসম সাহিত্য সভাৰ দ্বাৰা তিনিটা সময়ৰ শ্ৰেষ্ঠ অসমীয়া নাটকৰূপে এই তিনিখন পুৰস্কৃত হৈছে।)

আগৰ 'জোনাকী' লানিৰ দৰে ড: ভবেন্দ্ৰনাথ শইকীয়াৰ 'দেউতা', 'আগন্তুক' আদি সত্তৰ দশকৰ দেওবৰীয়া অনুষ্ঠানত ধাৰাবাহিকভাৱে প্ৰচাৰ হোৱা উল্লেখযোগ্য নাটক। ইয়াৰ উপৰি সত্তৰ দশকৰ এই ছোৱা সময়ত আৰু এবিধ নতুন ৰচনা আছিল ধাৰাবাহিক ডিটেকটিভ নাটক। ড: শইকীয়াৰ 'অন্ধকূপ' ড: প্ৰণৱজ্যোতি ডেকাৰ 'বতাহত পতাকা কঁপে' আদি অনাতাঁৰ ডিটেকটিভ নাটকে অসমীয়া নাট্যসাহিত্যাত এবিধ নতুন ধৰণৰ নাটক সৃষ্টি কৰিলে।

এই সময়ছোৱাৰ আৰু এটা অতি উৎকৃষ্ট সাহিত্য-সৃষ্টি আছিল, দেশৰ স্বাধীনতা যুঁজৰ কেণবাকীমান প্ৰাতঃস্মৰণীয় শ্বহীদৰ জীৱনৰ অন্তিম কালৰ একোটি কাল্পনিক ৰূপ-চিত্ৰৰ মাজেৰে ৰচনা কৰা এপানি স্বগতোক্তি। ৰচনা কৰিছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই। এই সংকলনত তেনে এটি ৰচনা অন্তৰ্ভুক্ত কৰা হৈছে। গোটেই লানি 'স্বগতোক্তি' ছপাই প্ৰকাশ কৰিব পাৰিলে অসমীয়া সাহিত্যৰ ই এটি অতুলনীয় সম্পদ হ'ব।

অসমীয়া অনাতাঁৰ নাট্যসাহিত্যক ভাৰতীয় অন্য ভাষাৰ অনাতাঁৰ নাটকৰ লৈতে তুলনা কৰাৰ থল আছে। সেই তুলনামূলক পৰ্যালোচনাৰ কাৰণে আমাৰ এটি সহজ উপায়ো নোহোৱা নহয়। সেয়ে হ'ল সৰ্বভাৰতীয় অনাতাঁৰ নাট্যানুষ্ঠান। ১৯৫৪ চনত গিৰীশ চন্দ্ৰ ঘোষ বচিত বঙালী নাটক "প্ৰফুল্ল"ৰ নিবেদনেৰে এই সৰ্বভাৰতীয় অনুষ্ঠানৰ সূচনা হয়। তেতিয়াৰপৰা ভাৰতৰ সকলো ভাষাৰে উৎকৃষ্ট নাটকসমূহ এই অনুষ্ঠানত প্ৰচাৰ হৈ আহিছে, আৰু অসমীয়া ভাষান্তৰৰ মাজেৰে অসমীয়া শ্ৰোতাই সেই নাটকসমূহৰ পৰিচয় পাইছে। এই অনুষ্ঠানত ১৯৭৩ চনলৈকে অসমীয়া ভাষাৰো মুঠ সাতখন নাটক প্ৰচাৰ হৈছে। নাটককেখন হ'ল—শোণিতকুঁৱৰী (জ্যোতিপ্ৰসাদ আগৰৱালা, ১৯৫৬), সেনাপতি টিকেন্দ্ৰজিৎ (অতুলচন্দ্ৰ হাজৰিকা—১৯৫৭), ত্ৰিশঙ্কু (অৰুণ শৰ্মা ১৯৬০) কাৰেঙৰ লিগিৰী (জ্যোতিপ্ৰসাদ আগৰৱালা, ১৯৬৪), কাঠফুলা (মূল গল্প চৈয়দ আব্দুল মালিক, অনাতাঁৰ নাট্যৰূপ মহেন্দ্ৰ বৰঠাকুৰ ১৯৭০), নন্দান (ড: ভবেন্দ্ৰনাথ শইকীয়া, ১৯৭১) আৰু বিহুৱতিৰ বিলৈ (দুৰ্গেশ্বৰ বৰঠাকুৰ ১৯৭৩)। সৰ্বভাৰতীয় নাট্যানুষ্ঠানৰ নাটকসমূহ বি নিয়মীয়াকৈ শুনি আহিছে তেওঁক সুধিলে এই কথা নিঃসংকোচে ক'ব যে অসমীয়া অনাতাঁৰ নাটকৰ মান ভাৰতীয়

অন্য ভাষাৰ নাটকৰ তুলনাত চুলিডালমানো কম নহয়, বৰঞ্চ বহুতো নাটকতকৈ উচ্চমানৰ বুলিয়েই অভিহিত হ'ব। এইখিনিতে আৰু এটা কথা উল্লেখ কৰা উচিত হ'ব, অসমীয়া ভাষাৰ তুলনাত ভাৰতীয় অন্য বহুতো ভাষাত মৌলিক অনাটাঁৰ নাটকৰ ৰচনা বহুত কম। সেই ভাষাবোৰত উপন্যাস আৰু চুটিগল্পৰ অনাটাঁৰ অভিযোজনাই সৰহ। অসমীয়াতো গল্প নাইবা উপন্যাসৰ অনাটাঁৰ অভিযোজনা হৈছে বুলি আগেয়ে কোৱা হৈছে; কিন্তু মৌলিক অনাটাঁৰ নাটকৰ সংখ্যা বহুত বেছি। প্ৰতিষ্ঠিত গল্প আৰু ঔপন্যাসিকসকলক মৌলিক অনাটাঁৰ নাটক লিখিবলৈ অনুৰোধ আৰু উৎসাহিত কৰি অহা হৈছে; ভালে কেইগৰাকী অসমীয়া গল্পকাৰ আৰু ঔপন্যাসিকে মৌলিক অনাটাঁৰ নাটক ৰচনা কৰি সমানেই যশস্যা অৰ্জন কৰিছে।

এতিয়া আমি পূৰ্বতে উল্লেখ কৰি থোৱা কথা এটালৈ আহোঁ: কি উদ্দেশ্য আৰু নীতি আগত ৰাখি এই সংকলনত নাটকসমূহ সন্নিবিষ্ট কৰা হ'ল। আগেয়ে কোৱা হৈছে, প্ৰায় চাৰি হাজাৰ নাটকৰপৰা এই আঠৈকুৰি নাটক নিৰ্বাচন কৰিবলগা হৈছে। গতিকেই ঠিক কৰি লোৱা হ'ল, ১৯৪৮ চনৰপৰা ১৯৭৩ চনলৈকে পঁচিশ বছৰত অসমীয়া অনাটাঁৰ নাটকৰ বুৰঞ্জীক প্ৰতিনিধিত্ব কৰিব পৰা নাটকখিনি বিচাৰি উলিয়াব লাগিব। সেই প্ৰচেষ্টাকে যথেষ্ট সময় লৈ অতি যত্নেৰে আৰু সাৱধানেৰে কৰা হ'ল। এই নিৰ্বাচন সংকলন-সম্পাদকৰ সম্পূৰ্ণ নিজস্ব দায়িত্বত আৰু নিজ বিচাৰ-বুদ্ধিৰে কৰা হৈছে। গতিকে ই সম্পূৰ্ণ বস্তুনিষ্ঠ নিৰ্বাচন বুলি কোৱাৰ অধিকাৰ নাই। কিন্তু অতি বিনীতভাৱে এইবাৰ কথাকে জনাব খোজো যে সম্পাদকৰ জ্ঞান-বুদ্ধি বিবেচনা বিশ্বাসক অকণো ফাঁকি নিদিয়াকৈ একান্ত আন্তৰিকতাৰে, আঠৈকুৰি বছৰীয়া নিভাঁজ প্ৰতিনিধিত্বমূলক এটি সংকলন যুগুত কৰিবলৈ যি সৎপ্ৰচেষ্টা লাগে তাৰ প্ৰতি সম্পাদক সম্পূৰ্ণ সচেতন। তাৰ প্ৰতি অকণো অৱহেলা সম্পাদকে কৰা নাই। নাট্যধাৰাৰ প্ৰতিনিধিত্বমূলক দিশটোৰ কথাকে ঠিক কৰি লোৱা কাৰণে নাট্যকাৰসকলতকৈ নাটকবিলাকৰ ওপৰতহে গুৰুত্ব আৰোপ কৰা হৈছে। গতিকেই, এইটো স্পষ্ট হৈ পৰিছে যে ভালেমান কৃতী অনাটাঁৰ নাট্যকাৰৰ নাট্যৰচনাই সংকলনত ঠাই পোৱা নাই। আমাৰ বিনীত অনুৰোধ, যিসকলৰ নাটক ইয়াত অন্তৰ্ভুক্ত হোৱা নাই সেই সকলৰ সৃজনী প্ৰতিভাৰ স্বীকৃতি দিয়া নহ'ল বুলি যাতে ভুল ধাৰণা পোষণ নকৰে। তাৰ উপৰি একোজন নাট্যকাৰৰ স্বীকৃতি প্ৰতিষ্ঠাতকৈ সময়ৰ ক্ৰম আৰু প্ৰতিনিধিত্ব অনুসৰি সংকলনৰ সূচীত নাটকসমূহৰ স্থান নিৰ্ণয় কৰা হৈছে। এই পাতনিত বৰ্ণিত অনাটাঁৰ নাট্যবুৰঞ্জীৰ ধাৰাপ্ৰবাহৰ নিদৰ্শনৰূপেই যে সংকলনৰ নাটকখিনি নিৰ্বাচিত হৈছে, সেই কথা সংকলনৰ নাটকখিনি এফালৰপৰা পঢ়ি গ'লেই সম্যকভাৱে উপলব্ধি কৰিব পাৰিব বুলি আমাৰ বিশ্বাস।

আৰু এটা কথা: বুৰঞ্জীমূলক দিশটোক গুৰুত্ব দিয়াৰ কাৰণেই সংকলনটিয়ে এটা অতি অন্যথা প্ৰয়োজনীয় গুণ লাভ কৰাত ব্যৰ্থ হৈছে। 'অসমীয়া অনাটাঁৰ নাট্য সাহিত্য' (সাহিত্য কথাটোত গুৰুত্ব দি কোৱা হৈছে) বুলি যদি এই সংকলনটো যুগুত কৰা হ'লহেঁতেন তেন্তে এই গ্ৰন্থৰ অৱয়ৱ হয়তো বহুতখিনি হ্ৰাস পালেহেঁতেন। আনহাতে মই নিজে ভাবোঁ, তেনে এটি সংকলন যুগুত কৰি উলিওৱা হ'লে গ্ৰন্থখনিৰ গুণগত সৌন্দৰ্য আৰু অধিক আকৰ্ষণীয় হ'লহেঁতেন! কিন্তু সকলো নাটকেই নাট্য সাহিত্য নহ'লেও, নাটক হিচাপেই ৰচনাসমূহ নিজস্ব গুণ আৰু বৈশিষ্ট্যৰ অধিকাৰী, সাহিত্য-গুণেৰে শ্ৰেষ্ঠতা লাভ কৰিব নোৱাৰিলেও নাট্যকলা হিচাপেই নাটকে নিজ অস্তিত্বৰ শ্ৰেষ্ঠতা দাবী কৰিব পাৰে। গতিকে নাট্য-সাহিত্য আৰু নাট্য-কলা—এই দুয়োটা দিশৰ সমন্বয়ৰ মাজেৰে যি অনাটাঁৰ নাট্যধাৰা আৰু পৰম্পৰা অসমীয়া ভাষাত থোৱা আছে দশকত সৃষ্টি হ'ল তাৰেই

দলিল এই সংকলন। অসমৰ বৰ্তমান বা ভৱিষ্যতৰ নাট্যামোদী আৰু সাহিত্যপ্ৰেমীসকল এই দলিলৰ দ্বাৰা কিবা উপকৃত হ'ব নে নহয় আমি বুকুত হাত থৈ একো ক'ব নোৱাৰিম ; কিন্তু এজন মানুহক নিশ্চয় আমি উপকাৰ কৰিম। সেইজন হ'ল, অহা পঁচিশ বা ত্ৰিশ বা পঞ্চাশ বছৰৰ পাছত অনাতাঁৰ নাট্য-বুৰঞ্জীৰ আৰু এটি সংকলনৰ দায়িত্ব যিজন সম্পাদকে ল'ব (ধৰি লৈছোঁ) তেখেতে অন্ততঃ, এই সংকলনৰ সহায়তে, প্ৰথম চাবিহাজাৰ নাটকত হাত নিদিয়াকৈয়ে পিছৰ কাম আৰম্ভ কৰিব পাৰিব, সেইজন ভাবী সংকলয়িতাৰ হাতত এই গ্ৰন্থ তুলি ধৰা হ'ল। অসমৰ সাহিত্যপ্ৰেমী আৰু নাট্যামোদী সমাজেও গ্ৰন্থখনি আদৰ কৰি হাতত ল'ব, একান্তভাৱে সেই আশা ৰাখিলোঁ।

অৰুণ শৰ্মা

# সূচীপত্ৰ

# নদ আৰু নদী

প্ৰবীণ ফুকন

প্ৰত্যেক পুৰুষ আৰু নাৰীৰ একোটা ব্যক্তি-সত্তা থাকে আৰু সেই সত্তাৰ নিজৰ কিছুমান দাবী থাকে। সমাজৰ নৈতিক বন্ধন আৰু অনুশাসনৰ অৱজ্ঞা কৰি সেই দাবীসমূহ উত্থাপিত কৰাৰ সাহস মানুহে সাধাৰণতে নাথাকে, কাৰণ তাকে কৰা মানেই সংঘাতক আহ্বান জনোৱা। আমাৰ আধুনিক সমাজত পুৰুষ-নাৰীৰ বিবাহিত জীৱনতো সেই ব্যক্তি-সত্তাৰ অস্তিত্ব স্বীকাৰ নকৰাকৈ নোৱাৰি। হয়তো সেই অস্তিত্বই কেতিয়াবা অন্তৰ্দ্বন্দ্ব আৰু সংঘাতৰো সৃষ্টি কৰে। কিন্তু পুত্ৰ-পুত্ৰী—স্বামী-স্ত্ৰীৰ যৌথ-সত্তাৰ তলত সদায় শেষত ব্যক্তি-সত্তাই পৰাজয় স্বীকাৰ কৰে।

চরিত্র ঃ

জ্যোতি

মোহিনী

প্রণব

অজিত

প্রথম প্রকাশ ঃ ১৯৩৪

[ ৰেলষ্টেচনৰ পৰিবেশ। এখন ৰেলগাড়ী ৰাওনা হ'বলৈ সাজু হৈছে। হাই-উৰুমিৰ মাজতে শুনা যায় এগৰাকী মহিলাৰ স্বৰ ]

জ্যোতি : এইটো—এইটো মোৰ কম্পাৰ্টমেণ্ট। সকলো বস্তু ইয়াতে তুলিছে। কিমান, কিমান দিব লাগিব? ধৰ—ল—এয়া পইচা।

[ কণ্ঠস্বৰ মাইক্ৰোফোনৰ ওচৰত ]

হেল্লো! আপুনি যে ইয়াতে আছে ক'বই নোৱাৰোঁ।

[ ৰেলৰ হুইচেলৰ শব্দ। ৰেল চলিবলৈ ধৰে ]

মোহিনী : [ হাঁহি হাঁহি ] এৰা—আশাকৰোঁ আপুনি মোৰ লগত যাবলৈ অকণো অসুবিধা নেপাব। মই শেষৰ ষ্টেচনত নামিম।

জ্যোতি : অ' ময়ো শেষৰ ষ্টেচনতেই নামিম। মোৰ নাম জ্যোতি। ভাবিছোঁ পৰিচয়েই যথেষ্ট হ'ব।

মোহিনী : মোৰ নাম মোহিনী। [ হাঁহি হাঁহি ] আপোনাৰো নিশ্চয় মোৰ এই পৰিচয়েই যথেষ্ট হ'ব। কি হ'ল! আপুনি মোলৈ এনেদৰে থোপাকৈ চাইছে কেলেই? নামটো ভাল লগা নাই নেকি?

জ্যোতি : এৰা! এই নামটোৰ লগত মোৰ অকণো ৰাহি-খোৱা নাছে। পিছে নামটো যেনে মোহিনী, আপোনাৰ চেহেৰা-পাতিও তেনে অনুপম। এই কথা নিশ্চয় বহুতৰ মুখত বহুবাৰ শুনিছে।

মোহিনী : অ, মিছা নহয়! কিন্তু আপোনাৰ নামো আপোনাৰ বাবে উপযুক্ত হৈছে। আপোনাৰ মুখৰ চেহেৰা আৰু ব্যক্তিত্বই একেবাৰতে জ্যোতি *আনি দিব।

জ্যোতি : [ হাঁহি ] ইজনে সিজনক বেছ তোষামোদ কৰা হৈছে। দেখিছো মিউচুৱেল এড্‌মিৰেচন। আপোনাৰ যাত্ৰা বৰ আনন্দৰ যেন বুলি মোৰ অনুমান হৈছে।

মোহিনী : নহয়—নহয়, আনন্দৰ বুলিবলৈ একো কাৰণ নাই। [ কঁপা মাতেৰে ] সঁচা ক'বলৈ গ'লে, বৰ্তমান মই বৰ চিন্তিত, আৰু ভবিষ্যতেও অনিশ্চয়তাৰ মাজত জীৱন এৰি দিব লগাত পৰিছোঁ।

জ্যোতি : কি হৈছে? কি হৈছে কওকচোন! অৱশ্যে আপোনাৰ ব্যক্তিগত জীৱনৰ বিষয়ে প্ৰশ্ন সোধাতো মোৰ উচিত হোৱা নাই।

মোহিনী : কেলেই নাজানো, অপৰিচিত ব্যক্তিৰ লগত এনেদৰে ভ্ৰমণ কৰোঁতে কেতিয়াবা ভীষণ বন্ধুত্ব হৈ যায়।

জ্যোতি : ঠিকেই কৈছে। একঘেয়াঁ জীৱনৰ পৰিৱৰ্তনেই এনে সুযোগ আনি দিয়ে। বাৰু কওকচোন, কিহৰ চিন্তাই আপোনাক ইমান অতিষ্ঠ কৰি তুলিছে!

মোহিনী : [ হুমুনিয়াহ কাঢ়ি ] মোৰ স্বামী!

জ্যোতি : [ হাঁহি ] ননচেন্‌চ! স্বামীক কোনে ভয় কৰে! আপুনি কোন যুগত আৰু কোন শতাব্দীত বসতি কৰিছে! আপোনাৰ বিয়া হোৱা কিমান দিন হ'ল? ল'ৰা-ছোৱালী কি?

মোহিনী : বিয়া হোৱাৰ চৈধ্য বছৰ হ'ল। ল'ৰা দুটি।

জ্যোতি : তেন্তে কি হৈছে? ডাঙাৰচ্ কোৱাৰেল!

মোহিনী : তেওঁ মোক ডাইভোৰ্চ কৰিবলৈ বিচাৰিছে। মই তেওঁৰ ওচৰলৈকে আহিছোঁ।

এবাৰ শেষ চেষ্টা কৰি চাওঁ—তেওঁক ঘূৰাই আনিব পাৰো নে নোৱাৰো। মানুহজন গোঁৱাৰ। নিজৰ মতক আঁকোৰ-গোজালি দি ধৰি থাকে।

জ্যোতি: জীৱনটো সঁচাকৈয়ে ইণ্টাৰেষ্টিং। আপুনি তেও আপোনাৰ হেৰোৱা স্বামীক ঘূৰাই আনিবলৈ ওলাইছে। আৰু মোৰ কথা জানে? মই মোৰ পাৰফেক্টলি গুড হাচবেণ্ডক এৰি, আন এজনৰ ওচৰত অভিসাৰ কৰিবলৈ ওলাইছোঁ।

মোহিনী: [আচৰিত হৈ] কিন্তু জ্যোতি, তোমাক দেখিলেতো তেনে ধাৰণা নহয়। যাৰ ওচৰলৈ যাবলৈ ওলাইছা তেওঁ বিবাহিত নে অবিবাহিত!

জ্যোতি: বিবাহিত। [খঙেৰে] কিন্তু তুমি, তুমি কি ক'ব বিচাৰিছা যে মোক দেখিলে তেনে ধাৰণা নহয়। স্বামীৰ বাহিৰে আন কাৰোবাক ভাল পালেই তিৰোতা চৰিত্ৰহীনা হয় নেকি! তুমি দেখিছোঁ সেই ভিক্টোৰিয়ান যুগতেই আছা।

মোহিনী: সঁচা কথা, আমি ভাবো সেই তিৰোতাৰ কোনো ভাল গুণেই থাকিব নোৱাৰে। হয়তো সেই তিৰোতা বিবাহিতা স্ত্ৰীতকৈ বহু গুণে শ্ৰেয়। পুৰুষ হয়তো তেনে তিৰোতাৰ লগতহে বেছি সুখী হ'ব পাৰে। [দুখেৰে] হে ভগৱান!

জ্যোতি: কি হ'ল! ভগৱানক মাতিলা যে—!

মোহিনী: এতিয়া মই চিন্তা কৰি চাইছোঁ, মোৰ ক্ষেত্ৰতো ঠিক এই ঘটনাই ঘটিব পাৰে। তাই হয়তো মোতকৈ শ্ৰেয়—বহুগুণে শ্ৰেয়। তেওঁ সদায় এই একে কথাই কৈছিল। আৰু যিসকল তাইৰ ঘনিষ্ঠভাৱে আহিছে তেওঁ-লোকেও মোক ঠিক এই কথাকে কৈছে।

জ্যোতি: তুমি ক'ব খোজা মোহিনী—এই ঘটনা ইমান দিনৰপৰা জানিও তুমি তাৰ কোনো প্ৰতিবাদ কৰা নাছিলা?

মোহিনী: প্ৰতিবাদ কৰিলেও জানো কিবা লাভ হ'লহেঁতেন! তুমি নিশ্চয় জানা—স্বামীয়ে তিৰোতাৰ ওপৰত প্ৰভুত্ব কৰাৰ যুগ যেনেকৈ উকলিল, ঠিক সেইদৰে তিৰোতায়ো কন্দা-কটা কৰাৰ যুগ এতিয়া নাই।

জ্যোতি: মোৰ স্বামীয়েও ঠিক একে কথাকে কৈছে।

মোহিনী: তোমাৰ স্বামী বাৰু কেনে ধৰণৰ?

জ্যোতি: শান্ত প্ৰকৃতিৰ, দয়ালু, উদাৰ আৰু বিশ্বাসী। যিজনৰ ওচৰলৈ যাব ওলাইছোঁ—তেওঁ হৈছে ধীৰ, গম্ভীৰ আৰু কম কথাৰ মানুহ।

মোহিনী: মোৰ স্বামীও ঠিক তেনে ধৰণৰ। কিন্তু মই বিচাৰোঁ হাঁহি স্ফুৰ্তি আৰু হেপী-গো-লাকি ম্যান।

জ্যোতি: তেন্তে তুমি তেওঁক কেলেই বিয়া কৰাইছিলা?

মোহিনী: শুনিলে হয়তো আচৰিত হ'বা—মই তেতিয়া সঁচাকৈয়ে তেওঁৰ প্ৰেমত পৰিছিলোঁ। তেওঁ মোক খুব ভাল পাইছিল। কিন্তু সময়ৰ লগে লগে সকলো চেঁচা পৰি গ'ল। আমাৰ দুয়োৰো প্ৰকৃতিৰ অমিলেই বোধকৰোঁ ইয়াৰ প্ৰধান কাৰণ।

জ্যোতি: অৰ্থাৎ তোমাৰ স্বামী তোমাৰ বাবে বৰ বেছি ছিৰিয়াছ আৰু তুমি বিচাৰা বং-ধেমালি!

মোহিনী: নিশ্চয়, নিশ্চয়। জীৱন ক্ষণস্থায়ী। আজি আছোঁ, কাইলৈ নাই। এইখিনি সময়ৰ ভিতৰতে যিমান পাৰি স্ফুৰ্তি কৰি ল'ব লাগে।

জ্যোতি : ক'ব নোৱাৰোঁ। মই কিন্তু প্ৰকৃততে স্বামীৰ দৰেই। সাধাৰণতে মানুহবোৰৰপৰা আঁতৰি থাকিবলৈ বিচাৰোঁ আৰু দুই-এজনৰ লগতহে বন্ধুত্ব কৰিবলৈ বিচাৰোঁ। ৰং-ধেমালি কৰি কটোৱাটো কোনো দিনেই মোৰ জীৱনৰ লক্ষ্য নাছিল। পৰাপক্ষত মানুহৰ উপকাৰকেই কৰিছোঁ।

মোহিনী : তেন্তে তোমাৰ স্বামীক এৰিব খোজাৰ কাৰণ কি ?

জ্যোতি : লাভ—প্ৰেম। মই যেনেকৈ অন্তৰ খুলি প্ৰেম কৰিবলৈ বিচাৰোঁ, ঠিক সেইদৰে ময়ো বিচাৰোঁ আনৰপৰা অফুৰন্ত প্ৰেমৰ নিজৰা।

মোহিনী : কিন্তু তোমাৰ স্বামীয়ে তোমাক নিশ্চয় ভাল পাইছিল ?

জ্যোতি : পাইছিল। কিন্তু মই যেনেদৰে বিচাৰিছিলোঁ তেনেদৰে নহয়। মই বিচাৰিছিলোঁ প্ৰকাশ, এক্সপেলিড্ ওৱাৰম্থ।

মোহিনী : তোমাৰ বাল্যজীৱন আৰু গাভৰু অৱস্থা নিশ্চয় সুখৰ নাছিল। কোৱা—মই ঠিক ধৰিছোনে নাই !

জ্যোতি : ওঁ, তুমি দেখিছোঁ মনস্তাত্বিক। মই এনে এখন ঘৰত ডাঙৰ-দীঘল হৈছিলোঁ—য'ত চেনেহ আৰু শান্তিৰ অভাৱ আছিল। বিয়াৰ আগতে বহু ঘাত-প্ৰতিঘাতৰ মাজেদি মই জীৱন কটাব লগীয়াত পৰিছিলোঁ। আশা কৰিছিলোঁ, বিয়া কৰাই যিহঁতৰপৰা ইমান বঞ্চিত আছিলোঁ সেই বস্তু হেপাহ পলুৱাই পাম। কিন্তু বিয়াৰ পিছত ধন, সম্পত্তি, মৰম, শ্ৰদ্ধা, সকলো পালোঁ সঁচা, কিন্তু মোৰ অন্তৰৰ সেই অফুৰন্ত প্ৰেম অন্তৰতেই লীন গ'ল।

মোহিনী : জ্যোতি—এই কথা তুমি তোমাৰ স্বামীৰ ওচৰত প্ৰকাশ কৰা নাই কেলেই ? তোমাৰ বাল্য জীৱন আৰু তোমাৰ গাভৰু কালৰ কথা তেওঁক জনোৱা নাই কেলেই ? তেওঁ নিশ্চয় তোমাক সহায় কৰিব পাৰিলেহেঁতেন।

জ্যোতি : মই চেষ্টাৰ ত্ৰুটি কৰা নাছিলোঁ মোহিনী। বছৰ বছৰ ধৰি তেওঁক এই কথা বুজাবলৈ আপ্ৰাণ চেষ্টা কৰিছিলোঁ। কিন্তু আচৰিত কথা তেওঁ মোৰ মনৰ এই কথা বুজিবলৈ কোনো দিনেই সমৰ্থ নহ'ল। আজিও মনত পৰে—

[ৰেলগাড়ীৰ শব্দ ক্ৰমে লীন হৈ যায়। ফ্লেচ্ ব্যেক সঙ্গীত]

জ্যোতি : তুমি এবাৰ বুজিবলৈ কেলেই চেষ্টা নকৰা। প্ৰণৱ—প্ৰণৱ, তুমি মোৰ কথা শুনিব নোখোজা ? মোৰে শপত।

প্ৰণৱ : জ্যোতি—জ্যোতি—তুমি পুনৰ সেই একে কথাকে দোহাৰিছা। যোৱা, অলপ ফুৰি-চাকি আহাগৈ। মনটো পাতলিব। লাগিলে কিতাপ-খিনি অকলে অকলে হেপাহ পলুৱাই পঢ়া।

জ্যোতি : [বিদ্ৰূপৰ সুৰত] বৰ ভাল কথা। কিন্তু তুমিয়েই কোৱা, আৰু কিমানদিন এইদৰে নিজকে পাহৰি থাকিম। কোৱা, গোটেই জীৱনকাল ? তুমিও অনুভৱ কৰিব পৰা নাই, কোনোবা দিনা হয়তো বিস্ফোৰণ হ'ব পাৰে।

প্ৰণৱ : [অন্তৰ খুলি হাঁহি] বিস্ফোৰণ! কিহৰ বিস্ফোৰণ! মোক এৰি গুচি যাবা! যোৱা—যোৱা—হাঃ হাঃ হাঃ। তাক থাকৰ সময় হ'লে সকলো ঠিক হৈ যাব।

জ্যোতি : তাৰ মানে তুমি মোক ভাল নোপোৱা। মোৰ বিষয়ে তুমি কি জানা! কেতিয়াবা জানিবলৈ চেষ্টা কৰিছা জানো ?

প্ৰণৱ : জানিবলৈ কি আৱশ্যক। এই কথা মই ভালদৰে জানো যে লাখৰ ভিতৰত এজনেহে তোমাৰ দৰে তিৰোতা পাব পাৰে। আৰু সেইজন মই।

জ্যোতি : শুনা প্ৰণৱ, মই এতিয়াও কৈছোঁ— নিজেকে ভুৱা দিবলৈ চেষ্টা নকৰিবা। মোৰ বাহিৰৰ নাৰীমূৰ্তি দেখি অন্তৰৰ দপ্ দপ্ কৰি জ্বলি থকা সেই দাবানলৰ কথা পাহৰি নেযাবা—

প্ৰণৱ : সঁচাকৈয়ে জ্যোতি, তোমাৰ নিচিনা অভিনেত্ৰী খুব কমেই ওলাব। তুমি পৃথিৱীৰ ৰঙ্গমঞ্চৰ শ্ৰেষ্ঠা ট্ৰেজেডি কুইন হ'ব পাৰিবা।

জ্যোতি : [কেঁকুৰি] চাট্ আপ্। চাট্ আপ্।

প্ৰণৱ : [দৃঢ়ভাৱে] এই দৃশ্য আমাৰ জীৱনত হেজাৰ হেজাৰ বাৰ ঘটিছে জ্যোতি। তুমি ক'ব খোজা যে প্ৰেম যাচিবলৈ আৰু প্ৰেম গ্ৰহণ কৰিবলৈ তোমাৰ যথেষ্ট সামৰ্থ্য আছে। মই কওঁ—প্ৰেম তোমাৰ জীৱনত বলিয়ালিত পৰিণত হৈছে, আৰু এই বলিয়ালিৰ কাৰণেই ৰাজৰাণী মীৰা চিতোৰৰ ৰাজমহল পৰিত্যাগ কৰি বৃন্দাবনৰ অলি-গলিয়ে ধূলি খাই ফুৰিছিল।

জ্যোতি : শুনা, যদি মোৰো জীৱনত কোনোবা দিনা সেই কলীয়া কৃষ্ণ আহি পৰে তেন্তে কি হ'ব?

প্ৰণৱ : শুনা জ্যোতি। মই তোমাক ভাল পাওঁ। যেনেকৈ মই পাব পাৰোঁ। কিন্তু তুমি যিভাৱে পাবলৈ বিচাৰা—তাৰ বাবে মোৰ সামৰ্থ্য নাই। যদি কোনো দিনা কেতিয়াবা তুমি বিচৰাৰ দৰে প্ৰেমক তোমাৰ জীৱনলৈ আহে তেন্তে তোমাৰ [illegible] বিৰিবি হৈ মই থিয় দিম। [illegible] তোমাক মই সহায়হে কৰিম। মোক বিশ্বাস কৰা। মোক বিশ্বাস কৰা।

জ্যোতি : অচ্কাৰ ৱাইল্ডে ঠিকেই লিখিছে— এণ্ড ইচ্ ম্যান কিলচ্ দি থিং হি লাভচ্—

প্ৰণৱ : হ'ব পাৰে। আমি দুয়ো দুয়োকে বুজি পাওঁ—মৰম আৰু শ্ৰদ্ধা কথাটোৱেই হৈছে বিবাহিত জীৱনৰ সাৰ্থকতা।

জ্যোতি : মই এই কথা কেতিয়াও নামানোঁ। কেতিয়াও মানি নলওঁ।

প্ৰণৱ : এদিন মানি ল'ব লাগিব জ্যোতি। হাবাথুৰি খাই বিচাৰি ফুৰিলেই জীৱনত প্ৰেম আৰু সুখ নাহে। কিন্তু আহিব, যদি নিজেকে আনৰ ওচৰত বিলাই দিব পাৰা।

জ্যোতি : মই তোমাৰ কোনো কথাই নুশুনো— কেতিয়াও নুশুনো।

[প্ৰেচবেক অন্তৰ সঙ্গীত। চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম-বৃদ্ধি]

জ্যোতি : এনেদৰেই দিনবোৰ কটাবলগীয়া হৈছে।

মোহিনী : কিন্তু জ্যোতি, তোমাৰ ল'ৰা-ছোৱালীৰ পৰা কিছু অংশ তুমি পাইছা।

জ্যোতি : মোৰ ল'ৰা-ছোৱালী একো নাই। যি এটা হৈছিল সিও অলপতে মোক এৰি থৈ গ'ল।

মোহিনী : সঁচাকৈয়ে বৰ দুখৰ কথা জ্যোতি। কিন্তু ঈশ্বৰৰ কৃপাত মোৰ ল'ৰা দুটি আছে আৰু সিহঁতৰ বাবেই মই আজি সেও মানিবলৈ বাধ্য হৈছোঁ।

জ্যোতি : সঁচা কৈছা মোহিনী, ল'ৰা-ছোৱালী বিবাহিত জীৱনৰ এটি অমূল্য সম্পদ। যেতিয়া বিবাহিত জীৱনৰ প্ৰেমৰ আৰু মোমাক টেকা পৰি যায় তেতিয়া [illegible] এটি [illegible]?

মোহিনী : বিয়াৰ কেইবছৰমানৰ পিছৰপৰাই মোৰ স্বামীৰ লগত সম্বন্ধ একমাত্ৰ সিহঁতৰ মাক হিচাপেই। জীৱনত উপভোগ কৰিবলৈ এতিয়াও মোৰ বহুত বাকী আছে। যথেষ্ট বন্ধু আৰু আগৰ সা-সম্পত্তিৰ মই নিজেই মালিক। মোৰ মনত পৰে—

[ ৰেলগাড়ীৰ শব্দৰ ক্ৰম বিলীন। ক্ৰেচেণ্ডেক সঙ্গীত ]

অজিত : শুনা মোহিনী—তোমাৰ ওচৰত সেও মনাতকৈ আগ্নেয়গিৰিৰ ওপৰত পৰি নিজকে পুৰি ছাই কৰি পেলোৱাটোকেই মই কামনা কৰোঁ। পথিলাৰ দৰে তোমাৰ এই উৰণীয়া স্বভাৱে মোক তেনেই উতলা কৰি তুলিছে। হেজাৰ বাৰ তোমাক বুজালোঁ, কিন্তু কোনো কামত নাহিল। এতিয়া তোমাৰ যি মন যায় তাকে কৰা। কিন্তু তোমাৰ বহুতীয়া হৈ তোমাৰ চাৰিওফালে নাচিম - সেই আশা তুমি পৰিত্যাগ কৰা।

মোহিনী : কেলেই! তুমি মোৰ স্বামী নোহোৱা!

অজিত : বিবাহিত জীৱন আৰু স্বামীৰ বিষয়ে দেখিছোঁ, তোমাৰ এক অদ্ভুত ধাৰণা।

মোহিনী : বিয়াৰ অৰ্থই হৈছে ৰং-ধেমালি। দুটা প্ৰাণী একেলগ হৈ নাচি-বাগি জীৱন কটাব লাগে।

অজিত : ক্ষমা কৰিবা। মোৰ ধাৰণা সম্পূৰ্ণ বিপৰীত। মোৰ বাবে বিবাহিত জীৱন কেৱল খাই লৈ স্ফূৰ্তি কৰাই নহয়। বিবাহিত জীৱনৰ লক্ষ্য হৈছে শান্তিপূৰ্ণ জীৱন-যাপন আৰু দুটি প্ৰাণীৰ মাজত অপত্য স্নেহ জেনেকুৱা বান্ধোন। ভুল নকৰিবা মোহিনী, বিবাহিত জীৱন নাচ-গানেৰে ভৰপূৰ কাৰ্নিভেল নহয়।

মোহিনী : তোমাৰ বিচাৰধাৰাবোৰ হৈছে কৌটি-কলীয়া। আমি হৈছোঁ কুৰি শতিকাৰ আধুনিক যুগৰ মানুহ। গতিকে তুমি আধুনিক যুগৰ আৰু সমাজৰ মান-মৰ্যাদা মানি চলিব লাগিব। তাৰোপৰি তোমাৰ—

অজিত : নিশ্চয় নহয়। মোৰ কেৰিয়াৰৰ বাবে মোৰ তিৰোতাই পখিলাৰ নিচিনা হৈ দিনে-নিশাই উৰি-ফুৰি, ঘৰে ঘৰে কফি খাই, তাচ খেলি ফুৰাৰ কোনো আৱশ্যক নকৰে। [ বিদ্ৰূপৰ হাঁহি ] মোৰ কেৰিয়াৰ! তুমি মাত্ৰ চিনি পোৱা মানি, টকা!

মোহিনী : টকা কাক নালাগে? তোমাক নালাগে?

অজিত : নিশ্চয় লাগে। আৱশ্যকতাৰ বাবে। কিন্তু তোমাৰ বাবে টকা-পইচাই হৈছে জীৱনৰ মূল উদ্দেশ্য।

মোহিনী : মোৰ টকা-পইচা আছে, সেয়েহে আজি স্বাৱলম্বী, আৰু তাৰ বাবে মই আজি গৰ্ব কৰোঁ। মই তাৰ বাবে সঁচাকৈয়ে গৰ্বিতা।

অজিত : গৰ্বিতা! কিহৰ বাবে? কিয়নো পত্নী স্বৰূপে তুমি আজি নিজৰ অকৰ্মণ্যতা প্ৰমাণ কৰিছা। তাৰ বাবে তোমাৰ বাহ্যিক এই ৰূপ ৰং আৰু সেই ধন-সম্পত্তিয়ে জানো মানুহৰ চকুত ধূলি মাৰিব পাৰিব?

মোহিনী : চাট্ আপ্! মই মোৰ ল'ৰাহঁতৰ বাবে এনানি সুন্দৰ ঘৰ দিছোঁ—সিহঁতক কোনো অভাৱেই অনুভৱ কৰিবলৈ দিয়া নাই।

অজিত : [ বিদ্ৰূপৰ সুৰত ] ক'ব লাগিছে নে, ঘৰ তোমাৰ কামটো কৰিলা!

মোহিনী : তৰ্ক কৰিবৰ এতিয়া সময় নাই। সোনকালে কানি-কাপোৰ পিন্ধা। [illegible] [illegible] আহে।

অজিত : অ', তেতিয়াহে তোমালোকৰ আধুনিক ধৰণেৰে চিনাক্তি কৰি দিব পাৰিবা। হাঃ হাঃ হাঃ।

মোহিনী : [ চিঞৰি ] তোমাৰ এই অভদ্ৰ আচৰণে মোক বলিয়া কৰি তুলিছে। তুমি যদি সঁচাকৈয়ে মোক ইমান ঘিণ কৰা তেন্তে লেট আচ্ ডাইভোৰ্চ। দুয়ো দুয়োৰেপৰা আঁতৰি যাওঁ।

[ টেলিফোনৰ ৰিং হয়। মোহিনীয়ে তুলি লয় ]

ইয়েচ্ হেল্লো—অ' মায়া। শুনা, হাচবেণ্ডৰ গা সিমান ভাল নহয়। অলপ জ্বৰ জ্বৰ ভাব হৈছে। আজি আমি ডিনাৰলৈ যাব নোৱাৰিম। ক্ষমা কৰিবা।—নহয় মায়া—তেওঁক এৰি বাক মই কেনেকৈ যাওঁ। [ হাঁহি ] জানাই নহয়—আমি দুয়ো দুয়োৰে প্ৰতি কিমান আসক্ত। অৰ্থাৎ লাভ বাৰ্ডচ্। বাই বাই মায়া—

অজিত : লাভ বাৰ্ডচ্। তাতকৈ কুকুৰ-মেকুৰী বুলি ক'লেই বোধকৰোঁ বেছি খাপ খাই পৰিলহেঁতেন।

মোহিনী : আই ওৱাণ্ট এ ডাইভোৰ্চ। মই তোমাক পৰিত্যাগ কৰিম। তুমি মোৰ বাবে কোনো চিন্তা কৰিব নালাগে। নিজৰ ভৰিৰ ওপৰত থিয় হোৱাৰ শক্তি মোৰ আছে।

অজিত : তোমাৰ বাবে এধানিও চিন্তিত নহওঁ। মই ভাবিছোঁ কেৱল মোৰ ল'ৰা ছুটিৰ কথা। মই ইচ্ছা কৰোঁ, সিহঁতে যেন কোনো দিনেই এই কথা অনুভৱ নকৰে যে সিহঁত এখন ভঙা ঘৰৰপৰা আহিছে।

মোহিনী : তেন্তে কি কৰিব? এনেদৰে চলিব লাগিলে মই তেনেই অচল হৈ পৰিম।

অজিত : তাৰপৰা তোমাক মই ৰক্ষা কৰিম। মই আন ঠাইলৈ নিজে ট্ৰেন্চফাৰ বিচাৰিম আৰু তুমি মোৰ লগত অহাৰ কোনো আৱশ্যক নহ'ব। তেতিয়া তুমি পুনৰ সবল হৈ দহৰ আগত মুখ উলিয়াই ফুৰিব পাৰিবা।

মোহিনী : কিন্তু তুমি অকলে থাকিবা কেনেকৈ!

অজিত : কেলেই নোৱাৰিম। তোমাক পৰিত্যাগ কৰাৰ কাৰণে মোৰ ভাল বিহাৰ্চেল হ'ব। মইতো তোমাৰ নিচিনা নহওঁ যে বিবাহিত জীৱনৰ নিষ্ফলতা ঢাকিবৰ বাবে আড়ম্বৰেৰে পৰিপূৰ্ণ মিছা বাহ্যিকতাৰ আশ্ৰয় ল'ম।

[ মোহিনীয়ে হুক হুক কৰি কান্দি পেলায় ]

মোহিনী : আমাৰ দুয়োৰে মাজত থকা সেই অকৃত্ৰিম স্নেহ, ভালপোৱা কিয় এনেদৰে শুকাই লেবেলি গ'ল।

অজিত : বোধকৰোঁ সময়ৰ সোঁতেই সকলোৰে মূল হ'ল। চকুৰ পানী আৰু কোনো কামত নাহিব মোহিনী। মই যাবই লাগিব—আৰু অকলেই যাম।

মোহিনী : কাৰো কৰিছোঁ। মোক এবাৰ চেষ্টা কৰি চাবলৈ সুযোগ দিয়া। মোকো তোমাৰ লগতে লৈ ব'লা।

অজিত : ওহোঁ। কোনো ফল নহ'ব। মোৰা-মোৰা মোহিনী, তুমি নিজকে বহু ওপৰত ঠাই দিয়া। নিজৰ কথাত আঁকোৰ-গোজালিমি ধৰি থাকা। মোৰো সেই একেই অভ্যাস। পত্নিক ৰক্ষা কৰিব লগা হ'বই। কিন্তু স্বামী-স্ত্ৰীৰ মাজত এনেদৰে আনুষ্ঠানিক মোহাৰি দিব লাগিব।

[ টেলিফোন বাজে ]

মোহিনী : হেল্লো, অ' মোহন। তুমি কেতিয়া আহিলা? নাই নাই, হাচবেওে এতিয়া বহুখিনি ভাল পাইছে। মই আধা ঘণ্টাৰ ভিতৰতে তোমালোকৰ সেইখিনি ওলামগৈ। বাই।

অজিত : তুমি যাবা? বেছ কথা। এতিয়া পুনৰ সেই মোহিনী হৈ পৰিলা।

মোহিনী : [চিঞৰি] নগৈ কি কৰিম! তোমাৰ ডিঙিত সাৱটি ধৰি কান্দিম, নে নিজৰ মূৰ নিজে আফলিয়াম?

[মটৰ বোৱা শব্দৰ ক্ৰম বিলীন। আৰু ক্ৰেচেৰেক সঙ্গীত। চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম বৃদ্ধি]

মোহিনী : তাৰ পিছত তেওঁ মোক এৰি থৈ গ'ল। আৰু মই অকলে নিজকে ৰং-ধেমালিৰ মাজত পাহৰি থাকিবলৈ চেষ্টা কৰিলোঁ। লাহে লাহে আমাৰ সম্বন্ধ এনে এটা অৱস্থাত পৰিণত হ'ল যে মই তেওঁৰ অস্তিত্বকে যেনেই পাহৰি পেলালোঁ।

জ্যোতি : সুকীয়া মনৰ ভাবধাৰাই স্বামী-স্ত্ৰীৰ মাজত পাৰ্থক্য আনি দিয়ে।

মোহিনী : বাৰু জ্যোতি। তুমি যাৰ ওচৰলৈ যাবলৈ ওলাইছা, তেওঁৰ লগত তোমাৰ মনৰ মিল হ'বনে?

জ্যোতি : তেওঁ এনে এটা মুহূৰ্তত মোৰ জীৱনলৈ আহিছে যে মই তেওঁক উপেক্ষা কৰিবলৈ অপাৰগ হলোঁ। মোৰ মতেই তেওঁ একালে যেনেকৈ প্ৰেম দাবী কৰে, আনফালে তেনেকৈ আন্তৰিকতাৰে প্ৰেম ঢালি দিব পাৰে। আৰু মোৰ ধাৰণা—এইবিলাকেই তেওঁৰ বৈশিষ্ট্যেই তেওঁৰ প্ৰতি মোৰ আকৰ্ষণ হৈছে।

মোহিনী : অদ্ভুত। এবাৰ বিবাহিত জীৱন অসুখী হ'লেও তেওঁ হয়তো আন এজনী তিৰোতাৰ লগত সোণৰ সংসাৰ গঢ়ি তুলিব পাৰে।

জ্যোতি : এদিনাখন এনে এটি ঘটনা ঘটিছিল।

[চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম বিলীন। ক্ৰেচেৰেক সঙ্গীত]

জ্যোতি : তুমি আৰু কি ক'বলৈ বিচৰা! তুমিয়েইতো অনৰ্থক বলকি আছা। মই ভাবি আচৰিত হওঁ—কেনেকৈ তুমি মোৰ লগত ইমান কথা পাতিব পাৰা! অথচ আনৰ আগত হ'লে তেনেই মৌন হৈ পৰা।

অজিত : ইয়াত আচৰিত হ'বলগীয়া কিটো আছে? মই তোমাক সকলো কথাই ক'ব পাৰোঁ। এইটোও জানো যে তুমি মোৰ সকলো কথাই অনুভৱ কৰিব পাৰিবা।

জ্যোতি : কিন্তু কিয় তোমাৰ সকলো কথা মই অনুভৱ কৰিব পাৰোঁ, সেইটো এবাৰ চিন্তা কৰি চাইছা?

অজিত : তুমি জানো মোৰ কথা চিন্তা কৰি চাইছা? শুনা জ্যোতি, মই অলপতে ইয়াৰপৰা যাম। আৰু যোৱাৰ আগতে তোমাৰ মোৰ মাজত এটা বুজাপৰা কৰি থৈ যাবলৈ ইচ্ছা কৰিছোঁ।

জ্যোতি : [কঁপা মাতেৰে] নাই নাই, একো নক'বা। একো নক'বা।

অজিত : [দৃঢ়তাৰে] কেলেই নক'ম। খোলাখুলিভাৱে সকলো কথা হোৱাৰ সময় হৈছে। তুমি ভালদৰে জানা যে মই তোমাক ভাল পাওঁ। আৰু এইটোও সঁচা যে তুমিও মোক ভাল পোৱা। দুয়ো দুয়োৰে কাষলৈ যেতিয়া ওচৰ চাপি গৈছোঁ, যেতিয়া......

জ্যোতি : কিন্তু আমি দুয়ো যে বিবাহিত!

অজিত : শুনা জ্যোতি। মোক ক্ষমা কৰিবা। তোমাৰ স্বামীক মই যথেষ্ট শ্ৰদ্ধা আৰু ভক্তি কৰোঁ। কিন্তু তুমি বেজাৰ পালেও মই এই কথা ক'ম, তুমি তেওঁৰ লগত অকণো সুখী নহয়। দুখে বেজাৰে তোমাৰ অন্তৰ তিল তিলকৈ দহি মৰিছে। মোৰ বিবাহিত জীৱনো তেনেই অসুখী। সেয়েহে মই ওৱাইফৰ ওচৰত ডাইভোচ বিচাৰিছোঁ।

জ্যোতি : কিন্তু মইতো মোৰ স্বামীক এৰিব নোখোজোঁ। মোৰ অবিহনে তেওঁ এখন্তেকো জীয়াই থাকিব নোৱাৰে।

অজিত : জ্যোতি, সত্যৰ সন্মুখীন হ'বলৈ চেষ্টা কৰা। তোমাৰ স্বামীৰ নিজৰ ওপৰত যথেষ্ট বিশ্বাস আছে। তেওঁ এজন জনা-বুজা শিক্ষিত লোক। আৰু মই এইটো ভাঠি ক'ব পাৰোঁ, আমাৰ বাটত তেওঁ বিধিনিষেধে কেতিয়াও থিয় নিদিযে।

জ্যোতি : [চপেৰে] মই কেতিয়াও কল্পনা কৰা নাছিলোঁ যে মোৰ জীৱনত এনে এটা ঘোৰ সমস্যা আহি দেখা দিব। মোৰ আগতে ধাৰণা আছিল, দায়িত্বহীন অবুজ লোকৰহে জীৱনত এনে ধৰণৰ সমস্যা আহি পৰে।

অজিত : মাজে মাজে এনে এটি অজ্ঞাত পৰিস্থিতিৰ সন্মুখীন হ'ব লগীয়াত পৰোঁ যে নিজৰ বিবেকৰ বিৰুদ্ধেও থিয় দিবলৈ বাধ্য হওঁ। এয়ে হ'ল আমাৰ জীৱন!

জ্যোতি : তেন্তে তুমি ক'ব খোজা, বিবাহিত জীৱনৰ পৱিত্ৰতা বুলি একোৱেই নাই?

অজিত : নিশ্চয় আছে—যেতিয়ালৈকে শৰীৰ আত্মা আৰু মনৰ মিল আছে।

জ্যোতি : কিন্তু তাৰ বাবে কোনো নীচ উপায় অৱলম্বন কৰাটো আমাৰ দুয়োৰে স্বভাৱবিৰুদ্ধ। আমাৰ সাহস আছে, আমি সত্যৰ সন্মুখীন হ'বলৈ ভয় নকৰোঁ। তাৰ বাবে সকলো ত্যাগ কৰিবলৈ সাজু আছোঁ। মাথোন এবাৰ কথা মোক জানিবলৈ দিয়া। ল'ৰা দুটিৰ অবিহনে তোমাৰ কি হ'ব?

অজিত : সেই বিষয়ে তুমি কোনো চিন্তা নকৰিবা। তাৰ সকলো উপায় মই কৰিম। সিহঁতৰ মাক আৰু মই দুয়ো মিলি সিহঁতৰ ভৱিষ্যত শিক্ষা-দীক্ষাৰ সকলো বন্দৱস্ত কৰিম।

জ্যোতি : এতিয়াও মই ভাবোঁ, এনে অৱস্থাৰ সন্মুখীন নোহোৱাই ভাল আছিল।

অজিত : মোৰ লগত তোমাৰ সকলো সম্পৰ্ক ত্যাগ কৰাৰ বাহিৰে আৰু একো উপায় নাই।

জ্যোতি : নহয়—নহয়। সেইটো হ'ব নোৱাৰে। তোমাক পাই মই জীয়াই থকাৰ আৱশ্যকতা অনুভৱ কৰিছোঁ। তোমাৰ অবিহনে আত্মাবিহীন দেহাই মাথোন জীয়াই থাকিব।

অজিত : জানো জানো জ্যোতি, মোৰ জীৱনৰ প্ৰতিও এনে এক অৱসাদ আহি পৰিছিল যে মই জীয়াই থকাৰ সাৰ্থকতা বিচাৰি পোৱা নাছিলোঁ। কিন্তু তুমি জ্যোতি, মোৰ এন্ধাৰ জীৱনত এক নতুন জ্যোতি আনি দিলা। মই এতিয়া জীয়াই থাকিবলৈ কামনা কৰোঁ মানুহৰ দৰে।

জ্যোতি : কিন্তু আমাৰ এই সুখৰ বাবে কিমান লোকৰ মনত আঘাত দিবলৈ ওলাইছোঁ সেই কথা জানো এবাৰ ভাবি চাইছা?

অজিত : মোহিনীৰ বিষয়ে মই ভাঠি ক'ব পাৰোঁ যে ইয়াৰ বাবে এধানি মানো দুখ তেওঁ নকৰে।

কিন্তু প্ৰণৱৰ বাবে সঁচাকৈয়ে মই বৰ দুঃখিত যে মই এনে উপায় লবলগীয়া হ'ল। জ্যোতি, মোক অনুমতি দিয়া—মই প্ৰণৱৰ লগত এই বিষয়ে খোলাখুলিভাৱে আলোচনা কৰিব খোজোঁ।

জ্যোতি : ওহোঁ—মই এই বিষয়ে তেওঁৰ লগত কথা হ'ম। নহ'লে তেওঁৰ প্ৰতি ঘোৰ অন্যায় কৰা হ'ব। ই যে মোৰ জীৱন-মৰণ সমস্যা!

[ ক্ৰেচবেক অন্ত। চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰমবৃদ্ধি ]

জ্যোতি : তাৰ পিছত মানসিক যন্ত্ৰণাত মোৰ গোটেই শৰীৰ-মন ভাঙি পৰিল। দিনে-নিশাই একেটি মাথোঁ চিন্তাই মোক জৰ্জৰিত কৰি তুলিলে। খাবলৈ পাহৰি পেলালোঁ। টোপনি যোৱাৰ কথা ভাবিবই নোৱৰা হ'লোঁ। স্বামীয়ে মোৰ অৱস্থাৰ কথা ভালদৰে অনুভৱ কৰি মৰম আৰু পুতৌৰে, সকলো সময়তে মোৰ গতিবিধি লক্ষ্য কৰিবলৈ ধৰিলে। কিন্তু মই অতিষ্ঠ হৈ এদিনাখন তেওঁক সকলো কথা ভাঙি-ছিঙি কৈ পেলালোঁ।

[ চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম বিলীন। ক্ৰেচবেক ]

প্ৰণৱ : আজি ক'লৈকো ওলাই নোযোৱা জ্যোতি?

জ্যোতি : ওহো, নাযাওঁ। প্ৰণৱ, তুমি নিশ্চয় পাহৰা নাই—যি কথা তুমি মোক সদায় কৈ আছিলা। যদি মই কোনোবা দিনা তোমাক এৰি যাব খোজোঁ তুমি মোক কোনো বাধা নিদিয়া!

প্ৰণৱ : অৰ্থাৎ তুমি তেওঁক বিয়া কৰাবা, নহয় জানো?

জ্যোতি : সিজন কোন তুমি জানা?

প্ৰণৱ : নিশ্চয়। সেই কথা মই কেতিয়াবাৰপৰাই জানো। তেওঁতকৈ ভাল আৰু আন এজন পোৱাটো বৰ উজু নহ'ব।

জ্যোতি : [ হতাশাৰ সুৰত ] তোমাৰ ক'বলগীয়া মাথোন এইখিনিয়েই?

প্ৰণৱ : আৰু আছে, শুনা। তুমি মোক আগতে কৈছিলা যে তোমাৰ আইতাৰে তোমাৰ নাম জ্যোতি কিয় ৰাখিলে। এই বাবেই ৰাখিছিল যে তুমি আনৰ জীৱনত আন্ধাৰ আঁতৰ কৰি তাত জ্যোতি আনিবা। কিন্তু শিখাৰ দৰে দহন কৰি প্ৰলয়ৰ সৃষ্টি কৰিবলৈতো তোমাৰ নাম জ্যোতি ৰখা নাছিল।

জ্যোতি : মোক ক্ষমা কৰিবা প্ৰণৱ। তেওঁক মই মোৰ জীৱনৰপৰা আঁতৰি যাবলৈ দিব নোৱাৰোঁ।

প্ৰণৱ : [ হাঁহি ] সেই কথা মই কোনো দিনেই কোৱা নাই আৰু আজিও নকওঁ। কিন্তু এনে এটা দিন আহিব যিদিনা তুমি নিজেই তেওঁক তোমাৰ জীৱনৰপৰা আঁতৰ কৰিবা। জানিব খোজা—কিয় মই এনেকৈ কৈছোঁ? কিয়নো তোমাৰ বিবেক আছে, সত্য আৰু ন্যায়ক লৈ তোমাৰ চৰিত্ৰ গঢ়ি উঠিছে। গাভৰুকালৰ সেই যৌৱনৰ উন্মত্ততাত যেতিয়া তুমি পিছলি নপৰিলা, আজি সেই ভুল কেনেকৈ কৰিবা?

জ্যোতি : তুমি বলিয়া হৈছা! তুমি কোৱাৰ দৰে যদি মোৰ চৰিত্ৰ ইমানেই নিৰ্মল হ'লহেঁতেন তেন্তে আন তিৰোতাৰ বুকুৰ মাজৰপৰা তেওঁৰ স্বামীক এনেদৰে কাঢ়ি আনিবলৈ কেতিয়াও নগলোঁহেঁতেন।

প্ৰণৱ : তুমি তেনে কাম কৰা নাই, আৰু কেতিয়াও নকৰাও। সেই বুলি তোমালোক দুয়োৰে দুয়োৰ প্ৰতি থকা সেই পবিত্ৰ প্ৰেম মই অস্বীকাৰ কৰিব খোজা নাই।

জ্যোতি : তেন্তে তুমি জানা—তেওঁ ট্রেন্‌চফাৰ হোৱাৰ লগে লগেই ময়ো তেওঁৰ লগত যাম ?

প্রণৱ : তোমাৰ লগত মোৰ বিয়া হোৱা আজি কিমান বছৰ হ'ল তুমি জানা। তোমাক ইমান দিনে বুজিবলৈ আৰু মোৰ বাকী নাই। তাৰ বাবে মই মোৰ জীৱন পৰ্যন্ত ত্যাগ কৰিব পাৰোঁ। যি মন যায় তাকেই কৰা। মই তোমাক কোনো হকা-বাধা নকৰোঁ। কিন্তু মনত ৰাখিবা—তোমাৰ বাবে মোৰ দুৱাৰ সদায় মুকলি থাকিব।

অজিত : [ সোমাই আহে ] প্রণৱ ! মই তোমাৰ শেষৰ ফাকি কথা বাহিৰৰপৰাই শুনিছোঁ। তাৰপৰা মই বুজিব পাৰিলোঁ যে জ্যোতিয়ে ইতিমধ্যেই তোমাক সকলো কথা কৈ পেলাইছে। অৱশ্যে তুমি মোৰ কথাত হয়তো আঘাত পাবা, কিন্তু এইটো ধ্রুৱ জানিবা, জ্যোতি আৰু কাহানিও তোমাৰ তালৈ ঘুনাই উভতি নাহে।

প্রণৱ : তুমি নেজানা অজিত, কোনো পুৰুষেই তিৰোতাক ধৰি ৰাখোঁ বুলি ৰাখিব নোৱাৰে।

অজিত : জানো প্রণৱ, মই তোমাৰ প্রতি ঘোৰ অন্যায় কৰিছোঁ। তথাপি মই তোমাক কথা দিলোঁ—জ্যোতিক পাৰ্যমানে সুখী কৰিবলৈ মই চেষ্টা কৰিম।

প্রণৱ : মোৰ আৰু জ্যোতিৰ প্রতি থকা তোমাৰ আন্তৰিকতাত কোনো দিনেই ক'বলগীয়া একো নাই। মাথোন এইটো জানি থ'বা যে তোমাৰ প্রতি মোৰ সদায়েই মৰম-শ্রদ্ধা থাকিব।

অজিত : [ কঁপা মাতেৰে ] মোক—মোক ভিলেইন বুলি যেন তুমি তিৰস্কাৰ নকৰা। ক্ষমা কৰিবা প্রণৱ।

প্রণৱ : ক্ষমা কৰিবলৈ ইয়াত একোটো নাই অজিত। লাইফ ইজ দি ভিলেইন। মাথোন এটি অনুৰোধ আছে। কাহানিবা যদি জ্যোতিয়ে পুনৰ মোৰ ওচৰলৈ উভতি আহিবলৈ ইচ্ছা কৰে, তুমি যেন কোনো বাধা নিদিয়া—মই যেনেকৈ কোনো হকা-বাধা কৰা নাই।

অজিত : মই তোমাক কথা দিছোঁ প্রণৱ।

প্রণৱ : ধন্যবাদ। মোৰ আজি বহুতো কাম আছে। মই আহিলোঁ। জ্যোতিয়ে তোমাৰ লগত কথা-বতৰা হ'ব।

অজিত : প্রণৱৰ মহত্বৰ ওচৰত মোৰ মূৰ আপোনা-আপুনি দোঁ খাই পৰিছে জ্যোতি। মোৰ নিজৰ ওপৰত ইমান আত্মবিশ্বাস আছিল। কিন্তু এতিয়া মোৰ নিজকে বৰ অসহায় যেন লাগিছে।

জ্যোতি: তুমি, মোৰ জীৱনত এনেদৰে ধূমকেতুৰ দৰে আহি পৰিলা কেলেই !

অজিত : টান কথা কৈ মোক আৰু আঘাত নিদিবা জ্যোতি। অহা দিনবোৰ হয়তো ইয়াতকৈয়ো বহুগুণে কঠিন হৈ পৰিব। গতিকে আমি দুয়ো দুয়োকে সহায় কৰিব লাগিব। মনত ৰাখিবা, আমি দুয়ো দুয়োকে এৰি জীয়াই থাকিব নোৱাৰোঁ।

[ চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্রম বৃদ্ধি ]

জ্যোতি : তাৰ পিছত তেওঁ ট্রেনচ্‌ফাৰ হ'ল। আৰু তেওঁৰ অনুপস্থিতিৰ কালতেই মই মোৰ শেষ সংকল্প থিৰাং কৰিলোঁ।

[ চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্রম বিলীন ]

জ্যোতি : সকলো বন্দবস্ত শেষ হৈছে। মই কাইলৈ ৰাওনা হ'ম।

প্ৰণৱ : শুনা জ্যোতি! মই কিন্তু তোমাৰ বাবে অপেক্ষা কৰি থাকিম।

[ চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম বৃদ্ধি ]

মোহিনী : বুজিছো জ্যোতি। এই কথাই তোমালোক দুয়োকে কিমান কষ্ট দিছে। মোৰ বেলিকাও ঠিক এনে ঘটনাই ঘটিছে।

[ চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম বিলীন ]

অজিত : তোমাৰ লগত কথা হ'বলৈ দুদিনৰ ছুটি লৈ আহিছো। আশাকৰোঁ তুমি মন দি শুনিবলৈ চেষ্টা কৰিবা।

মোহিনী : তুমি তোমাৰ ল'ৰাইতক চাবলৈ আহিছা। মোৰ আকৌ কি কথা ?

অজিত : অত বছৰে তুমি মোৰপৰা ডাইভোৰ্চ বিচাৰিছিলা। এতিয়া সেইটো মই বিচাৰিছোঁ।

মোহিনী : ডাইভোৰ্চ! অ', নিশ্চয় তোমাৰ জীৱনত আন কোনোবা তিৰোতা আহি পৰিছে। হৰিয়ে দেখা তিৰোতাজনীয়েই নেকি! কিন্তু মই জনাত তাই বিবাহিতা। বোধকৰোঁ তোমাৰ কাৰণে তাই তাইৰ স্বামীক ডাইভোৰ্চ কৰিব। তুমি তাইৰ বাবে বলিয়া নিশ্চয়! হাঃ হাঃ হাঃ!

অজিত : চাট্ আপ্ মোহিনী!

মোহিনী : মই আমাৰ ল'ৰাইতক কি ক'ম! আদ-বয়সীয়া দেউতাৰে ডেকা কলেজীয়া ল'ৰাবদৰে প্ৰেমত বলিয়া হৈছে! ইয়াকে ক'ব লাগিব।

অজিত : মোহিনী!

মোহিনী : বেছ—বেছ, বৰ ভাল কথা। মই তোমাক ডাইভোৰ্চ কৰিম।

[ চলন্ত ৰেলগাড়ীৰ শব্দৰ ক্ৰম বৃদ্ধি ]

মোহিনী : মই সিদিনা গোটেই নিশা চকুলো টুকি কটাবলগীয়াত পৰিছিলোঁ। অতীতৰ দিনবোৰ সুৰঁৰি সুৰঁৰি উচুপি উচুপি কান্দিছিলোঁ। কিন্তু পিছদিনা তেওঁ যোৱাৰ আগতে তেওঁক দেখা কৰিবলৈ মোৰ সাহ নহ'ল। লাহে লাহে অনুভৱ কৰিবলৈ ধৰিলোঁ, মই মহা মূৰ্খ! ল'ৰাইতক যে বাপেকৰ আৱশ্যক, আৰু ময়ো যে স্বামী অবিহনে তেনেই পঙ্গু হৈ পৰিম। সেই কথা ভালকৈয়ে বুজিলোঁ। গতিকে থিৰাং কৰিলোঁ, কাবৌ-কাকুতি কৰি ক্ষমা খুজি, তেওঁক ঘূৰাই আনিবই লাগিব। জ্যোতি, ঈশ্বৰে যদি সেই সুযোগ আকৌ এবাৰ দিয়ে! মই শপত খাই কৈছোঁ। তেওঁ মোক যেনে ধৰণে পাবলৈ বিচাৰে মই তাতেই মান্তি হ'ম।

জ্যোতি : হেৰোৱা সুযোগ জীৱনত দুনাই আৰু কেতিয়াও নাহে। বহুত ৰাতি হ'ল, এতিয়া শুব লাগে। পুৱতি নিশা ষ্টেচন পাবগৈ লাগিব।

[ চলন্ত ৰেলগাড়ীৰ শব্দ কিছুসময় ধৰি চলি থাকে। হঠাৎ এটা জোঁকাৰণি আৰু বাকচ পৰাৰ শব্দ ]

মোহিনী : উস ৰাম! কি ভয়ানক জোঁকাৰণি! জ্যোতি—জ্যোতি তোমাৰ চুটকেচ্ পৰিল। সকলো কাপোৰ-কানি ছিটিকি পৰিল। অ' —জ্যোতি বাথৰুমলৈ গৈছে—অ'—এইখন ফটো নহয় নে! উ জ্যোতিৰ স্বামীৰ ফটো নিশ্চয়। [ চিঞৰি ] নহয়—নহয়! এইখন দেখোন তেখেতৰ ফটো। অজিত! অজিত! বুজিছো—বুজিছো। এই জ্যোতিকেই তেওঁ বিয়া কৰাবলৈ ওলাইছে। জ্যোতিয়ে সেক্ষানে যে ময়েই তেওঁৰ পত্নী। অজিত নিশ্চয় ষ্টেচনলৈ

আহিব জ্যোতিক আগবঢ়াই নিবলৈ।—মই—মই কি কৰিম!

[ বাথৰুমৰ দুৱাৰ খোলা আৰু মৰাৰ শব্দ ]

জ্যোতি : [ সোমাই আহে ] চিয়াৰ আপ্ মোহিনী। যোৱা। বাথৰুমলৈ গৈ হাত-মুখ ধুই আহাগৈ। ভাল টোপনি আহিব।

মোহিনী : এৰা যাম। তুমি এই ফটোখন চোৱাচোন। মোৰ ল'ৰা ছুটা আৰু হাচবেণ্ডৰ ফটো।

[ বাথৰুমৰ দুৱাৰ খোলা আৰু মৰাৰ শব্দ ]

জ্যোতি : [ আচৰিত হৈ ] কি! এইখন দেখোন অজিতৰ ফটো! তাৰ মানে, তাৰ মানে এই মোহিনী অজিতৰ ওৱাইফ! কি ভয়ানক সমস্যা! অত বছৰে অজিতক ধৰি ৰাখিবলৈ কোনো চেষ্টাই নকৰিলে—আজি অজিত অজিত বুলি কান্দি-কাটি আউলী-বাউলী হৈ পৰিছে।

[ বাথৰুমৰ দুৱাৰ খোলাৰ শব্দ ]

মোহিনী : [ সোমাই আহে ] জ্যোতি! লাইট নুমাই দিলা। তোমাৰ লগত মোৰ কথা আছিল।

জ্যোতি : [ টোপনি অহাৰ দৰে ] মোৰ টোপনি ধৰিছে। গুড নাইট মোহিনী।

মোহিনী : [ নিজে নিজে ] সকলো শেষ হৈ গ'ল। জীৱনত দ্বিতীয়বাৰলৈ কোনো সুযোগেই নাহে।

জ্যোতি : [ নিজকে নিজে ] অজিত কাইলৈ ৰাতিপুৱা ষ্টেচনলৈ আহিব। আমাৰ দুয়োকে একেলগে দেখিব, নিশ্চয় আচৰিত হৈ পৰিব। মোহিনীৰ বাবে মই অকণো দুঃখিত নহওঁ। কিন্তু সেই ল'ৰা ছুটি, সিহঁতে মোক মাতৃত্বৰ আসন কেতিয়াও দিব নোৱাৰে। সিহঁতৰ বুজিব পৰা বয়স হৈছে। মোৰ বাবেই বাপেক আৰু পুতেকহঁতৰ মাজত বহুখিনি পাৰ্থক্য আহি পৰিব। অজিতে হয়তো অন্তৰৰ দুখ মোৰ আগত লুকুৱাবলৈ চেষ্টা কৰিব। কিন্তু মই জানো, খুব ভালদৰেই জানো, অজিতে তেওঁৰ ল'ৰা ছুটিক কিমান মৰম কৰে। যদি মোৰ ল'ৰা আজি জীয়াই থাকিলহেঁতেন মই মোৰ স্বামীক এৰি আহিলোঁহেঁতেন নে!

[ চলন্ত ৰেলগাড়ীৰ পটভূমিত সঙ্গীতৰ স্বপ্নৰ পৰিস্থিতি সূচায় ]

শিশুৰ মাত : মা—মা—

জ্যোতি : যা—যা, আঁতৰ হ। মোৰ কাষ চাপি নাহিবি। অৱশেষত তয়ো মোক কন্দুৱাই এৰি গ'লি। তোক আৰু কি লাগে?

শিশুৰ মাত : মা—মা—।

জ্যোতি : তই ইয়াত কি কৰিছ? মোৰ মুখলৈ ৰ' লাগি কি চাইছ?

মোহিনী : জ্যোতি—জ্যোতি কি হৈছে?

জ্যোতি : [ নিজকে নিজে উচুপে ] মই জানো মই বুজিছোঁ! তই মোক কি ক'ব খুজিছ বাছা? বোধকৰোঁ এয়ে তোৰ শেষ অনুৰোধ। তাৰ বাবেই তই আহিছ। বাৰু, তই যি কৰ সেয়ে হ'ব। মই শপত খাইছোঁ। যা—যা বাছা—মই তোৰ কথা ৰাখিম।

[ সঙ্গীত শেষ হয়। চলন্ত ৰেলগাড়ীৰ শব্দ চলি থাকে ]

মোহিনী : উঠা, উঠা জ্যোতি। ৰাতি পুৱাল। মই কেতিয়াবাই কানি-কাপোৰ পিন্ধিলোঁ।

জ্যোতি : এহ্ হয় নেকি? [ বৈ ] মই বাথৰুমৰপৰা আহোঁ।

[ দুৱাৰ খোলা আৰু বন্ধ কৰাৰ শব্দ ]

মোহিনী : বেচেৰি জ্যোতি! গোটেই নিশা টোপনিত

কান্দি আছিল। এতিয়াও চকুৰ পানী মচ যোৱা নাই।

জ্যোতি: [ওচৰ চাপি আহে] মোহিনী! বিচনা-পত্ৰ বান্ধি সাজু হৈ আছা! ময়ো লৰালৰি কৰিব লাগিব।

মোহিনী: ৰ'বা—ৰ'বা। তোমাক এটা সাধু কওঁ শুনা। ল'ৰাকালতে গৌতম বুদ্ধ আৰু দেৱব্ৰত এদিন চিকাৰলৈ গৈছিল। দেৱব্ৰতই শৰ মাৰি এটা ৰাজহাঁহ মাৰিলে। গৌতম বুদ্ধই ততাতৈয়াকৈ গৈ হাঁহটো ধৰি পানী দি তাক জীয়াই তুলিলে। যেতিয়া দেৱব্ৰতই ৰাজহাঁহটো তেওঁৰ বুলি খুজিলে; গৌতমে দিবলৈ মান্তি ন'হল। কথাযাৰ গৈ ৰজাৰ কাণত পৰিল। আৰু ৰজাই গৌতমৰ হকেই ৰায় দিলে। ৰজাই কি কৈছিল জানা? হাঁহটো যেয়ে বধ কৰিব খুজিছে তাতকৈ যি জীৱন দান দিলে তাৰ দাবী বহু গুণে বেছি। মোৰ আৰু ক'বলগীয়া একো নাই জ্যোতি। ঈশ্বৰে তোমাৰ সংসাৰ সুখময় কৰক।

জ্যোতি: মোৰ ক'বলগীয়াখিনিও ক্ষন্তেক পিছতে শুনিবলৈ পাবা মোহিনী।

[ ৰেল ক্ৰমে ষ্টেচন আহি পোৱাৰ শব্দ। .মানুহৰ হাই-উৰুমি ]

জ্যোতি: এই—এই এইফালে আহ। সোনকালে মোৰ বয়বস্তু বাহিৰ কৰ।

অজিত: হেল্লো জ্যোতি! অৱশেষত তুমি আহিলা —মই……

জ্যোতি: হেল্লো কৰ্নেল অজিত! মই সৌ সিধন প্লেটফৰ্মলৈ গৈ ঘৰলৈ যোৱা ট্ৰেইন ধৰিব লাগিব। তোমাৰ ওৱাইফ কম্‌পাৰ্টমেণ্টৰ ভিতৰতে আছে।

অজিত: জ্যোতি—এইবোৰ তুমি কি বলকিছা! তুমি বলিয়া হৈছা নে কি? তুমি কেনেকৈ যাবা?

জ্যোতি: অনুগ্ৰহ কৰি বাট এৰি দিয়া। মই মোৰ হাচবেণ্ডৰ ওচৰলৈ উলটি যাম। তোমাৰ ওৱাইফ তাতে আছে।

অজিত: জহন্নামে যাওক মোৰ ওৱাইফ। তোমাক মই কেতিয়াও যাবলৈ নিদিওঁ।

জ্যোতি: মই সকলো থিৰাং কৰি পেলাইছোঁ। মই উভতি যাবই লাগিব। অনুগ্ৰহ কৰি মোক বাধা নিদিবা।

[ প্ৰণৱৰ কণ্ঠস্বৰ ভাঁহি আহে ]

প্ৰণৱ: অজিত! জ্যোতিয়ে যদি কেতিযাবা মোৰ ওচৰলৈ উভতি আহিবলৈ বিচাৰে তেন্তে তুমি যেন জ্যোতিক বাধা নিদিয়া।

অজিত: তোমাক মই কথা দিছোঁ প্ৰণৱ।

জ্যোতি: বাট এৰা। বাট এৰা অজিত। মোহিনীক ক'বা—মোৰ নাম জ্যোতি, শিখা নহয়। তেওঁ সকলো বুজিব।

অজিত: [ কঁপা মাতেৰে ] তোমাক মই ধৰি ৰাখিব নোৱাৰোঁ। প্ৰণৱক মই কথা দিছিলোঁ। মই মোৰ কথা ৰাখিবই লাগিব।

জ্যোতি: মোহিনীক মৰমৰ চকুৰে চাবলৈ চেষ্টা কৰিবা। তোমাৰ প্ৰতি এয়ে মোৰ শেষ অনুৰোধ। গুড বাই!

[ ক্ষন্তেক বিৰতি বা সঙ্গীত ]

মোহিনী: হেল্লো অজিত!

অজিত: হেল্লো মোহিনী! মোৰ লগত ব'লা—

[ আনন্দৰ সঙ্গীত ]

# ভাস্বতী

সত্যপ্ৰসাদ বৰুৱা

লেখকৰ সন্মুখত আহি প্ৰতিজন চৰিত্ৰই নিজ নিজ বক্তব্য ডাঙি ধৰিছে। আৰু তাৰ মাজেৰে অভিব্যক্ত হৈছে ভাস্বতীৰ জীৱনৰ ঘটনাপ্ৰবাহ। ভাস্বতীৰ কিশোৰী জীৱনতে বিবাহ—যি আছিল তেওঁৰ অনভিপ্ৰেত—সেই বিবাহৰ বন্ধন অস্বীকাৰ কৰাৰ পিছত ভাস্বতীয়ে হিমাংশুৰ জীৱনৰ সান্নিধ্যৰ মাজেৰে এক অনন্যসাধাৰণ জীৱন-পথৰ সাথটি ল'ব, এয়ে আছিল লেখকৰ আশা; কিন্তু হিমাংশুৰ সৈতে পুনৰ বিবাহ বান্ধোনত আবদ্ধ হোৱাৰ সিদ্ধান্ত ল'লে ভাস্বতীয়ে; আৰু সেই সিদ্ধান্তই লেখকক কৰিছে হতাশ।

## চৰিত্ৰ

ভাস্বতী : উচ্চ-শিক্ষিতা বুদ্ধিমতী নাৰী।

ভাস্বতীৰ মাক

ভাস্বতীৰ দেউতাক

বিমল : ভাস্বতীৰ পূৰ্ব স্বামী।

হিমাংশু : যাৰ সৈতে ভাস্বতীয়ে পুনৰ্বিবাহৰ সিদ্ধান্ত লৈছে।

লেখক

ঘোষক

প্ৰথম প্ৰচাৰ : ১৯৮৩

ঘোষক : আকাশবাণী গুৱাহাটী। আজিৰ নাট্যানুষ্ঠানত হৈছে সত্যপ্ৰসাদ বৰুৱাই লিখা 'ভাস্বতী'।

ভাস্বতী : কি, কি ক'লে, 'ভাস্বতী'?

লেখক : এৰা, ভাস্বতী কিয়? কিবা আপত্তি আছে নেকি?

ভাস্বতী : আপত্তি তেনেই নথকা নহয়। মোৰ নামটোৰে আপোনাৰ নাটকৰ নামকৰণ নকৰিও পাৰিলে হয়।

লেখক : আপত্তি কৰিবৰ অধিকাৰ হয়তো তোমাৰ থাকিব পাৰে, কিন্তু মই নিৰুপায়।

ভাস্বতী : কিয়?

লেখক : তোমাক লৈয়ে নাটক লিখিছোঁ যেতিয়া তোমাৰ নামটো ধাৰ নকৰি পাৰোঁ কেনেকৈ কোৱা?

ভাস্বতী : মোক লৈ নাটক লিখিছে?

লেখক : ওঁ।

ভাস্বতী : মোক লৈ সকলোৰে এনে টনা-আঁজোৰা কৰে কিয় বুজি নাপাওঁ।

লেখক : কাৰণ তুমি সাধাৰণ নহয়—অসাধাৰণ!

ভাস্বতী : ধন্যবাদ। আপোনাৰ মুখত মোৰ প্ৰশংসা শুনি বেছ ভাল লাগিছে। কিন্তু কওকচোন কিয় মোক অসাধাৰণ বুলি ক'লে?

লেখক : তোমাৰদৰে লিখা-পঢ়া কৰা বুদ্ধিমতী ছোৱালী আমাৰ সমাজত সচৰাচৰ পোৱা টান। তদুপৰি......

ভাস্বতী : তদুপৰি মই গান গাওঁ, নাচোঁ, ঘোঁৰাত উঠোঁ, এৰোপ্লেন চলাওঁ।

লেখক : আৰু...

ভাস্বতী : আৰু এতিয়া স্বামীৰ বৰ্তমানত দ্বিতীয়বাৰ বিয়া কৰিবলৈ ওলাইছোঁ। মই জানো, এই কাৰণেই আপোনাৰ মোৰ ওপৰত চকু। সেই কাৰণে আপুনি বাছি উলিয়াইছে মোৰ বিষয়ে নাটক লিখিবলৈ। কিন্তু কিমানখিনি জানে মোক? মোৰ মনৰ কথাবোৰৰ কিবা ভু ৰাখে নে আপোনালোকে? আপোনাৰ এই নাটকত হয়তো শেষত গৈ মোকেই সকলোবোৰ দোষৰ ভাগি কৰিবগৈ। মই ভালদৰে জানো মোৰ প্ৰতি কাৰো সহানুভূতি নাই। মই দ্বিতীয়বাৰ বিয়া কৰিবলৈ লোৱাটোৱেই আপোনালোকৰ মনত ডাঙৰ কথা হৈছে। অথচ কিয় মই বিয়া কৰিবলৈ ওলাইছোঁ সেই কথা ভাবি চাবলৈ অৱকাশ হয়তো আপোনালোকৰ হোৱা নাই।

লেখক : মোক সহানুভূতিহীন বুলি ভবাটো তোমাৰ পক্ষে বৰ উচিত হোৱা নাই। মইতো এজন নিঃকিন লেখক, মোৰ কিতাপৰ নায়ক-নায়িকাৰ প্ৰতি অবিচাৰ কৰিবৰ দুঃসাহস মোৰ নাই। যিসকল খ্যাতিমন্ত লেখক, সেইসকলে কলমৰ একে আঁচোৰতে চৰিত্ৰৰ ৰূপ সলাই দিব পাৰে —তেওঁলোকো সহানুভূতিহীন নহয়।

সৰুতে তোমাৰ বিয়া হৈছিল। বিয়াৰ পিছত তুমি স্বামীৰ ঘৰলৈ নগ'লা। দেউতাৰাৰ ঘৰতে থাকি পঢ়া-শুনা কৰিলা। এতিয়া বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট পাইছা। আমি সকলোৱে আশা কৰিছিলোঁ তুমি সংসাৰৰ জঞ্জালত নোসোমাই দেশ-সেৱাৰ কামত আত্মনিয়োগ

কৰিবা। কিন্তু এতিয়া আকৌ বিয়া কৰাবলৈ ওলোৱা বুলি জানিব পাৰি আমাৰ মনত কৌতূহল জগাতো স্বাভাৱিক নহয় জানো?

ভাস্বতী : আৰু সেইকাৰণেই হ'বলা মোক আপোনাৰ নাটকৰ নায়িকা কৰিছে যাতে শ্ৰোতাৰ মনত তেনে কৌতূহল জগাই আপোনাৰ নাটকখনক সাৰ্থক ৰচনা কৰি তুলিব পাৰে।

লেখক : তুমি অকল মোৰেই নহয়, সকলো লেখকৰ দুৰ্বলতাখিনিলৈ আঙুলিয়াইছা।

ভাস্বতী : আপুনি মোৰ সকতে বিয়া হোৱা কথা কৈছে। কিন্তু তাৰ বাবে মই দায়ী নহয়। সকতে বিয়া নোহোৱা হ'লে আজি মোৰ এই অৱস্থা নিশ্চয় নহ'লহেঁতেন।

লেখক : সমাজৰ প্ৰচলিত নিয়ম অনুসাৰে আজি ওঠৰ বছৰৰ আগতে তোমাৰ বিয়া হৈছিল।

ভাস্বতী : তেতিয়া মোৰ বয়স এঘাৰ।

লেখক : সেই বিয়াৰ বাবে তুমিও আজি কাকো দায়ী কৰিব নোৱাৰা নিশ্চয়।

ভাস্বতী : শুনিছো মোৰ মা হেনো বৰ অস্থিৰ হৈ পৰিছিল মোক বিয়া দিবলৈ।

লেখক : সেই কাৰণেই বোধকৰোঁ দেউতাৰাইও তোমাৰ বিয়াখন লৰালৰিকৈ পাতি দিছিল। সমাজৰ নিয়মটোও ৰওক আৰু তোমাৰো কল্যাণ হওক বুলি।

ভাস্বতী : কিন্তু মা ইমান অস্থিৰ হৈ নপৰা হ'লে···

মাক : মই একো অন্যায় কৰা নাছিলোঁ। ছোৱালী ডাঙৰ হ'লে বিয়া দি উলিয়াই দিয়াটো মাক-দেউতাকৰ কৰ্তব্য। আমাৰ দৰে পৰিয়ালৰ ছোৱালীৰ সদায়ে কম বয়সতে বিয়া হৈছে। মোৰো মোৰ মা-দেউতাই এঘাৰ বছৰ বয়সত উলিয়াই দিছিল। মই অলপ হয়তো চিন্তিত হৈ পৰিছিলোঁ, ভাতুমণিৰ বিয়াৰ কাৰণে, বিশেষকৈ তেখেতৰ আওকণীয়া স্বভাৱটোৰ কাৰণেই।

দেউতা : আওকণীয়া মই নাছিলোঁ। সঁচাকৈয়ে কৈছোঁ, ভাতুমণিক সিমান কম বয়সতে বিয়া দি উলিয়াই দিয়াৰ কথাটো মই ভাবিবই পৰা নাছিলোঁ। সেয়ে তুমি বেয়া পালেও মই ক'বই লাগিব যে ভাতুমণিৰ বিয়াখন পাতিছিলো তোমাৰ কাৰণেই।

মাক : সকলো মোৰ ওপৰত পেলাই দিলেই হ'ব নেকি? ভাতুমণিক বিয়া দিবলৈ কৈছিলোঁ হয়, কিন্তু মইতো কেতিয়াও কোৱা নাছিলোঁ সেইটো ল'ৰাকে জোঁৱাই কৰক বুলি।

দেউতা : কোৱা নাছিলা অৱশ্যে।

মাক : সেইটো ল'ৰাকে দিব লাগে বুলি কোৱাতো নাছিলোৱেই, বৰং দঢ়াই দঢ়াই কৈছিলোঁ গাঁৱৰ ল'ৰাক জোঁৱাই নকৰিবলৈ। কৈছিলোঁ, মোৰ নগৰত ডাঙৰ হোৱা ছোৱালী, গাঁৱত থাকিবগৈ নোৱাৰে বুলি।

দেউতা : সেই সময়ত মোৰ অৱস্থাটো কেনে হৈছিল এবাৰ ভাবি নোচোৱা কেলেই? দেউতাই আঁকোৰ-গজালি দি ধৰিলে গাঁৱৰ ল'ৰা বিমলকহে ভাতুমণিক গটাব লাগে বুলি। দেউতাৰ অমতে যোৱাটো জানো মোৰ পক্ষে সম্ভৱ হ'ল হয়?

মাক : ইমানেই পিতৃভক্ত হৈ পৰিছিল যে আপুনি ল'ৰা চাবলৈও নগ'ল।

দেওতা : জোঁৱাই তোমাৰ পছন্দ হোৱা নাই বুলিয়েইতো বিমল পঢ়ি থকাৰ সুবিধা্ৰ লৈ

ভাতুমণিক পঢ়াবলৈ ঠিক কৰিছিলোঁ। দেউতাইও আপত্তি কৰিব নোৱাৰিলে। কৰিবইবা কেনেকৈ? বিমল পঢ়ি থকা ল'ৰা, নিজৰ আৰ্জন নাই, ঘৈণীয়েকক বা পোহপাল দিব কেনেকৈ?

মাক : আৰু এবছৰৰ পিছত দেউতা হ'ল স্বৰ্গী!

দেউতা : দেউতা যোৱাৰ পিছতে গ'ল মা। আৰু আমাৰ পক্ষে কথাবোৰ সহজ হৈ পৰিল। আমাৰ কথাৰ ওপৰত মাত মাতোঁতা নোহোৱা হ'ল। আৰু মা দেউতা স্বৰ্গী হোৱাৰ এবছৰৰ ভিতৰতেই বিমলৰ হ'ল টি. বি.।

মাক : ধনো জানো কম নাভাঙিলে তাৰ কাৰণে?

দেউতা : তেনে অৱস্থাত ভাতুমণিয়ে গৈ বিমলৰ সৈতে ঘৰ সংসাৰ কৰা কথা তল পৰি গ'ল।

লেখক : বিমল যেতিয়া ভাল হৈ উঠিল তেতিয়া কিয় ভাস্বতীক গিৰিয়েকৰ লগলৈ নপঠালে?

মাক : পঠিয়াই দিবলৈ মই কিন্তু কৈছিলোঁ।

দেউতা : পঠিয়াই দিয়ক বুলিয়েইতো আৰু পঠিয়াব নোৱাৰি। টি.বি. বেমাৰটো আজিকালি যেনেকৈ ভয় নলগা হৈছে, তেতিয়াতো তেনে নাছিল। তদুপৰি ডাক্তৰ চৌধুৰীয়ে দেখোন আমাৰ ঘৰলৈ আহি তোমাকেই কৈছিলহি, বিমলে সংসাৰ পতাৰ কথা আৰু উঠিবই নোৱাৰে বুলি। ইন্দিৰা, তুমিয়েই কোৱাচোন তেনে অৱস্থাত ভাতুমণিক বিমলৰ লগত থাকিবলৈ পঠিয়াই দিয়াতো জানো সম্ভৱ হ'লহেঁতেন?

মাক : পিছে বিমলে যে আকৌ বিয়া কৰাই ল'ৰা-ছোৱালী এহালৰ বাপেকী হৈছে, এতিয়া কেনেকৈ তাৰ সংসাৰখন চলিছে? সময় থাকোঁতেই তাক বাধা দিব লাগিছিল।

দেউতা : এৰা, সময় থাকোঁতেই তাক বাধা দিব লাগিছিল। বাধা দিয়া হ'লেই বোধকৰোঁ ভাল হ'লহেঁতেন।

লেখক : কেলেই?

দেউতা : আজি অন্ততঃ তাইক বিমলৰ ওচৰলৈ পঠাবলৈ চেষ্টা কৰিব পাৰিলোঁ হয়।

লেখক : আপোনাৰ ছোৱালীৰ প্ৰতি থকা মৰম-ফেৰাক অলপ অস্বাভাৱিকভাৱে গভীৰ বুলি ক'ব পাৰি।

দেউতা : অস্বাভাৱিকভাৱে গভীৰ, মানে···

লেখক : মানে বিচাৰিবলৈ গ'লে মনস্তাত্বিক ক্ৰমভৰ ওচৰ পাবগৈ লাগিব। সেইবোৰ তথ্য খুকুটি-বলৈ সময় মোৰ হাতত নাই। মুঠতে মই ভাবোঁ, আপোনাৰ অবচেতন মনত দুটা শক্তিয়ে সমান্তৰালভাৱে ক্ৰিয়া কৰিছিল। নিজৰ মতৰ বিৰুদ্ধে ছোৱালীক বিয়া দিবলগীয়া হোৱাত আপুনি অস্বস্তি অনুভৱ কৰিছিল। তেনেধৰণে বিয়া দিয়া কথাতো আপুনি ন্যায়সঙ্গত হোৱা নাই বুলি ভাবিছিল আৰু সদায়ে উপায় বিচাৰি-ছিল কেনেকৈ তাৰ প্ৰতিকাৰ কৰিব পাৰি। আৰু ভাবিছিল জোঁৱাইৰ অসুখৰ অজুহাতত নাইবা নিজৰ ভৰিত থিয় দিব পৰা নাই বুলিয়েই আপুনি ভাস্বতীক জোঁৱাইৰ ঘৰলৈ নপঠিয়াই প্ৰথমতে কৰা অন্যায়ৰ প্ৰতিকাৰ কৰিলে। আৰু আপোনাৰ প্ৰচেষ্টাত ইন্ধন যোগালে আপোনাৰ ছোৱালীৰ প্ৰতি থকা মৰম বা স্নেহে। এই ধৰণৰ মৰম বা মোহকেই ফ্ৰয়েডে ইডিপাচ কমপ্লেক্স বুলি কৈছে। সেয়ে মই জানো, বৰ্ত্তমান বিপৰ্যয়ৰ বাবে আপুনিও আংশিকভাৱে দায়ী।

দেউতা : আংশিকভাৱে বুলি নকৈ সম্পূৰ্ণভাৱে দায়ী বুলি ক'লেও মই বেয়া নাপাওঁ।

লেখক : আপোনাৰ স্বীকাৰোক্তিয়ে আপোনাৰ মহত্বকে প্ৰকাশ কৰিছে।

দেউতা : মই আজি বিমোৰত পৰিছোঁ, নিজে লগোৱা গাঁঠি নিজে খুলিব নোৱৰা হৈছে ছোৱালীক বিয়াৰ পিছত ঘৰত ৰাখি, গিৰিয়েকৰ ঘৰলৈ যাবলৈ নিদি, পঢ়ুৱাই এম. এ. পাছ কৰোৱাই, ডক্টৰেট পোৱাৰ সুবিধা কৰি দিয়াৰ ফল মই আজি ভালদৰে ভোগ কৰিছোঁ। ভাতুমণিয়ে এতিয়া প্ৰফেচাৰ হিমাংশু শইকীয়াক বিয়া কৰাব খুজিছে।

লেখক : [পাতলকৈ] হয় নেকি ? বেছ ৰোমাণ্টিক হৈ পৰিছে কথাবোৰ দেখিছোঁ।

দেউতা : কথাটো আপুনি বৰ পাতল কৰি পেলাইছে। মোৰ সমস্যাটো অলপ সহানুভূতিশীল হৈ বুজিবলৈ চেষ্টা কৰকচোন।

লেখক : বুইছে, ঘৰুৱা সমস্যা যিমানেই গধুৰ নহওক, পাতলকৈ ল'লেহে তাৰ সমাধান কৰা উজু হৈ পৰে। নহ'লে গধুৰ সমস্যাৰ লগত নিজৰ মনটোকো গধুৰ কৰি পেলালে, উভয়ৰে হেঁচাত উশাহ নোপোৱা হৈ যোৱাৰ সম্ভাৱনা বেছি।

দেউতা : ভাতুমণি মোৰ একমাত্ৰ ছোৱালী হোৱা হ'লে চিন্তাৰ কাৰণ হয়তো একোৱেই নাথাকিলহেঁতেন। কিন্তু মোৰ আন দুজনী ছোৱালীৰ কথাও মই ভাবিবলগীয়া হৈছোঁ। এইৰ ভাগ্যত যি আছিল হ'ল। এইৰ লগতে আন কিজনীৰ মুৰ খাব নোৱাৰোঁ।

লেখক : লিখা-পঢ়া কৰি ভাবতীৰ জ্ঞানৰ পৰিধি বহল হ'ল। নিজে কথাবোৰ ভাবি চাব পৰা হ'ল। তাইৰ মনটোৱে এটা নিৰ্দিষ্ট গঢ় ল'লে। সেয়ে চিন্তাৰ কাৰণ হোৱাতো স্বাভাৱিক।

মাক : আগতে মোৰ কথা আপুনি শুনিলে। তেতিয়া শহুৰ-শাহুৰ আগত মাত এষাৰ মাতিবৰ ক্ষমতা বা অধিকাৰ মোৰ নাছিল। কিন্তু এতিয়া মোক উলাই কৰিব নোৱাৰে।

দেউতা : তোমাক আৰু তোমাৰ মতামতক উলাই কৰিব খোজা নাই মই। কি কৰিব লাগে তোমাক দেখোন সুধিয়েই আছোঁ।

মাক : বিমলৰ তালৈ ভাতুক পঠিয়াই দিয়ক।

দেউতা : সঙ্গিনী খাটিবলৈ ?

মাক : মোৰ ছোৱালীৰ ভাগ্যত যদি সেয়েই আছে তেন্তে তাক মই খণ্ডাব নোৱাৰোঁ।

দেউতা : কিন্তু ভাতুমণি ওঠৰ বছৰ আগৰ কুমলীয়া ছোৱালীজনী হৈ থকা নাই নহয়। তাই ডক্টৰেট পোৱা ছোৱালী। তাইক বলেৰে বিমলৰ তালৈ পঠিয়াবা কেনেকৈ ? বিমলে বিয়া নকৰোৱা হ'লেও এটা কথা আছিল। এতিয়া তাই নাযাওঁ বুলিলে মই জানো জোৰ কৰিব পাৰোঁ ?

মাক : এনেকৈয়ে আপুনি মোৰ ছোৱালীজনীৰ মুৰটো খালে। মোৰ কথা কেতিয়াবা শুনিছেনে ? লগৰ ল'ৰাবোৰ ঘৰলৈ আহে, মই হাক দিব খোজোঁ, আপুনি কয়—থক নালাগে, তাই বেয়া পাব। পঢ়িছে পঢ়ক। সেইবুলি ডেকা প্ৰফেচাৰৰ লগত ইমান হলিগলি কিহৰ ? কথাটো মই আগৰেপৰা ভাল পোৱা নাছিলোঁ। পঢ়া-শুনা কৰিলে কি হ'ব, তাই ছোৱালী যি ছোৱালীয়েই। মাক-বাপেকতকৈ তাই কেতিয়াও বেছি বুজা হ'ব নোৱাৰে। তাই কিহৰ ভাল,

কিহৰ বেয়া সেইটো আমি তাইতকৈ বেছি বুজো।

লেখক : আপুনিয়েই তাইক নুবুজায় কিয় ?

দেউতা : এৰা, তুমিয়েই বুজাবাচোন।

মাক : মোৰ কথা শুনিলেহে ? আমি হ'লো স্কুল-কলেজত নপঢ়া। তদুপৰি লাই দি দি আপুনিয়েই তাইক মূৰত তুলিলে। আপুনিয়েই এতিয়া প্ৰতিকাৰৰ ব্যৱস্থা কৰিব লাগিব।

দেউতা : এৰা, সেয়ে মই কৈছিলোঁ বিমলক দ্বিতীয়বাৰ বিয়া কৰাবলৈ দিব নালাগিছিল। বাধা দিব লাগিছিল। কিন্তু দিয়া নহ'ল যেতিয়া……।

বিমল : হয়তো বাধা দিবৰ অধিকাৰো আপুনি হেৰুৱাইছিল।

লেখক : কিয় তেনেকৈ কৈছা বিমল ?

বিমল : কৈছো এই কাৰণেই যে মোৰ বেমাৰ ভাল হোৱাৰ পিছত মই কেবাবাৰো ভাস্বতীক নিয়াৰ প্ৰস্তাৱ কৰিছিলোঁহি। কিন্তু মোৰ সেই প্ৰস্তাৱ এটা নহয় এটা অজুহাতত তেখেত-সকলে অগ্ৰাহ্য কৰিলে।

দেউতা : বেমাৰৰ কথা বাদ দিলেও বিমল, তোমাৰ তেতিয়াও উপাৰ্জনৰ বাট মুকলি হোৱা নাছিল।

বিমল : মোৰ ওপৰত আপোনালোকৰ আস্থা থাকিব লাগিছিল। তেতিয়া ধন ঘটিবৰ উপায় নাছিল যদিও আজিতো মই কিবা এটা কৰি মোৰ সংসাৰখন চলাই আছো। মই গাঁৱৰ ল'ৰা হয়, কিন্তু সেইবুলি ভাস্বতীৰ অনুপযুক্ত স্বামী মই নিশ্চয় নাছিলোঁ। আপনালোকে ছোৱালীৰ বিয়াখন পাতিলে হয়, কিন্তু বিয়াৰ পিছত আমাৰ যাতে মনৰ মিল হয়, আমি যাতে প্ৰত্যেকে প্ৰত্যেককে চিনি পাব পাৰোঁ তাৰ কোনো সুবিধা আপোনালোকে কৰি নিদিলে। আপোনালোকে ভাস্বতীৰপৰা মোক আঁতৰাই ৰাখিবলৈ সদায় যত্ন কৰিছিল কাৰণেই আমাৰ দুয়োৰে মাজত এনে ব্যৱধানৰ সৃষ্টি হ'ল যে আমি লাহে লাহে অচিনাকি মানুহৰ দৰে হৈ পৰিলোঁ। তদুপৰি পঢ়িবলৈ দি আৰু নানা ধৰণৰ মানুহৰ লগত মিলিবলৈ সুবিধা দি ভাস্বতীৰ মনটো লাহে লাহে মোৰপৰা আঁতৰাই নিবলৈ সকলো ধৰণৰ চেষ্টাকে আপোনালোকে কৰিছিল।

ভাস্বতী : এনে ধৰণৰ সন্দেহেইতো তেখেতৰ প্ৰতি মোৰ মনত বিৰূপ কৰি তোলাত সহায় কৰিলে। তেখেতৰ সতে বৰকৈ কথা পাতিবৰ সুবিধা দেউতাহঁতে দিয়া নাছিল যদিও তেখেতৰ প্ৰতি মোৰ যথেষ্ট শ্ৰদ্ধা-অনুৰাগ আছিল। তেখেতৰ ব্যৱহাৰ মোৰ আশানুৰূপ হোৱা হ'লে সেই শ্ৰদ্ধাই অৱশেষত হয়তো আমাৰ সম্বন্ধ নিবিড় কৰি তুলিলেহেঁতেন।

লেখক : ৰ'বা, মই তোমাৰ কথা বৰ ভালকৈ বুজা নাই।

ভাস্বতী : মই কলেজত পঢ়োঁ ল'ৰাৰ লগত। ক্লাচৰ ছাত্ৰবোৰ প্ৰায়েই আমাৰ ঘৰলৈ লগ ধৰিবলৈ আহিছিল। মোৰ সতে পঢ়া-শুনাৰ আলোচনা কৰিছিল, কথা পাতিছিল। এইবোৰ তেখেতে হয়তো মনে মনে অপছন্দ কৰিছিল; সুবিধা পালেই এইবোৰ লৈ মোক শুনাইছিল আৰু এই কাৰণেই মই ভাবিবলৈ বাধ্য হৈছিলোঁ, তেখেতৰ মনটো সৰ্বসাধাৰণতকৈ ঠেক।

লেখক : কিন্তু তেওঁৰ সন্দেহ বা ইংৰাজীত যাক জেলাচি বুলি কয়—ইয়ে প্ৰেমৰে এটা

অভিব্যক্তি। এই কথা শিক্ষিতা ছোৱালী হিচাপে তুমি বুজিব পাৰিব লাগিছিল।

ভাস্বতী : হয়তো লাগিছিল মই স্বীকাৰ কৰোঁ। কিন্তু মোৰ মনটোক আকৰ্ষণ কৰিব পৰা শক্তিও তেখেতৰ মাজত থাকিব লাগিছিল। মা-দেউতাই মোক অলপ বেছি মৰম কৰিছিল। মোৰ স্বাৰ্থৰ কথাও যে ভাবিবলৈ পাহৰিছিল। সদায়ে তেওঁলোকৰ লগতে ৰাখিবলৈ বিচাৰিছিল। সেইকথা অৱশ্যে পিছলৈ মই লাহে লাহে উপলব্ধি কৰিবলৈ বাধ্য হৈছিলোঁ। কিন্তু তথাপি মোৰ স্বামীৰ প্ৰতি মোৰ মনোভাৱৰ সলনি নহ'ল। মোক নিবলৈ তেখেতে দেউতাইতক কৈছিলহি যদিও দেউতাইতে নপঠিওৱাৰ যুক্তিবোৰ ভিত্তিহীন বুলি ভাবিবলৈ কাৰণ বিচাৰি পোৱা নাছিলোঁ।

বিমল : নোপোৱাৰ প্ৰধান কাৰণেই হ'ল অনুপ চলিহাৰ

ভাস্বতী : অনুপ চলিহা ?

বিমল : ওঁ, অনুপ চলিহা। যাৰ লগত তুমি সদায় নৈৰ পাৰত ফুৰিছিলা, ৰেস্তোৰাত চাহ খাইছিলা।

ভাস্বতী : মানুহৰ সহজ সম্বন্ধক কলঙ্কময় কৰি তুলিব পাৰে আপোনাৰ দৰে সংকীৰ্ণমনৰ মানুহেহে।

বিমল : তোমালোকৰ এই সহজ সম্বন্ধৰ কথা কলেজৰ সকলোৰে মুখে মুখে হৈছিল যদিও, মই কিন্তু তোমাক এদিনলৈকেও এই বিষয়ে কোৱা নাছিলোঁ। সেইকাৰণে মোক ঠেকমনা বুলি ক'লেও সেই অভিযোগ মই মানি লবলৈ প্ৰস্তুত নহওঁ।

লেখক : অনুপ চলিহাৰ সতে গঢ়ি উঠা তোমাৰ সম্বন্ধটো তুমি সহজ বুলি ভাবিলেও, অনুপক তোমাৰ সিমান ওচৰ চাপিবলৈ দিয়াতো তোমাৰ উচিত হোৱা নাই বুলি ময়ো ভাবোঁ। অৱশ্যে ইয়াৰ কাৰণে মই তোমাক দায়ী কৰিব খোজা নাই। দায়ী কৰিব লাগিলে তোমাৰ মা-দেউতাকে কৰিব লাগিব। কাৰণ অভিভাৱক হিচাপে তোমাৰ ওপৰত যিখিনি কৰ্তৃত্ব চলাব লাগিছিল—সেইখিনি তেওঁলোকে চলোৱা নাছিল।

বিমল : মই কিন্তু তেখেতক বহুবাৰ কৈছিলোঁ— ঘৰখনত ডেকা-ল'ৰাৰ মেল বহা কথাটো ভাল হোৱা নাই বুলি। কিন্তু তেখেতে মোৰ কথাৰ কোনো মূল্যাই নিদিয়ে।

দেউতা : মোৰ ছোৱালীয়ে—জনা-বুজা শিক্ষিত ছোৱালীয়ে কিবা বেয়া কাম কৰি পেলাব বুলি মই বিশ্বাস নকৰিছিলোঁ। তদুপৰি লগৰ ল'ৰাৰ লগত ফুৰা-চকা কৰাটো বেয়া বুলিও মই সেই সময়ত ভাবিব পৰা নাছিলোঁ।

ভাস্বতী : অনুপ চলিহাৰ লগত ফুৰা-চকা কৰাটো সমাজৰ ঠেকমনা দহজনে বেয়া বুলি ভাবিলেও মই এনে একো কৰা নাই যাৰ ফলত মোৰ মা-দেউতাৰ বা মোৰ পৰিয়ালৰ সম্মানত চেকা পৰিব পাৰে।

বিমল : এইবোৰ কথা ওলোৱাৰ পিছতো মই এবাৰ ভাস্বতীক নিম বুলি আহিছিলো। সেইবাৰো মোৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰা হ'ল।

লেখক : আৰু সেইবাবেই বোধকৰোঁ তুমি ভাবিলা, ভাস্বতীলৈ আশা নকৰি আকৌ বিয়া কৰোৱাই ভাল।

বিমল : মোৰ সিমান ইচ্ছা নাথাকিলেও মাই বৰকৈ জোৰ কৰিলে। নাতি-নাতিনীৰ মুখ চাই মৰিবলৈ

বহুতো বুঢ়া মানুহে কামনা কৰে। মোক বিয়া কৰাবলৈ জোৰ কৰাটো সেয়ে মাৰ পক্ষে একো অস্বাভাৱিক কথা হোৱা নাই।

ভাস্বতী : তেখেতে যি কাৰণেই হওক নিজৰ সংসাৰ পাতি লোৱাতো এটা চিৰন্তন সহজ উপায় বিচাৰি পালে। আৰু তেখেতৰ জীৱন-আঁচনিৰ পৰা মই বাদ পৰি গলোঁ।

লেখক : ইয়াৰ কাৰণে তুমি জানো বেয়া পাইছিলা ?

ভাস্বতী : এটা শক মই পাইছিলোঁ।

লেখক : কিয় ?

ভাস্বতী : মই লিখা-পঢ়া কৰিছিলোঁ, স্বামীৰ ঘৰলৈ নগৈ দেউতাৰ ঘৰত আছিলোঁ, কিন্তু কোনো দিনাই কল্পনা কৰা নাছিলোঁ আমাৰ দুজনৰ মাজত হোমৰ জুইক সাক্ষী ৰাখি আৰু এজনৰ আবিৰ্ভাব হ'ব। মই ভবা নাছিলোঁ তেখেতে হঠাতে আকৌ বিয়া কৰাই পেলাব। আমি দুয়ো দুয়োকে চিনি পাবলৈ সুবিধা পোৱা নাছিলোঁ সঁচা, কিন্তু চিনাকি হোৱাৰ সম্ভাৱনাৰ বাট যে এনেকৈ বন্ধ হৈ যাব—মই কেতিয়াও ভবা নাছিলোঁ। তেতিয়াৰেপৰা ময়ো দৃঢ়প্ৰতিজ্ঞ হৈ পৰিলোঁ—মনৰপৰা তেখেতৰ সকলো স্মৃতিকে মচি পেলাবলৈ।

লেখক : বিমলে বিয়া কৰালেই জানিবা সেই বুলি তেওঁৰ ঘৰৰ দুৱাৰ তোমাৰ কাৰণে কেতিয়াও জাপ খাই যোৱা নাই।

বিমল : কেতিয়াও জাপ খোৱা নাই। মোৰ ঘৰত ভাস্বতীক আদৰি লবলৈ মই সদায় উদগ্ৰীৱ।

ভাস্বতী : মিছা কথা। মোৰ বাবা সেইটো কেতিয়াও সম্ভৱ নহয়। আপোনালোক পুৰুষ, একাধিক বিয়া কৰাবলৈ সমাজে আপোনালোকক অধিকাৰ দিছে। সেই অধিকাৰৰ বলত আপোনালোকে বিবাহৰ বেদীত নাৰীক বলিদান দিবলৈ অলপো কুণ্ঠিত নহ'ব পাৰে। কিন্তু মই পুৰুষ নহয়। মই সমৰ্থন নকৰোঁ, আপোনালোকৰ সমাজৰ পুৰুষে সৃষ্টি কৰা সেই ৰীতি, সেই নিয়ম। মই বুজোঁ নাৰীৰ মৰ্মবেদনা। আপুনি বিচাৰিলেও আপোনাৰ সংসাৰত সোমাই মই নিবিচাৰোঁ আপোনাৰ বৰ্তমান স্ত্ৰীৰ অন্তৰত প্ৰলয়ৰ সূচনা কৰিবলৈ। ল'ৰা-ছোৱালীৰ সৈতে আপুনি পাতি লোৱা সুখৰ সংসাৰত জুই লগাব মই নোখোজোঁ।

লেখক : পুনৰ বিয়া কৰোৱাৰ পিছত তোমাক নিবলৈ বিচৰাটো বিমলৰ পক্ষে শোভনীয় হোৱা নাই বুলি ক'লে অৱশ্যে বঢ়াই কোৱা নহয়।

ভাস্বতী : অকল অশোভনীয়ই নহয়, ই আদিম মনোবৃত্তিৰ পৰিচায়ক।

লেখক : আদিম মনোবৃত্তিকো বহুতো সময়ত সমৰ্থন কৰিব পাৰি যদি তেনে মনোবৃত্তিৰ উৎস থাকে অন্তৰৰ অন্তঃস্থলীত, গভীৰ অনুভূতিয়ে যদি তাক কৰে পৰিচালিত। কিন্তু তোমাৰ প্ৰতি বিমলৰ তেনে কোনো গভীৰ অনুভূতি থকাৰ প্ৰমাণ মই পোৱা নাই। থকা হ'লে হয়তো বিমলে দ্বিতীয়বাৰ বিয়া কৰিবলৈ ইমান উত্ৰাৱল নহ'লহেঁতেন। তদুপৰি তোমাৰ অন্তৰতো যদি বিমলৰ প্ৰতি এধানিমানো ভালপোৱা থাকিলহেঁতেন, তেতিয়াহ'লে তোমা-লোকৰ সম্বন্ধ নিবিড় হৈ উঠাটো সম্ভৱ হ'লহেঁতেন আৰু ই ইমান সহজে তেওঁক প্ৰত্যাখ্যান কৰাৰ কাৰণো তুমি বিচাৰি নাপালা-হেঁতেন।

ভাস্বতী: আপুনি সহানুভূতিৰে মোৰ কথাবোৰ বুজিবলৈ যত্ন কৰা দেখি ভাল লাগিছে। পিছে এটা কথা, যদিও আমাৰ দুয়োৰে ভিতৰত ভালপোৱা গঢ় লৈছিল, তথাপিও মই হ'লে বহুখিনি উদাসীন কটাইছো, তেওঁৰ সৈতে মানসিক মিলন সম্ভৱ কৰি এটা আনিবলৈ উপায় বিচাৰি। কিন্তু তেওঁৰ মোৰ মাজত সৃষ্টি হোৱা ব্যৱধানখিনি আঁতৰাবলৈ কোনো উপায় বিচাৰি নাপাই হতাশ হ'বলগীয়া হৈছে।

লেখক: হ'ব পাৰে এই কাৰণেই যে তুমি বিমলৰ মাজত এনে কোনো মহত্ত্ব বিচাৰি পোৱা নাই, যিহেতুৰে পুষ্টিসাধন কৰি জীৱনটো পৰিপূৰ্ণতাৰ ফালে আগ বঢ়াই নিব পাৰা। আৰু এই কাৰণেই বিমলে তোমাৰ মনটোক অকণো আকৰ্ষণ কৰিব পৰা নাই। এনে আকৰ্ষণৰ শক্তি হয়তো গভীৰ ভালপোৱাতকৈ কম। তথাপিও বৈবাহিক জীৱন সুখৰ আৰু শান্তিময় কৰি তুলিবলৈ ই যথেষ্ট।

ভাস্বতী: ঠিক এইদৰে মই আগতে ভবা নাই যদিও এতিয়া বেচ ভালদৰে উপলব্ধি কৰিছোঁ আপোনাৰ ধাৰণা সঁচা। কি কাৰণে কব নোৱাৰোঁ, কোনো সময়তেই মোৰ স্বামীয়ে মোৰ অন্তৰৰপৰা শ্ৰদ্ধা আদায় কৰিব পৰা নাই। আনকি তেওঁৰ অসুখৰ সময়তো তেওঁৰ প্ৰতি মোৰ বিশেষ পুতৌ জন্মা নাছিল। মোৰ কথাখিনি হয়তো শ্ৰুতিকটু হৈছে। হয়তো মই আদৰ্শ গৃহিণীৰ দৰে কথা কোৱা নাই। কিন্তু মই সৰলভাৱে আপোনাৰ ওচৰত মোৰ মনৰ কথা ব্যক্ত কৰিবলৈ চেষ্টা কৰিছোঁ। মই স্বামীৰ সান্নিধ্যলৈ আহিবলৈ বেছি সুবিধা পোৱা নাই। কিন্তু যি অলপ সুবিধা পাইছিলোঁ তেতিয়াই মই মাথোন তেওঁৰ মাজত দেখা পাইছোঁ অসীম বৰ্বৰতা। আৰু ইয়েই মোৰ মনটোক তেওঁৰ প্ৰতি বিৰূপ কৰি তুলিছিল। আপুনি কোৱা মহত্ত্বৰ কোনো অস্তিত্ব মই তেওঁৰ মাজত দেখা নাছিলোঁ।

লেখক: অলপ কাৰিকৰীকৈ কবলৈ হ'লে তেওঁৰ সংস্পৰ্শত হিয়া পদুম পাহি মেলা নাছিল।

ভাস্বতী: মোৰ যে এখন হৃদয় আছে, মোৰ যে অন্তৰতো কোমল অনুভূতি আছে সেইকথা প্ৰথমে মই উপলব্ধি কৰিছিলোঁ—অনুপ চলিহাৰ সংস্পৰ্শলৈ আহি। কিন্তু হিমাংশুৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ গভীৰতাই মোক একেবাৰে অভিভূত কৰি পেলাইছে।

লেখক: হিমাংশু তোমাৰ সহপাঠী?

ভাস্বতী: মোৰ সহপাঠি হ'লেও হিমাংশুৰ সৈতে পৰিচয় হোৱা বেছি দিন হোৱা নাই। চিনাকি হোৱাৰ পিছত এতিয়া অনুভৱ কৰিছো আমি দুয়ো দুয়োকে চিনি পাবৰ কাৰণে যেন বহু দিনৰপৰা বাট চাই আছিলোঁ।

লেখক: হিমাংশুৰো তোমাৰ দৰে এখনি সংস্কৃতি-সম্পন্ন অন্তৰ নিশ্চয় আছে। আৰু সেয়ে বোধহয় তোমালোকে এজনে আনজনক আকৰ্ষণ কৰিছা। আৰু বোধকৰোঁ এই কাৰণেই তুমি এতিয়া হিমাংশুক বিয়া কৰাবলৈ ওলাইছা।

ভাস্বতী: লিখা-পঢ়া নকৰা হ'লে হয়তো কথা কিছু বেলেগ হলহেঁতেন। কিন্তু লিখা-পঢ়া কৰিলোঁ। আৰু এই কালছোৱাত বহুত ধুমুহা মোৰ জীৱনলৈ আহিল আৰু গ'ল। এতিয়া মই বিচাৰোঁ মোৰ জীৱনৰ সোঁত এটা নিৰ্দিষ্ট খতিত

প্ৰবহমান হওক। সেয়ে সহযাত্ৰী হিচাপে মই বিচাৰোঁ হিমাংশুক। আৰু ইয়াতকৈ হয়তো ডাঙৰ কথা এয়ে যে হিমাংশুৰ প্ৰতি গঢ়ি উঠা যি গভীৰ আকৰ্ষণে মোক অভিভূত কৰিছে আৰু ইয়াকেই বোধহয় প্ৰেম, ভালপোৱা বুলি কব পাৰি—এই ভালপোৱাৰ মাজতে, মই অনুভৱ কৰিছো, মোৰ নিজৰ সত্তাটোক উপলব্ধি আৰু পৰিস্ফুট কৰিব পাৰিম।

লেখক : হিমাংশুৰো মনৰ কথা এয়ে নে? সকলো প্ৰতিকূল অৱস্থাৰ সন্মুখীন হ'বলৈ তোমাৰ দৰে হিমাংশুও প্ৰস্তুত নে?

হিমাংশু : সকলো প্ৰতিকূল অৱস্থাৰ সন্মুখীন হবলৈ মই সাজু।

লেখক : পাহৰি নাযাবা জীৱনটো ৰোমাঞ্চ নহয়। তুমি উপলব্ধি কৰিব লাগিব, প্ৰেম অন্তৰৰ সাময়িক উচ্ছ্বাসতকৈ গভীৰ।

হিমাংশু : সেই উপলব্ধি মোৰ হৈছে।

লেখক : অকল সিমানেই নহয়, তোমাৰ প্ৰেমক তুমি প্ৰতিষ্ঠা কৰিব লাগিব—যুক্তিৰ বেদীত।

হিমাংশু: মোৰ ভালপোৱাক চালি-জাৰি চাব লাগিব।

লেখক : এৰা, সেয়ে।

হিমাংশু: তাকে কৰাটো যদি আপুনি বিচাৰে তেন্তে মই অকপট চিত্তে আজি আপোনাৰ আগত স্বীকাৰ কৰিম—চাইছো বুলি। বৈজ্ঞানিকে ফুলৰ পাপৰিবোৰ ছিঙি মোহাৰি পেলোৱাৰ পিছতো ফুলৰ সুগন্ধ হেৰাই নোযোৱাৰ দৰে, মোৰ প্ৰেমৰ সুবাসো দুগুণে চৰিছে, কমা নাই।

লেখক : তেন্তে তুমি ভাস্বতীক বিয়া কৰাবলৈ দৃঢ়-প্ৰতিজ্ঞ!

হিমাংশু : মই স্থিৰ সিদ্ধান্ত লৈছো। মোৰ সংকল্প অটল।

লেখক : ভাস্বতীৰ মা-দেউতাৰ মন তুমি নোপোৱা।

হিমাংশু : নাপাম বুলিয়েনো আপুনি কেনেকৈ ডাঠি ক'ব পাৰে?

লেখক : ভাস্বতীৰ মাক পুৰণিকলীয়া মানুহ। ভাস্বতীৰ দেউতাকো সংস্কাৰ-বিমুক্ত নহয়।

হিমাংশু : কিন্তু তেওঁলোকে নিশ্চয় বুজিছে, ভাস্বতীৰ কল্যাণ হওক বুলি ওঠৰ বছৰৰ আগতে যি কৰিছিল—তাৰ ফল তেওঁলোকে আশা কৰা দৰে নহ'ল। ভাস্বতীৰ জীৱনত নিষ্ফল হ'ল হোমৰ আগত উচ্চাৰণ কৰা পবিত্ৰ মন্ত্ৰ।

লেখক : তুমি যিমান সহজে বুজিছা, তেওঁলোকে হয়তো সিমান সহজে বুজিবলৈ চেষ্টা নকৰিব।

হিমাংশু : কিন্তু ভাস্বতীৰ জীৱন বিষময় কৰি তোলাটো তেওঁলোকৰ কামনা নিশ্চয় নহয়। ভাস্বতীৰ জীৱন সুখ আৰু তৃপ্তিৰে ভৰি উঠক—এইটো তেওঁলোকে মুখেৰে ফুটাই নক'লেও অন্তৰেৰে নিশ্চয় বিচাৰে।

লেখক : ভাস্বতী, তোমাৰ মত কি? তোমাৰপৰা মা-দেউতাৰাই বহুতো আশা কৰে। তুমি তেখেতসকলৰ আশাত কুঠাৰাঘাত কৰিবানে? তেখেতসকলৰ মনত আঘাত দিবানে?

ভাস্বতী : মই আজি যি কৰিবলৈ ওলাইছো সেই কামত মা-দেউতাৰ সম্পূৰ্ণ সমৰ্থন থকা হ'লে সঁচাকৈয়ে বৰ আনন্দৰ কথা হ'লহেঁতেন। কিন্তু কিয় যে সমৰ্থন কৰিব নোৱাৰে, বুজিব নোৱাৰোঁ। তেখেতসকলৰ অন্তৰত মই আঘাত দিয়াটো যেনেকৈ অনুচিত, মোৰ অন্তৰতো তেখেতসকলে আঘাত দিয়া উচিত নহয়। মোৰ সমস্তাটো

তালৈকে বুজিবলৈ চেষ্টা কৰা জানো উচিত নহয় তেওঁলোকে? অৱশেষে সুবুজি পুৰণি সংস্কাৰকে খাঁকোৰ-গজালি দি ধৰি থাকিলে মই নিৰুপায়।

লেখক: কিন্তু মা-দেউতাৰ আশীৰ্বাদ নোপোৱাকৈ ইমান ডাঙৰ কাম এটা কৰিবলৈ তোমাৰ সাহ হ'বনে?

ভাস্বতী: মোৰ বিশ্বাস, মই মা-দেউতাৰ আশীৰ্বাদৰ-পৰা বঞ্চিত নহম। সক্ৰিয়ভাৱে মোৰ সতে সহযোগ নকৰিলেও নিষ্ক্ৰিয় হৈ বহি থাকি তেওঁলোকে নিশ্চয় অনুমোদন জনাব।

লেখক: বিমলৰ তৰফৰপৰা বাধা আহিব পাৰে।

হিমাংশু: সেই বাধা মই অতিক্ৰম কৰিম।

লেখক: কিন্তু তোমালোকৰ এই কামে সমাজত আলোড়নৰ সৃষ্টি কৰিব।

ভাস্বতী: সমাজৰ কথা মোক নকব। আমাৰ বেলিকাহে সমাজ সদায়ে সজাগ, সদায় সচেতন। কিন্তু পুৰুষৰ বেলিকা সমাজ শুই থাকে। সমাজে কিয় মোৰ স্বামীক দ্বিতীয়বাৰ বিয়া কৰাওঁতে বাধা নিদিলে? সমাজে কিয় মোৰ স্বামীক তেতিয়া মোৰ প্ৰতি থকা তেওঁৰ দায়িত্বৰ কথা সোঁৱৰাই নিদিলে? সেয়ে এইখন সমাজৰ পুৰুষে গঢ়া ৰীতি-নিয়মবোৰৰ কথা ক'লে মোৰ মনটো বিদ্ৰোহী হৈ উঠে। সমাজে আমাক সদায়ে নিষ্পেষণ কৰাটো আমি আৰু সহ্য কৰি নাথাকোঁ।

লেখক: তোমাৰ দৰে আদৰ্শ নাৰীৰ প্ৰতি দহজনৰ আস্থা কমিব।

ভাস্বতী: মই আদৰ্শ নাৰী হব নোখোজো।।

হিমাংশু: ভাস্বতীৰ দৰে বিনকলে, তেওঁলোকে শক্তি পাব, অন্তৰৰ বেজাৰৰ বোজা আঁতৰাই পেলাবলৈ। আৰু তেওঁলোকৰ সংখ্যাও সমাজত নিচেই তাকৰ নহয়। এওঁলোকে ভাস্বতীক পথ-প্ৰদৰ্শক বুলি পূজা কৰিব।

লেখক: সংসাৰৰ পংকিলতাই তোমালোকৰ প্ৰেমক মলিয়ন কৰি পেলাব।

হিমাংশু: কল্যাণী গৃহিণী ৰূপে ভাস্বতীয়ে পংকিলতাত পঙ্কজৰ জন্ম দিব।

ভাস্বতী: মহত্বৰ গৌৰবে মোক তুলিব গৰীয়ান কৰি।

লেখক: কিন্তু সেই পথ ভোগৰ পথ, কামনাৰ পথ, প্ৰবৃত্তিৰ পথ। সেই পথেদি তোমালোকৰ প্ৰেমে মুক্তিৰ সোৱাদ নাপায়। মোহ বন্ধনৰ মাজত তাৰ অস্তিত্ব হেৰাই যাব।

ভাস্বতী: আমাৰ প্ৰেম আপুনি স্বীকাৰ কৰি লৈছে। কিন্তু অনুমোদন কৰা নাই আমাৰ বিবাহৰ সিদ্ধান্ত। তাৰ মানে আপোনাৰ মন একেবাৰে সংস্কাৰ-বিমুক্ত নহয়। আমাৰ শিৱত হাত থৈ যাত্ৰা আমাৰ জয়যুক্ত হওক বুলি আশীৰ্বাদ কৰিবলৈ লেখক, নাট্যকাৰ, সাহিত্যিক, আপুনিও সংকোচবোধ কৰে।

লেখক: তুমি ভুল বুজিছা। কোনো সংকোচ মোৰ নাই। মই মাথোন কল্পনা কৰিছোঁ তোমালোকৰ বাবে মহত্বৰ জীৱন।

হিমাংশু: আপোনাৰ কল্পনাই বাস্তৱক কৰিছে আওকাণ।

লেখক: মোৰ কল্পনাই বাস্তৱৰপৰাই আহৰণ কৰিছে তাৰ প্ৰবাহ, তাৰ প্ৰাণশক্তি।

ভাস্বতী: কাপুৰুষ আপুনি! সত্যক সুন্দৰভাৱে সাহিত্যৰ মাজেৰে সমাজত সুপ্ৰতিষ্ঠিত কৰিবলৈ সংসাহস আপোনাৰ নাই।

লেখক : শুনা ভাস্বতী, দৃশ্যমান জগতখনহে কেৱল বাস্তৱ নহয়, সত্যৰ বীজ অঙ্কুৰ মাথোন তাৰ ভিতৰতে নিহিত থকা নাই। সত্য আৰু বাস্তৱৰ পৰিধি বস্তু-জগতৰ সীমা অতিক্ৰম কৰি মানুহৰ ভাব-জগতলৈ মানুহৰ অন্তৰৰ অনুস্থলিলৈ আত্মাৰ অনিৰ্বচনীয়তাৰ মাজলৈকে বিয়পি পৰিছে। মই শিল্পী, মই নাট্যকাৰ, মই স্ৰষ্টা। সেয়ে মোৰ কল্পনা বস্তু-জগতত অকল আবদ্ধ নেথাকে। থাকিব নোৱাৰে। সেয়ে মই বিচাৰো তোমালোকৰ সংস্কৃতিসম্পন্ন অন্তৰে আজি বোধন কৰক সেই প্ৰেমক। যি প্ৰেমে তোমালোকক লৌকিকতাৰ ঠেক সীমা অতিক্ৰম কৰি অসীম প্ৰেমৰ মাহাত্ম্য উপলব্ধি কৰিবলৈ ত্যাগৰ মাজেৰে, ভোগ-বাসনাৰ নিবৃত্তিৰ মাজেৰে অন্তৰ-আত্মাৰ অনুস্থলিত মধুৰ মিলন আনন্দ। মাথোন এই প্ৰেমেইহে সত্য। এই প্ৰেমেইহে অক্ষয় আৰু চিৰন্তন।

হিমাংশু : কিন্তু মাটিৰ মানুহ আমি। আপোনাৰ আদৰ্শ প্ৰেমৰ কল্পনা পৃথিৱীৰ তেজ-মঙহৰ মানুহৰ বাবে নহয়। পৃথিৱীক আঁকোৱা-গজালি দি ধৰি থাকিবলৈ আমাৰ অপৰিসীম মোহ। এই মোহপাশত বান্ধ খাই থকাৰ বাহিৰে যে আন উপায় নাই।

লেখক : তুমি পুৰুষ হিমাংশু। তোমাৰ মনৰ গতি-প্ৰবাহৰ ৰূপ তুমি যি বুলি ভাবিছা ঠিক তেনে নহয়। মই কম তুমি নিজকে চিনিব পৰা নাই। তেজ-মঙহৰ মানুহ হ'লেও তোমাৰ এখনি অন্তৰ আছে। এই অন্তৰখনৰ আছে চিৰন্তন হেঁপাহ, কল্পনাৰ মানসী প্ৰিয়াক পৃথিৱীৰ কোনো নাৰীৰ মাজত নিজকে বিচাৰি পাবলৈ। আজি ভাস্বতীৰ মাজতে তুমি হয়তো দেখা পাইছা তোমাৰ মানস প্ৰতিমাৰ মূৰ্তিমতী ৰূপ। সেই ভাস্বতীৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ মোহে তোমাক অভুৎ কৰি পেলাইছে। কিন্তু বিবাহৰ মাজেদি সেই বন্ধন যদি চিৰন্তন কৰিব খোজা, তেনেহলে তুমিয়ে হয়তো হতাশ হ'বা আগতে। তোমাৰ অন্তৰৰ গতি-চাঞ্চল্যই তোমাক তৃপ্তিৰে সোৱাদ লবলৈ নিদিয়ে। নতুনৰ বান্ধনত সি আকৌ চঞ্চল হৈ পৰিব।

ভাস্বতী : আপুনি পুৰুষ হিমাংশুৰ অন্তৰৰ গতি চাঞ্চল্যৰ কথা ভাবিছে, কিন্তু ভবা নাই মোৰ মনৰ কথা। মই নাৰী। মই অভিসাৰিকাৰ দৰে আগবাঢ়ি আহিছোঁ হিমাংশুৰ মাজলৈ। নিজকে বিলাই জীৱনটো সাৰ্থক কৰি তুলিবলৈ হিমাংশুৰ অস্তিত্ব মই অনুভৱ কৰিব খোজো নিবিড় সান্নিধ্যৰ মাজেৰে। ধূপ যেনেকৈ জ্বলি জ্বলি নিঃশেষ হৈ যায়, মই নাৰী-ময়ো নিজকে শেষ কৰি দিম হিমাংশুৰ সেৱাত।

লেখক : মইতো তেনে ৰূপ কল্পনা কৰা নাছিলোঁ।

ভাস্বতী : আপুনি ভুল কৰিছিল।

লেখক : কিন্তু তুমিতো সাধাৰণ নহয়, তুমি যে অনন্যা। ভাস্বতী তুমি। মই ভাবিছিলোঁ ধীমান পুৰুষৰ দৰে গতিশীল হ'ব তোমাৰ অন্তৰ। কোনো নিৰ্দিষ্ট বিন্দুত আহি সি শেষ হৈ নাযায়। বিভিন্ন ৰূপৰ মাজেৰে আত্মপ্ৰকাশ কৰি আগ বাঢ়ি যাব অনন্তৰ কালে।

ভাস্বতী : আমাক ক্ষমা কৰিব। আমি আপোনাৰ আশাত ৰূপ দিব নোৱাৰিলোঁ।

লেখক : মোৰ সন্মুখত ভাস্বতীৰ দুটা বেলেগ ৰূপ দেখিবলৈ পাইছোঁ। এটি মোৰ মানসকন্যা অশৰীৰি ভাস্বতী, আৰু আনটো হ'লা তুমি।

ভাস্বতী : কাক আপুনি বাছি ল'ব নাটৰ নায়িকা ৰূপে? মোক নিশ্চয় নহয়।

লেখক : এইখিনিলৈকে দুয়োটা ৰূপেই একেটাতে বিলীন আছিল। ভাস্বতীৰ একেটা ৰূপেই মই মানস চকুৰে দেখা পাইছিলোঁ। কিন্তু এতিয়া হ'ল বিচ্ছেদ ৰচনা তোমাৰ সতে। তোমালোক তোমালোকৰ পথেদি যোৱা। মই বাধা নিদিওঁ, আৰু মই, মই যাওঁ মোৰ বাটেদি। ৰূপ দিওঁ মোৰ কল্পনাক, মোৰ আদৰ্শক, মোৰ সাহিত্যক। মোৰ মানসকন্যা, মোৰ কল্পনাৰ ভাস্বতী ধ্যানলোকৰ ভাস্বৰ জ্যোতিত হওক উদ্ভাসিত। সাংসাৰিক জীৱনৰ ঠেক সীমা অতিক্ৰম কৰি মোৰ সাহিত্যত প্ৰেমে নিখিলৰ মাজত কৰক প্ৰতিষ্ঠা লাভ। মোৰ ভাস্বতীৰ প্ৰেম ত্যাগৰ মাজেৰে হওক অম্লান। হওক সুন্দৰ।

ভাস্বতী : আমি যাওঁ।

লেখক : যোৱা। কিন্তু যদি কেতিয়াবা মোৰ কথাৰ সত্যতা উপলব্ধি কৰা আকৌ উভতি আহিবা। সেই পৰম লগ্নৰ বাবে মই উদগ্ৰীৱ হৈ বাট চাই থাকিম।

# কস্তুৰী

নাৰায়ণ বেজবৰুৱা

ৰত্নাৰ মুখৰ ছবিত বিদ্যুতে নিজৰ ৰূপ প্ৰতিফলিত হোৱা দেখা পাইছিল। তেওঁৰ নাৰ্চিচাচ মনে ৰত্নাৰ ৰূপত যেন অন্ধ হৈ পৰিছিল। কিন্তু বিদ্যুতে নাজানিছিল ৰত্না তেওঁৰ নিজৰে ভনীয়েক, যি সকতেই নাও-দুৰ্ঘটনাত নোহোৱা হৈছিল আৰু চঞ্চলৰ ঘৰত চঞ্চলৰ ভনীয়েকৰূপে পৰিচিত আৰু ডাঙৰ-দীঘল হৈছিল। ইপিনে চঞ্চলে নাজানিছিল, প্ৰতিভা তাৰ আচল ভনীয়েক, যি সকতেই অপসাৰিত হৈ ৰায়বাহাদুৰৰ জীয়েকৰূপে ডাঙৰ হৈছিল আৰু বিদ্যুতৰ সৈতে বিয়া হৈছিল। ঘটনাচক্ৰত সকলো ৰহস্যৰ ভেদ ভাঙি পৰিল। নাৰ্চিচাচ মোহগ্ৰস্ত বিদ্যুতে নিজৰ মনৰ বন্ধ কোঠাৰ দুৱাৰ খুলি দিলে আৰু প্ৰতিভা, ৰত্না আৰু চঞ্চলকো আদৰি ললে।

চৰিত্ৰ

বিদ্যুত

প্ৰতিভা

চঞ্চল

ৰঙ্গা

কিশান চাঁদ

ৰায়বাহাদুৰ

প্ৰথম প্ৰচাৰ : ১৯৬৬

[ জিলিৰ মাত আৰু দেৱালত বাতি এক প্ৰজাৰ শব্দ। টক-টককৈ ঘড়ীৰ শব্দ ক্ৰমে ক্ষীণ হৈ পটভূমিত চলি থাকে। ]

প্ৰতিভা: [ সেহাই কোৱাৰ দৰে ] আৰু নহয়—নোৱাৰো—এনেকৈ বাচি থকাতকৈ—[ ঘড়ীৰ টক-টক বেছিকৈ শুনা যায় ]

[ দুৰৰপৰা দুৱাৰত টক্‌টক্। দুৱাৰ খোলাৰ শব্দ। ভৰিৰ জোতাৰ শব্দ ক্ৰমে মাইকৰ ওচৰ চাপি আহে ]

বিদ্যুত: তুমি কি কৰিছা ?

প্ৰতিভা: কি কৰিব লাগে ?

বিদ্যুত: কি কৰিব লাগে, মানে। ম—ই যে আহিছো দেখিছানে নাই ?

প্ৰতিভা: বাতি এক বজাত কোন মানুহ ঘৰলৈ আহে, মই কেনেকৈ জানিম। মই যদি শুই থাকিলোঁহেতেন।

বিদ্যুত: শুই নেথাকিবলৈ তোমাক কোনে কৈছিল ? হাও ষ্ট্ৰেঞ্জ। [ জোতাৰে ইফাল সিফাল কৰা শব্দ ]

বিদ্যুত: কি কৰিছা ?

প্ৰতিভা: তোমাক কেলেই ?

বিদ্যুত: মোক কেলৈই। মানে ?

প্ৰতিভা: মানে—মোৰ ওপৰত তোমাৰ অধিকাৰ কি ?

বিদ্যুত: ওঁ, অধিকাৰ কি ? প্ৰতিভা।

প্ৰতিভা: [ নিমাত ]

বিদ্যুত: প্ৰতিভা।

প্ৰতিভা: [ নিমাত ]

বিদ্যুত: প্ৰতিভা প্ৰতিভা প্ৰতিভা। [ জোতাৰে খট্-খটাই অধৈৰ্য হৈ কোঠাত ইফাল সিফাল কৰা শব্দ ]

বিদ্যুত: [ ওচৰলৈ আহি ] শুনা—

প্ৰতিভা: কি শুনিব লাগে ?

বিদ্যুত: মোক তুমি বিয়া কৰাইছিলা কিয় ?

প্ৰতিভা: বিয়া কৰাইছিলোঁ কিয় ?

বিদ্যুত: ওঁ, বিয়া কৰাইছিলা কিয় ?

প্ৰতিভা: বিয়া, মই কৰোৱা নাই। কৰাইছিলা তুমি—তোমাৰ মাজত লুকাই থকা কামান্ধ পশুটোৱে। কিন্তু—কিন্তু [ উচুপে ]

বিদ্যুত: আৰু সেই পশুটোৰ ওচৰতেই তুমি আত্মসমৰ্পণ কৰিছিলা—

প্ৰতিভা: পশুটোৰ ওচৰত নহয়। মুগ্ধ হৈছিলোঁ তোমাৰ মাজত মোৰ অন্তৰৰ প্ৰতিবিম্ব দেখি —a heart, yes, a heart.

বিদ্যুত: কি ? a heart ? কাৰ ? তোমাৰ ? হাঃ হাঃ হাঃ হাঃ।

প্ৰতিভা: ওঁ, তোমাৰ মুখমণ্ডলত জিলিকি উঠা যেন দেখিছিলোঁ মই নিজকেই—আৰু তাতেই মই আকৃষ্ট হৈছিলোঁ।

বিদ্যুত: অৰ্থাৎ মোৰ প্ৰেমত নপৰি পৰিছিলা নিজৰ প্ৰেমত—হাঃ হাঃ হাঃ হাঃ।

প্ৰতিভা: নেহাঁহিবা।

বিদ্যুত: কাৰণ ?

প্ৰতিভা: কাৰণ, মই সহিব নোৱাৰোঁ।

বিদ্যুত: কি সহিব নোৱাৰা ?

প্ৰতিভা: মোক তাচ্ছিল্য কৰা।

বিদ্যুত: আৰু যেতিয়া তুমি মোক তাচ্ছিল্য কৰা ?

প্ৰতিভা : তাচ্ছিল্য মই কৰা নাই।

বিদ্যুত : কোনে কৰিছে ?

প্ৰতিভা : কৰিছে মোৰ চকুৱে—

বিদ্যুত : তোমাৰ চকুৱে ?

প্ৰতিভা : ওঁ, মোৰ চকুৱে – my inner eye—inner eye—মোৰ চকুৱে—এতিয়া তোমাৰ ধুনীয়া মুখখনত দেখা পাইছে আত্ম-অভিমানী এটা পশু—পশু—

বিদ্যুত : কেছোঁৱেই নহয়। পশুৰ সান্নিধ্য বিচাৰি, বলিয়া তুমি নহ'লেও চলিলেহেঁতেন। হুঁহ্ মই এটা পশু। আৰু তুমি ? তুমি—

প্ৰতিভা : উস্ এৰি দিয়া। ডিঙিত তেনেকৈ চেপি ধৰিছা কিয় ?

বিদ্যুত : নিদিওঁ এৰি। [ জোঁকাৰি দিয়া যেন লাগে ]

প্ৰতিভা : মোক তুমি—

বিদ্যুত : ওঁ, এনেকৈ চেপি মাৰি পেলাম।

প্ৰতিভা : আ—হ্ ! এৰি দিয়া। এৰি দিয়া—

বিদ্যুত : [ কোপাই ] এৰি দিব লাগে। আৰু, দিছোঁ এৰি। Go and have a good sleep. [ জোতাৰে খটখটাই ইফাল সিফাল কৰে। বটলৰপৰা গিলাছত বাকী পানী খায়। প্ৰতিভাৰ উচুপনি শুনা যায়। ]

· [ লাহে লাহে মাইকৰপৰা ক্ৰমে জোতাৰ শব্দ দূৰলৈ যায় ] [ দুখত কয় ] জানা ?

প্ৰতিভা : কি ?

বিদ্যুত : মই ভাবো—

প্ৰতিভা : কি ভাবা ?

বিদ্যুত : ভাবো, মই তোমাক ভাল পাওঁ, কিন্তু এতিয়া—

প্ৰতিভা : এতিয়া জানিলা। ভাল নোপোৱা ? ঘিণ কৰা—আৰু সেই ঘৃণাৰ কাৰণে খঙতে এদিন মাৰি পেলাবা—

বিদ্যুত : No, No, I tried to love you Prativa. Love you—love you ! Yes, love you.

প্ৰতিভা : But why ? Why should you love me ?

বিদ্যুত : কব নোৱাৰো প্ৰতিভা। মই, মই নিশ্চয় কাৰোবাক ভাল পাব লাগিব। কিন্তু কাক ? ভাবিছিলোঁ হয়তো তোমাকেই। এৰা, মই। মই। তোমাকতো মই বেয়া নেপাওঁ। বেয়া নেপাওঁ। বেয়া নেপাওঁ। তেন্তে—তেন্তে, মই তোমাক ভাল পাওঁ নেকি ? [ গাত ধৰি নিঃসহায়ৰ দৰে যেন জোঁকাৰি দিয়ে ] কোৱা, কোৱা প্ৰতিভা—মই তোমাক ভাল পাওঁ ?

প্ৰতিভা : উন্মাদৰ আকৌ ভালপোৱা ! নিষ্ঠুৰ, স্বাৰ্থপৰ ! তথাপিও তথাপি তুমি মোৰ স্বামী, আৰু মই ? মই তোমাৰ স্ত্ৰী। Let us be content with that, love or no love.

বিদ্যুত : But how can one live without love ?

প্ৰতিভা : A brute can. And a woman needs a brute. Yes, She needs a brute —brute—brute—

বিদ্যুত : মই তেন্তে এটা brute— ? আৰু সেই bruteটোকে তোমাৰ আৱশ্যক—যেতিয়ালৈকে সি বলিয়া হৈ তোমাক ডিঙিত চেপা মাৰি নধৰে, নহয়নে ? [ অধৈৰ্য হৈ জোতাৰে খোজ কাঢ়ে ] শুনা প্ৰতিভা। মই বুজিছোঁ। সঁচাকৈয়ে মই এটা brute এটা—পশু—এৰা, পশু।

[ খট্‌-খটকৈ খৰকৈ মাইকৰ ওচৰলৈ আহি প্ৰায় ফুচ্‌-ফুচাই কয় ] কিন্তু প্ৰতিভা, মই যদি জানিলোঁ-হেঁতেন মই তোমাক ভাল পাওঁ, আৰু যদি জানিলোঁহেঁতেন, তুমিও মোক ভাল পোৱা আৰু, আৰু...

প্ৰতিভা : [ থপ্‌কৰে ] আৰু কি হ'লহেঁতেন ?

বিদ্যুত : আমি সুখী হলোঁহেঁতেন—সুখী—সুখী—

প্ৰতিভা : জানা ?

বিদ্যুত : কি ?

প্ৰতিভা : জানা, তুমি যে এটা স্বাৰ্থপৰ—অহংকাৰী—·

বিদ্যুত : কি অহংকাৰ দেখিলা ?

প্ৰতিভা : তুমি নিজক লৈয়ে ব্যস্ত। মোৰ কথা এবাৰো যদি ভাবিলাহেঁতেন ? [ উচুপে ]

বিদ্যুত : নিজক লৈ ব্যস্ত কোন নহয় ? তুমিও জানো—

প্ৰতিভা : সেইবোৰ বাদ দিয়া। তুমি ভাল পোৱা বা নোপোৱা, মই বিচাৰোঁ তুমি মোৰ কথা শুনিবা। গধূলিৰ লগে লগে ঘৰ সোমাবা। এনেকৈ ৰাতি এক দুই বজালৈকে—

বিদ্যুত : জানিব পাৰোনে ঠিক কিমান সময়ত উভতিলে তুমি সুখী হবা ? ন—বজাত।

প্ৰতিভা : ওঁ, ন বজাত। সঁচা কথা কবলৈ গলে—ৰাতি তুমি কলৈকো নগ'লেই বৰ বেছি ভাল পাম।

বিদ্যুত : বেছ ! সেয়ে হব।

[ সঙ্গীত : দৃশ্য পৰিবৰ্তন ]

বন্তা : [ কাউন্টাৰৰ পৰা গিলাচত মদ ঢালি ] হোৱা।

বিদ্যুত : No, thanks.

বন্তা : কি ? তুমি মদ নোখোৱা !

বিদ্যুত। নেখাওঁ।

বন্তা : এৰিলা। নে এনেয়ে—

বিদ্যুত : এৰিলোঁ।

বন্তা : এৰিলা ? কেতিয়াৰপৰা ?

বিদ্যুত : কালি ৰাতিৰ পৰা।

বন্তা : কালি ৰাতিৰপৰা ?

চঞ্চল : [ জোতাৰে খট্‌খট্‌ কৰি দুৰৰপৰা আহাৰ লগে লগে কৈ আহে ] আৰে বিদ্যুত। কি ভাই আজি দেখোন গধূলি নৌ হওঁতেই ওলালা হি ?

বিদ্যুত : প্ৰতিভাই বিচাৰে, ৰাতি ন বজাৰ আগতে মই ঘৰ সোমাব লাগে, পাৰিলে গধূলিৰ লগে লগে।

চঞ্চল : অ, সেই কথা ! বেছ, বেছ ! সোমাব লাগে সোমাবা।

বন্তা : অ, দাদা ? বিদ্যুতদাই কালিৰপৰা মদ খাবলৈ এৰিলে নহয়।

চঞ্চল : কি ? মদ খাবলৈ এৰিলে—But, this is not a dry area.

বিদ্যুত : Dry-wetৰ কথা হোৱা নাই। It is a matter of adjustment. প্ৰতিভাই বিচাৰে। I must give up everything. She abhors—মানে মদ—মদ তেওঁ ঘিণ কৰে। সেইদেখি—মদ মই এৰিব লাগে। তুমি জানা, she is my wife.

বন্তা : নবৌৱে যদি তোমাৰ ইয়ালৈ অহাটোও ঘিণ কৰে। তেনেহলে...

বিদ্যুত : আহিবলৈ এৰিব লাগিব।

বন্তা : নবৌক তুমি খুউব ভালপোৱা বিদ্যুতদা—

বিদ্যুত : নবৌৱেৰা অৰ্থাৎ প্ৰতিভা, মোৰ বিবাহিতা

পত্নী, প্ৰতিভাক মই ভাল পাবই লাগিব। বুজিছা ৰস্তা, নবৌৱেৰাই মোক হাতৰ মুঠিত ৰাখিবলৈ বিচাৰে।

ৰস্তা : তুমিও জানো নবৌক মুঠিত ৰাখিবলৈ নিবিচাৰা বিদ্যুতদা ?

বিদ্যুত : কোনে ক'লে ?

ৰস্তা : মই কৈছোঁ।

বিদ্যুত : কেনেকৈ জানিলা ?

ৰস্তা : জানিছোঁ।

বিদ্যুত : কিহত বুজিলা ?

ৰস্তা : তোমাৰ মুখ দেখি।

বিদ্যুত : মোৰ মুখ দেখি ! মোৰ মুখত কি আছে ?

ৰস্তা : এটা টগৰ ফুল—তাৰ মাজত এটা পোক। বিষাক্ত। খুব বিষাক্ত। জানা বিদ্যুতদা। সেই পোকটোৱে তোমাক খুলি খুলি খাব লাগিছে—

বিদ্যুত : কি ক'লা ?

ৰস্তা : ওঁ, জিলিকি আছে সেই পোকটো—তোমাৰ চকুত। সেয়া মই দেখিছোঁ যেটা সাপতকৈও বিষাক্ত সেই পোক—

বিদ্যুত : মনে মনে থাকা। চঞ্চল। মই যাওঁ— মই যাওঁ- [ দপ-দপ কৰে ওলায় যায় ]

চঞ্চল : তই কেলেই তাক তেনেকৈ ক'লি ৰস্তা ?

ৰস্তা : কোৱাৰ কাৰণ আছে—

চঞ্চল : কি কাৰণ ?

ৰস্তা : বিদ্যুতদাই ভাবে, গোটেই পৃথিৱীখন তেওঁৰ। সকলোৱে তেওঁক ভাল পাবই লাগিব, কিন্তু সেই ভাল পোৱাৰ বিনিময়ত তেওঁ সকলোকে দিব কেৱল ঘৃণা। আমি যেন মানুহেই নহওঁ—

চঞ্চল : কেনেকৈ জানিলি ?

ৰস্তা : জানিছোঁ।

চঞ্চল : কি জানিছ ?

ৰস্তা : জানিছোঁ, বিদ্যুতদাই মোক ভাল নেপায়। ভাল পায় মোৰ মুখখন—কেৱল মুখখন। মুখখনলৈকে হেবাঙৰ দৰে—বেবা লাগি চাই থাকে।

চঞ্চল : কেৱল মুখখন। কিয় ?

ৰস্তা : মোৰ মুখখন হেনো তেওঁৰ নিচেই সৰুতে ঢুকুৱা মৰমৰ ভনীয়েকজনীৰ দৰে। তেওঁ নিতৌ আহে মোৰ মুখখনৰ মাজেৰে ভনীয়েকক চাবলৈহে; মোক বিচাৰি নহয়।

চঞ্চল : তেনেহলে, সি অন্ততঃ তাৰ নিজৰ ভনীয়েকক ভাল পাইছিল। -

ৰস্তা : ভনীয়েকক ভালপোৱাৰো কাৰণ আছে। তাইৰ মুখখন বোলে হুবহু বিদ্যুতদাৰ দৰে আছিল। সেইদেখি—

চঞ্চল। তেনেহ'লেতো ভালেই। যা তই, বিদ্যুতৰ লগতে থাকগৈ। সিওঁ নিজৰ ভনীয়েকক ঘূৰাই পাব আৰু আৰ্চি নোহোৱাকৈ তোৰ মুখখনতে নিজৰ মুখখন চাই থাকিব পাৰিব। আৰু— আৰু—[ ইফালে সিফালে তহলি ] What a pity—নিজক লৈয়ে ব্যস্ত মানুহবোৰ। সিহঁত বোলে intellectual—হুঁহ্ intellectual !

ৰস্তা : তোমাৰ ইমান খং উঠিছে কিয়, চঞ্চলদা ?

চঞ্চল : মুঠিব ? তই কি বুজিবি ? জান ?

ৰস্তা : কি ?

চঞ্চল : সি মোক কৈছে—প্ৰতিভাক হেনো এৰি দিব—

ৰস্তা : নহয়, নহয়, চঞ্চলদা। বিদ্যুতদাই নবৌক

খুব ভাল পায়। নহ'লে তেওঁৰ কথা মতে, এবোঁ বোলোঁতেই কেনেকৈ মদ এবি দিলে।

চঞ্চল : এনেকুৱা মানুহে কৰিব নোৱৰা কাম একো নাই। সিহঁতে ভাবে, সিহঁত খুব মৰমিয়াল। আচলতে সিহঁত নির্দয়—নিষ্ঠুৰ—সিহঁতে আনক ভাল নেপায়—ভাল পাব নোৱাৰে। Heartless কৰবাৰ—

ৰত্না : তেনেকৈ নকবা। সেই মতে সকলো মতা মানুহকেই দেখোন···

চঞ্চল : আৰু— মাইকী মানুহবোৰ ?

ৰত্না : মই কেনেকৈ কম ? মই যে এজনী সৰু ছোৱালী। [ বৈ ] তেনেকৈ চাইছা কিয় ?

চঞ্চল : চাইছোঁ তোক কিমান বুঢ়ী দেখি—

ৰত্না : ই—হ্।

চঞ্চল : ই—হ্ নহয়। সঁচাকৈয়ে চাইছোঁ তোৰ এই সোতৰ বছৰীয়া ধুনীয়া মুখখনৰ মাজত লুকাই থকা, আজিৰপৰা পঁচিশ বছৰৰ পিছৰ মুখখন—কেনেকুৱা হ'ব। [ বৈ ] মদ আছে ?

ৰত্না : আছে।

[ মদ ঢলা, আৰু চঞ্চলে মদ খোৱাৰ শব্দ ]

চঞ্চল : ৰত্না ?

ৰত্না : কি ?

চঞ্চল : চাওঁ এইফালে আহ। বহ।

ৰত্না : এনেয়ে কোৱাচোন।

চঞ্চল : বহচোন বাৰু।

ৰত্না : ওঁ, বহিছোঁ বাৰু, কোৱা।

চঞ্চল : জান, তই কোন ?

ৰত্না : মানে ?

চঞ্চল : মানে সুধিছোঁ তই কোন ?

ৰত্না : মই কোন মানে ? মই জানো—

চঞ্চল : নহয়—নহয়—তই নেজান। তই মোৰ ভনী নহৱ—

ৰত্না [ চিঞৰি ] চঞ্চলদা—

চঞ্চল : কৈছোঁ, শুন।

[ ফ্লাছ বেক। উপযুক্ত সঙ্গীতেৰে আৱহাৱা সৃষ্টি। ধুমুহা গাজনি—পানীৰ কলকলনি—নাও জোৰে মৰা শব্দ। মানুহৰ চিঞৰ-বাখৰ ]

১ম কণ্ঠ : মাৰা নাৱৰীয়া কাই, জোৰে মাৰা। নাও বুৰ্ বুৰ্।

স্ত্রী কণ্ঠ : হে প্ৰভু বচোৱাঁ। এই অকণমানি ছোৱালীজনী !

বিদ্যুত : মা, মা, প্ৰতিমাক ভালকৈ সাৱটি ধৰা—

স্ত্রী কণ্ঠ : হে প্ৰভু ! এই অকণমানি ছোৱালীজনীক বচোৱাঁ। আমি মৰিলেও তাইক বচাই ৰখা প্ৰভু !

[ চিঞৰ-বাখৰৰ কোলাহল—পানীৰ কলকলনি—নাও বুৰা শব্দ—পানীৰ কলকলনি—ধুমুহা-ঢেৰেকনিৰ শব্দ বাঢ়ি ক্ৰমে তল পৰি যায়। ]

ৰত্না : উস্! মোৰ ইমান ভয় লাগিছে।

চঞ্চল : আজি পোন্ধৰ বছৰ আগৰ কথা। তই তেতিয়া মাত্ৰ দুবছৰীয়া ছোৱালী।

ৰত্না : তেন্তে দাদা বিদ্যুতদা সঁচাকৈয়ে মোৰ দাদা ?

চঞ্চল : ওঁ, সি তোৰ নিজা ককায়েৰ—

ৰত্না : [ চিঞৰি ] দাদা—[ মূৰ্চ্ছা ]

চঞ্চল : ৰত্না—ৰত্না—তোৰ আকৌ কি হ'ল? ৰত্না—ইস্—ইস্—ভাইৰ আকৌ কি হ'ল ? নবীন—নবীন—

নবীন : ককাইদেউ...

চঞ্চল : চাওঁ পানী অলপ—[ থপ্-থপ্ কৰে মুৰত পানী দিয়া শব্দ ]

চঞ্চল : বন্তা—বন্তা—অ, চকু মেলিছে। চাওঁ নবীন, অলপ ব্ৰাণ্ডী—

নবীন : এয়া—

চঞ্চল : চাওঁ বন্তা। মুখ মেল—

বন্তা : [ সেহাই ] কি ?

চঞ্চল : হোঁ, খাই দে—

বন্তা : কি ?

চঞ্চল : খাই দেচোন। হোঁ, মুখ মেল—

বন্তা : [ ঢোক গিলাৰ শব্দ ] [ কৰুণ সঙ্গীত ]

চঞ্চল : তাৰ পিছত শুন। নাৱৰীয়াকে ধৰি নাৱত থকা প্ৰায় দহ-বাৰ জনমান মানুহ কলৈ গ'ল, আজিলৈকে কোনেও ক'ব নোৱাৰে। নাও-খনত সাৱট মাৰি ধৰি থকাৰ কাৰণে বিহ্যুত বাচিল।

বন্তা : মোৰ কি হ'ল ?

চঞ্চল : তই—তোৰ কি হ'ল ! [ ম্লান হাঁহি মাৰি ] তয়ো বাচিলি।

বন্তা : কেনেকৈ ?

চঞ্চল : সেই নাৱত মই আছিলোঁ। তেতিয়া বিহ্যুতে মোক চিনি নেপায়। মই বচাৰ কথাও বিহ্যুতে নেজানে। আৰু তোৰ কথাও—

বন্তা : কোৱা, মই কেনেকৈ বাচিলোঁ।

চঞ্চল : মই তোক এহাতেৰে ধৰি কষ্টকাই সাঁতুৰি আছিলোঁ। পাৰৰ কেইটামান ডেকা ল'ৰাই মৰসাহ কৰি এখন নাও লৈ আমাক দুয়োকো তুলি আনিলে।

বন্তা : তাৰ পিছত ?

চঞ্চল : তাৰ পিছত তোক মই নিজৰ ভনী বুলি চিনাকি দিলোঁ।

বন্তা : আমি কলৈ গলোঁ।

চঞ্চল : পিছদিনাই গুৱাহাটীৰপৰা আমি অন্তৰ্ধান হলোঁ।

বন্তা : ক'লৈ ?

চঞ্চল : ডি—ডিব্ৰুগড়লৈ। আমাৰ ঘৰলৈ।

বন্তা : অ, ইয়ালৈ। ইয়াত তেতিয়া কোন আছিল ?

চঞ্চল : কোনো নাছিল। সকলোৱেই মোৰ মা-দেউতা ঢুকাইছে। যিবা এজনী ভনী আছিল, তাইকো এদিন কোনোবাই ঘৰৰ আগফালে উমলি থাকোঁতে ফুচুলাই লৈ গ'ল। তোতকৈ তাই তিনি-চাৰি বছৰমান ডাঙৰ হ'ব। পুলিচত খবৰ দিলোঁ। কি হ'ব। তাইৰ কৰ্টো নাছিল। খবৰৰ কাগজত নিৰুদ্দেশ-জাননী দিও একো লাভ নহ'ল। তাই হেৰাল। মই তাইক বিচাৰি বলিয়া হোৱাৰ দৰে হৈ গুৱাহাটী পালোঁগৈ। মোৰ বয়স তেতিয়া আছিল মাত্ৰ পোন্ধৰ বছৰ। আৰু নাও ডুবা ঘটনা হোৱাও আজি প্ৰায় পোন্ধৰ বছৰ হ'ল।

বন্তা : গুৱাহাটীত তুমি ক'ত আছিলা গৈ ?

চঞ্চল : যি ঘৰ মানুহৰ তাত মই থাকি পঢ়িছিলোঁ। তেওঁলোকো সেই একেখন নাৱতে উমানন্দলৈ গৈছিল। মোকো লৈ গৈছিল। কাগুন মানুহ পছোৱা। নাও বুৰিল, বাচিলোঁ তিনিটি প্ৰাণী। তাৰ ভিতৰত দুবছৰীয়া তয়ো। তোক লৈ ধৰা পৰাৰ ভয়ত গুৱাহাটী এৰিলোঁ। কিয় জানো, নিজৰ ভনীৰ দৰে তোক পাবলৈ মোৰ ইমান ইচ্ছা হৈছিল, কিন্তু...বিহ্যুতক ফাঁকি দি মই আৰু কিমান দিন...

বন্তা : বিদ্যুত দাই নিজৰ ভনীয়েক মৰিল বুলি ভাবি আছে, আৰু সেই ভনীয়েকজনীয়েই হ'লো মই। [ কান্দে ]

চঞ্চল : কিয় কান্দিছ আকবী ? মই জানো তোৰ ককায়েৰ নহওঁ ?

বন্তা : কিয় নহ'বা দাদা। কিন্তু—কিন্তু—এই কথা জনাব পিছত—

চঞ্চল : তোৰ লগত বিদ্যুতৰ সম্বন্ধ তেজৰ। কিন্তু তই মোৰ কি হব ?

বন্তা : [ নিমাত ]

চঞ্চল : ক, নকৱ কিয় ?

বন্তা : কি ক'ম দাদা। এতিয়া তুমিয়ে যে মোৰ আটাইতকৈ আপোন। কিন্তু—কিন্তু—দাদা তুমি এই বেয়া অভ্যাসটো কেলেই কৰিলা বাৰু—

চঞ্চল : কি বেয়া অভ্যাস আকবী। মদ খোৱাটো ? নহয় জানো ?

বন্তা : ওঁ—

চঞ্চল : শুন, মোৰ এই অভ্যাসটোৰ কাৰণেইতো তোৰ বিদ্যুত দাদাক তই পাব পাৰিছ।

বন্তা : বিদ্যুতদা ডিব্রুগড় পালেহি কেনেকৈ ?

চঞ্চল : বদলি হৈ। আৰু মোৰ লগত পৰি ধৰিলে মদ।

বন্তা : তুমিহে তেওঁক মদ খাবলৈ শিকাইছিলা।

চঞ্চল : ওঁ—

বন্তা : ওঁ—কেলেই ?

চঞ্চল : মই জানিছিলোঁ মোৰ দৰে এটা সামান্য কেৰাণীৰ লগত এনে উপায়ে নহ'লে কোনো হাকিম লগ নেলাগে। মোৰ বন্ধু নহয়। মোৰ ইচ্ছা আচল ককাই ভনীৰ মিলন হওক।

বন্তা : তুমি সঁচাকৈয়ে তেনেকৈয়ে ভাবিছিলা ?

চঞ্চল : তোক মোৰ লগত ৰাখি মই সুখী হ'ব পৰা নাই। মই যেন বৰ অন্যায় কৰিছোঁ বন্তা।

বন্তা : দাদা।

চঞ্চল : হয় বন্তা। বিদ্যুতে .·জানিব পা:ৰ। কিন্তু মই জানোঁ। জানি শুনি মই তাক আৰু কিমান ফাঁকি দিম। এই কথাটোৱেই আজি যেন মোৰ অন্তৰখন খুলি খুলি খাব ধৰিছে। উস্। মই তোক কেনেকৈ বুজাম !

বন্তা : নেলাগে বুজাব। হ'ব পাৰে বিদ্যুতদা মোৰ নিজৰ ককাইদেউ, তথাপি মোৰ যে তোমাক-হে নিজৰ ককাইদেউ যেন লাগে। মই মোক কেনেকৈ বুজাম যে তুমি মোৰ ককাইদেউ নোহোৱা। আৰু—আৰু বিদ্যুতদা নাই—নাই। তোমাক পৰিত্যাগ কৰি আন এজনক নিজৰ ককাই বুলি মই সাৰত্তি ল'ব নোৱাৰোঁ দাদা। মই নোৱাৰোঁ, নোৱাৰোঁ।

চঞ্চল : শুন বন্তা। তই মনে মনে থাক। একো কৰিব নেলাগে। আগেয়ে যেনেকৈ আছিলি এতিয়াও তেনেকৈ থাক। বিদ্যুতে ভাবি থাকক তই মোৰ ভনী। পাৰিবি ?

বন্তা : পাৰিম।

চঞ্চল : বেছ। সঁচাকৈয়ে তই মোৰ উপযুক্ত ভনী। সংসাৰত মোৰ কেওঁ নাই। একমাত্র তয়েই।

বন্তা : মোলৈ যদি সঁচাকৈয়ে তোমাৰ মৰম, তেনে-হ'লে মদ খোৱাটো এৰি দিয়া দাদা। পাৰিবা ?

চঞ্চল : এয়া মদ যে মই মাকতে পাওঁ আকবী। মই ক'ত কাম কৰোঁ নেজান ?

বন্তা : পৰৰ ওপৰত পালে হ'বলা অবৰ গাবে খাব

লাগে। নাই, নাই, ওহোঁ আবকাৰী অফিচৰ কেৰাণীৰ কামটোও এৰি দিয়া।

চঞ্চল : তেতিয়া খাম কি? তোক খুৱাম ক'ৰ পৰা?

বন্তা : বিদ্যুতদাৰ দৰে হাকিম হোৱা।

চঞ্চল : হাকিম হোৱাৰ বিদ্যা আৰু বয়স—মোৰ কোনোটোৱেই নাই। কিন্তু—কিন্তু—অ, বেছ মই? মই businessman হ'ম। হুঁ businessman [অহা যোৱা খোজকঢ়াৰ শব্দ] চাবি বন্তা, মই সঁচাকৈয়ে ডাঙৰ businessman হ'ম। পাইছোঁ। পাইছোঁ। কিশান চাঁদৰ লগত কাৰবাৰ কৰি এৰাতিতে ডাঙৰ মানুহ হ'ম। চাই থাক, ডাঙৰ মানুহ মই হওঁ নে নহওঁ। [খোতাৰ খোজকঢ়া শব্দ গম্ভীৰ।]

[দৃশ্য পৰিবৰ্তন। দুবৈত চিলাই কলৰ শব্দ।]

বিদ্যুত : চাওঁ প্ৰতিভা, এইফালে আহা।

প্ৰতিভা : মই চিলাই কৰিছোঁ।

বিদ্যুত : জানিছোঁ চিলাই কৰিছা।

প্ৰতিভা : জানিছা যদি কেলেই মাতিছা? নিজে আহিব নোৱাৰা?

বিদ্যুত : [খোতাৰ শব্দ। খট্‌খটাই প্ৰতিভাৰ ওচৰলৈ যোৱাৰ শব্দ] নিজে আহিব নোৱাৰা? [গাত জোৰে জোকাৰি বিয়াৰ দৰে মাত স্পষ্টৈহে উঠি।] প্ৰত্যেক কথাতে তুমি মোক অৱজ্ঞা কৰি চলিছা। জানা তুমি মোৰ বিবাহিতা স্ত্ৰী?

প্ৰতিভা : জানো স্ত্ৰী। চাকৰণী নহয়।

বিদ্যুত : [দাঁতে দাঁতে কৰচি] চাকৰণী ন-হ-য়। তোমাক মই চাকৰণী বুলি কৈছোনেকি?

প্ৰতিভা : ক'ব লাগিছে কেলেই। চাকৰণীৰ দৰে ব্যৱহাৰ কৰিলে—

বিদ্যুত : কেতিয়া চাকৰণীৰ দৰে ব্যৱহাৰ কৰিলোঁ।

প্ৰতিভা : তেনেকৈ হুকুম চলোৱা মানেই—

বিদ্যুত : কি হুকুম চলালোঁ।

প্ৰতিভা : নাই চলোৱা, কি দৰ্কাৰ তোমাৰ। নিজে উঠি আহিব নোৱাৰা? প্ৰত্যেক কথাতে মাতিবা মোক। Do you respect a woman?

বিদ্যুত : Woman আৰু wife-ৰ পাৰ্থক্য আছে।

প্ৰতিভা : পাৰ্থক্য আছে। বেছ।

বিদ্যুত : তিৰোতাক মই মানুহ বুলি নেভাবোঁ।

প্ৰতিভা : কি বুলি ভাবা। যন্ত্ৰ বুলি?

বিদ্যুত : Yes যন্ত্ৰ, যন্ত্ৰ, যন্ত্ৰ—

প্ৰতিভা : [ঠাট্টাৰ সুৰত] আৰু তোমালোক অৰ্থাৎ তোমাৰ দৰে অন্ধ পুৰুষবোৰ সেই যন্ত্ৰৰ ড্ৰাইভাৰ। What a narrow outlook—

বিদ্যুত : ইংৰাজী থোৱা। অসমীয়াতে কোৱা।

প্ৰতিভা : মই ক'লেও, তুমি ক'ব নোৱাৰিবা। তোমাৰ weakness ক'ত মোৰ জনা আছে।

বিদ্যুত : weakness?

প্ৰতিভা : ওঁ, weakness.

বিদ্যুত : ক'ত?

প্ৰতিভা : ইংৰাজীত।

বিদ্যুত : ইংৰাজীত?

প্ৰতিভা : ওঁ ইংৰাজীত। ইংৰাজীত তুমি নিজকে মহাপণ্ডিত বুলি ভাবা। আৰু ভাবা, তোমাৰ দৰে intellectual giant—

বিদ্যুত : আলবত ভাবোঁ। পিছে কি হ'ল?

প্ৰতিভা : পিছে সেয়ে হৈছে। বাকী এটাইবোৰ মূৰ্খ।

বিদ্যুত : এটাইবোৰ মূৰ্খ নহলেও, তুমি যে মূৰ্খ তাক স্বীকাৰ কৰা।

প্ৰতিভা : গালি খাই, মনে মনে থকাৰপৰা লাভ ?

বিদ্যুত : কোনে গালি পাৰিছে।

প্ৰতিভা : চব্বিছ ঘন্টা দোষ ধৰি থকাকে গালি বোলে। নিজৰ দোষবোৰ তুমি আনৰ গাত দেখা পোৱা।

বিদ্যুত : You need not mirror my image. I know who am I।

প্ৰতিভা : জানা যে তোমাৰ সমান কোনো নাই।

বিদ্যুত : মোৰ সমান এটাইবিলাক হোৱা হ'লে, নিশ্চয় তুমি সুখী হ'লাহেঁতেন।

প্ৰতিভা : আন সমান হওক বা নহওক, I am not interested. মই জানো মোৰ মৰ্যাদা তোমাতকৈ কোনো গুণে হীন নহয়। সকলো দিনৰপৰা তোমাতকৈ মই শ্ৰেষ্ঠ।

বিদ্যুত : হাঃ হাঃ হাঃ হাঃ শ্ৰেষ্ঠ। কাতকৈ ?

প্ৰতিভা : তোমাতকৈ।

বিদ্যুত : সেই দেখিয়েই বোধকৰোঁ মই তোমাক ভাল পাব খুজিও ভাল পাব পৰা নাই।

প্ৰতিভা : Are you capable of love ?

বিদ্যুত : What do you mean ?

প্ৰতিভা : আনক ভাল পাবলৈ তোমাৰ ভিতৰত ঠাই আছে জানো।

বিদ্যুত : মানে ?

প্ৰতিভা : মানে, জীৱনত কেতিয়াবা কাৰোবাক ভাল পাইছিলানে ?

বিদ্যুত : ভালপোৱা হ'লে, তোমাৰ কাৰণে নিশ্চয় ভাল নহ'লহেঁতেন।

প্ৰতিভা : ভাল নহ'লেও, বেয়া একো নহ লহেঁতেন।

বিদ্যুত : বাক, তুমি কোৱা। জীৱনত কাৰোবাক একেডিয়াবা ভাল পাইছিলা ?

প্ৰতিভা : Do you expect a wife to confess ? Yes, a wife ?

বিদ্যুত : তুমি মোৰ wife নোহোৱা হ'লে, নিশ্চয় কোৱাত আপত্তি নাছিল। কিন্তু মই কি ভাবোঁ জানা ?

প্ৰতিভা : কি ?

বিদ্যুৎ : মই ভাবোঁ তোমাৰ দৰে ছোৱালীয়ে love কি বস্তু নেজানে। You are a prig।—a vanity queen.

প্ৰতিভা : [ ঠাট্টাৰ সুৰত ] হুহ্ অন্ততঃ queen-ৰ মৰ্যাদা আছে বুলি বিশ্বাস কৰা ?

বিদ্যুত : সেই মৰ্যাদাও তুমি পাইছা মোৰ পৰা।

প্ৰতিভা : কি ?

বিদ্যুত : বুজা নাই—A wife has no existence apart from her husband.

প্ৰতিভা : O' that old theory !

বিদ্যুত : শুনা।

প্ৰতিভা : কি ?

বিদ্যুত : Let us make a compromise. তুমিও কিছু বাদ দিয়া, মইো—

প্ৰতিভা : তুমি বাদ দিব নেলাগে। মই দিলেই হ'ব। মই যে ওৱাইফ।

বিদ্যুত : অভিমান এৰা।

প্ৰতিভা। অভিমান নহয়। সমাজৰ দাবী।

বিদ্যুত : সমাজ তুমি মানা ?

প্ৰতিভা : মানিবই লাগিব। নহ'লে, সমাজ এৰিব লাগিব।

বিদ্যুত : সমাজৰ লগত আমিতো চুক্তি কৰি বিয়া কৰোৱা নাছিলোঁ।

প্ৰতিভা : সমাজৰ বাহিৰত নিশ্চয়া বিয়া কৰোৱা নাই।

বিদ্যুত : তুমি তোলনীয়া জী হ'লেও, ৰায়বাহাদুৰ পৰমানন্দ দুৱৰাৰ আচল জোঁৱাই বুলিয়েই মানুহে মোক সম্ভ্ৰম কৰি চলে।

প্ৰতিভা : কি? তোলনীয়া জী। দেউতাৰ মই তোলনীয়া জীয়েক!

বিদ্যুত : তোমাৰ ভাই ভনী কিমান?

প্ৰতিভা : কোনো নাই। মই অকলে।

বিদ্যুত : তোমাৰ মাৰ দেউতাৰা যে নিঃসন্তান জানা?

প্ৰতিভা : কেতিয়াও নহয়। উস্। তোমাক কোনে ক'লে?

বিদ্যুত : মই জানো।

প্ৰতিভা : এইটো তোমাৰ সজা কথা।

বিদ্যুত : সজা নহয়, সঁচা।

প্ৰতিভা : মিছা—মিছা—মিছা—[ উচুপে ]

বিদ্যুত : শুনা প্ৰতিভা। সঁচা হলেও মিছা হলেও, এতিয়া তুমিয়েই তেখেতসকলৰ একমাত্ৰ সন্তান। অৱশ্যে তেওঁলোকে মোক কোৱা নাই।

প্ৰতিভা : তেন্তে, তুমি সাজি সাজি মিছাকৈয়ে কৈছা। [ উচুপে ]

বিদ্যুত : ধৰা যেনিবা মিছাকৈয়ে কৈছো। ধৰা যেনিবা ৰায়বাহাদুৰেই তোমাৰ দেউতাৰা, ধৰা যেনিবা—

প্ৰতিভা : নহয়, মোক ক'বই লাগিব। তোমাক কোনে ক'লে?

বিদ্যুত : চঞ্চলে কৈছিল।

প্ৰতিভা : তেওঁ কেনেকৈ জানিলে?

বিদ্যুত : সি এজন বন্ধুৰপৰা শুনিছে।

প্ৰতিভা : নিশ্চয় কোনোবা কানি বেপাৰীৰ পৰা!

বিদ্যুত : মানে?

প্ৰতিভা : মানে, কানি বেপাৰীৰ মগজত হে নোহোৱা নোপজা কথাই ঠাই পায়। নকৰিব-লগীয়া বেপাৰ নকৰিলে, নকবলগীয়া কথা কোনেও ক'ব নোৱাৰে। চঞ্চল এতিয়া মস্ত কানি বেপাৰী। মই জানো।

বিদ্যুত : তুমিতো বহুত খবৰ জানা?

প্ৰতিভা : সেই খবৰেই নহয়, চঞ্চল এজন first class magistrate-ৰো নলে গলে লগা বন্ধু। কি যে sense of self respect সেই magistrate জনৰ!

বিদ্যুত : মই বাৰু কানি বেপাৰীৰে বন্ধু। কিন্তু তুমি যে কানি সম্ৰাটৰ জীয়েক, I mean তোলনীয়া জী।

প্ৰতিভা : দেউতা কানি বেপাৰী!

বিদ্যুত : কানি তেওঁ নিজে নকঢ়িয়াই। তেওঁ হৈছে—Principal magnet. তেওঁৰ হৈ আনে কঢ়িয়াই। এই বেপাৰত টকা খটুৱায়েই বুঢ়িছৰ দিনৰেপৰা তেওঁ লাখপতি হোৱা মানুহ। অৱশ্যে তেওঁক সকলোৱে Tea planter বুলিয়েই জানে। তেওঁ ভাগ্যৱান। তোমাৰ দৰে এজনী জীয়ৰী তেওঁৰ। তোমাকো নিশ্চয় smuggle কৰিয়েই কোনোবাই তেওঁক দিছিল। অৱশ্যে এই গোটেইবোৰ কথা মই শুনাহে। বিশ্বাস কৰিছো বুলিও নকওঁ আৰু নাই কৰা বুলিও—

প্ৰতিভা : মিছা কথা। দেউতাক মই সুধিম নহয়।

বিদ্যুত : Take it easy, take it easy, my girl—all right—আমি তেনেহ'লে আমাৰ

contract আৰু আকৌ renew কৰিব পাৰোঁ।

প্ৰতিভা : কি কথা কোৱা যে তুমি। আমাৰ contract-টো কেতিয়া ভাঙিছিল। তুমিহে—

বিদ্যুত : মই কি ?

প্ৰতিভা : তুমিহে দ্বন্দ্ব লগাই গৈছিলা !

বিদ্যুত : দ্বন্দ্ব কৰাৰ বাহিৰে জীৱনত আৰু আছে কি ? কোৱা ?

প্ৰতিভা : আছে। আছে। তোমাৰ কাৰণে তুমি আছা, আৰু মোৰ কাৰণে মই—

বিদ্যুত : সঁচাকৈয়ে আমি দুটা অদ্ভুত প্ৰাণী।

প্ৰতিভা : অদ্ভুত তুমি হ'বা কেলেই। মইহে। এজনী সামান্য তোলনীয়া জী।

বিদ্যুত : সেয়া। অভিমান নকৰা বোলে। এই অভিমানেই প্ৰমাণ কৰিছে A woman is inferior to man.

প্ৰতিভা : Don't insult a woman.

বিদ্যুত : I may not ; but how can I love a woman ?

প্ৰতিভা : নিজৰ তিৰোতাক কেনেকৈ ভাল পাব লাগে তোমাক শিকাব লাগিবনেকি ?

বিদ্যুত : ইমান দিনে যেতিয়া শিকাব নোৱাৰিলা। —O', by the way, marriage is the end of all romance ; জানা ?

প্ৰতিভা : সেইবোৰ বাজে কথা বাদ দিয়া। কোৱা এজনী তোলনীয়া জীক আচল জীয়েকৰ মৰ্যাদা দিবা নে ? নহয়, নহয়, এই কথা মিছা—মিছা —মিছা। কোৱা, তোমাক কোনে ক'লে ?

বিদ্যুত : কৈছো নহয়, চঞ্চলে।

প্ৰতিভা : চঞ্চলক মতাই অনাব পাৰা ?

বিদ্যুত : আনিলে কি হ'ব ?

প্ৰতিভা : সুধিম।

বিদ্যুত : যদি একে উত্তৰকে পোৱা ?

প্ৰতিভা : I shall turn him out.

বিদ্যুত : তাৰ বাবে চঞ্চলক তুমি মাতি অপমান কৰিবা, আৰু মই তোমাক সহায় কৰিম। হাঃ হাঃ হাঃ। তুমি নিজে নোযোৱা কেলেই ?

প্ৰতিভা : বেছ। মই নিজেই যাম।

দৃশ্য পৰিবৰ্তন

[ মটৰ এখন বাহিৰত আহি ৰয়। অলপ পিছত দুৱাৰত টুকৰিওৱাৰ শব্দ ]

চঞ্চল : কোন ? সোমাই আহক।

[ দূৰত জোতাৰ শব্দ—ক্ৰমে ওচৰ চাপি আহে—লগে লগে ]

কিশান চাঁদ : নমস্কাৰ।

চঞ্চল : অ, কিশানচাঁদ বাবু। আহক, আহক। বহক। এই বন্তা—বন্তা।

বন্তা : [ দূৰৰপৰা ] দাদা—

চঞ্চল : শুন, এইফালে আহ।

বন্তা : অ, কিশান চাঁদ বাবু।

কিশান : [ হাঁহে ] তোমাৰ ভালতো।

বন্তা : আছোঁ আৰু—

চঞ্চল : যা, যা, সোনকালে ছুপিয়লা চাহ। চাহ খাব নে কফি ?

কিশান : চাহ।

চঞ্চল : যা, তেনেহ'লে চাহকে আন। বাৰু, কিশান চাঁদ বাবু। আপুনি কোৱা কথাটো তেনেহলে সঁচা ?

কিশান : কোনটো কথা ?

চঞ্চল : সেই যে বিহ্যুত হাকিমৰ।

কিশান : Oh, I see। একদম সঁচা। বিলকুল সঁচা। কিয় ? মিছা বুলি ভাবিছেনেকি ?

চঞ্চল : নাই ভবা। কিন্তু—মই যে বিদ্যুতক কথাটো ক'লোঁ।

কিশান : আহ। ছেহ, ছেহ বৰ বেয়া কাম কৰিলে —বৰ বেয়া কাম—

চঞ্চল : কি বেয়া হ'ল ?

কিশান : ৰায়বাহাদুৰে শুনিলে মোক বৰ বেয়া পাব। মোৰ ফাদাৰৰ বন্ধু তেওঁ—

চঞ্চল : আপোনাৰ ফাদাৰৰ বন্ধু।

কিশান : বন্ধু নহৈ উপায় কি। Two great smugglers—হেঃ হেঃ হেঃ

চঞ্চল : অৰ্থাৎ এতিয়া আমি যেনেকুৱা—

কিশান : আমি কি। হাজাৰ—লাখ ?

চঞ্চল : তাতোকৈ তেওঁলোক বেছি নে ?

কিশান : আধা লাখৰ কমে তেওঁলোকে ক'তো হাত নিদিয়ে। Oh, I see। আপোনাৰ ঘৰত এই হোৱাইট পেইণ্টতো বৰ ভাল দেখা গৈছে।

বন্তা : এয়া চাহ—

চঞ্চল : এই টীপয়ৰ ওপৰতে থ'। বিস্কুট নিদিলি কিয় ?

বন্তা : অ, পাহৰিছোঁ—

কিশান : নেলাগে, নেলাগে।—bare tea will do—এহ্। চাহ খাওক। [ চাহ এঢোক খাই ] আজি সকলো ড্ৰাই নে কি ?

চঞ্চল : খাব।

কিশান : আলবট।

চঞ্চল : বন্তা—

বন্তা : [ দুৱেৰপৰা ] দাদা।

চঞ্চল : হুইস্কিৰ বটলটো আৰু দুটা গ্লাছ।

বন্তা : নিছোঁ।

চঞ্চল : চাহ দেখোন নেখালে।

কিশান : চাহ খোৱাৰ প্ৰচপেক্ট আপুনিয়েই দেখোন মাটি কৰি দিলে।

[ বটল খোলাৰ শব্দ ]

কিশান : এয়া চাওক। হেঃ হেঃ হেঃ—you are a nice girl—বন্তা।

বন্তা : ই—হ্।

কিশান : এই চব কিন্তু বৰ বেয়া বস্তু।

বন্তা : তেন্তে খায় কিয় ?

কিশান : বেয়া দেখি খাওঁ। তোমাৰ দাদা আৰু মই—

বন্তা : কি ?

কিশান : দুজন বেয়া মানুহ বেয়া—হেঃ হেঃ হেঃ। নবহা।

বন্তা : বেয়া মানুহৰ ওচৰত কোন বহে।

চঞ্চল, কিশান : হাঃ হাঃ হাঃ হাঃ।

চঞ্চল : তাইৰ খং উঠিলেই। দেখা নাই নে, কেনেকৈ উচাট মাৰি গুচি গ'ল।

কিশান : [ মদ ঢালি গিলাছে গিলাছে টুকুৰিয়াই ] Let us drink, I mean celebrate.

চঞ্চল : Celebrate what ?

কিশান : Celebrate your success মানে—মানে—চঞ্চল দত্ত্‌জ—good fortune [ মদ খায় ]

চঞ্চল : কিন্তু good fortune কি দেখা পালে। [ মদ খায় ]

কিশান : এমাহতে তিনি লাখ। আৰু কি লাগে।

বুজিছে চঞ্চল বাবু। You are lucky chap—very, very lucky—

চঞ্চল : আপোনাৰ দয়া।

কিশান : ইমান বিনয়ী নহ'বচোন। শুনক, I want to tell you a secret—এটা গোপনীয় কথা। কওঁক, কাকো নকয়।

চঞ্চল : কওঁকচোন বাৰু কি?

কিশান : নকওঁ। আপুনি word দিয়ক।

চঞ্চল : দিছোঁ বাৰু কওক।

কিশান : [ প্ৰায় ফুছফুছাই ] বিখ্যাত হাকিমৰ ওৱাইফ কোন জানে?

চঞ্চল : জানো?

কিশান : কোন?

চঞ্চল : কেলেই? ৰায়বাহাদুৰ পৰমানন্দ দুৱৰাৰ তোলনীয়া জীয়েক নহয়।

কিশান : আৰু কি জানে?

চঞ্চল : আৰু কি জানিব লাগে?

কিশান : [ থিয় হৈ জোতাৰে ইফাল সিফাল কৰে ] লাগে, লাগে আৰু এটা কথা জানিব লাগে। কিন্তু—

চঞ্চল : কওক বাৰু কি জানিব লাগে।

কিশান : মোক ভুল নুবুজেতো।

চঞ্চল : ভুল আকৌ কেলেই বুজিম।

কিশান : বুজাৰ কাৰণ আছে। মই কৈছিলোৱেই ৰায়বাহাদুৰ দেউতাৰ বন্ধু—

চঞ্চল : ওঁ কৈছিল।

কিশান : দেউতাক ৰায়বাহাদুৰে বিকুয়েষ্ট কৰিছিল।

চঞ্চল : কি?

কিশান : বিকুয়েষ্ট কৰিছিল, এজনী সৰু ছোৱালী এজেওঁক দিয়ক—

চঞ্চল : তাৰ পিছত?

কিশান : তাৰ পিছত, দেউতাই ছোৱালীজনী দি দিলে—

চঞ্চল : কোন ছোৱালীজনী।

কিশান : এই ডিব্ৰুগড়ৰে এজনী সৰু ছোৱালী—

চঞ্চল : কিমান সৰু—

কিশান : চাৰি বছৰীয়া?

চঞ্চল : চাৰি বছৰীয়া! কেতিয়া?

কিশান : ১৯৫০ চনৰ বৰ ভূমিকম্পৰ ঠিক পিছদিনা, অৰ্থাৎ ১৬ আগষ্টৰ দিনা।

চঞ্চল : কিশান বাবু। কিশান বাবু। ডিব্ৰুগড়ৰ পৰা—ক'ৰ ছোৱালী?

কিশান : খলিহামাৰীৰ।

চঞ্চল : খলিহামাৰীৰ কোনখিনিৰ—

কিশান : সিমান দুৰ মোক নুসুধিব। সেই অকণমানি ছোৱালীজনীৰ মাক বাপেক কিছুদিনৰ আগতে ঢুকাইছিল। কেৱল আছিল এজন ককায়েক—সৰু ল'ৰা মাত্ৰ পোন্ধৰ-ষোল্ল বছৰীয়া—

চঞ্চল : কিশান বাবু। কিশান বাবু। তায়েই জানো মোৰ হেৰোৱা ভনীজনী নহয়?

কিশান : মই কেনেকৈ কওঁ। বৰ ভূইকঁপৰ সময়ত কিমান সৰু ল'ৰা-ছোৱালী হেৰাইছিল। হয়তো আপোনাৰ ভনীয়েকে হ'লেও হ'ব পাৰে। কওঁক, আপোনাৰ ভনীয়েকৰ কিবা চিন আছে।

[ গাড়ী এখন আহি বাহিৰত ৰোৱা শব্দ ]

চঞ্চল : ওঠৰ তলতে থুতৰিৰ ওপৰত বাওঁকালে এটা সৰু তিল—

কিশান : সেই সৰু তিলটো—এতিয়া অলপ ডাঙৰ হৈছে। কি? এতিয়া বিশ্বাস হৈছে?

চঞ্চল : তেন্তে। তেন্তে—

প্ৰতিভা : মই ভিতৰলৈ যাব পাৰোঁনে ?

চঞ্চল : কোন ?

প্ৰতিভা : [ জোতাবে লোমাই যোৱাৰ লগে লগে ] মই। মই মিচেছ প্ৰতিভা বৰুৱা।

কিশান : [ খুচ্ খুচাই ] সেৱা চাওক—মুখত।

প্ৰতিভা : মোলৈ তেনেকৈ ভেবা লাগি কি চাইছে ? আপুনি কি মানুহ ? মোৰ husband-ক আপুনি কি কৈছিল ? নেমাতে কিয় ? আপোনাক কোনে ক'লে বায়বাহাদুৰ তুৰবাৰ মই তোলনীয়া জীয়েক বুলি—কওক—মুখেৰে নেমাতে কিয় ?

কিশান : বহকচোন মিচেছ বৰুৱা।

প্ৰতিভা : কোন আপুনি ? মই ইয়াত বহিবলৈ অহা নাই।

বন্তা : অ, প্ৰতিভা নবৌ। বহক। থিয় হৈ থাকিল যে। বহক আকৌ। বহক না।

প্ৰতিভা : চাওঁ, গুচা।

বন্তা : কি হ'ল। দাদা। দাদা কি হ'ল নোকোৱা কিয় ?

প্ৰতিভা : যত মানে বজৰুৱাব দৰে। কাম নাই মোৰ husband-ৰ আগত মোৰ বিপক্ষে কথা লগায়।

বন্তা : কি কথা লগালে। কোনে নবৌ ?

প্ৰতিভা : তুমি মনে মনে থাকা। শুনক—চঞ্চল দত্ত। কওক, নকয কিয় বায়বাহাদুৰৰ কোন তোলনীয়া জী ?

কিশান : ইমানকৈ খং নকৰিব মিচেছ বৰুৱা। বহকচোন। সকলো জানিব।

প্ৰতিভা : কি সকলো জানিম ?

কিশান : যি জানিব খুজিছে।

প্ৰতিভা : তাৰ মানে আপুনিও ইয়াত যোগ আছে।

কিশান : আপোনাৰ অনুমান সত্য।

প্ৰতিভা : কি ক'লে ?

কিশান : ঠিকেই কৈছোঁ। অনুমান সত্য।

প্ৰতিভা : আপোনালোক স্মাগলাৰবোৰৰ কাম এয়েই নে কি ? য'তে ত'তে আনৰ মিছা বদনাম গাই ফুৰা।

কিশান : শুনক, মিচেছ বৰুৱা। স্মাগলাৰ বাৰু কোন নহয়। মোৰ দেউতা স্মাগলাৰ, মই স্মাগলাৰ, চঞ্চল বাবু স্মাগলাৰ, আৰু— আৰু—

প্ৰতিভা : আৰু কওক, মোৰ দেউতাও স্মাগলাৰ আছিল।

কিশান : [ হাঁহি ] বহক, বহক, মিচেছ বৰুৱা। বহকচোন।

প্ৰতিভা : মই কৈছোঁ নহয়, বহিবলৈ অহা নাই।

কিশান : সেয়া। ইমান খং থালে বাৰু কেনেকৈ কথা কওঁ। চঞ্চল বাবুলৈ নেচায় কিয় ? তেওঁৰ চকুৰেদি—

প্ৰতিভা : অ, আপুনি। আপুনি কান্দিছে কিয় ?

চঞ্চল : কান্দিছোঁ কিয় ? নাই কন্দা। ভাবিছোঁ।

বন্তা : দাদা। দাদা। [ উচুপে ]

প্ৰতিভা : কি হ'ল ? মইতো ইয়াত কন্দা কটা চাবলৈ অহা নাই। মই জানিব খুজিছোঁ মোৰ বিষয়ে এইবিলাক মিছা কথা তেওঁক কোনে লগাইছে। আৰু কেলেই। ইয়াত কাৰ কি স্বাৰ্থ।

চঞ্চল : [ ভঙা ভঙা মাতেৰে ] স্বাৰ্থ কি আছে ক'ব নোৱাৰোঁ। কিন্তু—কিন্তু—সেই সেইটো ভিন্ন—

প্ৰতিভা : গুচক। মোৰ ওচৰলৈ আহিছে কিয় ?
চঞ্চল : ওচৰলৈ আহিছোঁ কিয় ? উস্। কেনেকৈ কওঁ। আজি যদি এই মুহূৰ্ত্তত ৰায়বাহাদুৰ ইয়াত উপস্থিত থাকিলহেঁতেন—
প্ৰতিভা : কি হ'লহেঁতেন ?
চঞ্চল : ৰায়বাহাদুৰে বুজিলেহেঁতেন।
প্ৰতিভা : কি বুজিলেহেঁতেন ?
চঞ্চল : বুজিলেহেঁতেন। মিচেছ প্ৰতিভা বৰুৱা যে মোৰ ভনী—
প্ৰতিভা : কি ? মই আপোনাৰ ভনী।
চঞ্চল : ভনী। ভনী প্ৰতিভা। ভনী।
প্ৰতিভা : মই নিশ্চয় কোনোবা মাতালৰ বাহঁত সোমালোঁহি। মই যাওঁ—যাওঁ—
[ সঙ্গীত—গাড়ী এখন জোৰে চলি গুচি যোৱা শব্দ। অলপ পিছত গাড়ী আহি ৰয়। ]
বিদ্যুৎ : কি হ'ল। গুচি আহিলা যে ?
প্ৰতিভা : নাহি কি কৰিব। মদ খাই টং। কোনে কি কয় একো ঠিক নাই।
বিদ্যুৎ : কি ক'লে ?
প্ৰতিভা : মই যে কেৱল দেউতাৰেই তোলনীয়া জীয়েক সেয়ে নহয়। কানিৰ চোৰাং বেপাৰ কৰি ধনী হোৱা মদাহীটোৰ বোলে মই ভনী।
বিদ্যুত : কেনেকৈ চিনিলে—
প্ৰতিভা : এই তিলটোত। এইটোৱেই বোলে ভনীয়েকৰ identification mark.
বিদ্যুত : তুমি কি ক'লা ?
প্ৰতিভা : কি আৰু ক'ম। গুচি আহিলোঁ।
বিদ্যুত : বস্তাক তাত দেখিছিলা নে ?
প্ৰতিভা : অ' সেই আদকৰা ছোৱালীজনী। ককায়েকে কন্দা দেখি কান্ধত ধৰি লৈন চেলাইছে।
বিদ্যুৎ : কি, চঞ্চলে কান্দিছে ?
প্ৰতিভা : কান্দি দেখুৱাইছে। স্মাগলাৰে কেতিয়া কি ৰূপ ধৰে কোনে জানে ? লগত আছে নহয়, আৰু এটা—সেই বাচ্‌কেলটো—
বিদ্যুত : কোন ? কিশান চাঁদ ?
প্ৰতিভা : কোন আৰু হ'ব। সিয়েই—
বিদ্যুত : কিশান চাঁদে তাত কি কৰিছিল ?
প্ৰতিভা : চঞ্চল দত্তৰ হৈ ওকালতি কৰিছিল।
বিদ্যুৎ : কি বুলি ?
প্ৰতিভা : কানিৰ স্মাগলাৰ হৈ চঞ্চলে বোলে একো দোষ কৰা নাই। কিশান চাঁদ স্মাগলাৰ, কিশানৰ বাপেক স্মাগলাৰ—অইনকি মোৰ দেউতাকো পাৰিলে স্মাগলাৰ বুলি কৈহে সি গৌৰৱ কৰিব খোজে।
বিদ্যুৎ : পিছে নক'লে হ'বলা।
প্ৰতিভা : ক'বলৈ সাহ হলেহে ?
বিদ্যুৎ : সাহ হোৱা হলে নিশ্চয় ক'লেহেঁতেন। বাৰু তেতিয়া তুমি কি কৰিলাহেঁতেন ?
প্ৰতিভা : মই ক'ব নোৱাৰোঁ কি কৰিলোঁহেঁতেন।
বিদ্যুৎ : বেছ। ভালে ভালে যে মান বচাই সাৰি আহিলা।
প্ৰতিভা : মান হেৰোৱা ভয় আছিল বুলি তুমি ভাবা নে কি ?
বিদ্যুত : No such danger. Chanchal is a gentleman—a perfect gentleman. শুনা, চোৰাং কানিতকৈ তাৰ মাটিৰ দালালি বেছি। He has done the right thing. তাৰ নতুন গাড়ীখন দেখিলা ?

প্রতিভা : হ'বই। চঞ্চল তোমাৰ বন্ধু নহয় জানো? Of course, he is a man of taste··· ঘৰটো decent, গাড়ীখন ডাঙৰ, ভনীয়েক-জনী ধুনীয়া। তোমাৰ মুখৰ লগত বহুতো মিল আছে। সঁচা কথা he is a man of taste.

বিদ্যুত : এনেকুৱা টেষ্টৰ মানুহ তোমাৰ ককায়েৰ হ'লে, লাজ লাগিব নে কি?

প্রতিভা : লাজ ঠিক নহয়। কিন্তু যা তা বাজে কথা ক'ব কিয়। বুজিছো। টকাৰ জোৰত সি আজি ডাঙৰ মানুহ হৈ পৰিছে। কিশান চাঁদৰ দৰে কোটিপতি তাৰ বন্ধু। কিন্তু মনে মনে মদ—

বিদ্যুত : মদ সি নেখেচে। বন্ধু-বান্ধবৰ কাৰণে ৰাখেহে। বন্তাই চাৰ্জ কৰে। তাই কিন্তু নিজে কেতিয়াও নেখায়—মৰি গ'লেও নেখায়।

প্রতিভা : কেনেকৈ জানিলা? অ', তোমাৰ ভনীয়েৰা দেখি।

বিদ্যুত। ভাবিছো—Is there any truth in it!

প্রতিভা : সন্দেহ কৰা— ?

বিদ্যুত : সন্দেহ ঠিক নকৰোঁ। কিন্তু—

প্রতিভা : কিন্তু কি। মই যদি সঁচাকৈয়ে তোলনীয়া হওঁ, তেনেহলে চঞ্চল মোৰ দাদা হোৱাও সম্ভৱ আৰু বন্তাও তোমাৰ ভনী। কি যে নেগুৰ পেলাই চিনাকী দিয়া দস্তুৰ এই মানুহবোৰৰ!

বিদ্যুত : Nobody knows—বাৰু, যাবলৈ দিয়া I shall look into that—

প্রতিভা : চাবা আকৌ, প্যাগলাৰক ধৰিবলৈ নিজেই প্যাগলাৰ হ'বা।

বিদ্যুত : [ হাঁহে ]

প্রতিভা : হাঁহিলা যে?

বিদ্যুত : আমাৰ জাজমেণ্ট্‌বোৰ সদায় নিজ নিজ পৰ্যায়ৰ। ওপৰৰ জনে ওপৰলৈ আৰু তলৰ জনে সদায় তললৈ টানে। এটাইবে intellectual level—I mean, mental plane. একে হোৱা হ'লে—কোনো কথা নাছিল।

প্রতিভা : আমি দুজনৰ ভিতৰত কোনে কাক কেনেকৈ টানে? Do you think, you are of a higher mental plane?

বিদ্যুত : সেই বিষয়ে বহুত বাক বিতণ্ডা হৈ গৈছে। No good repeating—হুঁ। There must be something—ইয়াত নিশ্চয় কিবা ৰহস্য লুকাই আছে। Yes, আছে। সেই ৰহস্য ভেদ কৰিবই লাগিব। Why love that girl? That—that sweet lovely girl?

প্রতিভা : কাক ভাল পোৱা? কোনজনী ছোৱালীক? বন্তাক?

বিদ্যুত : ওঁ, বন্তাক।

প্রতিভা : বন্তাক ভাল পোৱা তুমি। তুমি? Love?

বিদ্যুত : অধৈৰ্য নহ'বা। তোমাতকৈ বন্তাক মই বেছি ভাল পাওঁ।

প্রতিভা : How dare you say that?

বিদ্যুত : ভাল পাওঁ দেখি কৈছো। But she is not my beloved in the ordinary sense.

প্রতিভা : কেনেকুৱা beloved? ভনীৰ দৰে?

বিদ্যুত : তাইক মই ভনীৰ দৰে ভাল পাওঁ। তাই

যদি সেই পানীত তুবি মৰা মোৰ ভনীজনী হ'লহেঁতেন। উস্। মই ভাবিব নোৱাৰোঁ। কিমান মৰমৰ আছিল তাই। কিমান মৰম। কিমান মৰমৰ। কিন্তু, কিন্তু—উস্। সেই দৃশ্য কি সাংঘাতিক!

[পানীত নাও তুবা দৃশ্যটো এই-খিনিতে প্ৰতিধ্বনিত হয়।]

বিদ্যুত: মই যাওঁ, মই যাওঁ প্ৰতিভা। বন্তাক মই এবাৰ চাওঁগৈ।

প্ৰতিভা: এতিয়া গধূলি হৈছে। নোৱাৰা যাব। Remember your promise.

বিদ্যুত: অস্। গধূলি। এবা। গধূলি হৈছে। মই তোমাৰ ওচৰত চাবেণ্ডাৰ কৰিছোঁ। বেছ। নেযাওঁ। নেযাওঁ। কিন্তু বন্তা। তাইক চাবলৈ মোৰ ইমান হেপাঁহ হৈছে কিয়? [চিঞৰি] বন্তা—বন্তা।

প্ৰতিভা: তুমি বলীয়া হৈছা নে কি? ইমানকৈ চিঞৰিছা কিয়? ওচৰ চুবুৰীয়াই শুনিলে কি বুলিব?

বিদ্যুত: হুঁ। ওচৰ চুবুৰীয়াই শুনিলে কি বুলিব। কিন্তু ওচৰ চুবুৰীয়াইতো মোক এজনী ভনী নিদিয়ে।

প্ৰতিভা: ইমানবোৰ ছোৱালী থাকোতে বন্তাকহে তুমি ভনী বিচাৰি পালাগৈ। I doubt, you are in love with her.

বিদ্যুত: মনে মনে থাকা। মোক তাইৰ মুখখন ভাবিবলৈ দিয়া—yes, I love her. But she is my sister—sister—yes—sister—[চিঞৰি] বন্তা, বন্তা, বন্তা,—

প্ৰতিভা: বলীয়া হৈছা নে কি? মনে মনে নাথাকা কিয়?

বিদ্যুত: এবা, মনে মনে নেথাকোঁ কিয়? মনে মনে নেথাকোঁ কিয়? নাই, নাই, মোক যাবলৈ দিয়া। যাবলৈ দিয়া [জোতাৰ খট্খটনি]

প্ৰতিভা: নোৱাৰা যাবা। তুমি এজন মেজিষ্ট্ৰেট, মনত ৰাখিবা।

বিদ্যুত: মেজিষ্ট্ৰেট! এজন মেজিষ্ট্ৰেট। মই জাজমেণ্ট দিওঁ—আনে মানি লয়। মই হুকুম দিওঁ, আনৰ শাস্তি হয়—জেইল হয়। কিন্তু মই নিজে কি শাস্তি ভুগিব লাগিছোঁ, আনে জানো গম পায়। কোৱা, আনে গম পায়?

প্ৰতিভা: তোমাৰ শাস্তি মনৰ? You are lunatic.

বিদ্যুত: এবা ঠিক কথা কৈছা। লুনেটিক। মই লুনেটিক। মোৰ শাস্তিৰ গৰাকী মই নিজেই। মই—খুউব ভাল পাওঁ। খু-উ-ব ভাল পাওঁ। খুউব ভাল পাবলৈ বিচাৰোঁ। [অধৈৰ্য হৈ] কিন্তু কাক? তোমাক নহয়। নহয়। তোমাক নহয়। মই নিজেই নেজানো। হয়তো বন্তাক এবা—বন্তাক—বন্তা-বন্তা-বন্তা—

বন্তা: [সোমাই আহে] ইমানকৈ চিঞৰিছা কিয় বিদ্যুতদা? এয়া আমি আহিছোঁ। দাদা মই আৰু কিশান চাঁদজী। [জোতাৰে খট্খটাই সকলো সোমাই অহাৰ শব্দ]

প্ৰতিভা: আহক কিশান চাঁদ বাবু। বেয়া নেপাব। মই বহুত কথা কৈ আহিছোঁ। আহক—আহক।

কিশান: হয় একো হোৱা নাই মিচেছ বৰুৱা। আপুনি হঠাৎ গুচি আহিল। সেইদেখি

ভাবিদোঁ। আমি এটাই কেইজন আপোনাৰ ভালৈকে-

প্ৰতিভা : বৰ ভাল কৰিলে। আহা বন্তা। ইয়াতে বহঁাহি। আৰু আপুনি।

চঞ্চল : মই বহিছোঁ বাৰু।

বিদ্যুত : এতিয়া কওক। কি উদ্দেশ্য কৰি কিশান বাবু আজি নহা মানুহৰ ঘৰলৈ আহিল।

কিশান : নহা মানুহ ঠিক নহয়। চঞ্চলবাবুৰ তাততো আপোনাক প্ৰায়ে লগ পাওঁ—সেই-দেখি—।

বিদ্যুত : অ', সেইদেখি অহা নাছিল। এতিয়া চঞ্চলবাবুৰ তালৈ মই গধূলিৰ পিছত নেযাওঁ দেখি ঘৰতে লগ ধৰিবলৈ আহিছে।

কিশান : ঠাট্টা কৰে কিয় মেজিষ্ট্ৰেট চাহাব।

বিদ্যুত : ঘৰত মই মেজিষ্ট্ৰেট নহওঁ।

কিশান : মাফ কৰিব। মোৰ কথাটো মই উঠাই লওঁ। এতিয়া শুনক কেলেই আহিছোঁ।

বন্তা : আপোনাৰ বৰ খং উঠিছিল নহয় নবৌ।

প্ৰতিভা : খং মিছা হ'লে কি হ'লহেঁতেন ?

বন্তা : বহিবলৈ ক'লোহেঁতেন।

প্ৰতিভা : মই নবহিলোঁ নাই। এতিয়া মোৰ ঘৰতে বহা। কোৱা কেলেই আহিলা— ?

বন্তা : কথা শুনাবলৈ।

প্ৰতিভা : শুনোৱা। কথা শুনোৱাৰ অধিকাৰ মই নিদিলেও তোমাক দিওঁতা আছে নহয়।

বন্তা : মানে ?

প্ৰতিভা : সৌজন তাতে বহি আছে। কি হ'ল, আপোনালোক কোনেও মুখেৰে নেমাতে কিয় ?

বিদ্যুত : শুনি আছোঁ কৈ যোৱা।

প্ৰতিভা : শুনি থাকিলে নহয়। ক'ব লাগে। বন্তাক কেলেই বিচাৰিছিল ?

বন্তা : মোক বিচাৰিছিল।

প্ৰতিভা : ওঁ তোমাক। শুনা নাছিলা ঘৰত সোমোৱাৰ লগে লগে—

বন্তা : ওঁ, শুনিছিলোঁতো। মই আকৌ ভাবিছিলোঁ আমাক অহা দেখি আপোনাক মোৰ কথা—

প্ৰতিভা : অহা দেখি নহয়। অহাৰ আগৰে পৰা। আৰু প্ৰায়ে তোমাৰ কথা কৈ থাকে।

বন্তা : কি বুলি ?

প্ৰতিভা : সোৱা সোধা—কি বুলি? হেৰা, একেবাৰে দেখোন মৌনব্ৰত। কি হ'ল? এতিয়া নোকোৱা কিয় ? মোৰ আগত হ'লে—

বন্তা : কি বিদ্যুতদা ? কোৱানা—নবৌয়ে কোৱা কথা সঁচা ?

বিদ্যুত : সঁচা, বন্তা—সঁচা।

বন্তা : কি সঁচা।

বিদ্যুত : সঁচাই তোমাক মোৰ ভনী যেন লাগে। মোৰ এজনী ভনী আছিল—তাইৰ মুখখন মই যে তোমাক কেইবাদিনো কৈছিলোঁ ঠিক তোমাৰ দৰে। কিন্তু তাই মৰিল—

চঞ্চল : নাই মৰা। নাই মৰা বিদ্যুত।

বিদ্যুত : কি নাই মৰা। তুমি কেনেকৈ জানিলা ?

চঞ্চল : জানো। জানো। শুনা।

[ স্নেহ যেন পাও ভুৱা দৃশ্য ]

চঞ্চল : সেই নাৱত মৰো আহিলোঁ। তোমাৰ ছু-বছৰীয়া ভনী আৰু মোক কেইজনমান ডেকা ল'বাই উদ্ধাৰ কৰি পাৰলৈ তুলিছিল। তাৰ পাছত মই তাইক লৈ নিজৰ ভনীৰ দৰে ডাঙৰ

দীঘল কৰিলোঁ। এয়া, এয়া, তাই তোমাৰ সন্মুখত—ৰস্তা—।

বিদ্যুত : ৰস্তা তেনেহ'লে মোৰ ভনী? ৰস্তা, ৰস্তা!

ৰস্তা : ককাইদেউ! [ উচুপে ] ককাইদেউ।

[ উপযুক্ত সঙ্গীত চলি থাকে ]

প্ৰতিভা : কি আচৰিত?

কিশান : আচৰিত মিচেছ বৰুৱা, আচৰিত। কিন্তু কি অপূৰ্ব এই দৃশ্য! ককাইভনীৰ এনে মিলন কেতিয়াও দেখা নাই। হাকিম চাহাব। হাকিম চাহাব। নাই। তন্ময়। একেবাৰে তন্ময়। দিষ্টাৰ্ব কৰি লাভ নাই। শুনক—মিচেছ বৰুৱা।

প্ৰতিভা : কি হৈছে?

কিশান : আমি তেনেহ'লে এতিয়া উঠোঁ। চঞ্চলবাবু।

চঞ্চল : বব কিশানবাবু। ৰস্তা অলপ শান্ত হওক। ৰস্তা।

ৰস্তা : [ উচুপি ] কি দাদা।

চঞ্চল : তই থাকিবি নে যাবি।

ৰস্তা : মই!—দাদা [ কান্দি দিয়ে ]

চঞ্চল : নেকান্দিবি আকৰী। মইতো তোক কৈছোৱেই, বিদ্যুতহে তোৰ আচল দাদা—

ৰস্তা : মই তোমাক এৰিব নোৱাৰোঁ দাদা। দাদা, মোক এৰি থৈ তোমালোক ক'লৈ যোৱা দাদা? [ উচুপে ]

চঞ্চল। নাযাওঁ। কলৈকো নাযাওঁ। বিদ্যুত।

বিদ্যুত : [ চোঁপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে ] হুঁ। কোন? চঞ্চল। কি কৈছা?

চঞ্চল : কৈছোঁ, আমি এতিয়া যাওঁ। কি কয় কিশান চাঁদ?

কিশান : এৰা যাব লাগিছিল।

বিদ্যুত : নাই, নাই। আৰু অলপ বহক। চাহ খাই যাব। প্ৰতিভা…

প্ৰতিভা : যোৱা মানুহ যাব খুজিছে, যাবলৈ নিদিয়া কিয়?

ৰস্তা : [ দ্ৰুপত ] ব'লা দাদা। আমি ইয়াৰ পৰা যাওঁগৈ।

বিদ্যুত : নাই নাই ৰস্তা। তুমি যাব নোৱাৰা। মই তোমাক যাবলৈ নিদিওঁ।

ৰস্তা : মই ইয়াত থাকিব নোৱাৰোঁ বিদ্যুত দা।

বিদ্যুত : মোকো তোমাৰ দাদাৰ দৰে কেৱল দাদা বুলি মাতা।

ৰস্তা : [ দ্ৰুপত ] দাদা, দাদা, আমি যাওঁ। ব'লা দাদা…[ সঙ্গীত ]

চঞ্চল : যাওঁ বিদ্যুত।

[ জোতাৰে খটখটাই আঁতৰি যোৱাৰ শব্দ ]

কিশান : এতিয়া আহোঁহে হাকিম চাহাব। কিন্তু আচল কথাটো বৈ গ'ল। আকৌ এদিন আহিম বাৰু।

বিদ্যুত : কি আচল কথা, কিশান বাবু?

প্ৰতিভা : তুমি আকৌ যোৱা মানুহক ৰাখি থৈছা কিয়?

ৰস্তা : [ দুৰৈৰপৰা ] আহক কিশান খুড়া। আমি বৈ আছোঁ নহয়।

কিশান : বাৰু যাওঁ। নমস্কাৰ।

[ জোতাৰে বেগ দি আঁতৰি যোৱা শব্দ ]

বিদ্যুত : অভদ্ৰৰ দৰে চঞ্চলহঁতক খেদি দিলা কিয়?

প্ৰতিভা : ইমান যদি বেয়া লাগিছে তুমিও যোৱা। ভনী, ভনী। [ বিদ্ৰূপৰ হাঁহি ] Swindler-ৰ দল। A thoroughly made-up story.

হাকিমৰ লগত গা ধঁহিয়াবলৈ কি প্ৰেম। Heartless.

বিদ্যুত : [ শান্তভাৱে ] হাৰ্টলেচ, কোন ? মই নে তুমি !

প্ৰতিভা : হাৰ্টলেচ সেইবোৰ যি নিজৰ ভিৰোতা এৰি আনক ভাল পাব খোজে· ·

বিদ্যুত : তুমি সেই কথা কেনেকৈ ক'ব পাৰিছা ?

প্ৰতিভা : বন্তা তোমাৰ ভনী হ'ব নোৱাৰে। তাই এটা টোপ। টোপ। আৰু সেই টোপ তুমি গিলিবলৈ ওলাইছা। জানা, ইয়াৰ পৰিণাম।

বিদ্যুত : নাও ডুবাৰ হুবহু ঘটনা চকলে কেনেকৈ জানিলে। সি কি মিছা কথা কৈছে, আৰু যেনিবা কৈছে···বন্তাৰ মুখৰ লগত মোৰ সেই ভনীজনী···

প্ৰতিভা : একে চেহেৰাৰ কিমান মানুহ থাকিব পাৰে···

বিদ্যুত : [ জোতাৰে খটখটাই ইফাল সিফাল কৰি ] I am thoroughly convinced, she is my sister···শুনা···

প্ৰতিভা : কি ?

বিদ্যুত : মই তাইক মোৰ ওচৰলৈ আনিব খোজোঁ।

প্ৰতিভা : নোৱাৰা।

বিদ্যুত : কিয় নোৱাৰোঁ ?

প্ৰতিভা : নোৱৰা বুলিছোঁ নোৱৰা। How dare you have a second wife ?

বিদ্যুত : [ খটখটাই ওপৰ চাপি ] কি। কি ক'লা ?

প্ৰতিভা : ঠিকেই কৈছোঁ। A second wife··· মই জীয়াই থাকোঁতে।

বিদ্যুত : [ টানি টানি কয় ] ভা···ই মো···ৰ ভনী।

প্ৰতিভা : No, no, she is a whore. এনেকুৱা ধুনীয়া গাভৰু একোজনী হাতত লৈয়েই swindler আৰু স্মাগলাৰবোৰে নিজৰ কাম আদায় কৰে। এই সাধাৰণ কথাটোকে মই তোমাক বুজাব পৰা নাই। আচৰিত।

বিদ্যুত : Do, as you please···

[ চকিত বহি পৰাৰ শব্দ ]

প্ৰতিভা : তুমি কান্দিছা ?

বিদ্যুত : নিমাত।

প্ৰতিভা : কোৱা তুমি কান্দিছা কিয় ?

বিদ্যুত : নাই কন্দা।

প্ৰতিভা : সেয়া, তোমাৰ চকুত পানী।

বিদ্যুত : [ লেহাই ] I must have my sister back.

প্ৰতিভা : তুমি বলীয়া হৈছা। You are getting···mad···mad.

বিদ্যুত : সঁচাকৈয়ে মই বলীয়া হৈছো। বলীয়া হৈছো। [ জোতাৰে খটখটাই ওচি যোৱাৰ শব্দ ]

প্ৰতিভা : ক'লৈ যোৱা ?

বিদ্যুত : বন্তাক লৈ আহোঁগৈ।

প্ৰতিভা : ব'বা, নেযাবা।

বিদ্যুত : যাম। তোমাৰ কথা মই নুশুনো।

প্ৰতিভা : [ ওচৰলৈ গৈ ] তুমি মোৰ কথা শুনিব লাগিব।

বিদ্যুত : নুশুনো। নুশুনো। নুশুনো।

প্ৰতিভা : নোৱাৰা যাব।

বিদ্যুত : যাম, যামেই—

[ খটখটাই ওচি যায়। গাড়ী ষ্টাৰ্ট কৰি চলি যোৱাৰ শব্দ। তাৰ পিছত হুৱাৰত টুকুৰিওৱাৰ শব্দ ]

প্ৰতিভা : কোন ?

কিশান : [ দুৱৰপৰা ] ভিতৰলৈ যাব পাৰোঁ।
প্ৰতিভা : সোমাই আহক। [ কিশানৰ জোতাৰ শব্দ ওচৰলৈ আহে ]
কিশান : মাফ কৰিব মিচেছ বৰুৱা। নমস্কাৰ।
প্ৰতিভা : নমস্কাৰ। বহক।
কিশান : ধন্যবাদ। মই এটা কথাৰ কাৰণে—
প্ৰতিভা : কওক কি কথা।
কিশান : আপুনি যদি অবিশ্বাস নকৰে—
প্ৰতিভা : কওকচোন কি কথা।
কিশান : মোৰ ডিউটিহে মই কৰিব খুজিছো।
প্ৰতিভা : ভাঙি কওকচোন।
কিশান : শুনক। জানে?
প্ৰতিভা : কি?
কিশান : জানে, চঞ্চল দত্ত আপোনাৰ কি হয়?
প্ৰতিভা : [ঠাট্টাৰ সুৰত] কেলেই। আপোনালোকে দেখোন কৈছেই। চঞ্চল দত্তৰ মই ভনীয়েক আৰু ৰায়বাহাদুৰ পৰমানন্দ দুৱৰাৰ তোলনীয়া জীয়েক। নাই কোৱা জানো?
কিশান : আপুনি ধেমালি বুলি ভাবিছে?
প্ৰতিভা : সঁচা বুলি ভাবিব লাগে নে কি?
কিশান : আপুনি যদি শুশুনো বোলে মই যাওঁ।
প্ৰতিভা : ব'ব।
কিশান : কওঁক।
প্ৰতিভা : আপোনাক সেই কথা কোনে ক'লে?
কিশান : মই জানো।
প্ৰতিভা : কেনেকৈ জানিলে?
কিশান : মোৰ দেউতাই কৈছে আপুনি জানে ৰায়বাহাদুৰ দীপচাঁদ ঠাকুৰ যে আপোনাৰ দেউতাকৰ বিশেষ বন্ধু।
প্ৰতিভা : জানো। কিন্তু আপোনাৰ আংকল হে—
কিশান : আংকল নহয় কাদাৰ।
প্ৰতিভা : পিছে কি হ'ল?
কিশান : জানে? আপুনি যে ডিব্ৰুগড়ৰ ছোৱালী।
প্ৰতিভা : নেজানো। মই বাগিছাৰ ছোৱালী। কটিকজান বাগিছাৰ।
কিশান : সেই কথা ময়ো জানো। আপোনাৰ দেউতাকৰ বাগিছা যে কটিকজান—
প্ৰতিভা : আপুনি কি ক'বলৈ আহিছে, সোনকালে কওক, নহ'লে।
কিশান : ইমান অধৈৰ্য হ'লে, মই ইমান ছিৰিয়াচ কথা এটা কওঁ কেনেকৈ। জানে—চঞ্চল দত্ত যে মোৰ অন্তৰঙ্গ বন্ধু। কেবল business partner বুলি মই সেই কথা কোৱা নাই। তেওঁৰ বন্ধু হিচাপে মই ভাবোঁ। মোৰ কিছু দায়িত্ব আছে। তেওঁৰ জীৱনৰ মাজত, আজি কিছু দিনৰপৰা মই বিশেষভাৱে সোমাই পৰিছোঁ।
প্ৰতিভা : স্বাভাৱিক। তেওঁৰ একনী ধুনীয়া চিষ্টাৰ নাই জানো?
কিশান : মানে?
প্ৰতিভা : আপোনাৰ নজৰ সেইকালে বেছি।
কিশান [ খপকৰে ] মিচেছ বৰুৱা।
প্ৰতিভা : বাৰ। বেছ যাওক—
কিশান : শুনক। এই কথা আপুনি কাকো নক'ব।
প্ৰতিভা : কি কথা।
কিশান : মই ইয়ালৈ অহাৰ কথা।
প্ৰতিভা : ক'লে কি হ'ব?
কিশান : মোৰ একো নহয়। মানুহে আপোনাক বেয়া বুলিব।
প্ৰতিভা : কিয়?

কিশান : কাৰণ মোৰ দৃষ্টিত বন্তা যেনেকুৱা, আপুনিও তেনেকুৱা।

প্ৰতিভা : কিশান বাবু। ইমান সাহ আপোনাৰ কেতিয়াৰ পৰা হ'ল।

কিশান : চঞ্চল দত্তৰ ভনী বন্তাৰ ওপৰত, মোৰ চকু বুলি, কোনে কৈছিল। মই, নে আপুনি? আপোনাৰ কি বিচাৰ বুদ্ধি ইমানেই? শুনক। বন্তা ধুনীয়া, মই স্বীকাৰ কৰো। কিন্তু জানে, তাইক আমি কিমান মৰম কৰোঁ। আপুনি ভবাৰ দৰে নহয়। আপুনি বিশ্বাস নকৰিলেও। তাই আপোনাৰ স্বামীৰ ভনী, আৰু আপুনি চঞ্চল দত্তৰ ভনীয়েক।

প্ৰতিভা : মোক ক্ষমা কৰিব। মোৰ মনটো এই কেইদিন বৰ ঠিক হৈ থকা নাই। মই একো ভাবিব নোৱাৰা হৈ গৈছোঁ। কিবোৰ যে ঘটিব লাগিছে! বহক, থিয় হৈ থাকিল দেখোন।

কিশান : বহিছোঁ। শুনক—কেনেকৈ চঞ্চল দত্ত আপোনাৰ নিজা ককায়েক মই সকলো বিবৰি ক'ম।

প্ৰতিভা : কওক, কওক। মই নিশ্চয় শুনিম।

কিশান : ধন্যবাদ। শুনক।

[ সঙ্গীত, দৃশ্য পৰিবৰ্তন ]

প্ৰতিভা : দেউতা।

ৰায়বাহাদুৰ : হয় আই। কিশানৰ পৰা তই শুনা কথা এটাও মিছা নহয়। কি কৰিবি আই। কপালত সন্তানৰ পিতৃ হোৱাৰ ভাগ্য লিখা নাছিল কাৰণেই এনে হ'বলৈ পালে। চাবি বছৰ বয়সৰেপৰা তোক তুলি-তালি বুকুৰ উমন দি ডাঙৰ কৰিছো মই আই।

প্ৰতিভা : দেউতা—[ কান্দে ]

ৰায় : প্ৰতিভা। নেকান্দিবি আই। দেউতাৰক জানো ক্ষমা নকৰ।

প্ৰতিভা : দেউতা। মোৰ যে আন কোনো দেউতা নাই। আপুনিয়েই—

ৰায় : ক'ত। চঞ্চল ক'তা। আৰু বিদ্যুত?

প্ৰতিভা : কোনো অহা নাই। মই পাঁচ বজাৰ প্লেনত আকৌ উভতি যাম। মই নেজানি চঞ্চল দাদাক কিমান যে টান কথা শুনাইছোঁ। এয়া যে মণ্ডহৰ টান দেউতা। আপুনিয়েই যে মোৰ এটাইতকৈ আপোন দেউতা। [ কান্দে ]

ৰায় : প্ৰতিভা।

[ সঙ্গীত দৃশ্য পৰিবৰ্তন ]

[ খট্‌খট কৰে জোতাৰ শব্দ চাপি আহে ]

বিদ্যুত : প্ৰতিভা। প্ৰতিভা। প্ৰতিভা। প্ৰতিভা ক'লৈ গ'ল? ষ্ট্ৰেঞ্জ্। [ জোতাৰ শব্দ ] অ' এইখন। এইখন—প্ৰতিভাৰ চিঠি। [ পঢ়ে ]

প্ৰতিভা : মই দেউতাক লগ ধৰিবলৈ আহিলোঁ। আজিয়েই পাঁচ বজাৰ প্লেনত উভতিম। চিন্তা নকৰিবা। প্ৰতিভা।

বিদ্যুত। কিশান চাঁদে কোৱা কথা তেন্তে সঁচা। হুঁ এতিয়া চাৰি বাজিছে আৰু দেৰ ঘণ্টা। দেৰ ঘণ্টাৰ পিছত প্ৰতিভা পাবহি। সঁচা কথা। প্ৰতিভা চঞ্চলৰ নিজা ভনী। আৰু বন্তা। বন্তা মোৰ what a miraculous discovery? হুহ্। বন্তাক মই ভাল পাওঁ। কিন্তু কিয় পাওঁ।' ভনী বুলি—নহয়, নহয়, কেবল ভনী বুলি নহয়, she looks like exactly like me. Yes. ঠিক মোৰ দৰে —মোৰ দৰে। মোৰ দৰে সকলো বস্তু মোৰ ভাল লাগে আইদিয়া, মোৰ টেষ্ট, মোৰ

ইমাজিনেশ্যন, মোৰ আৰ্টিষ্টিক এবিলিটি সকলো—সকলো। বন্তা suits my taste. কিন্তু বন্তা যদি মোৰ ভনী নহ'লহেঁতেন। এবা তাই যদি মোৰ ভনী নহ'লহেঁতেন। তেতিয়া। তেতিয়া—

বন্তা: তেতিয়া কি হ'লহেঁতেন—বিদ্যুত দা।

বিদ্যুত: অ' তুমি। মোৰ পিছে পিছেই আহিলা তুমি বন্তা।

বন্তা: দাদাই পঠিয়াই দিলে। কিশান চাঁদ খুড়ায়ো ক'লে আহিবলৈ—

বিদ্যুত: কিশান চাঁদ এতিয়া তোমালোকৰ তাত?

বন্তা: দাদাৰ লগত নবৌৰ বিষয়ে কথা পাতিছে। পিছে নবৌ হেনো দাদাৰ নিজা ভনীয়েক। তুমি বিশ্বাস কৰা দাদা? [দূৰৈত প্লেন আহি নমাৰ শব্দ]

বিদ্যুত: বিশ্বাস মোৰ হৈছে বন্তা। তোমাকো যেনেকৈ মোৰ ভনী বুলি বিশ্বাস হৈছে। ইমান দিনে মোৰ হেৰোৱা ভনীজনীকে মই বিচাৰি ফুৰিছিলোঁ। মোৰ এটাইখিনি মৰম এটাই-খিনি ভালপোৱা—এটাইখিনি তাইৰে প্ৰাপ্য। তাই মোৰ ভনী, মোৰ দৰে নিজেই ওচৰৰ। মই এতিয়া বুজিছোঁ—মোক কি লাগে। হুবহু মোৰ দৰে [হঠাৎ অধৈৰ্য হৈ] বন্তা। বন্তা।

বন্তা: দাদা।

বিদ্যুত: বন্তা—বন্তা—বন্তা মোক কি লাগে মই বুজিছো। মোক কি লাগে। মোক কি লাগে। প্ৰতিভা। প্ৰতিভা মোক কি লাগে মই বুজিছোঁ। তুমি তুমি মোক কি লাগে—নোৱাৰা নোৱাৰা—

বন্তা: দাদা।

বিদ্যুত: নোৱাৰা প্ৰতিভা। নোৱাৰা। মই এটা পাষাণ। তোমাৰ, তোমাৰ ভালপোৱা মোক নেলাগে—নেলাগে।

প্ৰতিভা: কাৰ ভাল পোৱা নেলাগে।

বিদ্যুত: অ' প্ৰতিভা। আহিলা। বেছ। ভাল কৰিলা। চঞ্চল আহিব। তোমাক লৈ যাব। তুমি যাবা। চঞ্চল তোমাৰ ককায়েৰা। আৰু মই বন্তাৰ ককায়েক। চঞ্চল এতিয়াও নাহিল কিয়?

চঞ্চল: আহিছো বিদ্যুত। বন্তাজনীক ধেমালী কৰোঁতেই উচাট মাৰি গুচি আহিল। মই তাইক নিবলৈ আহিছো বিদ্যুত।

বিদ্যুত: নাই—নাই বন্তাক তুমি নিব নেলাগে। মই তোমাক এটা বৰ ভাল বস্তু উপহাৰ দিম, কোৱা নিবা।

চঞ্চল: তোমাৰ কি হৈছে বিদ্যুত। তেনেকুৱা কৰিছা কিয়?

বিদ্যুত: একো হোৱা নাই। মই আজি মোক কি লাগে বুজিব পাৰিছো। এয়া এয়া প্ৰতিভা। তোমাৰ ভনী প্ৰতিভা।

চঞ্চল: প্ৰতিভা। তেনেহ'লে সঁচাকৈয়ে পাই হেৰুৱাৰ খোজা প্ৰতিভাক ঘূৰাই পাম বিদ্যুত। বিদ্যুত।

প্ৰতিভা: দাদা। চঞ্চল দাদা। মোক ক্ষমা কৰা।

চঞ্চল: প্ৰতিভা। প্ৰতিভা। মোৰ হেৰোৱা প্ৰতিভাক মই আকৌ ঘূৰাই পাইছো।

বিদ্যুত: যোৱা প্ৰতিভা। তুমি চঞ্চলৰ তালৈ যোৱা। বন্তা ইয়াত থাকিব। মই বন্তাক নিদিওঁ। বন্তা মোৰ—

প্ৰতিভা: তুমি—তুমি বলীয়া হৈছা।

বিদ্যুত : ওঁ, বলীয়া হৈছো। নাই, নাই বলীয়া হোৱা নাই। মই মোক কি লাগে বিচাৰি পাইছো। মোক মোক। তোমাক নেলাগে। তুমি যোৱা—যোৱা, যোৱা।

বন্তা : বিদ্যুত দা। নবৌক ক্ষমা কৰা। নবৌৰ দোষ একো নাই।

চঞ্চল : বিদ্যুত সুস্থ হোৱা। আমি দুয়ো দুয়োৰে হেৰোৱা দুজনী ভনীক ঘূৰাই পাইছো। তোমাৰ বন্তাক নিশ্চয় তুমি তোমাৰ লগত ৰাখিবা। কিন্তু প্ৰতিভা। মোৰ ভনী প্ৰতিভাৰ একো দোষ নাই। তেওঁক তুমি এনেকৈ যাবলৈ নকবা। কোৱা, কোৱা বিদ্যুত।

বিদ্যুত : কি ক'ম চঞ্চল। মই একো ভাবিব নোৱাৰা হৈ গৈছো। তুমি, তুমি অলপ সময় থাকা। নাযাবা। নহ'লে, নহ'লে মই কব নোৱাৰোঁ কি কৰিম।

চঞ্চল : সুস্থ হোৱা বিদ্যুত। মই সদায় তোমাৰ ওচৰলৈ আহিম। তুমি তোমাৰ ভনীক মৰম কৰাৰ দৰে মোৰ ভনীকো—প্ৰতিভা, কোৱা, একো নোকোৱা কিয় ?

প্ৰতিভা : কি ক'ম ?

বিদ্যুত : [ সুস্থ হৈ ] কোনেও একো ক'ব নেলাগে। প্ৰতিভা, বন্তা মই তুমি একেলগে থাকিম। হ'ব ?

চঞ্চল : হ'ব।

বন্তা : দাদা। দাদা। ইমান যে ভাল হ'ব। ইমান যে ভাল হ'ব—ইমান যে—

[ সঙ্গীত ]

# ভাৰতী

ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

গুৱাহাটীৰ শিলপুখুৰীৰ ওচৰৰ এটা ঘৰ। ঘৰটোৰ দুটা অংশ। দুই অংশৰ লগত যোগাযোগ মাত্ৰ এখন খিৰিকি। এফালে থাকে অমিয়া, আনফালে সুৰেণ। দুয়ো স্বামী স্ত্ৰী, যদিও দুয়োৰ মাজত বাৰ বছৰে কোনো সংসৰ্গ নাই। মাজৰ খিৰিকিখন সেয়ে সদায় বন্ধ থাকে। আন এখন খিৰিকি খুলিলে কাষতে ভাৰতীহঁতৰ ঘৰ। কাষতে পূৰ্ণ ককাৰ ঘৰৰ এটা কোঠা দেখা যায়। তাত মধুবাবু আৰু বৈৰ্ণায়েক আছে।···অসমীয়া বঙালীৰ সংঘৰ্ষৰ সময়। নিশা আঠমান বাজিছে। বাহিৰত আন্ধাৰ। মিলিটেৰী আৰু পুলিচৰ চোকা পহৰা চলি আছে।···ভাৰতীয়ে সুৰেণৰ পিনৰ খিৰিকিখন খুলি পূৰ্ণ ককাৰ ঘৰত হোৱা গণ্ডগোলৰ খবৰ ল'ব খুজিছে। অমিয়াই বাধা দিছে।···ৰবি ঘোষ আৰু মধুবাবু দুয়ো পুৰণি ৰাজনৈতিক বন্ধু; সেইনিশা সম্প্ৰীতি স্থাপনৰ কামত আহি সুৰেণৰ লগত কথা পাতি আছিল।···বিপুল আৰু ভাৰতীয়ে দুয়ো দুয়োকে ভাল পায়; বিয়া হোৱাটো বিচাৰে, কিন্তু জাতিগত বাধা। সেই বাধা অতিক্ৰম কৰিলে······

চৰিত্ৰ ঃ

অমিয়া

ভাবতী

বিপুল

ৰবি ঘোষ

মধুবাবু

সুৰেন্দ্ৰ

প্ৰথম প্ৰচাৰ ১৯৬৮

অমিয়া : মুখুলিবা, সেইখন খিৰিকি মুখুলিবা।

ভাৰতী : কিয়, এইপিনে সুৰেন ভিনিহিৰ কোঠাহে।

অমিয়া : সেইখন আজি বাৰ বছৰে খোলা নাই ; আজিও নেলাগে।

ভাৰতী : বাৰ বছৰ ! কি আচৰিত কথা। ওচৰত আজি ৰাতি যদি মতামানুহ নেথাকে, ভয় লাগিব। সুৰেন ভিনিহিক কথাষাৰ কৈ থওঁ। মই ইয়াতে থাকিম বুলি। বাহিৰত গণ্ডগোল চলি আছে।

অমিয়া : নেলাগে।

ভাৰতী : মোৰ যে ভয় লাগিছে।

অমিয়া : মই আছোঁ নহয়। দুৱাৰ বন্ধ। আজি বাৰ বছৰ মই ইয়াত অকলে আছো। গল্প লিখিছো। কিতাপ পঢ়িছো। গান লিখিছো আৰু তোমাক নকৈ কি ? প্ৰতিশোধ লৈছো।

ভাৰতী : প্ৰতিশোধ ! কাৰ ওপৰত ?

অমিয়া : আই বোপাইৰ ওপৰত।

ভাৰতী : আচৰিত। তেওঁলোক দেখোন মৰি দেৱতা হ'ল।

অমিয়া : কিন্তু তেওঁলোকে আজিও মোক শত্ৰুক শালি আছে।

ভাৰতী : আপুনি নিজৰ আই-বোপাইক কেনেকৈ শত্ৰু বুলি ভাবিছে ক'ব পৰা নাই। মোৰ আই বোপাই ইমান ভাল ! আনকি তেওঁলোকে বিয়াৰ কথাটোও মোৰ ওপৰত এৰি দিছে। সকলো আই বোপায়েই মৰমিয়াল।

অমিয়া : বিয়াৰ কথাটো তোমাৰ ওপৰত এৰি দিছে ? চাবা যাতে ছলনা নকৰে।

ভাৰতী : [ বিৰক্তিত ] কেলেই ছলনা কৰিব ? খিৰিকিখন খুলি দিওঁ। দেউতাৰ্চতৰ খবৰ লওঁ। তেওঁলোকক পূৰ্ণ ককাৰ তালৈ নিছে। তাত বা কেনে পাইছে ?

অমিয়া : সেইখন খিৰিকি মই খুলিবলৈ নিদিওঁ। মৰিলেও নিদিওঁ।

ভাৰতী : কিয় ?

অমিয়া : তুমি শুনি কি কৰিবা ? আজি বাৰ বছৰ এনেকৈ আছো, উৰ্মিলাৰ দৰে।

ভাৰতী : আচৰিত। ইমান ওচৰতে আছো, তথাপি নেজানো আপোনালোকৰ মাজত দেখা-দেখি নাই ?

অমিয়া : দেখাদেখি ? ঠিক নেদেখা নহয়। দেখোঁ। নেমাতোঁ। সংসৰ্গও নাই। আই-বোপায়ে বিয়া দিলে বলেৰে। দায় সাৰিবলৈ। কাৰণ কি জানা নে ? বহুত দৰা ওলাইছিল। মই হেনো বৰ ধুনীয়া আছিলোঁ।

ভাৰতী : [ হাঁহি ] আপুনি এতিয়াও ইমান ধুনীয়া, আগেয়ে ছাগে কিমান ধুনীয়া আছিল !

অমিয়া : [ বিৰক্তিত ] ধুনীয়া হৈয়েই কাল হ'ল। আই বোপায়ে বহুত পাত্ৰ ঠিক কৰিলে, কিন্তু কোনেও মোৰ হৃদয়ত ভালপোৱাৰ উদ্ৰেক কৰিব নোৱাৰিলে। শেহত তেওঁলোকে প্ৰতিশোধ ল'লে। মোৰ অমতে বিয়াৰ বন্দোবস্ত কৰিলে এই মানুহজনৰ লগত, প্ৰতিবাদ কৰিছিলোঁ, একো লাভ নহ'ল। শেহত অভিমান কৰি শোৱনি কোঠাতে বিচ্ছেদ।

ভাৰতী : আচৰিত ! কেনেকৈ পাৰিলে ?

অমিয়া : পাৰিলোঁ। তেওঁ নিৰুপায় হৈ মোক এই সংলগ্ন কোঠা দুটা সাজি দিলে। ইয়াতে আজি বাৰ বছৰ আছোঁ। তেওঁ কৈছিল, মই এই খিৰিকীখন জপাই থৈছোঁ। যেতিয়াই মন যায় খুলিবা। কোনো দিনে খোলা নাই, আজিও খোলা সহ্য কৰিব নোৱাৰোঁ।

ভাৰতী : কিন্তু মই খুলিম। মই দেউতাইতৰ কথা জানিব খোজোঁ।

অমিয়া : নুখুলিবা। নুখুলিবা বুলিছো নুখুলিবা। তাতকৈ এতিয়া খিৰিকি খোলা। এইখন খিৰিকীৰে প্ৰেম ককাৰ ঘৰ দেখি থাকিবা। আহা মোৰে শপত। ভনীটি, তুমি মোৰ আলহী। গৃহস্থনীৰ কথা পেলাব নেপায়। [ খিৰিকিখন খুলি দিয়ে। ৰকাতকিৰ শব্দ শুনা যায় ] এইবোৰ কি? গুণ্ডাবোৰ নিশ্চয় ককাৰ ঘৰলৈ আহিছে। নহয় নহয়, ভয়ৰ কাৰণ নাই ভাৰতী। খিৰিকিখন জপাই দিওঁ। এইফালে কোনোবা অহা যেন লাগিছে বা বেয়া সময়। খোলা ৰখা ভাল নহয়।

ভাৰতী : মোৰ ভয় লাগিছে।

অমিয়া : ভয় কৰিব নেলাগে। খিৰিকিখন বন্ধ কৰি দিলে আকৌ সকলো সহজ হৈ যাব। ঘৰৰ ভিতৰত কোনেও একো কৰিব নোৱাৰে। মানুহবোৰ মৰা নাই নহয়। আটাইবোৰ বেয়া মানুহ নহয় নহয়। তদুপৰি পুলিচ মিলিটেৰী আছে।

ভাৰতী : দেউতাই কৈছে এনেকৈ দ্বন্দ্ব খৰিয়াল হৈ থাকিলে ভাৰতবৰ্ষ নেথাকে। হিন্দু মুচলমানৰ কাজিয়া হৈ ভাৰতবৰ্ষ দুফাল হ'ল; এতিয়া এনেকৈ অসমীয়া-বঙালীৰ কাজিয়া হ'লে সোণৰ অসম দেশো নেথাকে। চাওক আমাৰ পৰিয়ালটোত। আমি প্ৰত্যেকেই অসমীয়া কওঁ, মই গানো গাওঁ অসমীয়াত। তথাপি ঘৰৰপৰা এনেকৈ পলাই থাকিব লগা হোৱাটো মোৰ পক্ষে সহ্য হোৱা নাই। চাওক খিৰিকিৰে, আমাৰ ঘৰটো আন্ধাৰ। এই আন্ধাৰ অনাৱশ্যকীয়।

অমিয়া : [ খিৰিকিখন জপাব খোজে ] এজন মানুহ পদূলি মুখত বৈ আছে, ঔ পদূলি মুখত। মানুহজন শান্তশিষ্ট, ধুনীয়া যেন বোধ হৈছে। চোৱাচোন একেথৰে তোমালোকৰ ঘৰটো কেনেকৈ চাই আছে।

ভাৰতী : [ চাই ] নবো। তেওঁ কোন মই চিনি পাইছো। মই তেতিয়াই মাতিছিলোঁ, এতিয়া আহিছে, চাওক।

অমিয়া : এনে জোনাকত মানুহ মনিলেও চিনিব নোৱাৰি। তুমি কেনেকৈ চিনিলা?

ভাৰতী : পাৰিলো আক।

অমিয়া : তেনেহ'লে তেওঁ তোমাৰ হয় অতি আপোন মানুহ, নহ'লে তোমাৰ অতি ডাঙৰ শত্ৰু। এই গণ্ডগোলৰ সময়ত শত্ৰু হোৱাই বেছি সম্ভৱপৰ। কিন্তু তুমি যাক মাতিছিলা তেৱেঁই যে এওঁ তাক কেনেকৈ জানিলা?

ভাৰতী : মানুহজনক মই ইমান ভালকৈ জানো যে জোনাকত নেলাগে আন্ধাৰতো দূৰতে চিনিব পাৰিম। তেওঁক ইয়ালৈ মাতোঁনে?

অমিয়া : এই কোঠাটোলৈ পুৰুষ অহাটো মই নিবিচাৰোঁ। [ অলপ বৈ হুমুনিয়াহ কাঢ়ি ] মই সহ্য কৰিব নোৱাৰোঁ।

ভাৰতী : আচৰিত। পুৰুষো মানুহহে।

অমিয়া : নাৰী নহয়, পুৰুষ। কোনো পুৰুষকে কেতিয়াও মই ভাল পোৱা নাই। ভাল পাব মই নেজানিলোঁ।

ভাৰতী : এইবোৰ কথা মোক নক'লেও হ'ব। শুনক মোৰ লগত এওঁৰ অলপ জৰুৰী কথা পাতিব লগা আছে। আপুনি ভিতৰত থাকিব। কথা পতা শেষ হ'লে মই তেওঁক বিদায় দি আপোনাক মাতিম।

অমিয়া : কি বিশেষ কথানো পাতিব খুজিছা ?

ভাৰতী : এটা বিশেষ কথা।

অমিয়া : মানুহজন কোন ?

ভাৰতী : বিপুল।

অমিয়া : বিপুল ?

ভাৰতী : আঁ।

অমিয়া : বাৰু মাতা। মই ভিতৰলৈ যাওঁ। [ দুৱাৰ মেলি ভিতৰ সোমায় ]

ভাৰতী : বিপুল !

বিপুল : [ খিৰিকিৰ কাষলৈ আহি ] মোৰ বেলি হ'লহে। এজন আলহী আহিছিল। আৰু চেনিকুঠীখনত হুলস্থুল। নবগ্ৰহ পাহাৰৰ ওপৰত বোলে বঙালী গুণ্ডা কিছুমান আছেহি, ৰাতি নামি আহিব হেনো। অপপ্ৰচাৰ। খবৰ কৰি জানিব পাৰিলোঁ মিছা। সুৰেণ দাদা একেবাৰে পাহাৰৰ ওপৰ পালেগৈ। তাত তেওঁ হুগি দাইনাৰ শব্দ শুনিলে। কিছুমান মানুহে বাদ্য বজাই ভাতৰ ভাগৰ পলুৱাই বং কৰিছে। কি আচৰিত কাণ্ড, দেখিছা নহয় ? শিলপুখুৰীৰ—

বিপুল : এইকালে বঙালী মানুহ ভাগিছে। তোমাৰ দেউতাইতো ক'ত ?

ভাৰতী : পূৰ্ণ ককাৰ ঘৰত। ককাই লৈ গ'লহি। তাতো গুণ্ডাৰ লগত তৰ্কাতৰ্কি হৈ আছে, শুনিছানে ?

বিপুল : [ কাণ পাতি ] ঠিকেইতো। কিমান পৰ হ'ল ?

ভাৰতী : আমি এইমাত্ৰ শুনিছো।

বিপুল : মই খবৰ কৰি আহো ব'ৰা।

ভাৰতী : কিমান সময় হ'ব ? [ হঠাতে সেইফালেদি কোনোবা দৌৰি অহাৰ শব্দ হয় ] তুমি সোমাই আহাঁ। শুনিছা নহয়, এইফালে কোনোবা দৌৰি আহিছে। পূৰ্ণ ককাৰ ঘৰৰ পৰা এইটো পোন বাট।

বিপুল : খিৰিকিখন বন্ধ কৰি দিয়া। মই খবৰ কৰি এতিয়াই আহিছো।

ভাৰতী : [ খিৰিকিখন বন্ধ কৰি দি কয় ] আচল কথাটো পতা নহ'লেই। এইবোৰ ভাষাৰ কাজিয়া মোৰ ভাল নেলাগে। নবো। এওঁ যদি মোক কথা নিদিয়ে তেন্তে সৰ্বনাশ। সময় নাই।

অমিয়া : তোমালোকৰ কথা পতা হ'ল ?

ভাৰতী : ওহোঁ। গণ্ডগোল শাম কাটিলেহে তেওঁ আহিব। ককাৰ ঘৰৰপৰা। কোনোবা কেইটা-মান দৌৰি আহিছে। গণ্ডগোল থাকে মানে মোৰ কথা পতা নহ'ব।

অমিয়া : তোমাৰ ভয় লাগিছে নে আকৌ ?

ভাৰতী : "বিপদে মোকেৰ ৰক্ষা কৰ এনহে মোৰ প্ৰাৰ্থনা, বিপদে যেন না কৰি আমি ভয়।"

অমিয়া : ভয় কৰি একো লাভ নাই। যি হ'ব লগা আছে হ'বই।

ভাৰতী : [ হুমুনিয়াহ চাৰি ] দেউতাই এই কথা মুঠেই বিশ্বাস নকৰে। মাই আকৌ কৰে। মৈমন-

চিঙত থাকোতেও দেউতা হেনো আৰু কোবাল আছিল। ভাগ্য, নিয়তি, এইবোৰ একো নেমানে। কেৱল পুৰুষাৰ্থত বিশ্বাস। জানে নহয়, দেউতা আছিল সুভাষ বসুৰ সহকৰ্মী। বেঙ্গল ভলন্টিয়াৰ গ্ৰুপত আছিল। মোৰ জন্মৰ সময়ত দেউতা আছিল আণ্ডাৰগ্ৰাউণ্ডত। বিয়াল্লিছৰ বিপ্লৱ হৈছিল তেতিয়া। দেউতাই হেনো মোক ঘৰত চাবলৈ আহিছিল ৰাতি, দাঢ়ীয়া মুছলমানৰ বেশ ধৰি। লগত আৰু এজন মানুহ আহিছিল। তেওঁ হেনো আপোন-ভোলা মানুহ। বিয়া-বাৰু কৰোৱা নাছিল। অঁ, পিচে দেউতা আহি মাৰ গুপিত ওলালহি। মোক চালে। মোৰ নাম দিলে ভাৰতী। ভাৰতী শব্দৰ অৰ্থ বুজিছেই নহয়, মই হেনো তেওঁৰ মানত সমগ্ৰ ভাৰতৰ প্ৰতিমূৰ্তি। মোক দেখিলে তেনে যেন লাগে নে বাৰু?

অমীয়া : [ ভাৰতীক চাই ] তোমাৰ ৰূপ, তোমাৰ বৰণ, তোমাৰ মাত-কথা, তোমাৰ গান, তোমাৰ শাৰীখন, তোমাৰ ভাৱ সকলোতে ভাৰতবৰ্ষ আছে। আন কি তোমাৰ এই নিৰ্যাতনতো।

ভাৰতী : [ হাঁহি ] আপুনি গল্পলিখিকা নহয়, সেই-বাবে বঢ়াই ক'ব জানে। মই ভাৰতবৰ্ষ নহয়। কেনেকৈ হ'ম? মই এজনী সাধাৰণ— অতি সাধাৰণ ছোৱালী। দেউতাৰ কথা কওঁ শুনক। পিছত যেতিয়া দেশ দুডোখৰ হ'ল, তেতিয়া মৈমনচিঙত প্ৰথম পাকিস্তানৰ ফ্লেগখন তুলিব লগা হ'ল দেউতাই। কাৰণ তাৰ মুছলমানসকলে তেওঁক ভাল পাইছিল—খুব ভাল পাইছিল। কিন্তু মুছলিম লীগৰ ফ্লেগখনৰ বিৰুদ্ধে দেউতাই আজীৱন যুঁজিছিল। গতিকে মনত অলপ নিৰাশো আছিল। মাই কয়, মানুহৰ সেয়ে ভাগ্য। যি বিচাৰে তাক নাপায়, যিটো নিবিচাৰে তাক পায়। দেউতাই কয়, মিছা কথা। ভাগ্য বুলি একো বস্তু নাই। মানুহে ভুল কৰি ভাগ্যক দোষ দিয়ে।

অমিয়া : তোমাৰ দেউতাৰৰ কথা মই একোকে নেজানো। বেৰৰ ইপাৰ-সিপাৰ মাথোঁন। তথাপি তোমাৰ দেউতাৰৰ বিষয়ে একোকে গম নাপাওঁ। তাৰ পিছত? কেনেকৈ তেওঁ এইখিনি ওলালহি।

ভাৰতী : আন একো কথা নাই, ফ্লেগৰ মোহে ইয়ালৈ টানি আনিলে। অসমলৈ গুচি আহিল। ইয়ালৈ আহি তেওঁ ভুল কৰিলে নে ভাল কৰিলে, তাক তেওঁ ক'ব নোৱাৰে। তাত সা-সম্পত্তি অলপ আছিল, সেইবোৰ এৰি থৈ আহিল। পাকিস্তান ধৰ্মৰাজ্য হ'ল, সিও এটা কাৰণ। গুচি আহিল। ইয়াত সৰু সুৰা বিজিনেছ আৰম্ভ কৰিলে। সংসাৰ ভালেৰেই চলিছিল। কিন্তু হঠাতে আহিল অসমীয়া-বঙালীৰ মনোমালিন্য। তাৰ পিছত এইবোৰ কাণ্ড। জঘন্য। মাই কয়, এইটোও ভাগ্য। কিন্তু দেউতাই কয় ভাগ্য নহয়, এইবোৰ কুকৰ্মৰ ফল। আচল কথা কি জানে? দেউতাৰ মনত এতিয়াও সেই স্বপ্ন—ভাৰতবৰ্ষৰ স্বপ্ন—বিৰাজ কৰিছে—য'ত হিন্দু-মুছলমান, অসমীয়া-বঙালী, ট্ৰাইবেল-অনাট্ৰাইবেল সকলো মিলেৰে বাস কৰি উন্নতিৰ পথত আগবাঢ়ি যাব। মই যেনেকৈ ভাৰতবৰ্ষ নহয়, দেউতাৰ সপোনত দেখা ভাৰতবৰ্ষৰ লগতো মিল নাই। সপোনৰ কি দাম আছে? কওক!

অমিয়া : স্বপ্ন-ভঙ্গও বেয়া। সপোন মানে কি? আমাৰ মনৰ গহ্বৰত সোমাই থকা কিছুমান আশা। আশা নহ'লে কোন বাঁচিব পাৰে? মই হ'লে কেতিয়াবাই মৰিলোঁহেঁতেন।

অমিয়া : আপুনি কি আশা কৰিছে? বাৰ বছৰে কাৰ বাবে আশা কৰি আছে? কিহৰ বাবে আশা কৰিছে? নে আপুনি নিজৰ অন্তৰত কিবা নতুন উপলব্ধি হ'ব বুলি আশা কৰিছে? আপুনি যৌৱনটো এই বন্ধ কোঠাত বন্দী কৰি থৈ কি আশা কৰিছে? বাৰ্ধক্য? নে নতুন যৌৱন।

অমিয়া : মই আশা কৰিছোঁ সেই পুৰুষৰ বাবে। পুৰুষ! অঁ সুন্দৰ, আচল পুৰুষ। মোৰ যোগ্য পুৰুষ। [ হঠাতে বিহ্বল হৈ ] নাই নাই, মই সেইবোৰ একো আশা কৰা নাই। মই আশা কৰিছোঁ মাত্ৰ—মই নিজে নিজৰ কৰ্ম-জালৰপৰা মুক্তি লাভ কৰিম। মুক্তিয়েই হ'ল মোৰ আশা—

ভাৰতী : আচৰিত! আপুনি ক'লে কৰ্ম-জালৰপৰা মুক্তি বিচাৰিছো, কিন্তু এই কামটোত কেনেকৈ মুক্তি পাব? কৰ্ম-জালৰপৰা মুক্তি পাব পাৰি একমাত্ৰ কৰ্মৰ মাজেদি। কৰ্ম কি কৰিছে?

অমিয়া : এই আলমাৰিটো চোৱা। এই উপন্যাসবোৰ পঢ়িছোঁ। এই গল্পবোৰ লিখিছোঁ।

ভাৰতী : নিজক প্ৰতাৰণা কৰিছে। এই উপন্যাসবোৰৰ অকল যৌনক্ৰিয়া আৰু প্ৰেমৰ বৰ্ণনা থকা অংশবোৰ আপুনি পঢ়িছে। আপুনি চৰিত্ৰবোৰৰ কথা নেজানে—আৰু আপোনাৰ গল্প? সেইবোৰৰ কেৱল আপোনাৰ মনৰ খেলিমেলি সৃষ্টি। আপুনি মানুহক চিনি নেপায়। নহ'লে এই খিৰিকিখন খুলিবলৈ কিয় ভয় কৰিব?

অমিয়া : মানুহৰপৰা মই বহুতদিন আঁতৰি আছো। [ খিৰিকিখনত কোনোবাই টুকুৰিয়ায় ] কোন?

ভাৰতী : [ খিৰিকিখনৰ ওচৰলৈ গৈ ] কোন হ'ব পাৰে? বিপুল? [ খিৰিকিখন খুলি দিয়ে ] কোন?

ৰবি ঘোষ : মই ৰবি ঘোষ? শুনা, সুৰেশবাবু আৰু বিপুল পূৰ্ণ কাকতিৰ ঘৰলৈ গৈছে। এতিয়াই আহিব। তোমালোকৰ ভয় লাগে বুলি খবৰ দিলোঁ। এতিয়া খিৰিকিখন বন্ধ কৰি থ'ব পাৰা।

ভাৰতী : আপুনি কোন?

ৰবি ঘোষ : মই এজন সামাজিক কৰ্মী। উৰিষ্যাৰপৰা আহিছো। অসমীয়া-বঙালীৰ মাজত কাম কৰি ভগা হিয়া জোৰা দিবলৈ আহিছো।

ভাৰতী : বাঃ কি সুন্দৰ কাম! পাৰিব জানো? মোৰ দেউতাই এই কাম কৰিয়েই জীৱন পাত কৰিলে, কিন্তু ফল হ'ল কি, আত্মনিৰ্বাসন।

ৰবি ঘোষ : তোমাৰ দেউতাৰ বা কোন?

ভাৰতী : মোৰ দেউতাৰ নাম মধু চেটাৰ্জী। ঘৰ মৈমনচিঙত আছিল। সুভাষ বসুৰ সোঁ হাত স্বৰূপ হৈ তাত সাম্প্ৰদায়িক ঐক্য ৰক্ষা কৰাৰ উপৰিও স্বাধীনতাৰ আন্দোলনত যোগ দিছিল। তাৰ পিছত ধৰ্মৰ ভেটিত দেশ দুডোখৰ হ'ল; দেউতা আৰু মা ইয়ালৈ আহিল। ইয়াত আহি পালেহি তাযাৰ কন্দল। কিমান ভগা হিয়া জোৰা দিব আপোনালোকে?

ৰবি ঘোষ : তোমাৰ নাম কি আইটী?

ভাৰতী : মোৰ নাম জানি আপোনাৰ লাভ কি?

ৰবি ঘোষ : মধু চেটাৰ্জী বুলি মোৰ এজন নলে গলে লগা সহকৰ্মী বন্ধু আছিল। বিয়াল্লিছৰ আন্দোলনত দুয়ো একেলগে পলাই ফুৰিছিলোঁ। আৰু সেই সময়ত এদিন খবৰ পালোঁ মধুবাবুৰ ঘৰত এটি কন্যাসন্তানৰ জন্ম হৈছে। আমি মুছলমান খেতিয়কৰ ভেশচন ধৰি মধুবাবুৰ ঘৰলৈ গলোঁ ; আৰু ছোৱালী চালোঁ। মধুবাবুৱে ছোৱালীজনীৰ এটা নামো দিলে।

ভাৰতী : এইবোৰ উপকথাৰ কাহিনী শুনিছোঁ নে, বাস্তৱ ঘটনাৰ ঘটনা? কওকচোন ছোৱালীজনীৰ নাম কি?

ৰবি ঘোষ ' ভাৰতী।

ভাৰতী : আচৰিত। সকলো মোৰ কথা দেখোঁন হুবহু মিলি যায়। দেউতা আৰু মাই একে কথাকে কয়। কিমান বছৰ হ'ল বুলিলে?

ৰবি ঘোষ : ওঠৰ বছৰ। তোমাৰ নাম কি?

ভাৰতী : ভাৰতী। জানে মোৰো ওঠৰ বছৰ।

ৰবি ঘোষ ' ভাৰতী! তোমাৰ দেউতাৰ নাম মধু চেটাৰ্জী। চেহেৰা বা কেনে? চচমা পিন্ধেনে? দাঁতবোৰ উজলানে? চকুযুৰিত সদায় এটা বিজুলিৰ চমক জিলিকেনে?

ভাৰতী : অঁ।

ৰবি ঘোষ : তোমাৰ দেউতাৰক লগ পাব লাগিব।

ভাৰতী : দেউতা, ইয়ালৈ আহিব নেকি?

ৰবি ঘোষ : ওহোঁ। যদি মধুবাবু সেই মধুবাবুৱেই হয় তেন্তে কি সুখৰ কথা হ'ব।

ভাৰতী : আপুনি আছে ক'ত?

ৰবি ঘোষ : বিপুলৰ ঘৰত।

ভাৰতী : বিপুল ক'লৈ গ'ল?

ৰবি ঘোষ : পূৰ্ব ককাৰ তালৈ। তাত কিছুমান গুণ্ডাই আছি আমনি কৰি আছেহি। সুৰেণবাবুৱে এবাৰ খেদিলে। সিহঁত ঘুনাই আহিছে। এইবাৰ বিপুলৰ সৈতে গৈছে।

ভাৰতী : [ বিহ্বল হৈ ] দেউতাহঁতৰ কিবা হ'ব নেকি?

অমিয়া : ভাৰতী। বিহ্বল হোৱাৰ কাৰণ নাই। ৰ'বা মই এইকালৰ দুৱাৰখন খুলি দিওঁ। ইয়াৰপৰা ককাৰ ঘৰৰ ভিতৰ দেখি থাকি। মধুবাবুৰ কমটোও মোৰ কমৰ পোনে পোনেই হ'ব। অভিবেছি চাবিহাত দূৰ হ'ব। [ গৈ দুৱাৰখন খুলি দিয়ে ] চোৱা হয় নে তোমাৰ দেউতাৰ? দেখিছানে পঢ়ি আছে।

ৰবি ঘোষ : মই যাব পাৰোঁ নে আপোনাৰ কমলৈ। তেওঁক চাব খোজোঁ।

অমিয়া : কেনেকৈ আহিব? বাট নাই।

ৰবি ঘোষ : বাট নাই। ঘৰ দুখন নেকি?

অমিয়া : প্ৰায় দুখন। মই মধুবাবুক মাতি দিওঁ ৰ'ব। [ চিঞৰি ] মধুবাবু।

মধুবাবু : কোন?

অমিয়া : আপোনাক এজন মানুহে চাবলৈ বিচাৰিছে। নাম ৰবি ঘোষ।

মধুবাবু : ৰবি ঘোষ? কোন ৰবি ঘোষ? মই কেনেকৈ যাম এতিয়া। বাৰু সুৰেন্দ্ৰ আহক। গণ্ডগোল শাম কাটক। ভাৰতী।

ভাৰতী : দেউতা। এইজন ৰবি ঘোষ কোন জানা? তুমি যাৰ লগত ঘৰলৈ গৈ মোৰ নাম দিছিলা! ওঠৰ বছৰৰ আগতে।

মধুবাবু : কিনো কথা অ'। সেই ৰবি ঘোষ ক'ৰপৰা ওলাবহি এইখনত। আম কোনোবাহে। ইয়াত গণ্ডগোল চলি আছে বুজিছা। পূৰ্ব ককাই

নাম প্ৰসঙ্গ কৰিবলৈ সময় পোৱা নাই। ভাত খোৱাও দেখি হৈছে। যৈণীয়েকৰ বৰ অসন্তোষ। ব্লাডপ্ৰেচাৰ থকা মানুহ, কেতিয়া কি হয় একো ঠিক নাই।

ভাৰতী : ককাই বৰগীত গালে বৰ ভাল লাগে শুনি। [অলপ চিক্ৰৰ-বাখৰ যেছি হয়। কোনোবা কেইটামান ল্লপ-ল্লপকৈ লৰি আহে] দুৱাৰখন বন্ধ কৰি দিয়ক নবৌ। [অমিয়াই দুৱাৰখন বন্ধ কৰি দিয়ে] ৰবিবাবু। ক'তা মানুহজন দেখোঁন নাই। ওলাই গ'ল।

অমিয়া : খিৰিকিখনো বন্ধ কৰি দিয়া। মোৰ জীৱনত এই খিৰিকিখন খোলাৰ পৰিণাম কি ক'ব পাৰানে ?

ভাৰতী : কি।

অমিয়া : তোমাৰ ভিনিহিয়েৰাই ভাবিব মোৰ পৰাজয় হ'ল।

ভাৰতী : কিয় ভাবিব ? মইহে খিৰিকি খুলিছো।

অমিয়া : কিন্তু তেওঁ কৈ থৈছিল মোক যদি কেতিয়াবা বিচাৰা তেন্তে খিৰিকিখন খুলিবা। আজি খোলা দেখিলে তেওঁ তেনেকৈ ভাবিব।

ভাৰতী : ঐ আই, আপোনাৰ যে ভয়টো! একো নেভাবে। জানে, ভিনিহিদেউৰে আপোনাক কিমান ভাল পায়। দেউতাক কয় নহয় কেতিয়াবা।

অমিয়া : কিমান ?

ভাৰতী : জুখিবলৈ টান। মই বিপুলক যিমান ভাল পাওঁ তাতোকৈও বেছি।

অমিয়া : বিপুলেও তোমাক ভাল পায়। সি যেতিয়াই তোমাক ভাল পাবলৈকে ধৰিলে। যৰবগৰা দেউতাকে পূৰ্ণ ককাইক কেবাখনো চিঠি লিখিছিল। তেওঁ হেনো তাক ঘৰলৈ ঘূৰাই পঠাব লাগে। পিছে পূৰ্ণ ককাই লিখিছে, বিপুল ভাল ল'ৰা, নীতি মানি চলি ভাল পায়। আৰু লিখিছে প্ৰকৃত প্ৰেমক তেওঁ সন্মান কৰে।

ভাৰতী : পূৰ্ণ ককাই বঙালী ছোৱালীৰ লগত অসমীয়া ল'ৰাৰ বিয়া হোৱাৰ কথাটো ভাল বুলিবনে ? মানুহজন ইমান অসমীয়া। বিপুলে তেওঁক এই বিয়াৰ মধ্যস্থতা কৰিবলৈ ধৰিছে।

অমিয়া : নুবুলিব কিয় ? ককাক মানুহবোৰে ভালকৈ চিনি নেপায়। আজিকালি মানুহক ওপৰে ওপৰে চায়েই মানুহ সন্তুষ্ট। কিন্তু ককাক মই অতি ভালদৰে জানো। তেওঁ বঙালী-অসমীয়াৰ কাজিয়া নিবিচাৰে, মিলন বিচাৰে।

অমিয়া : অসমীয়া ভাষাৰ হক প্ৰতিষ্ঠাৰ বাবে তেওঁ সততে সংগ্ৰাম চলাই আহিছে। তেওঁ শুভাষীয়া কথা ক'ব নেজানে। ভুল হ'লে ভুল হ'ল বুলি ক'ব, শুদ্ধ হ'লে হাঁহিত মুখ ৰঙাই পেলাব। যাক কয় আশুতোষ, ভোলানাথ পুৰুষ। সুন্দৰ মানুহ। বাহিৰত সেই সৌন্দৰ্য নেদেখা। অন্তৰত আছে। অন্তৰখন বৰ সুন্দৰ। তেওঁ কবিতা লিখে। তেওঁৰ কবিতাত যি প্ৰেম আছে সেই প্ৰেম দেহগন্ধবিহীন, কিন্তু অনুভূতি প্ৰবণ। তেওঁ কবিতা কেনেকৈ লিখিবলৈ ল'লে তাক তেওঁ বৰ্ণাইছিল। মন্দিৰা বুলি এগৰাকী সুন্দৰী বঙালী ছোৱালীক তেওঁ দেখিছিল যৌৱনৰ উন্মেষ-কালত। তাতেই বিয়েট্ৰিচক যেনেকৈ চাইছিল তেনেকৈ। একেলগে এবাৰ দুয়ো কোনো সভাত বৰগীত

গাইছিল। মন্দিৰাই তেওঁৰ গীতত অভিভূত হৈ তেওঁক ঘৰলৈ আমন্ত্ৰণ জনাইছিল। তেওঁ গ'ল, কিন্তু কথা ক'ব নোৱাৰিলে। সেই সৌন্দৰ্যৰ ছবি তেওঁৰ অন্তৰত বৈ গ'ল। সৌন্দৰ্য অখণ্ড। তাৰে আভাস কোনো নাৰীৰ মাজত ফুটি উঠে। তেওঁ তাৰ উপাসক। মোক মাজে মাজে তেওঁ কয়, 'তোৰ মাজত মন্দিৰাৰ আভাস আছে'। গতিকে তেওঁ প্ৰেমৰ অৱমাননা নকৰে।

ভাৰতী : মোৰ এটা ভয় লাগিল। মানুহজন দয়ালু। দেউতাৰ লগত খুব তৰ্ক লাগে, কিন্তু লগে লগে মিলো হয়। আজি চহৰত গণ্ডগোল হোৱা দেখি আৰু বঙালী মানুহ ভগা দেখি তেওঁ দেউতাহঁতক ঘৰলৈ লৈ গ'ল। দেউতাহঁত এতিয়া নিৰাপদ। পূৰ্ণ ককা উদাৰ লোক। [ বাহিৰৰ দুৱাৰত টোকৰ ] তিনিটা নে চাৰিটা টোকৰ ? চাৰিটা টোকৰ। তেন্তে বিপুলেই হ'ব।

অমিয়া : [ হাঁহি ] সংকেত বুজি পালা ? বাৰু মই চাহ কৰোঁ। তুমি কথা পাতা।

[ অমিয়া ভিতৰ সোমায়। ভাৰতীয়ে দুৱাৰ খুলি দিয়ে ]

বিপুল : বাহিৰত কিনকিনীয়া বৰষুণ।

ভাৰতী : দুৱাৰ বন্ধ কৰি দিয়া। গণ্ডগোল শাম কাটিছেনে ?

বিপুল : অঁ।

ভাৰতী : তেন্তে চকীতে বহা। কি ঠিক কৰিলা ? ককাই কিবা ক'লেনে ?

বিপুল : ককাক লগ ধৰিব নোৱাৰিলোঁ, আইতাক কৈ আহিছো—, তোমাৰ দেউতাৰৰ লগত আজিয়েই কথা হ'বলৈ। তুমি ইমান অধৈৰ্য হৈছা কিয় ?

ভাৰতী : কিন্তু সময় খুব তাকৰ। মাই কৈছে, আমি পুৰাই কলিকতালৈ যামগৈ। ইয়াত মানে কি বুজিছা নহয় ? কলিকতাত বেলেগ পাত্ৰ চাব।

বিপুল : [ বিৰক্তিত ] মোৰ কথা তোমাক কৈছোৱেই দেখোন। মই তোমাক বিয়া কৰাম।

ভাৰতী : ইঃ, বিয়া জানিবা ইমান সহজ বস্তু ! দেউতাহঁত এতিয়াও সন্মত হোৱা নাই নহয় ?

বিপুল : তাৰ কাৰণ হ'ল মোৰ বৰ্তমান অৱস্থা। মোৰ ঘৰত আপত্তি হ'ব পাৰে বুলি তেওঁলোকে ভয় কৰিছে। ইফালে অসমীয়া-বঙালীৰ মনোমালিন্য চলি আছে। এনে সময়ত মোৰ বা তোমাৰ মন থিৰে থাকিব বুলি তেওঁলোকে নেভাবে। কিন্তু প্ৰেম এইবোৰৰ উৰ্দ্ধত।

ভাৰতী : [ তীক্ষ্ণস্বৰেৰে ] তুমি অসমীয়া হৈ গৈছা, আৰু মই বঙালী হৈ গৈছো। আমি নজনাকৈয়ে হৈছোঁ। এই গণ্ডগোলৰ পৰিণাম এয়ে। তাক তুমি বুজা নহয়। মোৰ দেউতা বঙালী হ'লেও বঙালী সাম্প্ৰদায়িকতা তেওঁৰ নাই। মোৰো নাই। মোৰ নাম দেউতাই সেইবাবেই ভাৰতী বুলি থৈছিল। কিন্তু অসমীয়াই তথাপি আমাক বঙালী বুলি ভাবিছে। মই নিজে অসমীয়া গানেই গাওঁ, তাক দেখোঁন তুমি জানাই। প্ৰেমৰ পৰীক্ষা চলিছে বুজিছা।

বিপুল : মোৰো কোনো সাম্প্ৰদায়িকতাৰ ভাব নাই। বিশ্বাস কৰা, বেছি ভাগ অসমীয়াৰে নাই। আনকি পূৰ্ণ ককাৰো নাই। পূৰ্ণ ককা ভাষা আন্দোলনৰ নেতা। তেওঁ অসমত

অসমীয়া ভাষা কাম্য হোৱাটো বিচাৰে। কিন্তু তেওঁৰ কোনো বঙালী বিদ্বেষ নাই। প্ৰেমৰ পৰীক্ষাত বেছি ভাগ অসমীয়াই উত্তীৰ্ণ হ'ব। ময়ো হ'ম। চাই থাকা।

ভাৰতী : জীৱনটো ইমান পোন নহয়। বিপুল। মই অশান্তি অনুভৱ কৰিছোঁ ; বিশেষকৈ মা আৰু উদ্বিগ্ন। কাইলৈ পুৱা আমি এই ঠাই এৰি থৈ গ'লে আৰু বিয়াৰ বন্দৱস্ত কৰাৰ সময় নেপাম। আমাৰ মাজত ঠাইৰ দূৰত্ব বঢ়াৰ লগে লগে মনৰ দূৰত্বও বাঢ়িব। তুমি আজি মোক মোৰ বাঞ্ছিত উত্তৰ দিয়া। জানা, মাৰ লগত মোৰ আজি কাজিয়া হৈ গৈছে।

বিপুল : মই এতিয়া যাওঁ, খবৰ লৈ আকৌ আহিম। তুমি বৰ বিহ্বল হৈছা।

[ দুৱাৰ খুলি ওলাই যায় ]

ভাৰতী : [ দুৱাৰ বন্ধ কৰি ] পুৰুষ কেতিয়াবা নাৰীতকৈও দুৰ্বল হয়।

অমিয়া : [ চাহ আনি ] বিপুল ক'লৈ গ'ল।

ভাৰতী : আহিব। এটা খবৰ আনিবলৈ পঠাইছো।

অমিয়া : কি খবৰ ?

ভাৰতী : এটা বিশেষ খবৰ। চাহ কাপ মোকে দিয়ক। পিয়াহত অণ্ঠকণ্ঠ শুকাই গৈছে। বাতি এক বাজিছে, আপোনাৰ ঘড়ীত। [ চাহ কাপ লৈ ] বহক, নবো বহক। সেই কাপ আপুনি লওক। আপোনাৰ পিয়াহ লগা নাইনে ?

অমিয়া : এবা পিয়াহ লাগিছে। বিপুলক মই কেইটামান গান দিম বুলি ভাবিছিলোঁ। সুৰ দিবলৈ। বিপুলে গায়ো ভাল, সুৰো দিয়ে ভাল।

ভাৰতী : গান ? আপুনি লিখা গানবোৰৰ সুৰ দিবলৈ বহুত সময় ওলাব। কিন্তু গান গাই সুৰ দি বিপুলৰ আমনি লাগিছে। আটাইবোৰ গান যেন একে, আটাইবোৰ সুৰ যেন একে। আধুনিক গান আধুনিক তৰল জীৱনৰ তৰল প্ৰতিবিম্ব।

অমিয়া : গানবোৰৰ লগত মোৰ এই বাৰ বছৰৰ নিঃসঙ্গ জীৱনৰ সম্পৰ্ক আছে।

ভাৰতী : সেই কাৰণেই গানবোৰ নিৰ্জীৱ। আপুনি বাৰ বছৰে প্ৰতিবাদৰ জীৱন যাপন কৰিছে। এই বাৰ বছৰে আপুনি মনে মনে খালি আপোনাৰ প্ৰতিহত নিষ্ফল কামনাকে বাৰে পতি প্ৰকাশ কৰিছে। ধৰক, এই আপোনাৰ এইষাৰি কথা,

এই জীৱন নহয় মৰা জুৰি,
সাগৰ-তলৰ মুকুতা মই নেপালোঁ চিনি।

ইয়াত আছে ব্যৰ্থ-জীৱনৰ হা-হুমুনিয়াহ। এনে হা-হুমুনিয়াহ আৰু বেছি ক্ষুদ্ৰ আৰু সামান্য হৈ পৰিছে তলৰ শাৰী কেইটাত—

সক আকাশত চালোঁ অলেখ তৰা
তাৰ সিপাৰত থাকে মনেপতা দৰা
বাতিৰ চাকিটি মৰে হিয়া ঢাকুৰি
বৃষ্টিৰ চুমাৰ বাবে ওঁঠৰ কঁপনি।

ইয়াত কি আছে ? সেই মনে পতা দৰা চুমা ! ওঁঠৰ কঁপনি ! অৰ্থাৎ কামনা।

অমিয়া : [ ক্ষুব্ধ হৈ ] কেতিয়াবা কেতিয়াবা তেনে ভাব আহে, কি কৰিম !

ভাৰতী : কিন্তু খিৰিকীখন খুলিলেই হয় দেখোঁন।

অমিয়া : হ'ল, মনে মনে থাকা [খিৰিকীখন কোনোবাই চকিয়াৱ ] কোন ?

ৰবি ঘোষ : মই ৰবি ঘোষ। খোলকচোন

[ খিৰিকীখন ভাৰতীয়ে খুলি দিয়ে ] সঁচা বুজিছা, সেই মধু বাবুৱেই হয়। মই গৈ পূৰ্ণ বাবুৰ ঘৰ পালোঁগৈ। দেখিলোঁ। গণ্ডগোল শাম কাটিছে। পূৰ্ণ ককাৰ লগত চিনাকি হ'লোঁ। বৰ সৰল, বৰ উদাৰ কিন্তু নিজৰ মতত স্থিৰ। অসমীয়া বঙালীৰ বৰ্তমান গণ্ডগোল কেনেকৈ হ'বলৈ পালে, কেনেকৈ তাক বন্ধ কৰিব পাৰি সেই বিষয়ে কথা পাতিলোঁ। তেওঁ কয় যেতিয়ালৈকে অসমীয়া ভাষাৰ হ'ক প্ৰতিষ্ঠা নহয় তেতিয়ালৈকে এনে গণ্ডগোলৰ সম্ভাৱনা আছে বুলি কোৱাটো ভুল হ'ব। গণ্ডগোল হ'ব লগা কোনো কাৰণ নাই। মৰামৰি কটাকটি কৰি একো নহয়। এইটো ধ্বংসৰ পথ। শান্তি সোণকালে হ'ব লাগে। কথা-বতৰা পাতি সোণকালে এটা মীমাংসা কৰিবৰ হ'ল। তাৰ পিছত মধু বাবুক মতা হ'ল। মধু বাবুৱে ক'লে শান্তি নহ'লে একো নহয়। কথা-বতৰা পতাৰ পিছত মধুবাবুক ভালকৈ চালোঁ, সেই মধুবাবুৱেই হয়। এনে দুৰ্যোগৰ সময়ত কি সুন্দৰ ভাগ্য মোৰ, পুৰণি বন্ধুক লগ পালোঁ। দুয়ো দুয়োকো সাৱটি ধৰিলোঁ আনন্দত।

অমিয়া : বৰ গৰম লাগিছে। এই দুৱাৰখন খুলি দিওঁ [ পিচফালৰ দুৱাৰখন খুলি দি ] শুনা কি সুন্দৰ বৰগীতৰ শব্দ। ককাই বৰগীত গাইছে।

আলো মাই কি কহ'ব দুঃখ,
পথাৰ নিগৰে নেদেখিয়া চান্দ মুখ।
কত পুণ্যে লভিলোঁ গুণৰ নিধি শ্যাম,
বঞ্চিয়া নিলেক নিকৰুণ বিধি বাম।

[ লাহে লাহে গীতৰ ধ্বনি ক্ষীণ হৈ আহে ]

ৰবি ঘোষ : মোৰ বন্ধুক মই ঘূৰাই পালোঁ। ভাৰতী, মোৰ বৰ আনন্দৰ দিন আজি।

ভাৰতী : আপুনি মোৰ প্ৰণাম গ্ৰহণ কৰক। আপুনি পিতাৰ বন্ধু, গতিকে পিতৃৰ তুল্য।

ৰবি : মই আশীৰ্বাদ কৰিছোঁ। তোমাৰ সকলো মনোবাঞ্ছা পূৰণ হ'ব।

ভাৰতী : মনোবাঞ্ছা ? মোৰ মনোবাঞ্ছাৰ কথা কেনেকৈ জানিলে ?

ৰবি : সেইখিনিতে চ'ৰা ঘৰতে বহি বহি পূৰ্ণ ককাই মধুবাবুক ক'লে তোমাৰ বিয়াৰ কথা।

ভাৰতী : দেউতাই কি ক'লে ?

ৰবি : কি ক'ব আৰু। তোমাৰ দৰে লক্ষ্মী ছোৱালীয়ে কিবা ভুল কৰিব পাৰানে ? একো ভুল হোৱা নাই। বিপুল বৰ ভাল ল'ৰা।

অমিয়া : আপুনি চাহ খাব ? পানী উতলি আছে।

ৰবি : দিয়ক। [ অমিয়া চাহ আনিবলৈ গুচি যায় ] তুমি সঁচাই তোমাৰ দেউতাৰৰ আশা পূৰণ কৰিছা। ভাৰতী নাম তোমাৰ সম্পূৰ্ণ সাৰ্থক হৈছে। ইমান সাম্প্ৰদায়িক অশান্তিৰ মাজতো তুমি অসমীয়া দৰা বাচিছা ই জানো কম কথা ? মই ভগাহিয়া জোৰা দিবলৈ ইয়ালৈ আহিছিলোঁ। তোমাৰ দেউতাৰা আৰু মই সুভাষ বসুৰ লগত একেলগে কাম কৰি পূৰ্ববঙ্গত হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক মিলন ঘটাবলৈ কাম কৰিছিলোঁ। তাৰ পিছত মই অকলে নোৱাখালিত গান্ধীজীৰ শান্তি যাত্ৰাত যোগ দি কাম কৰিছিলো। আজি গান্ধীজীও নাই, বসুও নাই। কিন্তু মই আছো, মধুবাবু আছে। তুমি আছা বিপুল আছে। আৰু খুব ভৰসাৰ কথা পূৰ্ণবাবু আছে। আৰু-

নো আমাক কি লাগে ? ৰাজনৈতিক বিবাদলৈ নগৈ আমি ভগা হিয়া এনেকৈয়ে জোৰা লগাম। সুৰেণবাবুৱে কৈছে বিয়াখন ক্লাবৰ-পৰা পাতিব। খুব ভাল হ'ব। চোৱা ; আনন্দত মোৰ চকুলো ওলাইছে। এই আনন্দৰ বাবেই মই জীয়াই আছোঁ। মোৰ নিজৰ বুলিবলৈ এই সংসাৰত কোনো নাই। তোমালোকেই মোৰ সংসাৰ।

ভাৰতী : ইয়াৰ উত্তৰ দিবলৈ মোৰ ভাষাৰ নাটনি।
[ অমিয়াই একাপ চাহ আনে ]

অমিয়া : চাহ কাপ নিয়ক। আপুনি ইমান সোণকালে, ইমান সহজে ভগা হিয়া জোৰা দিব পাৰিলে, তাৰ বাবে এইকণ বানচ দিলোঁ।
[ তেনেতে পিকালে সুৰেন্দ্ৰ সোমাই আহি ]

সুৰেন্দ্ৰ : আঃ আজি বাৰ বছৰৰ মূৰত এই খিৰিকীখন কোনে খুলিলে ?

ৰবি : বাৰ বছৰ ? কি কয় ! মই খোলালোঁ।

সুৰেন্দ্ৰ : আপুনি ? তেনেহ'লে বন্ধ কৰি দিয়ক। অমিয়াই বেয়া পাব।

ৰবি : কিয় ? মই যে তেখেতৰ আলহী। এই কাপ চাহ তেখেতৰ হাতৰ। ভাৰতী, মই অকৃতজ্ঞ আলহী হ'ব নোৱাৰোঁ।

সুৰেন্দ্ৰ : চাওক, অমিয়াৰ মুখলৈ চাওক, তেওঁ মোৰ উপস্থিতি সহ্য কৰিব পৰা নাই। শুনক ৰবি বাবু, আপুনি চাহ খাই বাহিৰলৈ আহিব। পূৰ্ণ ককা, মই, আপুনি তিনিও মিলি ভাগিবলৈ ওলোৱা মানুহৰ ঘৰে ঘৰে যাম। বহুত মানুহে টোপোলাটুপলি বান্ধিছে। মোৰ ভাৰাঘৰৰ মানুহবোৰেও ভয় খাইছে। মই যাওঁ।
[ ওলাই যায় ]

ৰবি : আপোনালোকৰ এই বিচ্ছেদ মোৰ অসহ্য হৈছে, অমিয়া দেৱী। মোৰ চাহ খাবলৈ মন যোৱা নাই।

অমিয়া : চাহ খাওক। নহলে মই বেয়া পাম।

ৰবিবাবু : চাহ খাম, নেখাম কিয় ? আপুনি মোক ভুল বুজিব।

ভাৰতী : আপুনি নবৌক একো নক'ব। সকলো মিলনৰ লগ্ন আছে। নবৌৱে জানে সুৰেণ ভিনিহিৰ বাৰ বছৰ তপস্যা অথলে নেযায়।

অমিয়া : আপুনি ভগা হিয়া জোৰা দিবলৈ ইমান আগ্ৰহ কৰে কিয় ? আজিৰ সংসাৰতো মই এনে মানুহ ক'তো লগ পোৱা নাই। নিজৰ বাপেক-মাক আপোন-পেটা। জাতি আপোন-পেটা। আনকি ভাৰতীহঁতৰ দৰে গায়ক-গায়িকাবোৰো আপোন-পেটা। আপুনি অকলে নিস্বাৰ্থ হ'লে কি হ'ব ?

ৰবি : ঘৰ ভাগিলে মিস্ত্ৰীয়ে মেৰামতি কৰে। এখন সমাজ ভাগিলে সমাজসেৱকে মেৰামতি কৰে। আৰু আপুনি মানুহক আপোন-পেটা বুলিছে। সঁচা কথা। আমি প্ৰত্যেকেই আপোন-পেটীয়া। আপোন-পেটীয়া কোন নহয় ? কিন্তু সকলো আপোন-পেটীয়া হ'লেই নহয় নহয়। গান্ধীজীয়ে তাকে শিকালে আমাক। কিছুমানে সকলোৰে বাবে আত্মবলিদান কৰি হ'লেও সমাজত মিলনৰ বত্তি জ্বলাব লাগে। মোৰো এয়ে ব্ৰত।

ভাৰতী : মই গাটো ধুই লওঁ নবৌ।

অমিয়া : যোৱাঁ। কিন্তু বিপুল আহাৰ আগতে ওলাবা।

ভাৰতী : [ হাঁহি ] যি আদেশ। [ যাওঁতে ]

ৰবি : আপুনি নিজে নিজে কিয় এইদৰে বিচ্ছেদৰ দুখ সহ্য কৰিছে।

অমিয়া : সুৰেশবাবুক সোধা নাই?

ৰবি : ওহোঁ।

অমিয়া : সুধিব। মই এইদৰে থাকি তিলমানো শান্তি পোৱা নাই। কিন্তু মই বৰ অভিমানী। মই তেওঁকো শাস্তি দিছোঁ, নিজেও শাস্তি খাই মৰিছো। কাক কওঁ, কোনে পতিয়াব। আপুনি এই খিৰিকীখন খোলাই দি মোক এটা সমস্যাত পেলালে? তেওঁক মই কি ব্যাখ্যা দিম? অৱশ্যে তেওঁ ব্যাখ্যা নিবিচাৰে! কিন্তু মোৰ মনক কি বুলি সান্ত্বনা দিম? এই খিৰিকীখন যে মই জপাব নোৱাৰোঁ।

ৰবি : জপাব কিয়? খিৰিকী খোলা ৰাখিব।

অমিয়া : আৰু ভাবি চাওঁ।

ৰবি : মই যাওঁ। খিৰিকী খোলা ৰাখিব। [ যায়গৈ ]

অমিয়া : এই খিৰিকীখন কিয় খুলিছিলো? বাৰ বছৰ বন্ধ আছিল। [ বাহিৰত বিপুলৰ মাত 'নবৌ নবৌ' ] আহা [ দুৱাৰ খোলাৰ শব্দ ]

বিপুল : ইকি নবৌ! খিৰিকী যে আজি খোল খালে! আঃ আজি মোৰ অতি আনন্দৰ দিন। মিলন বৰ টান, কিন্তু বৰ সহজ।

অমিয়া : ভাৰতী বাথৰুমত আছে। চাহ খাবা-নেকি।

বিপুল : নেলাগে [ খিৰিকিখনৰ কাষলৈ গৈ ] আজি আপুনি দেখিব সুৰেশ দাদাৰ ঘৰ কিমান শূন্য আপোনাৰ অবিহনে। সৌখন চাওক। বিছনাখন যেন সন্ন্যাসীৰ বিছনা। মানুহজন ভলভলীয়া। কিন্তু মানুহজনৰ নিষ্ঠা বৰ বেছি। কোন পুৰুষে এনেকৈ এগৰাকী নাৰীৰ বাবে অপেক্ষা কৰিলে-হেঁতেন? কোনেও নকৰে। আপুনি এখন হৃদয়ক কিয় এইদৰে বঞ্চিত কৰিছে।

অমিয়া : [ খিৰিকীয়েদি ভুমুকিয়াই ] ইমান ওচৰ, অথচ কিমান দূৰ।

বিপুল : নবৌ দূৰ নহয়, অতি ওচৰ। [ ভাৰতী বাথৰুমৰপৰা ওলাই আহে। বিপুলে হাঁহি কয় ] ভাৰতী, সকলো কথা হ'লো। এতিয়া আৰু একো বাধা নাই। হ'লনে? ককাই কথা পাতিলে। দেউতাৰাই তথাস্তু বুলিলে।

অমিয়া : ভাৰতী, চোৱাঁ বিপুলক চোৱাঁ। তুমি ভাগ্যৱতী। মই বিপুললৈ একাপ চাহ আনো। [ গুচি যায় ]

ভাৰতী : তোমাক মই কি ক'ম তাকে ভাবি পোৱা নাই। মই বৰ সুখী।

বিপুল : সঁচাকৈয়ে? এই কথাষাৰ শুনিবলৈ যে মই ইমান কোবাকুবিকৈ আহিলোঁ। ৰবিবাবুহঁত বঙালীসকলৰ ঘৰে ঘৰে গৈছে। ময়ো যাম তালৈ। মোৰ আনন্দ প্ৰকাশ কৰিবলৈ একো শব্দ বিচাৰি পোৱা নাই।

ভাৰতী : আমিনো কিমান শব্দ জানো? আটাই-বোৰ ভাৱ শব্দত প্ৰকাশো কৰিব নোৱাৰি। তুমি মোৰ সকলো। তুমি মোৰ আচলৰ ধন।

বিপুল : তুমি মোৰ শান্তি—তুমি মোৰ ভৱিষ্যৎ।—

অমিয়া : হোৱাঁ। একাপ চাহ খোৱা। এই খিৰিকী-খন কি কৰোঁ?

বিপুল : নজপাব। এবাৰ দুৱাৰ খুলিলে তাক সততকাই জপোৱা টান।

ভাৰতী : বিপুল তুমি অলপমান সময় ব'ব পাৰিবানে?

বিপুল : পাৰিম।

ভাৰতী : মই এবাৰ বাহিৰলৈ যাওঁ। জোনটো সেন্দুৰৰ ফোট যেন হৈ ওলাইছে। নবৌৰ ফুলনিতে বহোঁগৈ, তুমি যাবানে? এবাৰ কথা পাতিম।

বিপুল : ব'লা। নবৌ। আপুনি খিৰিকীখন 'নজপাব। এতিয়াই সুৰেণদাদা আহিব। [ দুৱাৰ খুলি পিছফালে দুয়ো গুচি যায় ] আহিলে ক'ব।

অমিয়া : মই এতিয়া অকলে। এইহালৰ মন ইমান মুকলি। অকণো সংকোচ নাই। আজি বাৰ বছৰে ইয়াত বহি মই কি কৰিছো? পঢ়িছোঁ। আৰু লিখিছো। কিন্তু সুখ পোৱা নাই। ইমান দুৰ্যোগৰ নিশা। বিপুল আৰু ভাৰতী দুয়োটা তথাপি প্ৰেমত বিভোৰ। এয়ে প্ৰেম নে কি? বোধহয় এয়ে। খিৰিকীখন খোলা আছে। বিপুলে জপাবলৈ হাঁক দিছে। অকল সিয়ে নহয় মোৰ মনৰ ভিতৰৰ গোপন দেৱতায়ো তাকে কৈছে। মই বুজিছো নহ'লে হৃদয় শুকান মৰুভূমি হ'ব। এই খিৰিকীখন ৰেচিচ। নহয় খিৰিকীখনৰ সিপাৰে থকা মানুহজন। প্ৰেমৰ মিলনৰ সংকেত শুনিবলৈ পাইছো। কিন্তু মই নোৱাৰোঁ, এনেকৈ নতি স্বীকাৰ কৰিব নোৱাৰো পুৰুষৰ ওচৰত। ইমানদিনে দূৰৰ পুৰুষৰ বাবে বৈ আছিলোঁ, ক'তা ভেওঁচোন নাহিল। এতিয়া এই উপেক্ষিতজনৰ ওচৰত আত্মসমৰ্পণ! অসম্ভৱ। তাতকৈ খিৰিকীখন জপাই দিওঁ। [ জপাব খোজে ]

সুৰেশ : অমিয়া, বিপুল ক'ত আছে। কোঠাঁ বহি মোৰ বৈ আছে ককাৰ ঘৰত। ভেওঁক মাতিছে। আমাৰ কাম শেষ হৈ গ'ল। বঙালী মানুহবোৰৰ ভয় ভাগিছে। পূৰ্ণ ককাৰ আশ্বাসত সকলো মুগ্ধ হৈছে।

অমিয়া : বেলি হৈ গ'ল।

সুৰেণ : কি বেলি হ'ল, অমিয়া?

অমিয়া : খিৰিকীখন বন্ধ কৰা—

সুৰেণ : অমিয়া?

অমিয়া : কি ক'ব কওক।

সুৰেণ : মই দেখিবলৈ বেয়া নহয় নে? মোৰ বৰণ ক'লা, মুখ আপচু, কথা হেনাহচা—

অমিয়া : সেইবোৰ মুলিয়াব। আজি আপুনি পুৰুষ আৰু মই নাৰী। সেইবোৰ প্ৰসঙ্গ মুলিয়াব।

সুৰেণ : তেনে বাৰ বছৰ ৰোৱা সাৰ্থক হ'ল। এক পলকতে যেন শেষ হৈ গ'ল। মোৰ নিজৰে বিশ্বাস হোৱা নাই। এনে এটা মধুৰ ঘটনা এনে এটা দুৰ্যোগৰ ৰাতি সম্ভৱ হ'ব পাৰেনে?

অমিয়া : বাহিৰত গণ্ডগোল শাম কাটিছে। ভিতৰতো খিৰিকী খোল খাইছে। আপুনি কি কৰিলে ককাৰ ঘৰত?

সুৰেণ : কি কৰিলোঁ? কি উভতালি, গুণ্ডাকেইটাক দেখা হ'লে বুজিলাহেঁতেন। যেতিয়া ককাৰ পদূলিৰপৰা নঙলাডাল লৈ খেদি গলোঁ, পলাই পত্ৰং দিলে। পূৰ্ণ ককাই হাঁহি ক'লে, এনে সাহস লাগে আমাৰ ডেকাৰ গাত।

অমিয়া : [ হাঁহি ] আপুনি হ'ব পাৰ ডেকা!

সুৰেণ : তুমি যদি গাভৰু, ময়ো ডেকা। কিন্তু আমি মানুহ। মানুহে দুৱাৰ খিৰিকী বন্ধ কৰি অকলে এটা কোঠাত থাকিব নোৱাৰে।

আমাক সকলোকে লাগে। অসমীয়া আৰু বঙালী দুয়োকো লাগে।

অমিয়া : এই দুৱাৰখনো খুলি দিওঁ। এবাৰ বাহিৰলৈ ওলাই আহক। আঃ কি সুন্দৰ জোনাক হৈছে!

সুৰেশ : এবাৰ বিপুলক মাতি দিয়া।

অমিয়া : নেলাগে। বিপুল থাওক—

সুৰেশ : ঠিকেই কৈছা। ৰবিবাবুও মজি আছে। ওঠৰ বছৰৰমূৰত প্ৰাণৰ বন্ধুক লগ পালে। ঘটনাটো শুনিছা নহয়?

অমিয়া : শুনিছো। আজি কেউকালে মিলনৰ সময়। ৰবিবাবুৱে মোক ক'লে, ভগা হিয়া জোৰা লগোৱাই তেওঁৰ কাম। আৰু আমাৰ কাম কি জানে?

সুৰেশ : কি?

অমিয়া : লগলগা।

# ইঁগাৰ সিগাৰ

যোগেশ দাস

প্ৰাচীন-ভাৰতীয়-চিন্তা-আৰু-সংস্কাৰ প্ৰভাৱিত এখন ঘৰৰ পৰিবেশত ডাঙৰ দীঘল হৈ সাধক-চৰণে বিয়াৰ পাছদিনাই নৱবিবাহিত পত্নী দেৱযানী আৰু আত্মীয় স্বজনক গোপনে ত্যাগ কৰি সাধনাৰ পথত, সিদ্ধিলাভৰ পথত ওলাই গ'ল। এদিন পৰম বাঞ্ছিত সিদ্ধিলাভৰ পাছত তেওঁ আকৌ এবাৰ ঘৰলৈ আহিল, দেৱযানীৰ পৰা '[illegible]' সম্পূৰ্ণভাৱে মুক্তি বিচাৰি। কিন্তু দেৱযানীয়ে তেওঁক মুক্তিৰ সলনি দিলে এক নতুন উপলব্ধি: সাধকচৰণৰ সাধনাৰ সিদ্ধিলাভ এতিয়াও হোৱা নাই।

তেওঁ পুনৰবাৰ গৃহত্যাগ কৰিলে।

চৰিত্ৰ :

চক্ৰবৰ্তী : সংস্কৃতজ্ঞ পণ্ডিত, ভাৰতীয় পৰম্পৰা আৰু চিন্তাধাৰাত গভীৰ বিশ্বাস

চক্ৰবৰ্তীয়নী : চক্ৰবৰ্তীৰ পৰিবাৰ

মাধৱচৰণ : চক্ৰবৰ্তীৰ গৃহত্যাগী মধ্যম পুত্ৰ

দেৱযানী : মাধবচৰণৰ স্ত্ৰী

ৰামচৰণ : চক্ৰবৰ্তীৰ আধুনিক ভাবাপন্ন কনিষ্ঠ পুত্ৰ

ভবানীচৰণ : চক্ৰবৰ্তীৰ জ্যেষ্ঠ পুত্ৰ

পাৰুল : ভবানীচৰণৰ স্ত্ৰী

প্ৰথম প্ৰচাৰ : ১৯৬৮

চক্রবর্তী : [ বলিষ্ঠ, গলগলীয়া মাত ] দেৱযানী ! দেৱযানী !···অ' তুমি ?

চক্রবর্তীয়নী : অঁ মইহে। দেৱীক কিয় মাতিছে ?

চক্রবর্তী : আজিৰপৰা এই সময়ত সদায় গীতা কৰিবলৈ দেৱযানীক মই কৈছোঁ। তাই কিয় অহা নাই মই বুজা নাই।

চক্রবর্তীয়নী : মই বাৰু চাই আহো তাই ক'ত আছে। কিন্তু তাই জানো পাৰিব ?

চক্রবর্তী : এইটো চক্রবর্তী বংশ। সংস্কৃতৰ চৰ্চা কৰাত এইখন ঘৰৰ এটা ঐতিহ্য আছে। আমাৰ বোৱাৰী হৈ দেৱযানীয়ে নোৱাৰিব কিয় ? ভবানীচৰণে নোৱৰেনে ? মাধৱচৰণে নোৱাৰিছিলনে ? দেৱযানীয়ে কলেজত পঢ়িছে যেতিয়া তায়ো পাৰিব।

চক্রবর্তীয়নী : ৰামচৰণো আপোনাৰে ল'ৰা। সি দেখোন গুৰু-গোসাঁই একো মানিব নোখোজে। সংস্কৃত পঢ়িব ক'ত, সি নিজে ক'বৰ দৰে—মেলেছ্‌ৰ ভাষা ইংৰাজীহে পঢ়ে !

চক্রবর্তী : তুমি হয়তো ক'ব খুজিছা, তোমাৰ তিনিটা ল'ৰাৰ ভিতৰত সকটো ৰামচৰণ বেলেগ হ'ল। শুনা, বিদ্যা আৰ্জনত মেলেছ্‌-অমেলেছ্‌ নাই। সি ইংৰাজী পঢ়িছে, তাতেই কিবা বিচাৰি। পাহৰি নেযাবা যে ৰামচৰণে স্কুলত পঢ়োঁতে সংস্কৃতত বেছ ভাল নম্বৰ পাইছিল।

চক্রবর্তীয়নী : [ হাঁহি ] বাৰু বুজিলোঁ। মই আহিছোঁ। [ জোতাৰ কটপ কটপ শব্দ ওচৰ চাপি আহে ]

চক্রবর্তী : [ গল খেকাৰি মাৰি ] কোন সেয়া ?

ৰামচৰণ : [ প্রায় লগে লগে ] মই ৰামচৰণ দেউতা, আহিব পাৰোঁনে ?

চক্রবর্তী : নিশ্চয় পাবা। দেউতাকৰ ওচৰলৈ আহিলে অনুমতি ল'ব লাগেনেকি ?

ৰামচৰণ : নহয়, মই মানে···মানে আপুনি বৰকৈ ধুতি-নীতি মানি চলেতো, আৰু মই, মই···

চক্রবর্তী : আৰু তুমি ইংৰাজীত এম-এ পঢ়িছা, ধুতি-নীতি নামানা, ক'ত কি খোৱা ঠিক নাই, এয়েতো ?

ৰামচৰণ : ধৰক তেনেকুৱাই। আপুনি দিগদাৰ পাবওতো পাৰে দেউতা ?

চক্রবর্তী : এটা কথা নাপাহৰিবা ৰামচৰণ, মানুহৰ মনটোহে আচল। মই ধুতি-নীতি মানো, মোৰ ঘৰখনত প্রাচীন শাস্ত্ৰৰ চৰ্চা হয়—সকলোৱে জানে। কিন্তু, ময়ো চৰকাৰী চাকৰি কৰিছিলোঁ, ইংৰাজৰ হাকিম আছিলোঁ। তথাপি মই মুৰাৰিচৰণ চক্রবর্তী হৈয়েই থাকিলোঁ। তুমিও ইংৰাজী অধ্যয়ন কৰিছা—হয়তো প্রয়োজনত নাইবা কিহবাৰ অনুপ্রেৰণাত। তোমাৰ আত্মাটো অশুচি হৈ যাব নোৱাৰে।

ৰামচৰণ : আপোনাৰ লগত মই তৰ্ক কৰিব নোৱাৰো দেউতা। হয়তো আপুনি ঠিক কথাই কৈছে। কিন্তু মই নিজে realise—উপলব্ধি কৰোঁ যে মই আপোনাৰ religious—মানে ধৰ্ম-টৰ্মৰ বিচাৰ-বিবেচনাৰ কাৰণে ঠিক মানুহ নহওঁ। ৰবদাৰ কথা এৰিছোঁ। তেওঁ বেছ সাত্ত্বিক মানুহেই—কিন্তু সকদাৰ তুলনাত

মইতো ভাবোঁ মই এই বংশৰ অলায়ক। সকদা কিমান বেলেগ আছিল, প্ৰায় আপোনাৰ দৰেই—

চক্ৰবৰ্তী : ৰামচৰণ! এই ঘৰত মাধৱচৰণৰ নাম উচ্চাৰণ কৰোঁতে সদায় সতৰ্কতাৰে চলিব লাগে, মনত আছেতো?

ৰামচৰণ : আছে দেউতা, কিয় নেথাকিব? সকদা বিয়াৰ পিছতে গুচি গ'ল। সকবৌ ইয়াতে থাকিল। সকবৌৰ কাৰণে আমি নিৰ্দেশমতেই সদায় সাৱধান হৈ থাকোঁ।

চক্ৰবৰ্তী : অঁ, কথাটো সৰ্বদায় মনত থাকে যেন। দেৱযানী এতিয়াই ইয়াত গীতা পাঠ কৰিবলৈ আহিব।

ৰামচৰণ : অ' হয় নে কি? বাৰু হওক, তেওঁ আমাৰ কথা শুনা নাই। মই ক'ব খুজিছিলোঁ যে সকদাটো সকৰেপৰা আন সকলো ল'ৰাতকৈ বেলেগ আছিল। পূজা-টুজা ধৰ্ম-চৰ্মত তাৰ বেছি ৰাপ আছিল, ফকীৰ-টকীৰ দেখিলে আমাৰ দৰে টিটকাৰী নেমাৰি বেছ আদৰ কৰিছিল। মোৰতো খুব সন্দেহ হয় যে সি জন্মৰেপৰা সংসাৰ বিৰাগী আছিল। সেই কাৰণেই বিয়াৰ পিছতে—

চক্ৰবৰ্তী : ৰামচৰণ!

ৰামচৰণ : অ' এইয়া সেখোঁন সকবৌ। আহা, দেউতাই তোমালৈকে বৈ আছে। গীতা পাঠ কৰিবা বোলে?

দেৱযানী : দেউতাই কৈছেতো। তুমিও বহিবা-নেকি?

ৰামচৰণ : মই? মইও, বহিব পাৰিলে বেয়া নাছিল সকবৌ! আমাৰ প্ৰাচীন দেশখনৰ ঐতিহ্য, সভ্যতা, culture সম্বন্ধে কিছু জ্ঞান হ'ল-হেঁতেন। কোনে জানো কৈছিল—ধন্য ধন্য কলিকাল, ধন্য নৰতনু ভাল, ধন্য ধন্য ভাৰত বৰিষে। এনেকুৱা আমাৰ দেশ! কিন্তু মোৰ সময় নাই। কাইলৈ এটা excursion partyত মই যাব লাগে। আজি টিকট-চিকট কাৰোগৈ। In fact, দেউতা, মই আপোনাৰ ওচৰত অনুমতি লবলৈহে আহিছিলোঁ।

দেৱযানী : মাক জানো কৈছা? অ' মা আহিছেই।

চক্ৰবৰ্তী : ক'লৈ যাব লাগিব?

ৰামচৰণ : আমি সমস্ত দক্ষিণ-ভাৰত ভ্ৰমণ কৰাৰ কথা আছে।

চক্ৰবৰ্তীয়নী : ক'লৈ যাব তই?

ৰামচৰণ : Discovery of India মা! আমি ভাৰতীয় হলোঁ অথচ ভাৰতখন দেখা নাই। সেই বাবে দক্ষিণৰপৰা আৰম্ভ কৰি দেশখনক আমি আৱিষ্কাৰ কৰিবলৈ ওলাইছোঁ। দেউতাৰ-পৰা অনুমতি লবলৈ আহিছোঁ। কাইলৈ যাব লাগে। ৰাতি তোমাকো ক'লোহেঁতেন।

চক্ৰবৰ্তী : বাৰু তুমি যোৱা ৰামচৰণ। কাইলৈ যোৱাৰ আগতে সকলোকে মাত লগাই যাবা।

ৰামচৰণ : নিশ্চয় দেউতা। বাৰু মই এতিয়া আহিলোঁ। সকবৌ! মা! [ জোতাৰ কটপ্ কটপ্ শব্দ তুলি যায় ]

চক্ৰবৰ্তী : তেনেহ'লে আই! আমি আৰম্ভ কৰি দিওঁ?

দেৱযানী : হয় দেউতা। কিন্তু মই জানো পাৰিম?

চক্ৰবৰ্তী : কিয় নোৱাৰিবা? মহৰ্ষি ব্যাসদেৱে এনে এখন মহামূল্য গ্ৰন্থ ৰচনা কৰিব পাৰিলে আৰু আমি তাক পাঠ কৰিবও নোৱাৰি-

মনে? তেওঁওতো আমাৰ নিচিনাই নৰমনিচ আছিল!

দেৱযানী: আপোনাৰ কথা বেলেগ দেউতা। মই মোৰ কথাহে কৈছোঁ।

চক্ৰবৰ্তীয়নী: তইনো কিয় নোৱাৰিবি দেৱী? তয়ো পাৰিবি। দেউতাৰে শিকাই দিব নহয়। মাধৱেতো এখেতৰ লগতে সকৰেপৰা পঢ়ি পঢ়ি সকলো শিকিছিল। সি যে ইমান শাস্ত্ৰ পঢ়িব পৰা হৈছিল, কেৱল এখেতৰ কাৰণেই।

চক্ৰবৰ্তী: বাৰু আমি আৰম্ভ কৰোচোন—অ' তুমি তুখন আসন বিচাৰি আনাগৈ যোৱা। আমি মাটিতে বহি পাঠ কৰিম। আৰু শুনা আচল বস্তু গীতাখনেই অনা হোৱা নাই। সেইখনো লৈ আহিবা। যোৱা।···শুনা। তুমি এটা ভুল কৰিছা।

চক্ৰবৰ্তীয়নী: কি?

চক্ৰবৰ্তী: মাধৱচৰণৰ কথা দেৱযানীৰ আগত কোৱাটো উচিত হোৱা নাই। সিয়েই তাইৰ জীৱনৰ সমস্যা। সি বিয়াৰ দুদিন পিছতে ঘৰ এৰি গুচি গ'ল। সমস্ত বয়স, সমস্ত জীৱন আগত লৈ ছোৱালীজনী বৈ গ'ল। তাইক ময়েই ইয়াত ৰাখিলোঁ। নহ'লে ঘৰলৈ গুচি যাব পাৰিলেহেঁতেন। কলেজতো পঢ়িবলৈ দিছো। সকলো কৰিছো তাইক ব্যস্ত ৰাখিবৰ কাৰণে—মাধৱৰ কথা পাহৰাই ৰাখিবৰ কাৰণে।

চক্ৰবৰ্তীয়নী: মই জানো সেইবোৰ নেজানো? সি মোৰ ল'ৰা। মই তাৰ মাক। তাৰ অভাৱ মোতকৈ আৰু কোনে বেছি বুজিব? সি সকৰেপৰাই অকল বেলেগ ধৰণৰ ল'ৰা। ৰৰকৈ লগ সং নাই, শাস্ত্ৰ-পুথি লৈ থাকে—ঘৰৰ ল'ৰাহঁতৰ ভিতৰত অকল সিয়েইতো আপোনাৰ লগত সংস্কৃত পঢ়িছিল। আপুনিতো তাক টোলতে দিব খুজিছিল।

চক্ৰবৰ্তী: খুজিছিলোঁ সঁচা। কাৰণ পুৰণি সভ্যতা, ঐতিহ্য, সংস্কৃতিৰ প্ৰতি আমাৰ বংশৰ যি শ্ৰদ্ধা, তাত কেৱল মাধৱচৰণেহে বেছি মনোযোগ দিছিল। কিন্তু ল'ৰাই কেনেবাকৈ সংসাৰ-যুদ্ধত খাটি খাব লাগে বুলি মই তাক আজিৰ যুগৰ উপযোগী শিক্ষাও দিছিলোঁ। তথাপি সংসাৰে তাক বান্ধি ৰাখিব নোৱাৰিলে।

চক্ৰবৰ্তীয়নী: হ'লেও তাৰ মনৰ ভিতৰত ইমান বিৰাগ আছিল বুলি ভৰা নাছিলোঁ। নহ'লে তাৰ বিয়াখন আমি কেতিয়াও নেপাতিলোঁহেঁতেন। বিয়াৰ পাছতে সি এইদৰে নোহোৱা হ'ব বুলি জনা হ'লে লোকৰ ঘৰৰ ছোৱালীজনীক আমি কেতিয়াও কষ্ট নিদিলোঁহেঁতেন। মোৰ ল'ৰাৰ অভাৱ মই বুজোঁ। গতিকে দেৱীৰ দুখ মোতকৈ ভালকৈ কোনে বুজি পায়?

চক্ৰবৰ্তী: বাৰু এই প্ৰসঙ্গ এতিয়া আমি এৰাই ভাল। দেৱযানী আহি পাব। তুমি নুবুজা বুলি মই ক'ব খোজা নাই, মাত্ৰ তাইৰ আগত মাধৱচৰণৰ প্ৰসঙ্গ উলিওৱা উচিত নহয় বুলি কৈছোঁ।···আমি—মাধৱক আমি বহুত বিচৰা-বিচৰি কৰিলোঁ, বাতৰিকাকতবোৰতো বিজ্ঞাপন দিলোঁ। কিন্তু তাৰ কোনো সন্তেদ নোপালো। সি নিজেও আজিলৈকে এখন চিঠি নিদিলে। তাৰ মানে সি এলা-পেচা মানুহৰ দৰে নহয়। সি কিবা ভাৱৰ সত্যৰ সন্ধানতহে গৈছে। আমি তাক···[খৰ মৰাই] দেৱযানী আহিছে। আহা

আই তুমিতো গীতাশাস্ত্ৰৰ কথা জানাই—মাজে মাজে পঢ়িছাও। তোমাৰ য'তেই ভাল লাগে তাতেই ধৰা। মই একো নকওঁ। য'তেই পঢ়া, দেখিবা কিবা নহয় কিবা গূঢ়াৰ্থ আছেই। আজি তুমি এঠাইত আৰম্ভ কৰা বাৰু, পিছত আমি এদিন-দুদিনকৈ পাঠ কৰি গোটেইখন সম্পূৰ্ণ কৰি পেলাম।

[ দেৱযানীয়ে পাঠ কৰিবলৈ ধৰে। লাহে লাহে সাৱধানে পঢে ]

দেৱযানী : অৰ্জুন উবাচ

এবং সততযুক্তা যে ভক্তাস্ত্বাং পৰ্য্যুপাসতে।
যে চাপ্যক্ষৰম্-অব্যক্তং তেষাং কে যোগবিত্তমাঃ॥

শ্ৰীভগৱানুবাচ

ময্যাবেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে।
শ্ৰদ্ধয়া পৰয়োপেতাস্তে মে যুক্ততমা মতাঃ॥

চক্ৰৱৰ্তী : সেয়া দেখোন আই, তুমি সুন্দৰকৈ পঢ়িছা! তুমি সংস্কৃত ভাষা আয়ত্তই কৰিলা! বাৰু—ভক্তিযোগ পঢ়িছা। ইয়াত মাত্ৰ কুৰিটা শ্লোক আছে। এই ঠেক পৰিসৰতে ভগৱানে তেওঁৰ প্ৰিয় ভক্তৰ লক্ষণ বিৱৰি ক'বলৈ গৈ আদৰ্শ মানৱ জীৱনৰ আভাস এটা দিছে।

দেৱযানী : দেউতা, মই এইদৰে পাঠ কৰাত একেবাৰে অনভিজ্ঞ। মোৰ ভুল হ'ব পাৰে।

চক্ৰৱৰ্তী : হওক ভুল। মই ওচৰতে আছোঁ নহয়, মই তোমাক সহায় কৰিম। তুমি মাত্ৰ ভক্তিভাৱে পঢ়ি যোৱা—লাহে-লাহেই পঢ়িবা—দেখিবা তোমাৰ মন গীতাই আকৃষ্ট কৰিছে, কিছুদিন পাঠ কৰিলে দেখিবা মন আত্মস্থ কৰি পেলাইছে। সাধাৰণ মানুহে ক্ষুদ্ৰ ক্ষুদ্ৰ দুৰ্বলতাক প্ৰশ্ৰয় দি দুখত পৰোঁ। কেনেকৈ তাৰপৰা উদ্ধাৰ পাব পাৰি তাৰেই ইংগিত ইয়াত আছে। তুমি পঢ়ি যোৱাচোন।

দেৱযানী : [ পাঠ কৰে ]

যে ত্বক্ষৰমনিৰ্দেশ্যমব্যক্তং পৰ্য্যুপাসতে।
সৰ্বত্ৰ গমচিন্ত্যঞ্চ কূটস্থমচলং ধ্ৰুবম্॥
সংনিয়ম্যেন্দ্ৰিয়গ্ৰামং সৰ্বত্ৰ সমবুদ্ধয়ঃ।
তে প্ৰাপ্নুবন্তি মামেব সৰ্বভূতহিতে ৰতাঃ॥

চক্ৰৱৰ্তী : চোৱা! ইয়াত দুটা কথা সুন্দৰকৈ একীভূত কৰা হৈছে। সৰ্বভূতৰ হিত সাধনত ৰত হ'বলৈ আৰু অবিনাশী পৰমব্ৰহ্মক একান্তভাৱে উপাসনা কৰিবলৈ কৈছে! কিন্তু লগতে সমুহ ইন্দ্ৰিয়কে বাহ্যিক বিষয়বপৰা আঁতৰাই আনিবলৈ কৈছে। ইন্দ্ৰিয়বিলাকবপৰাই আমাৰ যত মানসিক অশান্তি হয়। সৰ্বভূত অৰ্থাৎ সকলো জীৱৰ হিত সাধনত ৰত থাকিলে ইন্দ্ৰিয়ক ব্যস্ত ৰখা হয়। তদুপৰি অন্যান্য বাহ্যিক বিষয়ৰপৰা মন আৰু ইন্দ্ৰিয়ক আঁতৰাই আনি—পৰমব্ৰহ্মৰ ওচৰত সমৰ্পণ কৰিও অশান্তিৰ মাত্ৰা হ্ৰাস কৰিব পাৰি। শান্তি লভিবৰ ই জানো বাস্তৱ উপায় নহয়? তুমি পঢ়ি যোৱা।

দেৱযানী : [ পাঠ কৰে ]

ক্লেশোঽধিকতৰস্তেষামব্যক্তাসক্তচেতসাম্।
অব্যক্তাহি গতিৰ্দুঃখং দেহবদ্ভিৰবাপ্যতে॥
যে তু সৰ্বানি কৰ্মানি ময়ি সংন্যস্য মৎপৰাঃ।
অনন্যেনৈব যোগেন মাং ধ্যায়ন্ত উপাসতে॥
তেষামহং সমুদ্ধৰ্তা মৃত্যুসংসাৰ সাগৰাৎ।
ভবামি ন চিৰাৎ পাৰ্থ ময্যাবেশিতচেতসাম্॥

মৰ্য্যেব মন আধৎস্ব ময়ি বুদ্ধিং নিবেশয়।
নিবসিষ্যসি মৰ্য্যেব অত ঊৰ্দ্ধং ন সংশয়ঃ॥

[পাঠ কৰি থাকোঁতে স্বৰ ক্ষীণ হৈ যাব]

## দৃশ্যান্তৰ

[গধূলি হৈছে। দূৰত ল'ৰা-ছোৱালীৰ কোঢাল আৰু ক'ৰবাত মন্দিৰৰ ঘণ্টাধ্বনি ভাঁহি অহা শুনা যায়। ভবানীচৰণে দূৰৰপৰা ল'ৰা-ছোৱালীবোৰক শাসনৰ সুৰত কথা কোৱা শুনা যায়।]

ভবানী: সোণমণি! মইনাকণ! যোৱা এতিয়া ভিতৰলৈ যোৱা। এতিয়া আৰু খেলিব নেলাগে। গধূলি হ'ল। এতিয়া হাত-ভৰি ধুই পঢ়া শুনা কৰিব লাগে। ককা আহি পাবৰ হৈছে, ককাই খং কৰিব।

[ভবানীচৰণৰ মাত কোমল। শাসনৰ সুৰত ক'লেও কৰ্কশ যেন নেলাগে। কিন্তু তেওঁ নিজৰ গতেৰেই গহীন। আঁতৰত লোহাৰ গেট খোলাৰ শব্দ। তেওঁৰ কথা শেষ হৈ আহিব ধৰোতে জোতাৰ মৃদু শব্দ এটা ওচৰ চাপি আহে। চক্ৰৱৰ্তীয়ে গল-খেকাৰি মাৰি ৰৈ যায়।]

ভবানী: দেউতা!

চক্ৰৱৰ্তী: কোন, ভবানীচৰণনেকি?

ভবানী: হয় দেউতা, আপুনি ঘূৰি আহিল?

চক্ৰৱৰ্তী: অঁ আহিলোঁ। ঘৰখন এইদৰে এন্ধাৰ হৈ আছে কিয়? চাকি-বাতি লগাবলৈ আজি কাৰো মনতে পৰা নাইনেকি? মাৰ ক'লৈ গ'ল? বোৱাৰীহঁত কোনো নাইনেকি?

ভবানী: কোনো নাই যেনেই পাইছোঁ। মই ভিতৰতে বহি আছিলোঁ। মাহঁত কাৰোবাৰ ঘৰলৈ গৈছে যেন পাওঁ। পাকলেও একো কৈ নগ'ল দেখোঁন।

চক্ৰৱৰ্তী: বাৰু মই ভিতৰত বহিছোঁগৈ। তুমি কোনোবা এটাক কোৱা মোক পানী-ছুনি দিবলৈ।

ভবানী: ভাল। [চক্ৰৱৰ্তী বাৰান্দাইদি ভিতৰলৈ যায়গৈ।] অ' এওঁলোক আহিছেই হ'বলা। [চক্ৰৱৰ্তী গৈয়ে থাকে। দূৰত তিৰোতা মানুহৰ গুণগুণনি শুনা যায়। আকৌ লোহাৰ গেট খোলাৰ শব্দ।] মা তোমালোক কেনি গৈছিলা? পাকলেতো মোক কৈও নগ'ল।

চক্ৰৱৰ্তীয়নী: কিয়, কি হ'লনো? আমি আৰু এদিন এখন্তেক ওলাই যাবও নেপায় নে?

পাকল: আপোনাক কৈ যাবলৈ যিহে কিতাপত মূৰটো গুজি আছিল—

দেৱযানী: [ফুচফুচাই] বাইদেউ!

চক্ৰৱৰ্তীয়নী: অঁতোন! তহঁত মতা মানুহবোৰে নিজক লৈয়ে থাকিবি। আমাৰ মাইকী মানুহবো যে এখন জগৎ আছে তালৈ কেলৈ খবৰ ৰাখিবি!

ভবানী: নহয় মা, দেউতা এইমাত্ৰ আহিল। ঘৰটো আন্ধাৰ দেখি খং কৰিছে।

পাকল: এ ৰাম! সৰ্বনাশ!

দেৱযানী: ব'লক ব'লক বাইদেউ!

চক্ৰৱৰ্তীয়নী: হয়নেকি? আজি অলপ সোণ কালেই আহিল হ'বলা। বাৰু পাকল, দেৱী, তহঁত যা। খৰধৰ কৰগৈ। মই ইয়াতে খন্তেক বহো। খোজকাঢ়ি ৰব ভাগৰ লাগিল।

ভবানী: ময়ো যাওঁ। ইহঁতক চাওঁগৈ পঢ়িছে নে কাজিয়াই কৰিছে। তুমি পিছে আন্ধাৰে-মুন্ধাৰে বেছি পৰ ইয়াত বহি থাকিব নেলাগে মা। বাৰান্দাৰ লাইটটো জ্বলাইদি যামনেকি?

[ আকৌ দুৰত গেট খোলাৰ শব্দ ]

চক্ৰবৰ্ত্তীয়নী : নেলাগে । আন্ধাৰতে ভাল লাগিছে ।

ভবানী : আকৌ কোনোবা আহিল হ'বলা । কোন জানো—ভকলু হ'ব পায়—কালি বাবীত জেওৰা বাটিছিল নহয়, পইচা বিচাৰি আহিছে হ'ব পায় । বাক মই আহিছোঁ । তুমি তাক ৰবলৈ ক'বা । ইহ, চুৰিয়াখনকে গাত লৈ আহিছে—

[ অলপ সময়ৰ নিস্তব্ধতা ]

চক্ৰবৰ্ত্তীয়নী : কোন সেয়া ? ভকলু নে কি ? [ কোনো উত্তৰ নাই ] ভকলু ! নেমাত কিয় ? নে তই ভকলু নহয় ?

মাধৱচৰণ : [ লাহেকৈ ] মা । [ মাতটো গভীৰ ]

চক্ৰবৰ্ত্তীয়নী : [ কপা মাতেৰে ] কোন ?

মাধৱ : মই মা । মই মাধৱচৰণ ।

চক্ৰবৰ্ত্তীয়নী : [ চিঞৰি উঠি ] মাধৱচৰণ ! [ চকিৰপৰা উঠি আহে ] তই মাধৱ ? [ বাৰান্দাৰপৰা দৌৰি চোতাললৈ নামি যায় ] মাধৱ ? হেৰ তহঁত ক'ত আছ ? লাইট জ্বলাই দে । মাধৱ আহিছে । ভবানী ! পাৰুল ! দেউতাৰক ক' । [ কান্দি কান্দি ] মাধৱ ! মোৰ বোপাই ! মোৰ বোপাই ! তই আহিলি ! শেহত তই আহিলি ! [ পাচফালে খৰমৰম লাগে । কোনোবাই লাইট জ্বলাই দিয়ে । খোজৰ শব্দ উঠে । তাৰ মাজতে মাধৱচৰণৰ কথা শুনিবলৈ পোৱা যায় । ]

মাধৱ : মা ! ধৈৰ্য ধৰা । মইতো আহিছোঁৱেই ।

চক্ৰবৰ্ত্তীয়নী : [ কান্দি কান্দি ] মোৰ বাপ অ' ! তই কেনৈ মোক এৰি গুচি গৈছিলি ? তোৰ দুখুনী মাৰলৈও মনত পৰা নাছিলনে ? তোৰ কাৰণে যে মোৰ বুকুখনে কিমান কান্দিছে, কিমান কান্দিছে—

মাধৱ : মনত নপৰিব কিয় মা ! নিশ্চয় পৰিছিল । মই মানুহক পাহৰা বিধৰ মানুহ নহওঁ । চাওঁ, মই তোমাৰ চৰণধূলা অকণ মূৰত লওঁ ।

ভবানী : [ আহি থাকোতে ] মা ! কি হ'ল ? সেয়া কোন বুলি ক'লা ?

মাধৱ : দাদা ! মই মাধৱচৰণ ।

চক্ৰবৰ্ত্তীয়নী : যা দাদাৰকো সেৱা কৰগৈ । পাৰুল ! দেউতাৰ ক'ত ? নকলিনেকি ?

ভবানী : মাধৱ ? [ মাকৰ কথাৰ লগে লগে ক'ব ]

মাধৱ : দাদা !

ভবানী : বাৰু হৈছে উঠ । উস্ ভগৱান !

মাধৱ : নবৌ ।

পাৰুল : মই বিশ্বাসেই কৰিব পৰা নাই বাপু !

মাধৱ : বিশ্বাস কৰা উচিত নবৌ । মই তোমাৰ বাপু মাধৱচৰণেই । সোঁ শৰীৰে আহিছোঁ । [ অলপ আদৰুৱা সুৰত ] এইজনী সোনমণি নহয় নে ? ইমানজনী হ'ল ! আৰু এইটো—এইটো নিশ্চয় মইনাকণ ! মোক তোমালোকে চিনি পাইছানে নাই ?

পাৰুল : ক'ত লুকাইছহি বেঙাজনী ! নকৱ কিয় ? চিনি পাইছ নে নাই ?

ভবানী : কোৱা মা, কোন এয়া ?

সোনমণি : মাজু খুড়া ·

চক্ৰবৰ্ত্তীয়নী : নেপাব কেনৈ চিনি ? তহঁতে তাইক মিছাই গালি পাৰিছ ।

[ চক্ৰবৰ্ত্তীৰ খৰমৰ গহীন গহীন শব্দ ক্ৰমাৎ ওচৰ চাপি আহে । সেই শব্দ আহি ওচৰত বৈ যায় ]

চক্ৰবৰ্ত্তীয়নী [ মাজতে ক'ব ] দেউতাৰ আহিছে ।

মাধৱ : দেউতা !

চক্ৰৱৰ্ত্তী : মাধৱচৰণ আহিছা ?

মাধৱ : হয় দেউতা। মই ছুলে এতিয়া আপোনাৰ কিবা অসুবিধা হ'ব নে কি ?

চক্ৰবৰ্তী : একো নহয় …অঁ হৈছে উঠা। দীৰ্ঘায়ু হোৱা। ঈশ্বৰৰ অপাৰ করুণা।

মাধৱ : আপোনাৰ ভাল নে দেউতা ?

চক্ৰবৰ্তী : ঈশ্বৰে ৰাখিছে। মই নামঘৰত সোমাবলৈ ওলাইছিলোঁ। এনেতে তোমাৰ কথা শুনিলোঁ। তুমি গা-পা ধুই কিবা এটা মুখত দি আজৰি হোৱা। তাৰ পিছত মোৰ ওচৰলৈ যাবা। মই ইতিমধ্যে নামঘৰৰপৰা ওলাম।

মাধৱ : ভাল দেউতা।

চক্ৰবৰ্তী : আটাইৰে সৈতে দেখা হ'ল নহয় ? অ' সকলো ইয়াতে আছেহি। মাত্ৰ দেৱযানীক দেখা নাই। তাই অলপ সংকোচবোধ কৰা স্বাভাৱিক।

সোনমণি : [ হঠাৎ চিঞৰি ] ককা ! সৌৱা খুৰীয়ে বেৰৰ সিফালৰপৰা চাই আছে।

[ ক্ষণিকৰ নিস্তব্ধতা ]

চক্ৰবৰ্তীয়নী : দেবী ! আহ, ওলাই আহ।

সোনমণি : নাই গ'লগৈ আইতা।

চক্ৰবৰ্তী : বাক নেলাগে আহিব। তইঁতে এতিয়া হুলস্থূল নকৰিবি। মাধৱক ভিতৰলৈ লৈ যা। তাৰ নিশ্চয় ভাগৰ লাগি আহিছে।

[ চক্ৰবৰ্তীৰ খৰমৰ শব্দ আঁতৰি বিলীন হৈ যায় ]

পাৰুল : তুমি ভিতৰলৈ ব'লা বাপু !

মাধৱ : যাওঁ নবৌ ! দাদা, তোমালোক সকলোৱে ভাল নে ?

ভবানী : আছো কোনোমতে। মাৰহে মাজে মাজে মূৰঘূৰণি হৈ থাকে আজি-কালি।

মাধৱ : হয় নে কি মা ?

চক্ৰবৰ্তীয়নী : বুঢ়ী মানুহ বোপাই ! এই বয়সত গা ভালে থকাটোৱেই আচৰিত কথা। বিশেষ একো নহয়। তোৰ গা-মূৰ কেনে ?

মাধৱ : মোৰ বেমাৰ-আজাৰ কমেই জানাই দেখোঁন। এতিয়াও ভালেৰেই আছোঁ মা। তোমালোকৰ আশীৰ্বাদত আজিলৈকে এদিনো পৰি থাকিবলগীয়া হোৱা নাই।

ভবানী : বাক এতিয়া ভিতৰলৈ ব'ল [ আকৌ গেট খোলাৰ শব্দ ]

চক্ৰবৰ্তীয়নী : অঁ ব'ল বোপাই।

মাধৱ : ব'ল মা সোনমণি ! মাইকণ !

ৰামচৰণ : [ মাধৱৰ কথাৰ লগে লগে কৈ আহি থাকে ] আজি আক এতিয়া কি হ'ল ? ৰাতিখন ঘৰ-ঘৰোৱাহে, আগফালে কি কৰিছে ? Something untoward ? নে কোনোবা অভ্য —নহে ! এয়া কোন ? সকদা নহয়নে ?

মাধৱ : ময়েই, ৰামচৰণ !

ৰামচৰণ : হঠাৎ, কি কথা, কি বত্তৰা ?

মাধৱ : মই এই অলপ আগতে আহিলোঁ। ভিতৰ সোমোৱাই নাই। দেউতাৰ লগত দেখা হ'ল।

ৰামচৰণ : আহিলা তো বুজিলোঁ, কিন্তু কোনো খবৰ নিদিয়াকৈ এইদৰে—মানে আমি তোমাক বিচাৰি চলাথ কৰিলোঁ। newspaper-অত ব্লক ছপাই দিলোঁ। তেওঁ নোলালা, অথচ আজি—

মাধৱ : [ হাঁহি ] আগজাননী অয়থা দিয়া নহ'ল ভাই—যাওঁতেও আক এতিয়াও। তাৰ প্ৰয়োজন আছে বুলি ভবাও নাই, সেই কাৰণে।

ৰামচৰণ : তুমিতো বেছ অসমীয়া ক'ব পৰা হৈ আছা ?

মাধৱ : কিয় ?

ৰামচৰণ : নহয়, মানে ফকীৰ-টকীৰে হিন্দুস্থানী ভাষাত কথা কয়তো—আৰু তোমাৰ চেহেৰা-পাতিও, পোছাক-টোছাকো—

মাধৱ : হিন্দী মই ক'ব পাৰোঁ, কওঁও, যেনেকৈ সংস্কৃতো কওঁ, ইংৰাজীও কওঁ। কিন্তু মই অসমীয়া মানুহেই। সেইটো তুমি কিয় পাহৰি গৈছা ? মই translation কৰি কথাবোৰ ভাবো বুলি ভাবিছানেকি ?

ৰামচৰণ : অৱশ্যে, অৱশ্যে !

ভবানী : বাৰু ৰামচৰণ, সেইবোৰ কথা তইঁতে পিছতো পাতি থাকিব পাৰিবি ই দুখে-ভাগৰে আহিছে, ভিতৰলৈ গৈ—

ৰামচৰণ : অঁ ঠিকেই ৰবদা, I am sorry, আমি—সৰুদাক আৰু detain কৰা উচিত নহয়। ব'লা সৰুদা—মা—সোনমণি, মইনাকণ—ব'ল ব'ল ব'ল—খুৰীযেনো ইমান পৰে কি কৰিছে চাওঁগৈ ব'ল—বুইছা সৰুদা, মোক নাপালাইহঁতেন। Excursion-অত যোৱাৰ কথা আছিল—হঠাৎ cancel হৈ গ'ল।

### দৃশ্যান্তৰ

মাধৱ : গতিকে গুৰুৰ অনুসন্ধান কৰাই মোৰ প্ৰথম কাম হ'ল দেউতা।

চক্ৰবৰ্তীযনী : কৈ যোৱা, মই শুনি আছো। তাৰ পিছত কি কৰিলা, ক'লৈ গ'লা, কৈ যোৱা।

মাধৱ : উপযুক্ত গুৰুক বিচাৰি উলিওৱাটোৱেই আটাইতকৈ ডাঙৰ কথা। তাৰ কাৰণে কিমান যে ঠাই ঘূৰিবিলোঁ, কত সাধু-সন্ন্যাসীৰ যে পাছ ললোঁ, কিমান যে অনাই-বনাই ঘূৰিলোঁ—বদৰিকাশ্ৰমতো তুচ্ছ কথা, হিমালয়ৰ আন অগম্য ঠাইলৈকো গৈছিলোঁ, তিব্বতো ওলাই-ছিলোঁগৈ। কিন্তু বৰ আচৰিতভাৱে এদিন পুৰীতে গুৰুক লগ পালোঁ। অসংখ্য সন্ন্যাসীৰ মাজত লুকাই থাকি তেওঁ দুদিনমানৰ কাৰণে পুৰীত আছিলহি। এটা আওহতীয়া জুপুৰীৰ ভিতৰলৈ এদিন কৌতুহলবশতঃ সোমাই যাওতে দেখিলোঁ এজন হাঁহিমুখীয়া শান্ত-সৌম্য সাধুক মাজত লৈ এদল সন্ন্যাসী বহি আছে। সেই সৌম্য পুৰুষজনে হাঁহি মাৰি মোক ক'লে, "তোমাৰ কাৰণেই মই অপেক্ষা কৰি আছো"। সেইজনেই মোৰ গুৰু। তেওঁ মোক পিছদিনাই মাদ্ৰাজৰ ওচৰত তেওঁৰ আশ্ৰমলৈ লৈ গ'ল। তাৰ পিছৰপৰাই আৰম্ভ হ'ল মোৰ প্ৰকৃত সাধনাৰ শিক্ষা।

চক্ৰবৰ্তী : তুমি ইমান দিনে তাতেই আছিলা-নেকি ?

মাধৱ : নহয়। মোৰ সাধনা শেষ হোৱাত গুৰুৱে মোক মানৱ-সেৱাৰ কাৰণে বিভিন্ন ঠাইলৈ যাবলৈ আদেশ দিলে। য'তেই আৰ্তৰ সেৱাৰ প্ৰয়োজন হয় তালৈকে আমি যাওঁ। এইটো আমাৰ গুৰুৰ নিয়ম। এই পিনে আহিবলৈ ইমানদিনে আদেশ পোৱা নাছিলোঁ। এইবাৰ আমাৰ সীমান্তৰ পৰ্বতৰ মাজলৈ যাবলৈ আদেশ পাইছো। আমি দুজন শিষ্য একে লগে আহিছো। অৱশ্যে ঘৰলৈ অহাৰ কৰ্তব্য এটা মোৰ আছিল। সেইটো বহুত দিনৰপৰা অনুভৱ কৰিও আছো।

চক্ৰবৰ্তী : এইটো কথা তোমাৰ মুখত শুনিম বুলিয়েই মই আশা কৰি আছো মাধৱচৰণ।

মাধৱ : আপোনাৰ যদি কিবা ক'ব লগা আছে কওক দেউতা।

চক্ৰবৰ্তী : তুমি যি পথ বাচি লৈছা সেই সম্বন্ধে মোৰ ক'ব লগা একো নাই। কাৰণ তোমাৰ উপযুক্ত বয়স হৈছে, জ্ঞান হৈছে আৰু তুমি সংসাৰখন দেখিছাও। কিন্তু এইখন ঘৰত এটি প্ৰাণী আছে যাৰ বিষয়ে আমাৰ কিছু ক'বলগীয়া নিশ্চয় আছে। আমি অভিভাৱকৰূপে আমাৰ কৰ্তব্যৰ অৱহেলা কৰা নাই। কিন্তু সেয়ে যথেষ্ট হ'ব নোৱাৰে। অথচ বাকীখিনি আমাৰ-পৰা সম্ভৱো নহয়।

মাধৱ : দেৱযানীৰ প্ৰতি মোৰ যে এটা কৰ্তব্য আছে—সেই কথা মই এদিনলৈকে পাহৰি যোৱা নাই দেউতা। আচলতে মই তেওঁৰ কথা ভাবিয়েই ঘৰলৈ আহিছো। মই স্বীকাৰ কৰোঁ যে বিয়াৰ পিছতে সেইদৰে তেওঁক এৰি গুচি যোৱাটো মোৰ বৰ অন্যায় হ'ল। তাৰ প্ৰতিকাৰ মই কৰিব খোজোঁ।

চক্ৰবৰ্তীয়নী : [ চকুৰ পানী মচি ] মাধৱ !

মাধৱ : অ' মা ! কোৱা মা। তোমালোকৰ খোৱা-বোৱা হ'লনে ?

চক্ৰবৰ্তীয়নী : হ'ল বোপাই। মই কথা এটা সোধো বুলিহে আহিলোঁ। তই ক'ত শুবি ? আজিৰ কাৰণে সেইযে তইঁতৰ পঢ়া কোঠাটো—তাতে বিছনা কৰি দিমনেকি ?

চক্ৰবৰ্তী : কোনটো কোঠা বুলি ক'লা ?

চক্ৰবৰ্তীয়নী : এই আপোনাৰটোৰ কাষতে দেৱযানী আৰু মই শোওঁ, তাৰ পিছফালৰটো কোঠাত জানো ইহঁতে সকতে পঢ়াশুনা কৰা নাছিল ?

মাধৱ : হয় মা, মনত পৰিছে। কিন্তু মই এটা কথা ভাবিছো। আজি প্ৰথম ৰাতিটো মই দেউতাৰ ওচৰত থাকিব খোজোঁ। ইয়াতে মাটিতে কিবা এডোখৰ পাৰি দিব নোৱাৰানে ? কাইলৈ দিনত লাগিলে পঢ়া কোঠাটোত বিছনা এখন পাৰি থবা—কাৰণ দিনত মোৰ অলপ কাম আছে।

চক্ৰবৰ্তীয়নী : ইয়াত, পৰা হ'ব, হ'ব পায়—

চক্ৰবৰ্তী : দিয়া ইয়াতে ঠিক কৰি। সি মোৰ ওচৰতে আজি শোৱক।

পাকল : [ দুৱাৰ মুখৰপৰা ] মা ! [ ওচৰলৈ আহি ] কি ঠিক কৰিলে, বাপু ক'ত শুব ?

মাধৱ : নবৌ ! তোমালোকে দেখিছো মোকলৈ বৰ ব্যস্ত হৈ পৰিছা। মই পিছে মাটিয়ে বালিয়ে পৰি থকা মানুহ।

পাকল : কিন্তু গোটেই ঘৰখনৰ কোনখিনিৰ মাটি-বালিত তোমাক শুবলৈ দিয়া হয় তাকেহে ঠিক কৰিব পৰা নাই। দেৱীকো সেই কাৰণেই মাতি আনিছিলোঁ; তেওঁ পিছে বাহিৰতে বৈ গ'ল।

চক্ৰবৰ্তীয়নী : আমি মিছাই চিন্তা কৰি মৰিছো বুইছ ? এওঁলোকে আগতেই ঠিক কৰি থৈছে—মাধৱ বোলে আজি ইয়াতে দেউতাকৰ কোঠাত শুব।

পাকল : এ, হয়নেকি ?

মাধৱ : হয় নবৌ। কিন্তু দেৱযানী নাহে কিয় ? মৱেই ওলাই যাওঁ। সকলোৰে লগত দেখা হ'ল, কথাও পাতিলোঁ; কিন্তু তেওঁৰ ছাঁটোকে এতিয়ালৈকে দেখা নাই।

চক্ৰবৰ্তী : দেৱযানী ! দেৱযানী ! সোমাই আহা আই। তুমি কিয় আঁতৰে আঁতৰে ফুৰিছা ?

চক্ৰবৰ্ত্তীয়নী : আহ দেৱী !

পাৰুল : আহিব। আহা দেৱী, বাপুৰে মাতিছে।

[ ক্ষণিকৰ নিস্তব্ধতা ]

মাধৱ : দেৱযানী ! তোমাক মাত দিবলৈ মই সুবিধাই পোৱা নাই। আন সকলোৱে মোৰ খা-খবৰ লৈছে, সেইদেখি কথা পাতিবলৈ সুবিধাও পাইছো। কিন্তু তুমি মোৰ আগত ওলোৱাই নাই।

[ ক্ষণিকৰ নিস্তব্ধতা ]

মাধৱ : আশাকৰোঁ তোমাৰ গা ভালে আছে··· আজি মই দেউতাৰ ওচৰত থাকিম। কাইলৈ তোমাৰ লগত ভালদৰে কথা পাতিম। তুমি নিশ্চয় বেয়া নোপোৱা।

পাৰুল : দেৱী ! এইদৰে মনে মনে থাকিব নেপায় নহয় ! মানুহে কিবা সুধিলে উত্তৰ দিব লাগে। আৰু যাৰে-তাৰে লগততো কথা পাতিবলৈ কোৱা নাই। উ আই মোলৈ খঙেৰে চালে কি হ'ব ? মই নিয়মৰ কথাটোহে কৈছো ! অ' সেৱা কৰিবা, কৰা।

মাধৱ : মোক সেৱা কৰিব লাগে কিয় ? হৈছে, হৈছে। আয়ুষ্মতী হোৱা, সুখী হোৱা।

ৰামচৰণ : [ হৰাৰ মুখৰপৰা ] সকদা ! অলপ পুণ্য-লাভাৰ্থে ময়ো এটা সেৱা কৰি লওঁনেকি ?

মাধৱ : আহা ৰামচৰণ। কিয় তোমাৰ পুণ্যৰ বৰ প্ৰয়োজন হৈছেনেকি ?

ৰামচৰণ : পুণ্য নেলাগে কাক ? মাইঁততো পূজা-পাৰ্বন লৈয়েই ব্যস্ত থাকে—you know how are women ! দেউতাৰ বিষয়ে তুমি জানাই। তুমিতো সেই সকবেপৰা এডিয়া-লৈকে কেৱল ধৰ্ম-কৰ্মহি কৰি গ'লা। কেৱল পুত্ৰৰ ঘৰ মোৰেই শূন্য। সকলোৱে জানে, গোটেই ঘৰখনত কেৱল মোৰেই একো ধৰ্ম-কৰ্ম নাই—পূজা-পাতলত নেলাগো—অখাদ্য খাই ফুৰোঁ—সংস্কৃতং ন জানাম্যহং !

চক্ৰবৰ্ত্তী : ৰামচৰণ ! তুমি কথা অলপ বেছি কোৱা।

ৰামচৰণ : হয় দেউতা। নানান দোষৰ ভিতৰত মোৰ সেইটোও এটা দোষ। মই বোধহয় পাৰ্থিব লোভ-লালসা পাপ-পঙ্কিলতাত বেছিকৈ নিমজ্জিত। আপোনালোক নহয়।

মাধৱ : তুমি দেখোন প্ৰায় সংস্কৃততে কথা কৈছা !

ৰামচৰণ : প্ৰভাৱ সকদা, তোমালোকৰ প্ৰভাৱ পৰিছে।

চক্ৰবৰ্ত্তীয়নী : বাৰু হৈছে, তহঁতৰ বক্তৃতা এতিয়া থ'। মাধৱ আজি ৰাতি ইয়াতে শুব। আমি বিছনা এখন কৰি দিওঁ। ৰাতি হ'ল।

ৰামচৰণ : এ হয়নেকি ? তাৰেই হবলা confer-ence হৈছিল ? তেন্তে খাট এখন আনি ভৰাই দিওঁ মা ?

চক্ৰবৰ্ত্তীয়নী : নেলাগে। সি বোলে মাটিতে শুব।

ৰামচৰণ : হয় নে কি ? সকদা, তোমাৰ পুণ্যৰ ভাগ কিমান চোৱা। আহিয়েই দেউতাৰ ওচৰত থাকি পুত্ৰৰ কৰ্তব্য কৰিলা। তাকো মাটিতে শুবা। লাভৰ ঘৰত পুণ্যই পুণ্য। তুমি কিমান টেঙৰ ! আৰু মই দিনে-ৰাতিয়ে অনাচাৰী-ভ্ৰুষ্টাচাৰী মানুহৰ মাজতে কটাওঁ, যদিও বুৰ্বকেই হৈ থাকিলোঁ।

পাৰুল : ৰামচৰণ ! তোমাৰ বাক্যবাণ সম্বৰণ কৰা। তোমাৰ কটা মুখ ধাপ খাবই নোখোজে। ৰাতি বেছি হৈ আহিছে। বাপুৰ বিশ্ৰামৰ প্ৰয়োজন।

ৰামচৰণ : নবৌ, তোমাৰ কথাৰ ওপৰত আৰু মোৰ কথা নাই। মইতো জানোৱেই তুমি মোক কেতিয়াও সমৰ্থন নকৰা। সেইবাবে ৰবদা আৰু সৰুবৌৰ লগতে কথা পাতি মোৰ ভাল লাগে। ৰবদাই appreciate কৰিব জানে, সৰুবৌৱেও মোক appreciate কৰিব পাৰে। নহয় সৰুবৌ

চক্ৰবৰ্তীয়নী : বাৰু আহ তইঁত পাকল, দেৱী। আমি বিছনাখন কৰোঁ।

চক্ৰবৰ্তী : তুমি বহা মাধৱ আমি কথাকে পাতোঁ।

মাধৱ : ভাল দেউতা।

ৰামচৰণ : মা ময়ো আছো তোমালোকৰ লগত। আঠুৰাৰ ৰচী আৰু গজাল-হাতুৰীৰ ব্যৱস্থা নিশ্চয় ময়েই কৰি দিব লাগিব।

দৃশ্যান্তৰ

মাধৱ : [ভাগৰ লগাৰ দৰে] আহ! অকণমান জিৰাব পাৰিলে বৰ ভাল হয় মা—অ' মাটিতে বিছনাও কৰি দিছা?

চক্ৰবৰ্তীয়নী : তই শোৱ যদি অকণমান শুই ল'।

মাধৱ : অঁ অলপ কাটি হ'ম। তেনেকৈ দিনত শোৱাৰ অভ্যাস নাই। আজি পিছে অলপ ভাগৰ লাগিছে। বহুত ঘূৰা হ'ল। তোমালোকৰ ভাত খোৱা পলম কৰি দিলোঁ।

চক্ৰবৰ্তীয়নী : দেউতাৰে অলপ চিন্তাই কৰিছিল। তই সোনকালে আহিম বুলি গৈ ইমান দেৰি কৰিলিযে—আমি—আমি—

মাধৱ : ভাবিলা চাগৈ মই আকৌ পলালোঁ! নহয়? আচলতে হঠাতে মোৰ নিচিনা, গুৰুৰ আন এজন শিষ্যক লগ পালোঁ। তেওঁ জোৰ কৰি তেওঁ থকা মানুহ ঘৰলৈ লৈ গ'ল। তাৰপৰা আৰু কেবা ঠাইলৈ যাব লগা হ'ল। সেই দেখিছে পলম হৈ গ'ল।

চক্ৰবৰ্তীয়নী : বাৰু তই জিৰা। মই যাওঁ। পাকল আজৰি হৈছে নে কি চাওঁগৈ। আমাৰ একালে যাব লগা আছে। দেৱী ঘৰতে থাকিব। কিবা লাগিলে মাত দিবি—তাই সিটো কোঠাতে থাকিব।

মাধৱ : বাৰু মা।

চক্ৰবৰ্তীয়নী : বাৰান্দাৰ দুৱাৰখন খোলা। অ', বাৰু মই টানি থৈ যাওঁ। তই ওলাব খুজিলে ঠেলি দিবি।

[দুৱাৰ জপোৱাৰ শব্দ—কেৰকেৰণি]

মাধৱ : [বিছনাত বাগৰ দিয়াৰ ভঙ্গীত] আহ! [হাঁহিয়ায়] ভগৱান!

[ইটো কোঠাৰ দুৱাৰৰ খিলি খুব কষ্ট কৰি খোলাৰ চেষ্টা হয়। বৈ বৈ চেষ্টা চলি থাকে।]

কে ন?

[নীৰৱতা। আকৌ দুৱাৰখন টানমাৰি খুলিবলৈ চেষ্টা কৰা হয়। আকৌ নীৰৱতা।]

দেৱযানী! তুমিনেকি? আহা দেৱযানী! [সশব্দে দুৱাৰৰ পাট দুটা খুলি যোৱত লাগে। দেৱযানীৰ সৰু গলখেকাৰি এটা শুনা যায়।]

আহা ভাত খালা নে? অ' ইয়াত বহিবলৈ একোৱেই নাই। চকি-টকি একো নাই। বিছনাখনতে বহা।

[অলপ সময়ৰ নীৰৱতা]

দেৱযানী, কালিৰেপৰা তোমাৰপৰা মই এষাৰো মাত পোৱা নাই—বাকী সকলোৰে লগত বহুতো কথা-বতৰা পাতিলোঁ তুমি কিন্তু

মোৰ লগত এবাৰো কথা কোৱা নাই। ভাত খালা নে নাই বুলি সুধিলোঁ নেমাতিলা।

দেৱযানী : [ অনুচ্চ স্বৰত ] খালোঁ।

মাধৱ : ভাত খাই উঠি অলপ শোৱা নে কি? শোৱা যদিও তোমাক মাতি অন্যায়েই কৰিলোঁ।

দেৱযানী : নোশোওঁ। কেতিয়াবা এনেয়ে অলপ জিৰাওঁ।

মাধৱ : দিনত শোৱা অভ্যাস মোৰো নাই। মাত্র খাই উঠি অলপ সময় বহি জিৰাওঁ। আজি কিন্তু অলপ ভাগৰ লাগিছে। তথাপি নোশোওঁ। এনেয়ে বাগৰি থাকোঁ দেই—তুমি যাব নেলাগে, বহা।

[ মাধৱে শোৱাৰ ভঙ্গীত হামিয়ায়, আহ্ আহ্ কৰে। ]

মাধৱ : দেউতাই ক'লে, তুমি বোলে মেট্রিক পাছ কৰি এতিয়া কলেজত পঢ়িছা। ভালেই কৰিছা। কেনে লাগিছে কলেজত পঢ়ি?…চাওঁ সো পানী গিলাচ দিয়াচোন, ডিঙিটো দেখোন শুকাই গৈছে। আজি অলপ গৰমেইনেকি?

দেৱযানী : [ পানি দি ] এয়া—

[ মাধৱে পানী কঁটকঁটকৈ খাই গিলাচটো দিয়ে ]

মাধৱ : লোৱা। অহ।…ক'তা দেৱযানী, একো নক'লা দেখোন?

দেৱযানী : এনেয়ে বহি থাকি আমনি লাগিছিল। সেই কাৰণে আকৌ পঢ়িবলৈকে ললোঁ।— দেউতায়ো উৎসাহ দিলে—উৎসাহ মোতকৈ তেখেতৰে বেছি।

মাধৱ : মোৰ ওপৰত বাৰু তোমাৰ কিমান খং উঠি আছে?

দেৱযানী : [ অলপ বৈ থাকি ] খং কৰিনো কি কৰিব পাৰোঁ। খং উঠা নাই।

মাধৱ : তোমাৰ কথাত মই অভিমানৰ সুৰ এটা ধৰিব পাৰিছোঁ। অভিমানো খঙৰে নামান্তৰ।

দেৱযানী : অভিমান কৰিবলৈ আগতে অধিকাৰ লাগে। মোৰনো সেইটো হ'ল ক'ত?

[ অলপ পৰৰ নিস্তব্ধতা ]

মই—মই—। অৱশ্যে অধিকাৰ বস্তুটো দাবী কৰি পাব নোৱাৰি। মই এনেয়েহে কৈছো।

মাধৱ : দেৱযানী, তুমি নিশ্চয় অধিকাৰৰ প্ৰশ্ন তুলিব পাৰা। মই যে উলটি আহিছো, ইয়াৰ লগতো একপ্ৰকাৰ এই কথাৰ সম্বন্ধ আছে। মই তোমাৰ কথা ভাবিয়েই ঘৰলৈ আহিছো। কালি দেউতাৰ লগতো তোমাৰ বিষয়ে কথা পাতিছিলোঁ। দেউতাৰ আগত মই স্বীকাৰ কৰিছো যে মই গুচিগৈ অন্যায় কৰিলোঁ। আনৰ ক্ষেত্ৰত অন্যায় হোৱাৰ কথা মই ভবা নাই—তোমাৰ কথাহে কৈছো।

দেৱযানী : মই একো অভিযোগ কৰা নাই।

মাধৱ : কিন্তু মই মোৰ ক'বলগীয়াখিনি ক'বই লাগিব। ক'ম বুলিয়েই আহিছো। মোৰ কথা কেৱল তোমাৰ কাৰণেই। তুমি শুনিবই লাগিব।

দেৱযানী : কওক। মই শুনিবলৈ প্ৰস্তুত।

মাধৱ : তুমি ইমান দিনে নিশ্চয় জানিব পাৰিছা মই কিয় ঘৰৰপৰা গুচি গৈছিলোঁ। কাৰণটো আগতে জনা হ'লে নিশ্চয় তুমি এইখন ঘৰলৈ নাহিলাহেঁতেন।…সংসাৰৰ মোহ মোৰ সৰুৰে-পৰা কম। ডাঙৰ হৈ অহাৰ লগে লগে দেউতাৰ সৈতে আমাৰ প্ৰাচীন দৰ্শন, সভ্যতা আদিৰ বিষয়ে আলোচনা কৰি কৰি সংসাৰৰ বিষয়ে বেছিকৈ, বেছি গভীৰকৈ ভাবিবলৈ

ধৰিলোঁ। ক'ৰবাত কিবা এটা ডাঙৰ ৰহস্য আছে, সেই ৰহস্য মই ভেদ কৰিব লাগিব, সেই ৰহস্য মই ভেদ কৰিব পাৰিম, এই ভাবটোৱে মোক আটাইতকৈ বেছিকৈ পীড়িবলৈ ধৰিলে—সেই ৰহস্যই মোক যেন হাত বাউল দি মাতিলে। নহ'লে মই যেন আপুৰুগীয়া সম্পদ এটা হেৰুৱাম, এনে ভাব হ'ল। সাংসাৰিক মায়াত আৱদ্ধ হৈ মই যেন —মই যেন এনে এটা দ গাঁতত পৰি যাব খুজিছোঁ য'ৰপৰা উদ্ধাৰ পোৱা আৰু কোনো আশা নাই। সেই কাৰণে মই ভয়তে ঘৰ এৰি গুচি গৈছিলোঁ।

[ অলপ সময়ৰ নিস্তব্ধতা ]

[ হাঁহি ] তুমি হয়তো এইবোৰ বলিয়ালি বুলিয়েই ভাবিবা।

দেৱযানী : আপুনি বিচৰা বস্তু পালেনে?

মাধৱ : গুৰুৰ কৃপাত পালোঁ। ভগৱানক ধন্যবাদ। মোৰ গুৰুক কেনেকৈ দিহিঙে-দিপাঙে বিচাৰি বিচাৰি অৱশেষত পালোঁগৈ সেইবোৰ কালিৰে-পৰা সকলোকে কৈছোঁ। তুমিও নিশ্চয় শুনিছা। গুৰুৰ প্ৰসাদত মই জীৱনৰ অৰ্থ বিচাৰি পালোঁ, সংসাৰৰ ৰহস্য ভেদ কৰিলোঁ— তুমি কোৱাৰ দৰে, বিচৰা বস্তু পালোঁ।

দেৱযানী : এতিয়া সেই পৰম বস্তু আনৰ সৈতে ভগাব খোজেনে কি কৰিব খোজে?

মাধৱ : এই পৰম সম্পদ ঠিক মাটি-বাৰীৰ দৰে ভাগ বতৰা কৰিব নোৱাৰি দেৱযানী। ভাৰতৰ আধ্যাত্মিক সাধনাক সেই কাৰণেই ব্যক্তিগত বুলি কোৱা হয়।

দেৱযানী : অৰ্থাৎ আপুনি যি লাভ কৰিলে তাৰ-পৰা আনৰ—ধৰক এই ঘৰখনৰ—একো উপকাৰ নহয়?

মাধৱ : দেউতাই ক'লে তুমি খুব ভাল সংস্কৃত পঢ়িব পাৰা। দেউতাৰ লগত বোলে গীতা পঢ়িছা। তুমি নিজে নিজেই মোৰ কথাটো উপলব্ধি কৰিব পাৰিবা।

[ বাহিৰত আঁওৰৰপৰা জোতাৰ শব্দ ওচৰ চাপি আহে। দুৱাৰত আহি বৈ যায়। ]

দেৱযানী : [ ফুচ-ফুচাই ] ৰামচৰণ!

[ দুৱাৰখন কেৰকেৰাই খোল খাই যায়। ]

ৰামচৰণ : সৰুদা। অ' I am sorry!

মাধৱ : আহাঁ ৰামচৰণ। একো নহয়, আহাঁ। আমি এনেয়ে অলপ কথা পাতি আছিলোঁ। তুমি কলেজৰপৰা আহিলানেকি?

ৰামচৰণ : অঁ। মেলেচ সাহিত্যৰ বিষয়ে অলপ জ্ঞান আহৰণ কৰি আহিলোঁ।

মাধৱ : [ ডাঙৰকৈ হাঁহি ] মেলেচ সাহিত্য? অ' ইংৰাজীত এম-এ পঢ়া কাৰণে কৈছানেকি? তুমি চাগৈ ভাবিছা যে মই অহিন্দু মাত্ৰকে ম্লেচ্ছ বুলি ভাবোঁ নহয়? তুমিতো সাহিত্যৰ ছাত্ৰ, তোমাৰ আৰু' ম্লেচ্ছ-অম্লেচ্ছ কি?

ৰামচৰণ : তোমাৰ লগত মোৰ তৰ্ক চলিব পাৰে-নেকি সৰুদা? মই এনেয়ে ক'লোঁ। চোৱাচোন সৰুবো!

মাধৱ : বুজিছো বুজিছো। মৰো তৰ্ক কৰা নাই। তথাপি তোমাক কৈ থওঁ, মই ধৰ্ম বিচাৰ কৰা মানুহ নহওঁ, মই সত্য বিচাৰি ফুৰা মানুহহে। বাক যোৱা, দুখে-ভাগৰে আহিছা, মুখ-হাত ধুই কিবা খোৱাগৈ।

ৰামচৰণ : অঁ যাওঁ। তুমি জানো এতিয়া চাহ নোখোৱা?

মাধব : জানো বৌৱেৰে কি দিয়ে!

দেৱযানী : চাহ খায় যদি আনি দিওঁ।

[ গৰমৰ শব্দ ওচৰ চাপি আহে ]

মাধব : গুদা চাহ একাপ দিয়া। দেউতা আহিছে।

চক্ৰবৰ্তী : [ ভিতৰৰ মুখৰপৰা ] মাধৱচৰণ!

মাধব : আহক দেউতা।

চক্ৰবৰ্তী : অ' ৰামচৰণো আছা।

ৰামচৰণ : মই এইমাত্ৰ ক্লাছৰপৰা আহিলোঁ দেউতা। কোঠাটোৰ দুৱাৰখন ঠেলি দিলোঁ—দেখো সকদা সকবো বহি আছে। মই কোনো নাই বুলি ভাবিছিলোঁ। সকদাই মাতিলে দেখি সোমালোঁ। আমি ইংৰাজী সাহিত্যৰ ম্লেচ্ছত্ব বিচাৰ কৰিছিলোঁ। এনেতে আপুনি—

চক্ৰবৰ্তী : হ'বা। তোমাৰ কথাৰ লাগ-বান্ধ নাই।

ৰামচৰণ : হয় দেউতা। মোৰ দোষৰ ভিতৰত সেইটোও এটা।

চক্ৰবৰ্তী : মাধৱচৰণ! তোমাৰ সেই বন্ধুজন এতিয়া অহাৰ কথা আছে নহয়? মই সুধিবলৈ আহিছিলোঁ, আমি এইটো কোঠাতে বহিব পাৰিমনে? নে তোমাৰ কিবা অসুবিধা হ'ব?

মাধব : ইয়াতে হ'ব দেউতা। মোৰ একো অসুবিধা নহয়। মাত্ৰ অলপ কিবা-কিবি ভালদৰে পাৰি দিব লাগিব।

চক্ৰবৰ্তী : দেৱযানী! এনেকৈয়ে অলপ বহলকৈ তুলি আৰু বগা কাপোৰ পাৰি দিব পাৰিবানে?

দেৱযানী : পাৰিম দেউতা।

ৰামচৰণ : কিবা discussion আছে নেকি দেউতা? আমিও participate কৰিব পৰিম নে? কি আলোচনা হ'ব?

মাধব : তোমাৰ কাৰণে বৰ interesting নহ'ব ৰামচৰণ। আমি ভাৰতৰ ঐতিহ্য সম্বন্ধে শাস্ত্ৰীয় দৃষ্টিকোণৰপৰা অলপ কথা পাতিব খুজিছোঁ।

ৰামচৰণ : অ' হয়নেকি?

চক্ৰবৰ্তী : বেদান্ত-সাংখ্যৰ আদৰ্শত কৰ্ম-বিমুখ হোৱা মানুহক ভাগৱদগীতাই কেনেকৈ কৰ্মক্ষম আৰু কাৰ্যকৰী হ'বলৈ শিকালে তাৰে আলোচনা হ'ব। তোমাক মই হাক্সলীৰ Ends and Meansখন আৰু গীতাৰ ইংৰাজী অনুবাদ এখন পঢ়িবলৈ দিছিলোঁ। যদি পঢ়িছা তেন্তে আমাৰ আলোচনাত ৰস পাবও পাৰা।

ৰামচৰণ : ৰস নিশ্চয় পাম দেউতা। কথা হৈছে আপোনালোকে মোৰ উপস্থিতি খাপ খোৱা যেন নেপাব। বাৰু মই ভাবি চাওঁ। সকবৌ, সকদাই চাহ খুজিছিল। ব'লা মোক চাহ-তাহ দিবা।

দেৱযানী : আহা।

চক্ৰবৰ্তী : ময়ো যাওঁ। তেনেহ'লে মাধৱচৰণ, এই কোঠাটোকে ঠিক কৰা।

মাধব : হয় দেউতা।

## দৃশ্যান্তৰ

পাৰুল : বাপু!

মাধব : অ' নবৌ, আহা।

পাৰুল : বাতি প্ৰায় দহ বাজিল। চোৱাচোন আৰু কিবা লাগিবনেকি?

মাধব : নেলাগে নবৌ। সকলো আছেই দেখোন।

খাবলৈ পানী, গাত ল'বলৈ এখন কাপোৰ—বাঃ!

পাকল: সকলো দেৱীয়ে ঠিক কৰি থৈছে। মই যাওঁ। আজি দাদাৰ নাই—খাট চাবলৈ গৈছে। গতিকে মা আমাৰ লগতে শুব। মইনাকণে মাক আমনিয়ে কৰিছে হ'ব পায়।

মাধৱ: এ হয় নেকি, দাদা নাই নেকি? ইচ্ ইচ্, মই জনাই নাছিলোঁ। নহ'লে ভাত খোৱাত ইমান পলম নকৰিলোঁহেঁতেন—মানুহজনক এৰি সোণকালেই আহিলোঁহেঁতেন।

পাকল: নাই, তুমি একো ভাবিব নেলাগে। দাদাৰ থকা হ'লে একো কথা নাছিল। তুমি জিৰোৱা। অ' তোমাক এটা লেফাফা লাগে নহয়? দেৱীক কৈছো দিবলৈ। মই যাওঁ।

মাধৱ: বাৰু। মোৰো চিঠিখন লিখা হৈছেই।
[কাষৰ দুৱাৰ খোলাৰ শব্দ হয়। আগৰদৰেই কষ্ট কৰি খুলিব লগা হয়।]
দেৱযানীনেকি? নবৌৰে টিকট লগোৱা লেফাফা এটাৰ কথা—অ' অ' আনিছাই। দিয়া।

দেৱযানী: বাতিটোৰ কাৰণে আপোনাক আৰু কিবা লাগিবনেকি?
[কোঠাটোৰ দুৱাৰ-খিৰিকি বন্ধ কৰাৰ শব্দ হয়।]

মাধৱ: নাই আৰু একো নেলাগে। দুৱাৰ-খিৰিকি গোটেইবোৰ দেখোন বন্ধ কৰি দিলা?

দেৱযানী: কিয় গোটেইবোৰ খুলি থৈয়ে শুব খুজিছে নেকি?

মাধৱ: নাই নাই। বহা দেৱযানী। ভয়টো তোমাৰ অলপ বেছি যেন পাইছো, তাকেহে ক'ব খুজিছিলোঁ⋯বচ্, চিঠিখন হৈ গ'ল। এতিয়া অলপ কাটি হোৱা যাওক, কি বোলা? উ! লাইটটোৱে দেখোন চকু চাত্ মাৰি ধৰে দেৱযানী!

দেৱযানী: ৰ'ব তেনেহ'লে। মই এতিয়াই আহিছো।

[খন্তেক বিৰতি]

মাধৱ: কিয়, কি কৰানো? নেলাগে আহা। মই এনেয়ে কৈছিলোঁ। মোৰ একো অসুবিধা নহয়। অ' তুমি মমবাতি লৈ আহিলা। বেয়া নহয়। তুমি কিন্তু কথাবোৰ বেচ ভাবিব পাৰা।
[জুইশলা জ্বলোৱাৰ শব্দ হয়।]
বেছ। এতিয়া লাইটটো অফ্ কৰি দিয়া।
[চুইচ অফ্ কৰি দিয়াৰ শব্দ হয়।]
বাঃ! এতিয়া বঢ়িয়া হৈছে। বহা। মই এনেকৈ বাগৰিয়ে থাকোঁ দেই?

দেৱযানী: আপুনি সদায় মাটিতে শোৱেনেকি?

মাধৱ: মোৰ ধৰা-বন্ধা একো নিয়ম নাই। খোৱা, শোৱা একোতে নাই। এটা কথা অৱশ্যে ঠিক, আমি অলপতে সন্তুষ্ট। আশ্ৰমত মই কঠ এখনতে পৰি থাকোঁ।

দেৱযানী: অথনি বোধ হয় আপোনাৰ কথা শেষ নহ'ল?

মাধৱ: [অলপ ভাবি] ঠিক শেষ কৰোঁ বুলি মই আৰম্ভ কৰা নাছিলোঁ। অৱশ্যে অলপ কব-লগীয়া থাকিল। মই যি ৰহস্যৰ সন্ধানত ঘূৰি ফুৰিছিলোঁ সেইটো কি বুলি তুমি সুধিব পাৰা —সেইটো ঈশ্বৰ নেকি? তাৰ একো নাম নাই —নামে আকাৰৰ ধাৰণা আনি দিয়ে। তেতিয়াই বিপদ। সৃষ্টিৰ যি মূল শক্তি,

ব্ৰহ্মাণ্ডৰ সকলো প্ৰাণীৰে যি উৎস, তাৰ কোনো আকাৰ নাই, বৰ্ণ নাই, নাম নাই। সেয়ে মূল সত্য। সেই সত্য আৱিষ্কাৰ কৰি তাক উপলব্ধি কৰিব পাৰিলে সংসাৰৰ ৰহস্য ভেদ কৰা হৈ যায়। আমি এক ধৰণৰ যোগৰ বলত সেইটো কৰিবলৈ সমৰ্থ হৈছো। তুমি হয়তো বুজিবলৈ টান পাইছা। ধৰা সকলো মানুহে সুখ বিচাৰে, আনন্দ কামনা কৰে। সেই মহাশক্তিটো—যাক মই সত্য বুলিছো—সেইটো আনন্দৰ এটা অক্ষয় ভাণ্ডাৰ—যাক যোগৰ বলেৰে তুমি ছয়া-মায়াকৈ, বায়বীয় অস্তিত্বৰূপে দেখা পাব পাৰা—তাৰ লগত তোমাৰ অস্তিত্বৰ সংযোগ ঘটাব পাৰিলে তুমি যি আনন্দ পাবা তাৰ তুলনাত জগতৰ সকলো পোৱা-নোপোৱা, আনন্দ-অশ্ৰু তুচ্ছ হৈ যাব। কাৰণ সেই মহাসুখৰ তুলনা নাই।

দেৱযানী : কালি আপুনি মোক সুখী হ'বলৈ আশীৰ্বাদ দিছিল। এই উপায়েৰেই সুখী হ'বলৈ কৈছিল নেকি?

মাধৱ : উপায় মই একো দিব খোজা নাই দেৱযানী। কিন্তু বিশ্বাস কৰা, মই সঁচাই তোমাৰ সুখ কামনা কৰোঁ। কৰোঁ কাৰণেই মই কালি ঘৰ ওলাইছোহি। মোৰ সাধনাৰ সিদ্ধি লাভ হৈছে বুলি গুৰুৱে কৈছে। মোৰ নিজৰো বিশ্বাস হৈছে। তথাপি মানুহৰ কৰ্তব্য থাকি যায়। তোমাৰ প্ৰতি মোৰ কৰ্তব্য আছে। তোমাৰ সুখ তোমাৰ হাতত—মই মাত্ৰ তোমাক সহায় কৰিব পাৰোঁ।

দেৱযানী : কেনেকৈ?

মাধৱ : আমাৰ ঘৰৰ লগত, মোৰ লগত, তোমাৰ এটা সামাজিক বন্ধন আছে। তুমি জানা সেই বন্ধন আমি মানুহক দেখুৱাই নামতহে ৰাখি আছো। ইয়াৰ এটা নিষ্পত্তি কৰা প্ৰয়োজন।

দেৱযানী : আপুনিহে ভাবিছে এই বন্ধন নিতান্ত সামাজিক, কিন্তু মানুহে ইয়াক নৈতিক বুলিহে ভাবে। আৰু মই যদি কওঁ এই বন্ধন আত্মিক?

মাধৱ : মানে—

দেৱযানী : [ অলপ উষ্মাৰে ] মই সংসাৰ ত্যাগ কৰা নাই—পৃথিবীৰ সৰহ ভাগ মানুহেই কৰা নাই। আমাৰ কথাৰ, আমাৰ ধাৰণাৰ একো মূল্য নাই?

মাধৱ : মই তেনে কথা ক'ব খোজা নাই দেৱযানী—

দেৱযানী : [ সমান উষ্মাৰে ] অলপ আগতে আপুনি ভয় কৰাৰ কথা কৈছিল। মই দেখিছো—আপুনিহে বেছি ভয় কৰে!

মাধৱ : [ হাঁহিবলৈ চেষ্টা কৰি ] তুমি কিন্তু বেছ খোচ মাৰি কথা কৈছা দেৱযানী। মইনো ভয় কৰিলো কেতিয়া? তুমি চোন ওচৰতে আছা? [ ৰামচৰণৰ জোতাৰ শব্দ আৰু মুখৰ সুহুৰি বাহিৰৰ বাৰান্দাইদি পাৰহৈ যায়। ]

দেৱযানী : মই যদি কওঁ, মই এই কোঠাটোত সোমোৱা কাৰণেই আপুনি ভয় খাইছে?

মাধৱ : তোমাৰ বিশ্বাস হোৱা নাই নহয় যে মই ভয়ত নহয়, এটা আকৰ্ষণতহে ঘৰৰপৰা গুচি গলোঁ। চাওঁ পানী গিলাচ দিয়াচোন। অৱশ্যে জোৰ কৰি কাকো বিশ্বাস কৰাব নোৱাৰি।

[ মাধৱে পানী খায়। ভিতৰৰপৰা তাঁহি আহে ৰামচৰণৰ ইংৰাজী কবিতা আওৰোৱাৰ শব্দ। ]

দেৱযানী : মই আপোনাৰ কথা বিশ্বাস বা অবিশ্বাস একো কৰা নাই। আমাৰ জীৱনৰ দৃষ্টি-ভঙ্গী বেলেগ। গতিকে অলপ তক হ'বই।

মাধৱ : নিশ্চয় হ'ব। তাত বেয়া পাব লগা একো নাই। মই মাত্র মোৰ কথাটোহে তোমাক বুজাব খুজিছো।

দেৱযানী : হ'ব। চাওঁ গিলাচটো দিয়কচোন। [গিলাচত পানী থাকিলে কঁটকঁটকৈ পায়।] আপুনি কি কৰিব খুজিছে কওক। ময়ো ইয়াতে অলপ কাটি হওঁ—যদি বেয়া নেপায়।…… আপুনি দেখোন আঁতৰি গৈছে? নপলাব, নহলে আকৌ ভয় কৰিছে বুলি কম।

মাধৱ : পলোৱা নাই। তোমালৈ ঠাই উলিয়াইহে দিছো।……দেৱযানী! তোমাক কৈছোৱেই, মই শেষ নিষ্পত্তিৰ কাৰণেহে ঘৰলৈ আহিছো। সিবাৰ যাবৰ সময়ত কাকো মাত লগাই যোৱা নাছিলোঁ। কিন্তু তোমাক একো কৈ নোযোৱাটো মোৰ ভুল হৈছিল। আনবোৰৰ কথা মই এৰিয়া নেভাবোঁ। কিন্তু তোমাৰ প্রতি থকা কর্তব্য মই কৰিবই লাগিব।

দেৱযানী : তাৰ মানে আপুনি আকৌ গুচি যাবলৈকে ঘৰলৈ আহিল?

মাধৱ : সেই কথা সকলোৰে কাৰণে নিষ্ঠুৰ হ'ব বুলিয়েই কোৱা নাই।

দেৱযানী : নিষ্ঠুৰ হব বুলিয়েই মনে মনে থাকিব নে? কওক কি নিষ্পত্তি কৰিব খুজিছে?

মাধৱ : মই যি পথ গ্রহণ কৰিছো তাক পৰিত্যাগ কৰিব নোৱাৰোঁ। তোমাৰপৰা মই মুক্তি বিচাৰোঁ, তোমাক মই মুক্তি দিব খোজো। আশা কৰোঁ মোৰ অৱস্থাটো বুজি তুমি সম্মত হ'বা।

দেৱযানী : সিবাৰ যাওঁতেতো আপুনি এবাৰ মুক্ত হৈয়েই গৈছিল। আকৌ মুক্তিৰ প্রশ্ন কিয়?

মাধৱ : মই সমিলমিলেৰে যাব খোজো।

দেৱযানী : [উত্তাপে] এনেকৈ মুক্তি বিচৰাৰ কোনো অর্থ নাই। মুক্তি আপোনাৰ কাৰণে যিমান সহজ, আমাৰ কাৰণে সিমান সহজ নহয়। আপোনাৰে মোৰে পথ একে নহয়, আমাৰ পথ বিপৰীতমুখী। আপুনি পৰপাৰৰ সপোনত মগ্ন; মই এই পাৰতে ককবকাই মৰিছো। আপুনি ঘৰ এৰিব পাৰিছে; মই ঘৰৰ বাহিৰে একোকে ভাবিব নোৱাৰোঁ।

মাধৱ : ভগৱানৰ ওপৰত বিশ্বাস ৰাখা দেৱযানী। তেওঁক বিচাৰা। তেওঁ উপায় দিব।

দেৱযানী : [অলপ কান্দোনৰ সুৰত] মানুহে কয়, ভাল-বেয়া সকলো ভগৱানেই দিছে। তেওঁ আপোনাক সন্ত বুদ্ধি দিছে, মোক দিয়া নাই। মই ভোগ-বাসনাৰ পৃথিবীতে থাকি গলোঁ, আপুনি তাৰপৰা উঠি কাহানিবাই সিপাৰ পালেগৈ। আপুনি সুখত আছে, পৰমানন্দ লাভ কৰিছে; মই দুখৰ বোকাতে লুতুৰি-পুতুৰি হৈ আছো। মই কি দোষ কৰিছিলোঁ যে, ভগৱানে মোৰ প্রতি এই অবিচাৰ কৰিছে আৰু, আপোনাক সুখত ৰাখিছে? [হুকহুকাই কান্দে।]

মাধৱ : শান্ত হোৱা দেৱযানী। ভগৱানৰ ওপৰত খং কৰি তেওঁৰ বিচাৰৰ পৰীক্ষা কেনেকৈ কৰিবা?

দেৱযানী : [পিয় কৈ, কান্দি কান্দি উঘাৰে] আপোনাৰ ভগৱানক সুধিবচোন—ঘৰ-সংসাৰ এৰি, আত্মীয়-স্বজনক এৰি তেওঁক বিচাৰি ফুৰা-টোৱেই যদি একান্ত কাম্য হয়, তেন্তে আমাৰ নিচিনাবোৰক তেওঁ কিয় সৃষ্টি কৰিলে—আমাক কামনা-বাসনা কিয় দিলে—কাৰোবাৰ হাতৰ পুতলা হ'বলৈ আমাক কিয় এৰি দিলে?

[দৌৰি গুচি গৈ ধাম-ধাম কৰে দুৱাৰ বন্ধ কৰি নিজৰ কোঠাৰপৰা খিলি লগাই দিয়ে।]

মাধৱ : দেৱযানী! শুনা। তুমি কোঠাত দুৱাৰ বন্ধ কৰি সোমালা কিয়? দেৱযানী··· [দুৱাৰত মৃদুভাৱে টুকিয়াই] দেৱযানী! দেৱযানী!

[দুৱাৰৰ সিফালৰপৰা দেৱযানীৰ মুখ ঢাকি কন্দাৰ শব্দ আহি আহে।]

### দৃশ্যান্তৰ

চক্ৰবৰ্তীয়নী : [দুৱাৰত টুকিয়াই] দেৱী! দেৱী! দুৱাৰ খোল।

পাৰুল : তুমি ইমান পৰলৈ কি কৰিছা দেৱী? দুৱাৰখন খোলা। দেৱী! [দুৱাৰত টুকিয়াই] মোৰ বৰ ভয় লাগিছে মা!

চক্ৰবৰ্তীয়নী : ৰচোন বিতত নহবি। দেৱী!

[দুৱাৰ খোলাৰ শব্দ হয়]

দেৱী! কি হ'ল? তই কিয় কান্দিছ? ৰাতিটোতে তোৰ কি চেহেৰা হৈছে!

পাৰুল : দেৱী!

দেৱযানী : মা!

চক্ৰবৰ্তীয়নী : সেই পৰিল পৰিল ধৰ ধৰ—পাৰুল দেউতাৰক মাত, ৰামচৰণক মাত!

পাৰুল : [চিঞৰি] দেউতা! বেগাই আহক। দেৱীৰ কিবা এটা হ'ল। মা, চাওঁ গুৱাই দিয়ক।

[চক্ৰবৰ্তীৰ খৰমৰ শব্দ ওপৰ চাপি আহে।]

সৌ পানী গিলাচ দিয়কচোন মা। এইখন চিঠি দেউতাক দিব।

চক্ৰবৰ্তী : কি হৈছে দেৱযানী?

চক্ৰবৰ্তীয়নী : ফিট হৈ পৰিছিল। এতিয়া জ্ঞান পাইছে। এইখন চকচোন পঢ়ি। মাধৱ দেখোন নাই।

[চক্ৰবৰ্তীয়ে চিঠি খোলে। ৰামচৰণে খৰখেদাকৈ ওচৰ চাপি আহি সোধে।]

ৰামচৰণ : এই ব্ৰহ্ম মুহূৰ্ত্ততে কিহৰ ইমান গোলমাল হোঁ? কি হৈছে? কাৰোবাৰ কিবা অসুখ-চসুখ হৈছে নেকি? মা! নবৌ সৰুবৌৰ কি হ'ল?

[দেৱযানীৰ উচুপনি শুনা যায়।]

চক্ৰবৰ্তী : ৰামচৰণ!

ৰামচৰণ : দেউতা!

চক্ৰবৰ্তী : এইখন পঢ়া। সকলো বুজিবা।

[ৰামচৰণে চিঠিখন হাতত লৈ পঢ়ে। 'দেৱযানী' বুলি আৰম্ভ কৰে—কিন্তু চিঠিৰ কথা মাধৱচৰণৰ কণ্ঠতহে প্ৰকাশ পায়।]

ৰামচৰণ—"দেৱযানী,

মাধৱ : তুমি যি কথা ভগৱানক সুধিবলৈ ক'লা তাৰ বিষয়ে ক'বলৈ মই সুযোগ নেপালোঁ। কিন্তু পোৱা হ'লেও মই সমিধান দিব নোৱাৰিলোঁ-হেঁতেন। তোমাৰ সেই কথাৰ উত্তৰ মোৰ

হাতত নাই। ভাবিছিলোঁ মোৰ সাধনাৰ সিদ্ধি লাভ হৈছে। পিচে দেখিছোঁ নাই হোৱা। সেই কাৰণে মই আকৌ তোমাৰপৰা আঁতৰি আহিছোঁ—সিদ্ধি বিচাৰি, তোমাৰ কথাৰ উত্তৰো বিচাৰি। তোমাক মই মুক্তি দি গলোঁ। তোমাৰ যি ইচ্ছা কৰিব পাৰা। মোক যদি অভিশাপ দিব খোজা তেন্তে দিবা ; মই শাস্তি ভোগ কৰি হ'লেও উদ্ধাৰ হম। সুখী হোৱা—আকৌ আশীৰ্বাদ—সুখী হোৱা। ইতি—ৰামচৰণ : মাধৱচৰণ।"

# জংঘল

ডঃ ভবেন্দ্ৰনাথ শইকীয়া

এঠাইত এখন প্ৰকৃতিৰ জংঘল চাফা হৈ এখন অবাঞ্ছিত সামাজিক জংঘলৰ সৃষ্টি হ'ল। এইখন নতুন জংঘলৰ শিপা কিন্তু ৰ'দ নপৰা পৰম্পৰাৰ আন্ধাৰ চুকত প্ৰসাৰিত ; চাফা কৰি পেলোৱা সাহস সাধাৰণজনৰ নাই। কিন্তু সেই অসাধাৰণ অপৰিমেয় সাহসৰ পৰিচয় দিলে দেৱানে।

চৰিত্ৰ :

দেৱান : এজন নিম্নমধ্যবিত্ত, আদবয়সীয়া লোক
পাৰ্বতীৰ মাক : দেৱানৰ ঘৈণীয়েক
বাপুদেউ : নামঘৰৰ ডেকা দেউ
পৱন : দোকানী
উকীল :
ঠিকাদাৰ :
চৌধুৰী :
নামঘৰত নাম গাবলৈ অহা দুগৰাকী আই।

প্ৰথম প্ৰচাৰ : ১৯৬৩ চন

[ব্যৱসায়ী অঞ্চলৰ আলিবাট। সন্ধিয়াৰ পিচৰ কোলাহল। দূৰৈৰ নামঘৰত আইনকলৰ নাম।]

দেৱান : [বেঞ্চীসৰ থাই আছিছে ; নিচা লগা আৰম্ভ হৈছে মাত্র]—দে। এই পৰন, ভাৰা দে। পোন্ধৰটা টকাৰ কাৰণে মই বাৰে বাৰে মুখ খৰচ কৰি থাকিব নোৱাৰোঁ।

পৰন : আজিয়েই দিব লাগিব নেকি দেৱান ককাইটি ?

দেৱান : আজিয়েই মানে ? আজি সোনকালহে হ'ল নেকি ? তাৰ মানে কালি, পৰহি, চ'থা দিনা—এই কেইদিন একো কোৱা নাই কাৰণে চল পাই গলি ? দে। পইচা দে।

পৰন : নহয় মানে ককাইটি, বিক্রীবার্তা ভাল নহয় ; তাতে মোৰা সপ্তাহত মাল অলপ কিনিলোঁ, পইচা বহুত সোমাই গ'ল। দুদিনমান নগলে—

দেৱান : হুঁ ? আৰু কি মাল কিনিলি তই ?

পৰন : এই বিড়ি, চাবোন,—বুঢ়া তামোল ৰাখিলোঁ এক বস্তা, বিস্কুট—

দেৱান : আৰু তোৰ দিনে বিক্রী হয় কিমান ?

পৰন : একো ঠিক নাই ককাইটি। কেতিয়াবা পাঁচ টকা, কেতিয়াবা সাত টকা ; কেতিয়াবা কমো হয়, কেতিয়াবা দুই এক পইচা বেছিও হয়। একো ঠিক নাই। বিক্রী বেছি হ'ব কেনেকৈ ; আপুনি আৰু লগালগিকৈ তিনিখন দোকান বহুৱাই দিলে !

দেৱান : [মেজাজ উঠি আছিছে] হয় দে। মোৰ গাতেই জগৰ। গোটেই পৃথিবীখনৰ ভিতৰত তোৰখনেই যদি একমাত্র বিড়ি-চিগাৰেটৰ দোকান হ'লহেঁতেন, তেনেহ'লে তই মোক ঠিক সময়ত ভাৰাৰ টকা পোন্ধৰটা দিব পাৰিলি-হেঁতেন ; নহয় জানো ? আৰু এটা কথা ক'চোন, তই সেই পিন্ধি থকা ঘড়ীটো ক'ৰ-পৰা চুৰ কৰিলি।

পৰন : চুৰ ? নগদ ডেৰশ টকা দি কিনিছোঁ। ৰচিদ আৰু গেৰাণ্টি চাব ?

দেৱান : [থং] তই দোকানৰ মাল কিন পচপন্ন টকাৰ, তোৰ দোকানৰ বিক্রী হয় দিনে পাঁচ টকা—সাত টকা, তই দেৰশ টকা দি ঘড়িটো কিনিলি কিয় ? [ভাবিথি] কি কৰিবলৈ কিনিলি ? [বৈ] সাতটকীয়া দোকানৰ মালিক —তোক জোন বেলি চৰাই-চিৰিকতিয়ে সময় দিব নোৱাৰে ? কি কৰিবলৈ তই ঘড়ি কিনিলি ? গাঁৱৰ ঘৰলৈ গৈ হাতৰ চিক্‌চিকনি তুলি পথাৰলৈ যোৱা ছোৱালীক টাইম দিবলৈ ?

পৰন : এই ককাইটি, বাটৰ মানুহে শুনাকৈ যিহকে পায় তাকে নকবচোন। ঘড়িনো কোনে নিপিন্ধে ?

দেৱান : যিবিলাকৰ সময়ৰ জ্ঞান নাই, যিবিলাকৰ সময়ৰ লগত কোনো সম্পর্ক নাই সিহঁতে নিপিন্ধে। তোক যদি হাতত চিক্‌চিকাই থাকিবলৈ কিবা এটা লাগে তেনেহ'লে খাৰু পিন্ধ ; এটকা দি এজোকা চিচাৰ খাৰু কিনি পিন্ধি থাক। মানুহে বস্তুৱে শুৱাই পৰিব।

পৰন : [অলপ থং] আপুনি ঘৰলৈ যাওক ককাইটি।

দেৱান : কি—মই এপালি খাই আহিছোঁ কাৰণে তই মোক উপদেশ দিছ ? মই যদি তোৰ

পৰা টকা ধাৰলৈ নি এপালি খালোঁহেঁতেন, তেনেহ'লে তোৰ উপদেশ মই শুনিলোঁহেঁতেন। মই এপালি খাই আহিছোঁ, আৰু তই মোক পোন্ধৰ টকা দিবলৈ আছে বুইছ? তহঁতৰ নিচিনা একো নোখোৰাকৈ মাত্‌লামী কৰা মানুহ নহওঁ।

পবন : আমিনো ক'ত মাত্‌লামী কৰিছোঁ?

দেৱান : [ভাবি দি] জৰুৰ কৰিছ। এশ বাৰ কৰিছ। পঞ্চাচ টকাৰ দোকান খুলি এশ পঞ্চাচ টকাৰ ঘড়ি পিন্ধা মাত্‌লামী নহয়?

পবন : [খঙেৰে] মই ঘড়ি পিন্ধিলোঁ, আপোনাৰ কি লোকচান হ'ল?

দেৱান : [গম্ভীৰ] কি লোকচান হ'ল শুনিবি? তহঁতৰ নিচিনা চুলিৰ ঢৌ তোলা, খাৰুৰ সলনি ঘড়ি পিন্ধা ব্যৱসায়ীৰ কাৰণে মোৰ গোটেই জীৱনটোৱেই লোকচান হৈ গ'ল। মোৰ পুত্ৰক তই চিনি পাইছিলি?

পবন : ওঁহো।

দেৱান : পাবি। পাবি। মানুহটোক চিনি নেপালে কি হ'ল। তই সেই জাতটোক চিনি পাব? তহঁত একে জাতৰ মানুহ। শুন, ডিঙিটো মেলি সো ফালে চা। সেইখন কাঁহীবাতিৰ দোকান, সেইখন চাহৰ দোকান, ইফালে ফাৰ্মাচী, এইটো গেৰেজ; আৰু এইফালে চা সেইটো মোৰ ঘৰ, এইটো নামঘৰ, সেইটো তিনিমহলীয়া দালান, এই এটাই সোপা মোৰ দেউতাৰ মাটি আছিল। এসময়ত এইবোৰ জংঘল আছিল। চোৰ-ডকাইত, শিয়াল-মেচেকা, জহামল, এইবোৰৰ আড্ডা আছিল বুইছ? পিছে গছো আছিল বৰ দামী দামী গছ। এই একো একো জোপা সোনাৰ চিচু গছ। মই মোৰ পুত্ৰক কলোঁ—চা বাপু, মই সত্তৰ টকা দৰমহাৰ চাকৰী কৰোঁ, আৰু তই চাকৰী বিচাৰি ফুৰাৰ নামত তাৰ বিশ টকা খৰছ কৰ, তাতকৈ আহ, এই জংঘলখনকে লৈ আমি দুটাই এটা ব্যৱসায় কৰোঁ। এটুকুৰা মাটি বেছি অলপ মূলধন গোটাই লওঁ, গছ-বোৰৰ কাঠ উলিয়াওঁ; লগতে আৰু এসোপা কাঠ গোটাই লৈ এটা কাঠৰ ব্যৱসায় কৰোঁ। মোৰ পুত্ৰই মোৰ কথাৰ কোনখিনি ভাল পালে জান? এই যে মাটি এটুকুৰা বেচাৰ কথাটো—সেইখিনি। সি মোক ব্যৱসায়ৰ বহুত নতুন কথা শিকালে। ব্যৱসায়ৰ হেনো বহুত কায়দা আছে। এটা বঢ়িয়া অফিচ থাকিব, তাৰ প্ৰকাণ্ড চিক্‌চিকিয়া মেজত টেলিফোন থাকিব, সেই মেজ সম্মুখত লৈ সি বহিব। কৰাই কাম কৰি থাকিব, সি কেৱল টেলিফোনত কথা পাতিব আৰু টকা গন্তি কৰিব [হাঃ হাঃ কৈ হাঁহে]। বুইছ, এটুকুৰা মাটি বেচিলোঁ—মোৰ মনত আছে—সি প্ৰথম প্ৰথম ঘড়ি কিনিছিল, বঢ়িয়া বঢ়িয়া চাহাবী কায়দাৰ কাপোৰ কিনিছিল, ব্যৱসায়টোৱে যাতে ভালকৈ দৌৰিব পাৰে, তাৰ কাৰণে মোটৰ চাইকেল কিনিছিল। তাৰ পিছত সি মোক বুজাইছিল—বোম্বাইত ট্ৰেইনিং পাছ নকৰিলে হেনো ভাল ব্যৱসায় কৰিব নোৱাৰি। মালিকেই যদি ট্ৰেইনিং পাছ কৰা নহয়, তেনেহ'লে অইন ট্ৰেইনিং পাছ কৰা মানুহে সেই মালিকৰ তলত কিয় থাকিব? আৰু ট্ৰেইনিং পাছ কৰা মানুহে খটুৱাব নোৱাৰিলে ব্যৱসায় নচলে। আৰু এটুকুৰা

মাটি বেচি মোৰ পুত্ৰ বোম্বাইলৈ গ'ল। পিছৰ চাৰিবছৰত মই তাৰ কাৰণে মুঠতে এই ছবিঘা মাটি বেচিলোঁ—চাৰি হেজাৰ টকাত। মোৰ মাটিৰ জংঘল চাফা হৈ গ'ল। মোৰ মাটি মোৰ চকুৰ আগতে কঠাত পাঁচহেজাৰকৈ বিক্ৰী হ'ল। মোৰ পুত্ৰই এতিয়া হেনো বোম্বাইৰ চাহৰ দোকানত লোকৰ পইচাৰ হিচাপ ৰখা চাকৰি কৰে। আৰু মই খালৰ ওপৰত তিনিটা গুমটি বহুৱাইছোঁ, আৰু গুমটিৰ ভাড়াৰ টকা পোন্ধৰটা বিচাৰি মাহটোত দচবাৰ তহঁতৰ লগত খেচ্‌খেচ্ কৰিছোঁ। [ দুৰৰপৰা আইসকলৰ কথাবতৰা ওচৰ চাপি আহে ] কৰ, ব্যৱসায় কৰ। চুলি কেইডালমানৰ অলপ ল'ৰচৰ হৈছে, ঠিক কৰিল, ফণী উলিয়া, ভালকৈ কপালৰ আগৰ ঢৌটো তুলি ল। [ আই সকলৰ মাত ওচৰ পায়হি ] আই সকল, নাম ভাগিল হ'বলা ?

প্ৰথম আই : আজিলৈ সামৰিলোঁ দিয়া। বস্তৰটোও কিবা ওন্দোলাই অনা দি আনিছে। তুমিনো কি কৰিছা ?

দেৱান : এই কোম্পানীৰ মালিকহঁতৰ লগত কথা পাতিছোঁ।

দ্বিতীয় আই : হয় দিয়া, তুমি দোকান কেইখন একেবাৰে নামঘৰটোৰ আগতে বহুৱালা। কোনোমতে ওলোৱা-সোমোৱা বাটটোহে ৰ'লগৈ।

দেৱান : [ হাঁহি ] হওক দিয়ক আই, আপোনা-লোক বহে থাপনাৰ কালে মুখ কৰি, বাটৰ ফালে পিঠি দি। মই বাটৰ ফালটো বন্ধ কৰি দিছোঁ, ভালহে কৰিছোঁ, আপোনালোকক বাটৰ মানুহে নেদেখা হৈছে ; আপোনালোকৰ চকুও বাটলৈ নেযায় !

প্ৰথম আই : আমাৰনো আকৌ বাটলৈ চকু যাবলৈ কিটো আছে। নাম-কীৰ্তন, দুআষাৰ ধৰ্ম কথা—

দ্বিতীয় আই : [ লগে লগে ] এ আহাঁ আহাঁ—এওঁৰ লগত বকলা মেলিবলৈ হ'লে [ আঁতৰি ] সিফালে ঘৰত মানুহ শুই নিঃপালি দিব।

দেৱান : হয় হয় আই যাওক। [ হাঃ হাঃ কৈ হাঁহে ] অই পোন্ধৰ টকা বিক্ৰি হোৱাৰ লগে লগে তই নবৌয়েৰক পইচা দি আহিবিগৈ। মই যেন আৰু মুখ মেলিবলগীয়া নহয়। [ আঁতৰে ] বেটাহঁত—ঘড়ি কিনে, মটৰ চাইকেল কিনে, ট্ৰেইনিং পাছ কৰি গোমাস্তা হয়। [ হঠাতে খুন্দা খোৱাৰ দৰে ) আৰে ! এইখন কি ? [ ওচৰিলৈ আহি ] এই ট্ৰাকখন আকৌ ইয়াত সুমুৱালে। [ চিঞৰি ] চকীদাৰ ! অই গেৰেজৰ চকীদাৰ। অই চকীদাৰ। এইফালে আহ। কোনে ইয়াত ট্ৰাক সুমুৱাইছে ? মই একচবাৰ কৈছোঁ, তহঁতৰ কাৰখানাত ঠাই নাই যদি গাড়ী ৰাস্তাত থবি, মোৰ মাটিডোখৰ বোকা কৰি মবিলেৰে ক'লা কৰি নষ্ট কৰিবি কিয় ? দিয়াচলাই বাকচ ভঙাদি তহঁতৰ ট্ৰাক ভাঙি চেপেটা কৰিম বাপেৰকে, তেতিয়া গম পাবি। বাক ৰবি, কাইলৈ পৰহিলৈ মাটি বেচি দিম, তেতিয়া কাৰ মাটিত ট্ৰাক থৱ থবি। [ আঁতৰে ] তাৰ কাৰখানাত গাড়ী থবলৈ ঠায়েই নাই, ইফালে তাৰ লোভৰ ওপৰতো লাগাম নাই। বদজাতহঁত।

[দেৱানৰ মাত স্তব্ধ হৈ যায়। বাপুদেউৰ মাত লাহে লাহে ভাগৰ হৈ আহে)

বাপু: সৎ কৰ্ম, সৎ চিন্তা অথলে নেযায় আই। যি কৰ্মক ওপৰে ওপৰে বিচাৰ কৰে দহজনে তাক কুকৰ্ম বুলি কয়, [দুৱৰ পৰা দেৱানৰ মাত ওচৰ চাপি আহে। তেওঁ কৈ আহে] এখন জংগল চাফা হয়, আৰু এখন জংঘল নতুনকৈ হয়; সেইখন জংঘল চাফা হয়, তাৰ ঠাইত আৰু' এখন জংঘল—সেই কৰ্মইও কেতিয়াবা এশ জনক শান্তি দিয়ে। বুইছা পাৰ্বতী, শ্ৰীকৃষ্ণই অৰ্জুনক—

মাক: দেউতাৰ আহিছে, অই পাৰ্বতী, তই দেউতাৰক ভিতৰলৈ লৈ যাবি। হাতমুখ ধুবলৈ পানী দিছো বুলি ক'বি। যা পানী-চুনি ঠিক কৰগৈ।

দেৱান: অ' বাপুদেউ। কি কৰিছা?

বাপু: এয়া, নাম প্ৰসঙ্গ শেষ কৰি প্ৰসাদ এমুঠি দি যাওঁ বুলি সোমালোঁ।

দেৱান: কিয়? তুমি ঘৰতে প্ৰসাদ দি যাবলগীয়া হ'ল কিয়? ইঠত নামলৈ যোৱা নাই হবলা।

মাক: নাই আজি যাবলৈ নহ'ল।

দেৱান: বাপুদেউৰ জহতে ঘৰতে বহি বহি আৰামত কল-কুঁহিয়াৰ চোবাবলৈ পাইছা! তোমলোকো সেই একে পাৰ্টিৰ বুইছা? ঘৰতে ভৱিৰ ওপৰত ভৱি তুলি কড়ি মাৰি বহি থাকা, সন্মুখত কোনোবাই ভোগ সজাই দি থাকক, খাই থাকা।

মাক: আপোনাক হাতমুখ ধুবলৈ পানী দিছে, ভিতৰলৈ যাওক।

দেৱান: অই পাৰ্বতী, চাওঁ মোলৈ চকী এখন আনচোন। এ নেলাগে। হ'ব দে ইয়াতে। [বৈ] ওঁ। বাৰু বাপু! মোক এটা ধৰ্ম কথা এক্সপ্লেইন কৰি বুজাই দিয়াচোন। মোৰ দেউতা বৰ ধনী মানুহ আছিল। তেখেতৰ মাটি-বাৰী সম্পত্তি ঢেৰ আছিল। আমি—দেউতাৰ ল'ৰা তিনিটা বদমাছ আছিলোঁ। দেউতাৰপৰা সোপাসোপে টকা পাইছিলোঁ কাৰণে স্কুল-কলেজ—সেই বিলাকৰপৰা আমাৰ বিশেষ একো লবলৈ নহ'ল বুইছা? এসময়ত দেউতা ব্যৱসায়ৰপৰা আহি ঘৰত বহিলহি। আৰু ককাইদেউ দুটাই সোঁ নাহৰণী আৰু কদমতলীত থকা দেউতাৰ সম্পত্তি ভাগে ভাগে লৈ গুচি গ'ল। মই ৰলোঁ ইয়াত। বুঢ়া বয়সত আমাৰ কাৰণে দেউতাই বৰ দুখ পালে বুইছা বাপু, বৰ দুখ পালে। এইখন—এই যে তুমি বহি আছা চকীখন—তাতে বহি তেখেতে দিনটো মনে মনে বাটলৈ চাই থাকে। [সুৰ নলাই] আচ্ছা দেউতাই বাৰু দুখ পালে বুজিলোঁ, কিন্তু তাৰ পিছত তেখেতেতো বহুত টকা খৰছ কৰি—নিজৰ মাটিতে এইটো নামঘৰ সজালে। এইটোতো তেখেতে ধৰ্মৰ কাম কৰিলে! এই নামঘৰতে আজি ইমান বছৰে তোমালোকে কিমান মানুহে কিমান ধৰ্ম কৰিলা! হয় নে নহয়?

বাপু: হয়।

দেৱান: তেনেহ'লে—দেউতাই যদি ধৰ্ম কৰিলে, তেনেহ'লে আজি মোৰ ইমান কষ্ট কিয়? মই কিয় ইমান যন্ত্ৰণা ভুগিছোঁ? কোৱা। এইটো কথা তুমি আজি মোক বুজাই দিব লাগিব।

বাপু: [উদাৰ ভাবে হাঁহি] এই নামঘৰ আপোনাৰ

দেউতাকৰ সৃষ্টি ; আপুনিয়েই কৈছে নামঘৰটো সজাই দি তেখেতে ধৰ্ম কৰিলে ; সেয়া তেখেতৰ কৰ্ম ; তাৰ বাবে তেখেতে শান্তি পালে।

দেৱান : [ খঙেৰে ] আৰু মোক পাবলগীয়া একো নাই ? মই দেউতাৰ সৃষ্টি নহয় ? নহয় নহয় নহয় ; তোমালোকৰ শাস্ত্ৰত কথাবোৰ এতিয়াও ভালকৈ জুকিয়াই লিখা হোৱা নাই। বহুত কাম বাকী আছে। ইন্‌কম্‌প্লিট। নৌ গুড্।

মাক : বাপু তুমি আকৌ সাতমাইল বাট যাবগৈ লাগিব নহয় ?

বাপু : এৰা মই উঠোঁহে।

দেৱান : যোৱাই নেকি ? এৰা। ৰাতি বেছি হ'লে আকৌ তোমাৰ দিগদাৰ হ'ব। বুইছা বাপু, মোৰ ল'ৰাটো থকা হ'লে তোমাক সদায় ৰাতি-ৰাতি মটৰ চাইকেলেৰে থৈ আহিলগৈহেঁতেন। [ দেৱানে হা-হা কৈ হাঁহি থাকে। হাঁহিৰ লগত সঙ্গীত মিহলি হৈ যায়। হাঁহি আঁতৰি যায়, গভীৰ নিশাৰ সঙ্গীত চলি থাকে। সঙ্গীত ক্ৰমে ক্ষীণ হয়। ]

দেৱান : শুনিছা ? শুনানেকি ?

মাক : নাই শোৱা।

দেৱান : নামঘৰ আৰু গেৰেজটোৰ মাজৰ মাটি আধা কঠা বেচি দিয়াটোকে ঠিক কৰিলোঁ। আমাৰ ওলোৱা সোমোৱাৰ কাৰণে দহ হাতমান বহল বাট এটা ৰাখিলে বাকীখিনি আধা কঠাতকৈ অলপ বেছিয়েই হ'ব। মই আজি গ্ৰাহকৰ কাৰণে চাৰিওফালে খবৰটো উলিয়াই দি আহিছোঁ।

মাক : আগ-গুৰি মতবাকৈ কত কৰে কথাটো কিয় ঠিক কৰিলে ?

দেৱান : মই আৰু আগ-গুৰি নভবাকৈ কৰিছোঁ নে ? ভাৱিছোঁ, বহুত ভাৱিছোঁ। [ বৈ ] পাৰ্বতী শুনে চাগৈ নহয় ?

মাক : ওঁ।

দেৱান : দেউতাৰ মাটি বেচিবলৈ মোৰ একেবাৰে মন নেযায় বুইছা। কিন্তু কৰোঁ কি ? তোমালোকে মোক দোষ দিব পাৰা যে মই এই এশ পঁচিশ টকীয়া চাকৰীটো এৰি দি অইন ধৰণে পৰিশ্ৰম কৰি কিয় সবহকৈ টকা-পইচা নাৰ্জিলোঁ। কিন্তু কোৱাচোন, মই জানো চেষ্টা কৰা নাছিলোঁ ? মই অকলশৰীয়া মানুহ কাৰণে, আৰু ল'ৰাটোৰো জীৱনৰ বাট এটা মুকলি হওক বুলি, তাক লগত লৈ কম চেষ্টা কৰিলোঁনে ? তুমি নিজেই দেখিলা, কেনেকৈ সি মোক তিল-তিলকৈ ক্ষয় কৰিলে। মোৰ তেজৰেই দোষ নে কপালৰেই দোষ ক'ব নোৱাৰিলোঁ। [ বৈ ] সিতো ঘৰলৈ নাহো বুলি লিখিছেই। তুমিও এটা কাম কৰিবা। মই মৰিলে তালৈ খবৰ নিদিবা। তোমালোকে চোচোৰাই নি মোক পিচফালে পুতি থৈ দিবা।

মাক : মনে মনে থাককচোন ; বহুত ৰাতি হ'ল, শোৱক।

দেৱান : [ Pause ] কেতিয়াবা ভাবোঁ—এই যে তিনিটা গুমটি সজাই পোন্ধৰ টকাকৈ ভাৰা দিছোঁ—সেই এটাই কেইটা একেলগ কৰি মৱেই দোকান চলাওঁ, জানোচা দুপইচা সবহকৈ আহেই ! কিন্তু এই দেহাৰে সাহ নহয়। এতিয়া আৰু দেহাটোত ইমান দিনে কথা অপব্যয়বোৰৰ চিনহে আছেগৈ। কেনেবাকৈ যদি দোকান চলাব নোৱাৰো, তেনেহ'লে এশ

পঁচিশ টকীয়া চাকৰীটোও যাব, আৰু তামোল বিড়িৰ দোকানত দেৱানৰ বংশও জাহ যাব।

মাক : এতিয়া থাকক আৰু। ৰাতিপুৱা কথা পাতিম।

দেৱান : টোপনি আহিলেহে শুম। শেষ মাটি-ডোখৰ বেচিবলৈ ওলাই মই বৰ দুখ পাইছোঁ বুইছা। কিমান বুলি কৈছিলা, পাৰ্বতীৰ বয়স কিমান হ'লহি বুলিছিলা?

মাক : আঘোনত তেইশ বছৰ হৈ গ'ল।

দেৱান : স্কুল এৰাৰপৰা এই সাত-আঠ বছৰ; কেৱল ঠাই সৰা, কাহী-বাতি ধোৱা, কাহী-বাতি ধোৱা আৰু ঠাই সৰা,—চকুৰ আগতে নিজৰ সন্তানক এনেকৈ শুকাবলৈ দিব পাৰি নে? ছি-ছি-ছি-ছি; বৰ ডাঙৰ পাপ, বৰ ডাঙৰ পাপ। [হুমুনিয়াহ এৰি] ঠিক আছে; যি ভাবিছোঁ সেয়েই ঠিক। শেষ কৰি দিলোঁ। [সঙ্গীত] মাটি ডোখৰ বেচোঁ, সেই টকাৰে, দৰকাৰ হ'লে ল'ৰা এটা কিনি আনি হ'লেও মই তাইৰ ঘৰখন পাতিম। নেভাবোঁ আৰু ইয়াতকৈ বেছি আৰু মই ভাবিব নোৱাৰো।

[ সঙ্গীত : দৃশ্য পৰিবৰ্ত্তন ]

দেৱান : বাৰু পুৰকায়স্থ বাবু, মানে থকা ঘৰৰ ওচৰৰে মাটি কাৰণে সুধিছোঁ, মাটিডোখৰ কিনি আপুনি কি কৰিব?

পুৰকায়স্থ : মই চীনামাটি আৰু এলুমিনিয়ামৰ বাচন বৰ্ত্তনৰ দোকান এটা খুলিম। মই একলা মানুহ, পিচকালে থকাৰ বন্দোবস্তও কৰিম। দেখক দেৱানবাবু, মই বৰ ডাঙৰ কাৰবাৰী নহওঁ; বৰ বেছি টকাও মোৰ নাই, সেইকাৰণে কৈছো মই ছয় হাজাৰৰ ওপৰত যাব নোৱাৰিম, আপুনি ভাবি চাওক। মই কেতিয়া খবৰ কৰিম।

[ দ্রুত সঙ্গীত : দৃশ্য পৰিবৰ্ত্তন ]

তেৱাৰী : দেৱান বাবু, এই মাটিৰ দাম আপুনি আঠ হেজাৰ নেপাব। মাটিৰ দাম বহুত বেছি হৈছে, সেইটো মই জানো, কিন্তু আঠ হেজাৰ বহুত বেছি। আপুনি চাৰে ছয় হাজাৰ টকা লওক, এই লেন-দেন শেষ হৈ যাওক, অহা-সপ্তাহতে মই ঘৰ বনোৱা চুক কৰি দিম। সেই যে নদীৰ পাৰত আছে বিড়ি ফেক্টৰী তেৱাৰী এণ্ড কোম্পানী—আপুনি দেখিছে,— সেই ফেক্টৰী মই ইয়াত আনিম, লগতে তাৰ গুদামটোও থাকিব।

[ দ্রুত সঙ্গীত : দৃশ্য পৰিবৰ্ত্তন ]

দেৱান : খেমকা চাহাব, চহৰখনৰ আধাখিনি মানেই তো আপোনাৰ মাটি। আপোনাকনো আৰু মাটি কেলেই?

খেমকা : আপুনি বেছি কৈছে দেৱান বাবু। মাটি কিনিছোঁ যিমান বিক্রীও কৰিছোঁ সিমান। ব্যৱসায়ৰ কথা—মুস্কিলত পৰিলেই বিক্রী কৰি দিওঁ। আপোনাৰ মাটি কিনিব পাৰিলে কিন্তু মই বিক্রী নকৰোঁ; আমাৰ মটৰ পাৰ্টচৰ দোকানখনৰ এটা ব্ৰাঞ্চ ইয়াত খোলাৰ মতলব আছে। আপুনি ভাবি চাওক, সাত হেজাৰ হলে মোৰ বাহিৰে অইন কাকো নিদিব। অহা সপ্তাহত মই খবৰ কৰিম।

[ দ্রুত সঙ্গীত : দৃশ্য পৰিবৰ্ত্তন ]

দেৱান : [ চিঞৰি খবৰ দিয়াৰ ধৰণে ] অই পাৰ্বতী, পাৰ্বতী।

মাক : কিয় ? তাই পিছফালে আছে।

দেৱান : খন্তিখন দিয়াচোন। লেমটোও দিয়া। এই জলকীয়া পুলিৰ গুটিবোৰ আজি একদম পৰিষ্কাৰ কৰি পেলাম।

মাক : থওক এই বাত্তিখন। মানুহ এজন বহি আছে, আপোনাক লগ পাবলৈ।

দেৱান : কোন ?

মাক : সেই আদিত্যহঁতৰ ঘৰৰ ওচৰত থাকে। কিবা চৌধুৰী বুলি ক'লে।

দেৱান : অ' বুজিছোঁ, এইবাৰহে খাটি মানুহ আহিল।

মাক : কিনো তেওঁ।

দেৱান : [চেপা মাতেৰে] এক নম্বৰ মাটিৰ দালাল, [অলপ পিছত] অ' চৌধুৰী ? কোনফালে আহিলা ?

চৌধুৰী : আহিলোঁ তোমাৰ ওচৰলৈকে। জানিছাই নহয় কিয় আহিছোঁ। মোৰ কথা লেমলেমীয়া কৰাৰ অভ্যাস নাই, তুমি জানাই। তোমাৰ মাটি ডোখৰ বেচা কথাটো মই গম পাইছোঁ, আৰু ইতিমধ্যে কোন কোন তোমাৰ ওচৰলৈ আহিছে, কোনে কিমান দাম দিছে সেইবোৰ খবৰো পাইছোঁ। পিছে এটা কথা দেৱান। গ্ৰাহক তুমি বহুত পাবা। সেইবিলাকৰ তুলনাত মই অৱশ্যে বেছি দাম দিব নোৱাৰিব পাৰোঁ। সেইবোৰ হৈছে ডকা-হকা দি, জাল-জুৱাচুৰী কৰি পইচা আৰ্জন কৰা মানুহ। সিহঁতৰ পইচাৰ কি আকাল ?

দেৱান : মোৰ পিছে পইচাৰ বৰ আকাল। নহ'লে মই মাটি নেবেচিলোঁহেঁতেন ; পাৰিলে কিনিলোঁহেঁতেন।

চৌধুৰী : সেই বুলি আৰু তুমি বাচ-বিচাৰ নকৰাকৈ যাকে-তাকে মাটি বেচিবানে ? কেইটামান টকা বেছি পালা বুলিয়েই সেই-বিলাক আওভাও নোপোৱা, আসৈ নোপোৱা, বিদেশী মানুহক ঘৰ চপাই লবানে ? মোৰ হিচাপত দুটকা কম পালেও নিজৰ জাতি, বন্ধু, দেশী ভাইৰ লগত লেন-দেন কৰা ভাল বুইছা ?

দেৱান : [গজি উঠি] কিহৰ জাতি-বন্ধু হে ? কিহৰ জাতি বন্ধু ? মোৰ কেৱল এখন তৰকাৰীৰে ভাত খাবলৈ মাহটোত বিশ-পঁচিশ টকা কম পৰে,—কোনটো জাতি-বন্ধু, দেশী ভাই, আও-ভাও পোৱা, আসৈ পোৱা মানুহে মোক মাহৰ শেষত বিশটা টকা দিয়ে ? মোৰ সেইজনী গাভৰু ছোৱালীয়ে মাহৰ শেষত পাঁচবাতি-ছ'বাতি মিঠা আলু সিজোৱা খাই পৰি থাকে ; কোনোবা জাতি-বন্ধুৱে মোক এটামান ফুটা কড়ি দিছে নে ? সোধাচোন তাইক মাতি আনি। পাৰ্বতী, অই পাৰ্বতী।

চৌধুৰী : এস্ ৰবাচোন, তুমি খং খাইছা কিয় ?

দেৱান : এ-স্, মইহে এতিয়া আওভাও নোপোৱা বিদেশী কেইটাক মই মোৰ নিজৰ টকা পইচাৰ লোকচান ভৰি আগচি ধৰিব লাগে। বুইছা, মই যদি সিহঁতক মাটি নেবেচোঁ, সিহঁতে মাটি ক'ৰবাত নহয় ক'ৰবাত কিনিবই। মই সিহঁতক বাস্তাৰ কিনাৰৰ মাটি বেচিবলৈ ওলাইছোঁ, কিন্তু চাবা, কোনোবাই সিহঁতক পাগাৰৰ চেপৰ মাটি বেচিব। আৰু সিহঁতক যদি আগ-চিবই লাগে, তেনেহ'লে দেশখনত সোমাবলৈ নেপাওঁতেই, একেবাৰে সেই ত'তে নাগচা কিয় ? সেইবোৰ কাপ্টমাৰ্কা উন্টা-পাল্টা কথা

মোক নক'বা বুইছা ? আই ডণ্ট্‌ লাইক ইট্‌।

( দৃশ্যপৰিবৰ্তন। সঙ্গীত, নামঘৰত আইসকলৰ নাম। নামৰ শেষৰ ভাগ অকণমান সময় শুনা যায়। তিৰোতা মানুহৰ কোলাহল।)

প্ৰথম আই : হেৰা, সোৱা দেৱান আহিছে। বলাচোন তেওঁক এটাইখনে ধৰি কথাটো সোধো। আহাচোন আহা।

[ ডাঙৰকৈ মাতি মাতি আঁতৰি যায় ] হেৰা দেৱান বাপু, শুনাচোন।

দেৱান : [অলপ পিছত] কি হ'ল আইসকলে দেখোঁন বেৰি ধৰিলে ?

দ্বিতীয় আই : ধৰিমতো ; তুমি জানো কেনে কামটো কৰিবলৈ ওলাইছা ! চোৱা বোপা, তোমাৰ দেউতাৰাৰ জহতে এই অঞ্চলৰ গোপিনীসকলে আজি ইমান দিনে একেলগ হৈ দুআষাৰ ধৰ্ম কথা শুনিবলৈ, দুটা শাস্ত্ৰৰ কথা আলোচনা কৰিবলৈ পাইছে। আমি নিতৌ তেখেতৰ নাম এবাৰ নহয় এবাৰ উলিয়াওঁয়েই। নামঘৰটোৰ ওচৰে পাজৰে মুকলি ঠাই বুলিবলৈ সেইকণহে আছেগৈ। বাপুদেউৰ কাৰণে জুপুৰি এটাৰ ব্যৱস্থা হওঁক নহওঁক, মুৰটো তুলি চকুহাল পোনাবলৈকে সেইকণ ঠাই লাগে।

প্ৰথম আই : অকণমান হেৰা বতাহ আহিবলৈও সেইটোৱেই যি ৰাস্তা। ন'হলেতো দেখিছাই চাৰিওফালৰপৰা নামঘৰটো দোকান বজাৰে একেবাৰে চেপা মাৰি আনিছে। সেইকণ ঠায়ো তুমি বেচিবলৈ ওলাইছা বুলি শুনি আমাৰ গোপিনীসকলে বৰ দুখ পাইছে।

দেৱান : [শান্ত] মই কথাবোৰ বুজো আই। মোৰ আচলতে এনেকুৱা লাগে যে দেউতাই যি পাৰে কৰি গ'ল, মই এতিয়া নামঘৰটোৰ লগতে মণিকূট এটা সজাই দিওঁ, চাৰিওফাল মুকলি কৰি কদমপুলি এশাৰী ৰোৱাই দিওঁ, আৰু দোকান কেইখনৰ ঠাইত বাটচ'ৰা এটা সজাই দিওঁ।

দ্বিতীয় আই : আই ঐ দেহি, নহয়নো কি ? ধাৰ্মিক মানুহৰ মন।

দেৱান : কিন্তু আইসকল, মই কদমপুলি ৰোৱাম কি, পিছফালৰ লেচু গছ জোপাৰ ডাল কাটি খৰি ফালি নল'লে চাউল কেইটা সিজাবলৈ খৰি এপোলা যোগাৰ কৰিব নোৱাৰো। মোৰ আপোনালোকৰ আগত লুকুৱাবলৈ একো নাই। সদায় আবেলি আপোনালোকে মোৰ ছোৱালীজনী দেখিছে, আপোনালোকৰ চকুৰ আগতে তাই ডাঙৰ হৈছে। মাকে হিচাপ দিছে তাইৰ বয়স এতিয়া তেইশ বছৰ হ'ল। মই যদি যিকোনো উপায়ে তাইৰ এটা গতি নলগাওঁ, তেনেহ'লে মোক পাপে চুচুব জানো ? এইবোৰকে ভাবি চিন্তি মই ঠিক কৰিছোঁ— মাটিডোখৰ বেচোঁ, বেচি যি পাওঁ তাৰে মই ছোৱালীজনীক উলিয়াই দিওঁ। যি দুপইচা বাকী থাকে, তাকো তাইৰ লগতে দিম, আমাৰ নিচিনাকৈ চকুৰ পানী, নাকৰ পানী মচি মচি যাতে তাই ভাত খাবলগীয়া নহয়। পিছলৈ কি হ'ব সেইটো তাইৰ কপালে জানে। বিশ্বাস কৰক আইসকল, মই মাছ ভাত খাবলৈ মাটিডোখৰ বেচিব খোজা নাই।

দ্বিতীয় আই : হওঁতে কথাটো হয়। আমাৰ গোপিনীসকলে আকৌ ভাবি আছিল, তোমাক সুধি মেলি সেইডোখৰ ঠাইতে আমি বাপুদেউৰ

কাৰণে সকলৈ খেৰ বাহঁবে ঘৰ এটা সজাম, বাকীডোখৰ ঠাই থাকিব মুকলি হৈ।

প্ৰথম আই : পিছে এটা কথা বোপা, ছোৱালী কণ পৃথিবীলৈ আহিল যেতিয়া, মহাপ্ৰভুৱে তাইৰ কপালত নিশ্চয় কিবা লিখি থৈছে, আৰু তুমি আমি যিমানে চেষ্টা নকৰোঁ, সেই লিখন মতেহে কাম হ'ব। মাটি বেচা পইচাৰে তুমি তাইৰ কপালৰ লিখন খণ্ডাব নোৱাৰা। সেই কাৰণে কৈছোঁ মাটি ডোখৰ তুমি নেবেচিবা। গোপিনীসকলৰ সুবিধাৰ কাৰণে তাত বাপু-দেউৰ ঘৰটোকে সাজিবলৈ দিয়া। দেউতাৰাৰ লগতে তোমাৰো নাম হ'ব।

দ্বিতীয় আই : আৰু গোপিনীৰ আশীৰ্বাদনো অথলে যাবনে? আমি তোমাৰ ছোৱালীৰ নামত সদায় একো জোলোকা আশীৰ্বাদ দিম।

[সঙ্গীত। দৃশ্য পৰিবৰ্তন]

দেৱান : [নিমাত] হোঃ আশীৰ্বাদ দিব। তেওঁ-লোকৰ আশীৰ্বাদলৈহে মোৰ ছোৱালীৰ কপালখনে বাট চাই আছে। কাৰ ঘৰত কি হ'ল, কাৰ ঘৰৰ বোৱাৰীয়ে বাহি গাই পগঘৰত সোমাল, কাৰ ঘৰৰ ছোৱালীয়ে কাৰ ঘৰৰ ল'ৰাৰ লগত ফুচ্‌ফুচীয়া মেল পাতিলে, কাৰ ঘৰত কোনে এমুঠি ডাইলতে এচৰু পানী দি খালে, সেইসোপা চৰ্চা কৰিবলৈ ল'গ নাই কাৰণে নামঘৰলৈ আহিব। সেই সোপা মেল মাৰি থাকোঁতেই বন্তিৰ তেল পুৰি শেষ হৈ শলিতা এঙাৰ হ'ব, আৰু তেওঁলোকে আশীৰ্বাদ দি মোৰ ছোৱালীক উদ্ধাৰ কৰিব।

মাক : হ'ব আৰু মনে মনে থাকক।

দেৱান : [আৰু বেচিকৈ চিঞৰি] নিজৰ নিজৰ ঘৰত, চৰকাৰী ৰাস্তাত যেয়ে যি কৰে কৰি থাকক, কিন্তু এই নামঘৰৰ মজিয়াখন এনেকৈ লেতেৰা কৰি মোৰ ঘৰৰ চৌহদটোকে তেওঁলোকে পাপত লেটিয়ালে বুইছা? মোৰ চৌহদৰ ভিতৰৰ এইবোৰ পাপৰ কাৰণেই আজি মোৰ উন্নতি নহ'ল। আৰু দেউতাৰ আশীৰ্বাদ নথকা হ'লেতো ইমান দিনে মোৰ ভেটিয়েই উচন হ'লহেঁতেন। মোৰ সৰ্বনাশ হ'লহেঁতেন।

মাক : এই মনে মনে থাককচোন। কোনোবাই শুনিব লাগিলে সৰ্বনাশ হ'ব।

দেৱান : কি দাল সৰ্বনাশ হবহে? তেওঁলোকে মোক সৰ্বনাশ হ'ব নোৱাৰাকৈ ঢোকা দি ৰাখিছেনেকি? অ'ই পাৰ্বতী, এইফালে আহ, তয়ো সেইবোৰ মেলত যোগ দিয়নেকি?

মাক : নাই, তাই সেইবোৰত নাই, তাইৰ আৰু সেই বাপুদেউৰ কথা কেইষাৰ শুনাতোহে কাম।

দেৱান : ওঁ। খবৰদাৰ। যাবি, যেতিয়ালৈকে ভাল কথা ওলাই থাকে তেতিয়ালৈকে থাকিবি, আৰু সেইবোৰ কথা ওলালেই ঘৰলৈ গুচি আহিবি। আৰু শুনিছা, তুমিও। শুনিছানে নাই?

মাক : শুনিছোঁ।

দেৱান : ওঁ। আধাগুটিয়া মাহ চাউল আৰু তিনি-ডোখৰ কৰা কলটুকুৰা খাবলৈ পৰচৰ্চা কৰি বহি থাকিব নালাগে। শুনিছ?

[সঙ্গীত। দৃশ্য পৰিবৰ্তন]

ঠিকাদাৰ : আপুনি নিজেই মন কৰিছে দেৱান, আৰু ময়ো বহুত দিন ঠিকাদাৰী কৰিছোঁ কাৰণেহে কৈছোঁ। চাৰিওফালে ব্যৱসায়,

ব্যৱসায়, ব্যৱসায়, কেৱল টকা টকা টকা। মানুহে শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ ঠাই এডোখৰ নোপোৱা হ'ল। তথাপি চেপাত সোমাই হ'লেও এইকণ ঠাই আছেগৈ। আমাৰ সকলোৰে ঘৰৰ আই, মাহী, পেহী, খুড়ীহঁতে নামঘৰ বুলি তেওঁ কথামাৰ উচ্চাৰণ কৰিব পাৰিছে। নহয় জানো উকীল?

উকীল : হয়। আমিও যিমান পাৰো আৰঁত থাকিয়েই সহায় কৰিছোঁ। এই ধৰক বন্তিৰ তেলকণ, মাহ প্ৰসাদৰ খৰচটো, বাপুৰ দক্ষিণাৰ পইচাকেইটা। পিচে আজি কিছুদিনৰপৰা এওঁলোকে কোৱাকুই কৰি আছে যে ইতিমধ্যে মানুহো সৰহ হ'ল, নামঘৰটোৰ নাম প্ৰসঙ্গ ইত্যাদিয়ে এটা গঢ় লৈছে, মানে কথাবোৰ চিজিললৈ আহিছে। কেৱল এই বাপুৰ ভাল ব্যৱস্থা এটা কৰি দিব নোৱাৰাৰ কাৰণে অসুবিধা হৈছে।

ঠিকাদাৰ : হয় দিয়ক, তেওঁ থাকে সাত মাইল দুৰত। স্কুল কৰে ইয়াত। স্কুলৰ পাছত চাইকেল মাৰি ঘৰলৈ গৈ, গা পা ধুই, আকৌ সাত মাইল চাইকেল মাৰি এইখিনি পায়হি মানে, কাৰোবাৰ কাৰোবাৰ ঘৰলৈ উভতিবৰে হয়। আৰু হ'বও দিয়কচোন, ঘৰৰ লেঠানো কাৰ নাই। কেইবা গৰাকী বুঢ়ীয়ে আকৌ বাত্তিৰ সাজহে খায়, তাকো নিজে ৰান্ধি খায়। এইবোৰ কথা শুনি আমিও ওচৰ চাপি আহিছিলোঁ। আৰু চান্দাও তুলিলোঁ ঘুশমান টকা। ভাবিছিলোঁ আৰু ঘুশমান টকা তুলি একেবাৰে আপোনাৰ ওচৰলৈ আহিম, মাটি ডোখৰৰ পাৰ্মিছন ল'ম, তাৰ পিছত বাপুৰ কাৰণে সৰুকৈ ঘৰ এটা সজাম। আমি সিফালে কৰিছোঁ সেইবোৰ আয়োজন, ইফালে বোলে আপুনি মাটিডোখৰ বেচিবলৈ ওলাইছে। তাকে শুনি আমি লৰি আহিছোঁ।

উকীল : আৰু মাটিডোখৰ বেচাটো কিমান অসুবিধাৰ কথা সেইটো ভাবি চাওঁকচোন। বিজিনেছমেনবিলাক সাংঘাতিক টেঙৰ, সিহঁতে মাটি কিনিব আধা কঠা, পিছত দেখিবা বেৰখন উঠাব নামঘৰৰ গাতে। আপোনাৰ ওলোৱা সোমোৱা কৰা বাটটোৰ মাটিকণ এৰি দিওঁতেও দেখিব এশটামান আপত্তি। আৰু সিহঁতে কিহৰবা বিজিনেছ কৰে তাৰ কি ঠিক। এই ধৰি লওক, সিহঁতে চামৰাৰ বিজিনেছ আৰম্ভ কৰিলে, আপুনিয়েই বাৰু ভাল পাবনে। তাতকৈ আপোনাৰ দেউতাকৰ, আপোনালোক সকলোৰে নামটো থাকক দিয়কচোন। সেইফালে একামৰীয়াকৈ বাপুৰ ঘৰটো সজালোঁ, আপোনালোকৰো একো অসুবিধা নহ'ল, ইফালে ৰাইজৰো বহুত সুবিধা হ'ল।

ঠিকাদাৰ : আৰু প্ৰায়বোৰ নামঘৰৰ লগতে বাপু-দেউ থকাৰ বন্দোৱস্ত এটা থাকেই। আপোনাৰ দেউতাকে, আৰু অলপদিন থকা হ'লে, কিজানি সেইটো কামো সম্পূৰ্ণ কৰি থৈ গ'লহেঁতেন। আৰু এইখিনিত বাপুদেউ থাকিলে আপোনা-লোকৰ অসুবিধা হ'ব জানো? তেওঁকতো আপোনালোকে দেখিয়েই আছে। অকল-শৰীয়া মানুহ, বাহিৰে যেনে সুন্দৰ, ভিতৰিও তেনে সুন্দৰ মানুহ। বৰ ভাল মানুহ।

দেৱান : নহয় নহয়, বাপুদেউ থকাৰ কাৰণে আমাৰ

একো অসুবিধা নহয়। [কৈ] মোক দুদিন-মান সময় দিয়ক, মই ভাবি চাওঁ।

উকীল : চাওক, চাওক।

ঠিকাদাৰ : [লগে লগে] দুদিনমান কিয়, আৰু সময় লওক। মূঠৰ ওপৰত বাইজক মাটিডোখৰ লাগে। আমি যাওঁ তেনেহলে।

উকীল : এৰা। কথাটো শেষেই হ'ল।

ঠিকাদাৰ : আহোঁ, তেনেহলে। কেইদিনমানৰ পিছত খবৰ এটা কৰিম।

দেৱান : ভাল।

উকীল : আহোঁ।

দেৱান : ভাল। [অলপ বৈ] পাৰ্বতী, ঐ পাৰ্বতী।

মাক : কিয়!

দেৱান : বাপুদেউক কবাচোন, আজি গধুলি আমাৰ ঘৰলৈ আহিবলৈ। মোৰ অলপ কথা আছে।

[সঙ্গীত ক্ৰমে ক্ষীণ হৈ আহে। সঙ্গীতৰ লগত দেৱানৰ উচ্চ হাঁহি মিহলি হয়। দেৱানে বলিয়াৰ নিচিনাকৈ হাঁহি থাকে। দৃশ্য পৰিবৰ্তন।]

দেৱান : [হাঁহিটো যেন বন্ধ কৰিব পৰা নাই] হেৰা বাপু, তুমিয়েই কোৱাচোন শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ কেনেকুৱা ঠাই লাগেহে। এই ডাঙৰীয়াসকলে দেখোন মোক ক'লে—শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ বোলে এডোখৰ ঠায়েই নোহোৱা হ'ল। [প্ৰাণখুলি হাঁহে] মই আকৌ ওলোটাটোহে ভাবি আছিলোঁ বুইছা। এই সকলো কাম তুমি দেখুৱাই কৰিব পাৰা, সকলো কামৰ কাৰণে তোমাক লগ লাগে, এডোখৰ ঠাই লাগে, কিন্তু ঈশ্বৰ চিন্তা তুমি সেইবোৰ নোহোৱাকৈও কৰিব পাৰা। [স্বৰ নমাই] তুমি মাছ-মাংস ভাত খাবা মই নেদেখাকৈ, তুমি উপাৰ্জন কৰিবা মোক লগ নধৰাকৈ, তুমি বেঙ্কত টকা জমা থ'বা অকলে, আৰু ঈশ্বৰক চিন্তা কৰিবলৈ তোমাক পঞ্চাচজন মানুহ লগত লাগে, হেৰা বতাহ আহি থকা পথৰে এখন লাগে। [হাঁহে। হাঁহিটো শক হৈ যায়—আৰু হঠাতে ম্ৰিয়মান হৈ পৰে। শান্ত] বুইছা বাপু, মই সকলোকে পৰিষ্কাৰকৈ বুজাই দিছোঁ, মোক মাছ ভাত খাবলৈ টকা নেলাগে, মই মাটিডোখৰ বেচি-বলৈ ওলাইছোঁ, মোৰ ছোৱালীজনী বিয়া দিবৰ কাৰণে। কিন্তু তেখেতসকলে ভুলতো এবাৰ মোৰ ছোৱালীজনীৰ কথা সুধিয়ালে। তেখেত-সকলে মোক এটা উপায় নিদিলে। [অলপ ৰয়—হঠাতে অসংযত হৈ পৰে] সেইকাৰণে মই তোমাক মাতিছোঁ। তুমি ধৰ্মত থকা মানুহ। ইউ আৰ গুড মেন। মই তোমাৰ লগত কথা পাতিম। তেখেতসকলৰ লগত মোৰ কোনো কথা নাই। ড'ন্ট টক্। তেখেতসকলৰ টকা আছে, মোৰ টকা নাই। আই এম পুঅ'ৰ মেন। কিন্তু তেখেতসকলৰ আধা কঠা মাটি নাই। মোৰ আধা কঠা মাটি আছে। তেখেত-সকলক মাটি লাগে, মোক টকা লাগে। তেখেতসকলে মাটি কিনক, মই মাটি বেচিম। আৰু কোনো কথা নাই। ড'ন্ট টক্। বুজিছা তুমি, কি কৈছোঁ? আণ্ডাৰষ্টেণ্ড? [বৈ] কিন্তু এটা কথা। মোৰ দেউতাই ধৰ্ম কৰিছিল, মই কৰাৰ ভিতৰত এডিয়ালৈকে কেৱল অধৰ্ম নকৰাকৈ আছোঁ। [হঠাতে] ঐ পাৰ্বতী, মাৰ ক'ত।

মাক : আছোঁ ইয়াতে কিয়!

দেৱান : তুমিয়েই কোৱা, ইউ স্পীক মি, মই অধৰ্ম কৰিচোঁ ? পাৰ্বতীক মাতা, তাইকো সোধো মই কেতিয়াবা অধৰ্ম কৰিছোঁ নেকি !

মাক : মনে মনে থাককচোন।

দেৱান : ইউ ষ্টপ। হোৱাই আই ষ্টপ। বুইছা বাপু, মই অধৰ্ম কৰা নাই, কিন্তু এইবাৰ মই ধৰ্ম কৰিম। খেম্‌কাই মোক মাটিডোখৰৰ কাৰণে সাতহেজাৰ টকা দিব, সেইয়া আটাই-তকৈ বেছি, পুৰকায়স্থই দিব ছহেজাৰ, সেয়া আটাইতকৈ কম, কিন্তু এই ডাঙৰীয়াসকলে যদি মাটিডোখৰ কিনে, তেনেহ'লে মই—মোৰ দেউতাৰ নামত চাৰে পাঁচ হেজাৰ টকাত মাটিডোখৰ দি দিম। এইটো মোৰ শেষ কথা। মই সিমানখিনিলৈকে কৰিব পাৰোঁ। কিন্তু মোৰ ছোৱালীজনীৰ হাড়ত মঙহ শুকুৱাই, বিনা পইচাৰ হেৰা বতাহ খাই, শান্তিৰে ঈশ্বৰ চিন্তা কৰাৰ নিচিনা পাপ মই মোৰ চৌহদত কাকো কৰিবলৈ নিদিওঁ। এইবোৰ কথা তুমি তেখেতসকলক কৈ দিবা। আৰু শুনা। এটা কথা ক'বা, মোৰ লগত কথা পাতিলে তেখেতসকলে কোনেও যেন মোৰ দেউতাৰ নাম উল্লেখ নকৰে। কাৰণ তেখেতসকলৰ সকলোতকৈ মোৰ দেউতাক মই বেছি ভাল পাওঁ। হি ইজ মাই ফাদাৰ

[ সঙ্গীত। দৃশ্য পৰিবৰ্তন। তিৰোতা মানুহৰ গুণগুণনি। সভা ]

প্ৰথম আই : [ বক্তৃতা ] আইসকল, এতিয়া কথা হ'ল আমি আজি যিটো নামঘৰ কমিটি পাতিলোঁ, এই কমিটিৰ সৈতে লগলাগি আমাৰ সকলো গোপিনীয়ে যেনেকেনে পৰিশ্ৰম কৰি আমাৰ উদ্দেশ্য সফল কৰিবলৈ কাম কৰিব লাগিব। আজি মহাপ্ৰভুৰ চৰণত এটি প্ৰণাম জনাবলৈও আমাৰ সন্মুখত বাধাৰ সৃষ্টি হৈছে। এই অধৰ্মৰ বাধা আমি আঁতৰাবই লাগিব। আজি যি চাৰে পাঁচ হেজাৰ টকাৰ কথা ওলাইছে, এইটোৰ ওপৰত আমাৰ মান সন্মান নিৰ্ভৰ কৰিছে। এইটো আমাৰ ভগবানৰ প্ৰতি থকা ভক্তিৰ পৰীক্ষাৰ নিচিনা হৈছে। কিন্তু ঈশ্বৰত মতি ৰাখি আমি সকলো গোপিনীয়ে যদি কামত হাত দিওঁ, আমাৰ মুনিহসকলৰো যদি সহায় পাওঁ, তেনেহলে চাৰে পাঁচ হেজাৰ টকা কিয় লাখটকায়ো আমাক বাধা দিব নোৱাৰে। সেইকাৰণে আইসকল আজিৰপৰাই আমি কামত ধৰিব লাগিব ইতিমধ্যে আমি কামত অলপ আগ-বাঢ়িছোৱেই। শ্ৰীৰুদ্ৰ তালুকদাৰ ডাঙৰীয়াই আমাক এইয়া একুৰি বৰঙণী তোলা বহী ছপাই আনি দিছে। মই কালি নিশা দুপৰ-লৈকে বহি বহি সকলো পাততে সম্পাদিকাৰ চহীটো কৰি থৈছোঁ। এতিয়া কেৱল পইচা লৈ আদায়কাৰীৰ চহীটো দি ৰছিদ দি গ'লেই হ'ল। আমাৰ মাজত কামবোৰ ভাগ কৰি দি এখন লিষ্টি তৈয়াৰ কৰা হৈছে। মাষ্টৰণী আয়ে সেইখিনি কথা এতিয়া আপোনালোকক বুজাই দিব।

[ গুণ গুণনি ডাঙৰ হয় ]

দ্বিতীয় আই : আমি গোটেই চহৰখন দহোটা ভাগ কৰি লৈছোঁ, আৰু প্ৰতি ভাগতে তিনি গৰাকীকৈ গোপিনীক পইচা তোলাৰ ভাৰ দিয়া হৈছে। ভাৰ বাহিৰেও চন্দ্ৰ উকীল, বিপিন

ঠিকাদাৰ, কদ্ৰ তালুকদাৰ, মাধৱীৰ দেউতাক, এই সকলৰ অকিছ কছাৰীত পইচা তুলিবলৈ একোখন বহী দিয়া হ'ব। মই গোপিনী-সকলৰ ভাগ কেইটা পঢ়ি দিছোঁ। প্ৰথম ভাগ —নৈৰ পাৰ, তালৈ যাব বন্তা আই, চন্দ্ৰিকা দাস আৰু বনলতা চৌধুৰী। দ্বিতীয় ভাগ— শিৱ মন্দিৰ—তালৈ যাব সবলা, কল্মিণী আৰু গুণমতী আই [কণ্ঠস্বৰ আঁতৰি যায়]। তৃতীয় ভাগ —বৰগোলাবপৰা ছোৱালী হাই স্কুললৈকে এই গোটেই অঞ্চল, তালৈ যাব গিৰিবালা দেৱী, ৰাধিকা।

[ কণ্ঠস্বৰ ক্ষীণ হৈ যায়। সঙ্গীত : দৃশ্য পৰিবৰ্তন ]

দেৱান : হেৰা, ক'ত আছা ? পাৰ্বতী মাৰ ক'ত আছে ? অ'। হেৰা, মাজতে কেইদিনমান নাম-ঘৰত নাম প্ৰসঙ্গ বন্ধ হৈছিল—মানে আই-সকলে চান্দা তুলি ফুৰিছিল নহয়, এতিয়া সেইয়া আকৌ নাম আৰম্ভ হৈছে। নামঘৰ কমিটিৰ টকা কিমান উঠিল জানা। মই আজি সকলো খবৰ পালোঁ। বৰগুণি তোলা কামটোত বোলে অলপ অসুবিধা হৈছে। [হাঁহিৰ ৰগৰ তুলি] পাচঁখিলা পাতত দহ টকা তুলি বহীখন ওভোটাই দি ৰাধিকা মাজু জীয়েকৰ তালৈ গ'ল, মাজুজীয়েকৰ অহা মাহত প্ৰসৱৰ সময়। চন্দ্ৰ উকীলৰ ঘৈণীয়েক, সেই উজনীৰ এদল মানুহৰ লগত কেইবাখনো প্ৰদেশ দৰ্শন কৰিবলৈ গ'ল। বন্তা বুঢ়ীৰ গাটো ভালেবে নোযোৱা হ'ল। মাধৱীৰ বুঢ়ীমাকে বহীখন হেকৰালে। ঠিকাদাৰৰ ঘৈণীয়েকক ফুল মাষ্টাৰণীয়ে কিবা বেয়াকৈ ক'লে, সেই কাৰণে তেওঁ এইবোৰ কামলৈ নোযোৱাটোকে ঠিক কৰিলে। [হাঁহে] মতা মানুহক দিয়া চান্দাতোলা বহীবোৰ অফিছৰ ড্ৰয়াৰত, হাতত ওলোমাই নিয়া চামৰাৰ বেগতে সোমাই আছে। হৰণ ভগন একো হোৱা নাই। [হাঁহি হাঁহি যেন ভাগৰি পৰে] আৰু পইচা কিমান উঠিল জানা। এশ আঠচল্লিশ টকা [হাঃ হাঃ কৈ হাঁহে]

মাক : আজিনো আকৌ সেইসোপা থাই আহিল কিয়। ডাঙৰ কথা এটা কবলগীয়া আছিল।

দেৱান : কোৱা কোৱা, কি কথা ক'বা কোৱা।

মাক : এ—সৃ—এনেকুৱা মানুহক যেতিয়াই তেতিয়াই সেই যেই কথা ক'ব পাৰিনেকি। পিছত ক'ম, থাকক।

দেৱান : আঃ কোৱাচোন কি ক'ব খুজিছিলা। কথা এটা আছে বুলি কৈ কথাটো নক'লে মোৰ বৰ বেয়া লাগে বুইছা। বৈ [ নোকোৱা কিয়। বৈ ] দেখিছা বাৰু।

মাক : বহকচোন। [ বৈ ] বাপুৱে পাৰ্বতীক বিয়া কৰাব খুজিছে।

দেৱান : কোনে ?

মাক : আমাৰ বাপুদেৱে। [ নিস্তব্ধ ]

দেৱান : [ অভিভূত ] সঁচা ! সঁচা !

[ সঙ্গীত—দূৰৰ মিলাৰ সঙ্গীত—দূৰত তিনি বজাৰ শব্দ ]

দেৱান : [ বিচনাত ] হেৰা। শুনিছা।

মাক : ওঁ।

দেৱান : বাপুটো বৰ ধাৰ্মিক মানুহ, নহয় নে ?

মাক : হয়। শোৱক এতিয়া।

[ সঙ্গীত—দূৰত চাৰি বজাৰ শব্দ ]

দেৱান : হেৰা শুনিছা ?

মাক : ওঁ।

দেৱান : আমাৰ ইমান ডাঙৰ ঘৰটো আছে, বাপুটো

ইয়াতে থাকিব পাৰিব যেতিয়া মাটিডোখৰ নেবেচো আৰু, কি কোৱা। ঠাইডোখৰ মুকলি হৈ থাকিলে ডাঙৰীয়াসকলে, আইসকলেও ভাল পাব বুলিছিল, বাপুটোৰো থকাৰ বন্দোৱস্ত হ'ল, ছোৱালীজনীৰ আমাৰ সকলোৰে দুখ গুচিল, বৰ ভাল কথা হ'ল।

মাক : লোৱাক এতিয়া।

[ সঙ্গীত : দৃশ্য পৰিবৰ্তন। আলিবাটৰ কোলাহল ]

পবন : তামোল এখন খাবানেকি ককাইটি।

দেৱান : নেখাওঁ দে।

পবন : এই কেইদিন তোমাৰ হ'ল কি ককাইটি। তামোলো নোখোৱা। ঔষধ পালিও কেইবা-দিনো খোৱা দেখা নাই। গধুলি গধুলি এই-খিনিতে ধৃৰা পকা কৰি থাকা, কথাটো কি।

দেৱান : আছে কথা এটা। মই এই আইসকলক ভাল খবৰ এটা দিবলৈ বাট চাই আছোঁ। ঘৰে ঘৰে গৈ আৰু কি কম, নামলৈ বুলি টকা পাচোটাবে সেৱা এটা জনাই ইযাতে কথাটো কম বুলি এইকেইদিন খাপ দি আছোঁ, পিচে এইকেইদিন দেখোন তেখেতসকলৰ কোনো অহা নাই। বাপুটোও বস্তি গছ অলাই বাট চাই থাকি গুছি গৈছে। কথাটো কি হৈছে—ধৰিব পৰা নাই।

পবন : [ অলপ বৈ ] ককাইটি, মই কথা এটা কওঁনে?

দেৱান : ক' কি কথা।

পবন : শুনি বেয়া নেপাবা কিন্তু।

দেৱান : নেপাওঁ দে। ক'।

পবন : আইসকল আহিলে মোৰো তামোল দুখন মান বিক্ৰী হয়। সেইকাৰণে কালি মৰেই খবৰ লৈছিলোঁ। আইসকল আৰু নাহিবই হ'বলা।

দেৱান : [ আচৰিত ] কিয়? কি হ'ল?

পবন : বাপুদেৱে পাৰ্বতীক বিয়া কৰিবলৈ ওলোৱা কথাটো সকলোৱে শুনিছে। তেওঁলোকৰ মতে বাপুদেৱে জাতকুলৰ বাট বিচাৰ নকৰি, মদপী অসুৰ মানুহ এঘৰৰ ছোৱালী বিয়া কৰাবলৈ ওলাই বৰ লেতেৰা কাম কৰিছে। আইসকলৰ কোনেও আৰু বাপুদেউৰ ছাঁটোৰো ওচৰ চাপিব নোখোজে।

দেৱান : কি। [ সঙ্গীত ] কি। [ সঙ্গীত ডাঙৰ হৈ যায়। দৃশ্য পৰিবৰ্তন ]

দেৱান : [ উত্তেজিত ] কাম্ উইথ্ মি। কাম্ উইথ্ মি পাৰ্বতী, পাৰ্বতী, মাৰকো মাত। কাম্ উইথ্ মি। আহা, মোৰ লগত আহা। আহা আমি নামঘৰলৈ যাওঁ।

[ সঙ্গীত ]

যোৱা। সোমাই যোৱা। সেৱা কৰি লোৱাগৈ। দীঘল দি পৰি নামঘৰৰ মজিয়াৰ লগত নিজকে এবাৰ মিলাই লোৱা। বুকৰ ভিতৰত নামঘৰটো পাতি লোৱা। ইনচাইড্ ইনচাইড্। [ বুকুত চাপৰ মৰাৰ শব্দ ] বাহিৰৰ এই নামঘৰ আৰু নেথাকে। খেমকাৰপৰা মই সাত হেজাৰ টকা ল'ম। সাত হেজাৰ টকাৰে ইয়াত, এই মজিয়াত মই মানুহ থকা ঘৰ সাজিম। গুড্ মেন। ভেৰী গুড্ মেন। গোটেই চহৰখনৰ চুৰনিৰ চুৱাপাত মই আৰু ইয়াত গোট খাবলৈ নিদিওঁ। গোটেই চহৰৰ বিহগুটিবোৰ গজি গজি মই ইয়াত বিহ গছৰ জংঘল হবলৈ নিদিওঁ। চোৱা চোৱা, পাপৰ ভৰত ভেটিটো এইয়া কেনেকৈ

বহি গৈছে দেখিছা। পাপৰ বোজা পাতলাবলৈ ইয়ালৈ আহিবি আৰু মোৰ দেউতাক ডিষ্টাৰ্ব কৰিবি। দেউতা—এইয়া—এইয়া— মই আপোনাৰ ভৰিত দীঘল দি পৰিছোঁ, বাপুটোৱে জ্বলোৱা বন্তিগছ এয়া জ্বলি আছে, তাৰ পোহৰত আপুনি মোক চাওক— আপোনাক ডিষ্টাৰ্ব কৰাৰ কাৰণে মই বৰ দুখ পাইছোঁ। আই এম ভেৰী চৰী। মই একো কৰিব নোৱাৰাৰ কাৰণে মোক ক্ষমা কৰিব। মই এখন জংঘল চাফা কৰিছোঁ আৰু এখন জংঘল গজি উঠিছে। এইবাৰ মই জংঘল চাফা কৰি দিম—দেউতা। এতিয়াৰপৰা মই আপোনাক চাম। প্ৰমিজ। আই প্ৰমিজ। আই, ইয়'ৰ ম'ষ্ট অবিডিয়েণ্ট চাৰ্ভেণ্‌ট্। [কান্দে]

# বিকৰ্ষণ আৰু আকৰ্ষণ

কীৰ্তিনাথ হাজৰিকা

প্ৰেম আৰু মিলনৰ আন এটি চিৰন্তন সত্যৰ ৰূপ, প্ৰথমে বিকৰ্ষণ তাৰ পিছত আকৰ্ষণ।

চৰিত্ৰ ঃ

ডাঃ মিছ ফুকন

বৰা

মিছেছ শইকীয়া

শৰ্মা

চলিহা

ডাঃ বৰুৱা

নাৰ্চ

প্ৰথম প্ৰচাৰ ঃ ১৯৮৩

[ ডাঃ মিছ ফুকনৰ চেম্বাৰ ]

ডাঃ মিছ ফুকন : এঃ বহুত সময় হ'ল! ন 'বাজিলেই।

ববা : তাৰ মানে ভদ্ৰ ভাষাত মোক উঠি যাবলৈ কোৱা হৈছেনেকি?

ডাঃ মিছ ফুকন : ভদ্ৰ আৰু অভদ্ৰ ভাষাৰ বিচাৰ ল'বলৈ মই সাহিত্যিক নহওঁ। একমাত্ৰ ডাক্তৰীয়েই মোৰ বৃত্তি।

ববা : ডাক্তৰীয়েই আপোনৰ জীৱনটোক সকলো ফালৰপৰা ঘেৰি থৈছেনেকি? জীৱনক আন পিনৰপৰা জুখিচোৱাৰ……।

ডাঃ মিছ ফুকন : সেইবোৰ জোখ মাপৰ কথা বাদ দিয়ক। এইখন চেম্বাৰ, দগা-পাল্লা ওলোমাই থোৱা গেলামালৰ দোকান নহয়।

ববা : বুজিছে মনৰ জোখ ল'বলৈ দগা-পাল্লা নেলাগে।

ডাঃ মিছ ফুকন : ৰ'ব! ৰ'ব! মনৰ জোখ লোৱাৰ বাবে অৱসৰো নাই আৰু প্ৰবৃত্তিও নাই।

ববা : এয়ে আপোনাৰ শেষ কথানেকি?

ডাঃ মিছ ফুকন : শেষ নে প্ৰথম—সেইবোৰ নিৰৰ্থক প্ৰশ্ন, মোৰ কথা এটা বুলিয়েই জানো।

ববা : তেন্তে মই চিৰকাল হতাশ হৈয়ে কটাব লাগিবনেকি?

ডাঃ মিছ ফুকন : খুটি পুতি উজুতি খাবলৈ মইতো আপোনাক কোৱা নাছিলোঁ।

ববা : কিন্তু অত বছৰে আপোনাৰ চকুৰ ভাষাইতো মোক সেই শিক্ষা দিয়া নাছিল।

ডাঃ মিছ ফুকন : চকুৰ ভাষা থকা কথা ডাক্তৰী কিতাপত নাই।

ববা : ই আপোনাৰ ডাক্তৰী শিক্ষাৰ দম্ভালি নহয়তো?

ডাঃ মিছ ফুকন : শিক্ষাক অলঙ্কাৰ হিচাপে ধৰিলেহে দম্ভালিৰ প্ৰশ্ন উঠে।

ববা : আপোনাৰ খোচামৰা কথাই মোক বিচলিত কৰিব নোৱাৰে। মোক ৰিক্ত কৰি এতিয়া আপুনি উদাসীন হৈ দেখুৱাইছে কিয়?

ডাঃ মিছ ফুকন : কিতাপৰ কথা বাদ দি আপোনাৰ কথা চমুৱাই শেষ কৰক। মোৰ হাতত সময় তাকৰ।

ববা : মোৰ কিন্তু অফুৰন্ত সময়।

ডাঃ মিছ ফুকন : তেন্তে এতিয়াও সময় আছে—মৰ্ণিং খ'লৈ যাওক।

[ কলিংবেল বজাৰ শব্দ ]

ববা : কোনোবা আহিছে যদি অলপ ৰ'বলৈ কওক।

ডাঃ মিছ ফুকন : এক্সকিউজ মি।……ইয়েচ কাম ইন প্লিজ।

ববা : বাৰু ঠিক আছে। মই আকৌ আহিম।

মিছেছ শইকীয়া : মই কথা এটাৰ বাবে আহিলোঁ।

ডাঃ মিছ ফুকন : আহক, বহক ইয়াতে।

মিছেছ শইকীয়া : কেইদিনমানৰপৰা পেটৰ এইখিনিতে বিষ হৈ আছে। আজিকালি বিষচিষ হৈ থাকিলে আকৌ ভয়েই লাগে। সোণৰ দেউতাকে দেখুৱাবলৈ কৈয়েই আছে। পিছে।

পিছে ইটো-সিটোকৈ ওলায়েই থাকে। ভতিজাটোৰ বিয়াখন হ'ল। আকৌ তাৰ পিছতে·····

ডাঃ মিছ ফুকন : কি হৈছে আপোনাৰ কথা-খিনিকে কওকচোন।

মিছেছ শইকীয়া : কথা সেয়েই। গেচট্ৰিক বুলিয়েই ভাবিছোঁ।

ডাঃ মিছ ফুকন : নিজেই সকলো ভাবিচিন্তি ঠিক কৰিলেই যদি মোৰ ওচৰলৈ আহিল কিয় ?

মিছেছ শইকীয়া : নহয়—মই মানে—আপুনি বেয়াই পালে যেন পাইছোঁ।

ডাঃ মিছ ফুকন : বুজিছো। ডাক্তৰৰ ওচৰলৈ আহিলে বেমাৰৰ লিষ্ট দিয়াৰ প্ৰয়োজন নাই। কি হৈছে সেইখিনিকে আগতে কওক।

মিছেছ শইকীয়া : বাৰু বাৰু, কৈছোঁ তাকে। খাই উঠাৰ পাচতে বিষটো হয়। যোৱা চাৰিদিন মানৰপৰা সদায় এইদৰে বিষ হৈ আছে।

ডাঃ মিছ ফুকন : আৰু কিবা অসুবিধা পাইছে নেকি ?

মিছেছ শইকীয়া : আৰু ?···অ···তেনেকৈ একো নাই দেখোন। মাজে মাজে মাত্ৰ বুকুখন পোৰাৰ নিচিনা কৰে।

ডাঃ মিছ ফুকন : চাও অকণমান আগবাঢ়ি বহক-চোন·· হৈছে···হৈছে বৰ এতিয়া। দীঘল দীঘলকৈ উশাহ লওক।···বিষাইছেনেকি ?

মিছেছ শইকীয়া : নাই বিষোৱা।

ডাঃ মিছ ফুকন : বাৰু সম্প্ৰতি কেইটামান পিল খাওক মই লিখি দিছোঁ। শেষ হ'লে আকৌ আহিব।

মিছেছ শইকীয়া : গগৈ ডাক্তৰে দিয়া পিল কেইটাকে দিছেনেকি ? ছুবছৰ মানৰ আগতে এনেকুৱা পিল খাওতে সেই কেইটাই পিচে গুণ নিদিলে।

ডাঃ মিছ ফুকন : কি কৈছে আপুনি বেমাৰ দেখুৱা-বলৈ আহিছে নে ডাক্তৰ জুখিবলৈ আহিছে।

মিছেছ শইকীয়া : আপুনিও আৰু। কথাই কথাই টিঙিৰি তুলা হৈ থাকে। পিছে ঘৰ সংসাৰ কৰিলে এইকুৰা জুই ফুট ছাই হ'ব—চাব বাৰু !

ডাঃ মিছ ফুকন : হৈছে হৈছে। আপুনি মোৰ সংসাৰ পাতি দিব নেলাগে।

মিছেছ শইকীয়া : আও গোঁসাই। আমিনো সংসাৰ পাতি দিয়াৰ গৰাকীনে ? যাৰ য'ত জোৰা কোনে খণ্ডাব। কয়েই নহয় বোলে ফেঁচালৈ ফেঁচী, ইন্দ্ৰলৈ শশী। পিচে আজিকালি আকৌ দিনকাল বদলিছে। আমাৰ সেই ভজগোবিন্দ ববাক চিনি পায় নহয় ? তেওঁৰ পাখৰী ছোৱালী-জনীয়ে বোলে সিদিনা··

ডাঃ মিছ ফুকন : আপোনাৰ সেই পখৰা পাখৰীৰ হিচাববোৰ থওক। কামৰ কথাৰ বাদে আন কথা উলিওৱা মই ভাল নেপাওঁ।

মিছেছ শইকীয়া : এঃ আপোনাক বুলিহে কৈছোঁ। হাতৰ বন শেষ কৰি খৈয়েই আহিছোঁ। মচুৰ দাইল বহাই দিছিলোঁ। ঐ টেঙা কেইফুলা পটা গুটিটোৰে খুন্দামাৰি পেলাই দিলোঁ। ছুটা উতলতে খতম। আখল জুমাই খৈয়েই আহিছোঁ।

ডাঃ মিছ ফুকন : আপুনি মচুৰ দাইল বহাই খৈ আহিল বুলিয়েই মই এতিয়া বেমাৰী চোৱা বাদ দিমনে ?

মিছেছ শইকীয়া : আও মোৰ গোঁসাই ! কিয় নেচাব। বাৰু সেই শীতলাৰ মাকৰ কি হৈছে

হেৰি? অপোনাৰ ওচৰলৈকো আহিছিল বোলে। মানুহজনী কিন্তু বৰ পেতকুলি বুজিছেনে!

ডাঃ মিছ ফুকন : লাগবান্ধ নোহোৱা কথা পতাটোহে আপোনাৰ আচল বেমাৰ যেন পাইছোঁ।

মিছেছ শইকীয়া : ঠিক ধৰিলে আপুনি। লেখৰ মানুহ এজনী আজিহে পালোঁ। গোঁসায়ে অকল গোগ্রাসে গিলিবলৈ মুখখন দিছেনে? কথা পাতিবলৈ দিয়া নাই জানো?

ডাঃ মিছ ফুকন : নহয়—মই—সেইটো কোৱা নাই।

মিছেছ শইকীয়া : বুজিছোঁ বুজিছোঁ। বুজিছে নে—ঘৰখনত কথা পতিবলৈকে মানুহ এটা নাই। ঘৰৰ মানুহৰ খালি অফিচ আৰু অফিচ। নন্দিতাৰ ঘৰলৈ যাব—কেচুৱা চম্ভালিয়েই তং নাই। হাজৰিকানীৰ আকৌ গেবাৰি খাটিয়েই আজৰি নাই।

ডাঃ মিছ ফুকন : বাৰু, বাৰু এতিয়া মোৰ সময় নাই।

মিছেছ শইকীয়া : বাৰু তেনে পিল কেইটা শেষ হ'লে সোনকালেই আহিম। ভিজিটটো তেতিয়া দিম নে···

ডাঃ মিছ ফুকন : নহয়! এতিয়াই দিয়ক।

মিছেছ শইকীয়া : বাৰু বাৰু। মই ভাবিছিলোঁৱেই তপতে তপতে লাগিব বুলি। সেইদেখি এয়া লৈয়েই আহিছিলোঁ।

## দৃশ্যান্ত

[ মহেন্দ্ৰ চলিহাৰ ঘৰ ]

ববা : চলিহা? হেৰি চলিহা আছে নে?

চলিহা : এঃ ববা দেখোন! ক'ৰপৰা ওলালহি?

ববা : মোৰ প্ৰশ্নটো কাঢ়ি নিলে কিয়? আপুনিনো ক'ৰপৰা ওলালহি? বৈজ্ঞানিক মানুহ—ক'ৰবাত এক্সপেৰিমেণ্ট কৰি থকা বুলিহে সিদিনা কাগজত পাইছিলোঁ।

চলিহা : আছিলোঁ হয়—পিচে এতিয়া ইয়াতেই।

ববা : কিন্তু এইদৰে মনে মনে সোমাই থাকিব লাগেনে? আজি বজাৰলৈ যাওঁতে নৃপেন লাহিড়ীৰ মুখেৰেহে গম পালোঁ আপুনি ইয়াত থকা বুলি। সেইদেখি বজাৰৰপৰা বাহিৰে বাহিৰে এইখিনি পালোঁহি।

চলিহা . এৰা ডাঙৰ সমস্যা এটাত পৰিলোঁ।

ভূপেন শৰ্মা : [ হাঁহি হাঁহি সোমাই আহে ]

চলিহা : শৰ্মা আপুনি যাওকচোন ভিতৰলৈ। ডাঙৰ বৰুৱাৰ ওচৰৰপৰা গুচি আহিল কিয়?

শৰ্মা : [ ওচৰৰপৰা কিয় ] কিয় গাম? নেযাওঁ মই।

ববা : [ উত্তেজিত হৈ ] হেঃ! হেঃ! কি কৰে! কলখিনি কি কৰে?

শৰ্মা : [ হাঁহে ]

ববা : হেৰি ফুকন কোন এখেত! চাওকচোন মোৰ বেগটোৰপৰা মালভোগ কল কেইটা থাপমাৰি নিলে কেনেকৈ?

চলিহা : নেপাই শৰ্মা—ঘূৰাই দিয়ক কলকেইটা।

ববা : চাওক চলিহা, কিমান অসভ্য মানুহজন। কল খাই বাকলিবোৰ মোৰ গালৈ কেনেকৈ দলিয়াই দিছে। দেখিছা নে···মই মই হ'লে—

চলিহা : ববা আপুনি উত্তেজিত নহ'ব।

ববা : কি কৈছে! উত্তেজিত নহ'ম? বাচি বাচি কল একাণী আনিলোঁ। ডেবটকা দি, এই বাকলটোৰ কাবণেইনে? দেখিছে দেখিছে নে কেনেকৈ মুখলৈ কলৰ বাকলি দলিয়াইছে?

শৰ্মা : [ হাঁহে ]

ববা : ইমান অভদ্ৰ মানুহ। এতিয়া দাঁত নিকতাই বত্রিশটাৰ প্রদর্শনী পাতিবলৈ আহিছে।

শৰ্মা : [ হাঁহি হাঁহি শুচি যায় ]

ববা : মানুহজন বলিয়ানেকি হেবি? কিয় এনেকুৱা কৰিছে?

চলিহা : বস্তুত কথা। এখেতৰ নাম ডক্টৰ ভূপেন শৰ্মা।

ববা : তাৰ মানে সেই ছায়েন্টিষ্টজন?

চলিহা : হয়।

ববা : পিচে এখেতৰ এনেকুৱা অৱস্থা হ'ল কিয়?

ডাক্তৰ বৰুৱা : [ "চলিহা হেৰি চলিহা"—বুলি চিঞৰি চিঞৰি কোঠালৈ সোমাই আহে ] চাওক এইদৰে ডাক্তৰী কৰিব নোৱাৰি। কলবোৰ হাতেৰে ফেনেকি ফেনেকি কেনেকৈ মোৰ মুখে চুখে সানি দিলে চাওক। এইবোৰ অত্যাচাৰ মই সহ্য কৰিব নোৱাৰোঁ।

চলিহা : আপুনিতো জানেই সকলো কথা।

ডাক্তৰ বৰুৱা : জানিলেও মই আৰু নোৱাৰোঁ। আপুনি আন ডাক্তৰক লগাওক।

চলিহা : কিন্তু আপোনাৰ সহযোগিতা নেপালে আমি চলিম কেনেকৈ?

ডাক্তৰ বৰুৱা : মোৰ কথাওতো ভাবিব লাগিব। আপোনাৰ পেচেণ্টক নৰ্‌মেলাইজ কৰোতে যথেষ্ট সময় লাগিব। ইতিমধ্যে মোৰ অৱস্থা কাহিল হ'ব।

চলিহা : ব্লাড প্ৰেছাৰ কিমান চাইছিলনেকি?

ডাক্তৰ বৰুৱা : কেনেকৈ চাম? চাবলৈ দিলে জানো! পাম্প কৰিবলৈ লওঁতেই সক ল'বাৰ দৰে খামুচি ফুটাই দিলে!

শৰ্মা : [ হাঁহি হাঁহি সোমাই আহে ]

ববা : সৰ্বনাশ সোৱা আকৌ আহিছে…মই…মই যাওঁৱেই বুজিছে নে?

ডাক্তৰ বৰুৱা : নয়ো যোৱাই ভাল হ'ব।

চলিহা : নহয় আপুনি নেযাব। একো নকৰে ৰব।…হেৰি শৰ্মা শুনকচোন। এই কিতাপখন চাওক—"এটমিক পাইল" সম্পৰ্কে কেইটামান নতুন কথা আছে।

শৰ্মা : চাওঁ চাওঁ। কি কথা লিখিছে?

চলিহা : এটমিক পাইলৰ পাৰাৰ লেভেল কণ্ট্ৰল কৰিবৰ বাবে এটা নতুন উপায় দিছে।

শৰ্মা : ওঁ—[ ক্ষন্তেক নীৰৱ ]—অ। চেম্বাৰ কেইটাও বেলেগ। বৰণ ট্ৰাইফ্লৰাইডৰ নহয়—

ডাক্তৰ বৰুৱা : আচৰিত। তৎক্ষণাত নৰমেল হৈ গ'ল।

চলিহা : বুজিছে—এইটোৱেই একমাত্র উপায়। এইবোৰ কথা উলিয়ালেই তেওঁ স্বাভাৱিক হৈ উঠে। অৱশ্যে বেছি সময়লৈ এই অৱস্থা নেথাকে।

ডাক্তৰ বৰুৱা : তেতিয়াহ'লে এটা উপায় উলিয়াব পৰা হ'ব। আপুনি যদি তেওঁৰ মন ঘূৰাই ৰাখিব পাৰে—সেই অৱস্থাতে মই ইন্‌জেকশ্যন কেইটাৰ ফুল কৰ্চ শেষ কৰিব পাৰোঁ।

চলিহা : এটা এতিয়াই দিবনেকি?

ডাক্তৰ বৰুৱা : নহয়—আকৌ যদি কিবা কৰে।

চলিহা : একো নকৰে। আমি ওচৰত থকা কথাকে তেওঁ গম নেপায় এতিয়া……শৰ্মা। হেৰি শৰ্মা শুনিছে নে……অ শৰ্মা বুজিছো। নিউট্ৰনৰ ইন্‌টেন্‌চিটীৰ বাবে ইয়াত এয়া…

চলিহা : সেয়া চাওক—ডায়েগ্ৰাম দৈয়েই

মগ্ন। এতিয়া পৃথিবীৰ আন একো খবৰ নাই।

ডাক্তৰ বৰুৱা: বাৰু তেন্তে মই বেডি হওঁ। আপুনি অলপ লক্ষ্য ৰাখক। মই ইতিমধ্যে মুখখন ধুই আহোঁ। দেখিছেই নহয় কি অৱস্থা হৈছে।

দৃশ্যান্ত

[ডাঃ মিছ ফুকনৰ চেম্বাৰ]

ডাঃ মিছ ফুকন: কি হ'ল……আকৌ ওলালহি দেখোন।

বৰা: আকৌ নোলোৱাৰ কোনো কথাতো নাছিল।

ডাঃ মিছ ফুকন: কথাবোৰ ভাজ নলগাই পোনাই কওক।

বৰা: আপোনাৰ পোন কথাৰ তুলনাততো জ্যামিতিৰ সৰল ৰেখা কেইডালকো বেঁকা বেঁকা যেন লাগিব।···বাৰু সেইবোৰ যাওক। এইখিনি আনিছিলোঁ……

ডাঃ ফুকন: কি সেইবোৰ—কাগজত কি মেৰাই আনিছে?

বৰা: ফুটপাথতে বেচিছিল—ফুলবোৰ ভাল দেখি লৈ আহিলোঁ আপোনালৈ।

ডাঃ মিছ ফুকন: ফুল! সেইবোৰ মই কি কৰিম?

বৰা: অসাধাৰণ একো কৰিব নেলাগে। আনে যি কৰে তাকেই কৰিব।

ডাঃ মিছ ফুকন: ফুল সজোৱাৰ আজৰি মোৰ নাই। আৰু ইয়াততো দেখিছেই ফুলদানি নাই, মাত্র এইটো ৱেষ্ট পেপাৰ বাস্কেট।

চলিহা: [দুৱাৰত টুকুৰিয়াই] যাব পাৰিমনে?

ডাঃ মিছ ফুকন: অব ক'র্চ, প্লিজ কাম ইন্।

চলিহা: মই আপোনাৰ ওচৰলৈ আহিলোঁ কথা এটাৰ বাবে। মোক অৱশ্যে চিনি নেপাব। অ' আপুনিও আছে। এখেত বৰাই মোক চিনি পায়।

বৰা: এখেত মহেন্দ্ৰ চলিহা। সম্প্ৰতি আমাৰ চুবুৰীয়া।

চলিহা: এৰা এতিয়া এইখিনিতে আছোঁহি। আপুনি পিছে এজন পে'চেন্টৰ দায়িত্ব ল'ব লাগে।

বৰা: অ' আপুনি সেই শৰ্মাৰ কথা কৈছে। তেনেকুৱা বলিয়া মানুহ এজনক এখেতে চম্ভালিব পাৰিব জানো?

চলিহা: লাহে লাহে কওক, তেখেত বাহিৰতে আছে।

বৰা: [লক্ষকৈ কয়] তেখেতো আহিছেনেকি? মই তেন্তে যাওঁ।

চলিহা: এঃ নহয়—একো নহয়। আপুনি কিয় যাব লাগিছে। বহক।

ডাঃ মিছ ফুকন: মাতক তেখেতক ইয়ালৈকে।

চলিহা: মাতিছোঁ ৰ'ব। বৰাই বলিয়া বুলি কৈছে যদিও আচলতে তেখেত বলিয়া নহয়।

বৰা: [লক্ষকৈ কয়] বলিয়া নহয়। বলিয়া দেখি দেখিয়েই চুলি পকালোঁ। পুৰা লক্ষণ বলিয়াৰ।

ডাঃ মিছ ফুকন: আপুনি বাৰু মনে মনে থাককচোন।

চলিহা: ডক্টৰ ভুপেন শৰ্মা—নিউক্লিয়াৰ ছায়েণ্টিষ্ট, এই নামটো শুনিছে নিশ্চয়।

ডাঃ মিছ ফুকন: হয় শুনিছোঁ তেখেতেইনেকি?

মাতক ইয়ালৈ।

বৰা: [লক্ষকৈ] সাবধান হব কিন্তু—সাংঘাতিক মানুহ। মই কৈ দিছোঁ এতিয়াই।

চলিহা : এইপিনে। এইপিনে আহক শৰ্মা।

ডাঃ ফুকন : বহক আপুনি, হৈছে কি এখেতৰ ?

চলিহা : আপোনাৰ এই তিনিটা শব্দৰ প্ৰশ্নৰ উত্তৰত মই কিন্তু বহুত কথা ক'ব লাগিব। আমনি নেপায়তো ?

ডাঃ মিছ ফুকন : একো কথা নাই—কৈ যাওক আপুনি।

চলিহা : আমি এটমিক হেজার্দ নিবাৰণৰ ওপৰত ৰিছাৰ্চ কৰিছিলোঁ। ঠাইডোখৰ ইয়াৰপৰা দুশ মাইলমান দূৰত—পাহাৰৰ দাঁতিৰ জনশূন্য অঞ্চল।

[ টেবুলত কেইবাবাৰো ভুকুৱাৰ শব্দ ]

ববা : অ' হলেই ! মই কৈছিলোঁ নহয়। হে হে ফুলবোৰ কি কৰে ?

চলিহা : শৰ্মা। প্লিজ ! আপুনি ভালকৈ বহি থাকক।

ববা : বৰ অন্যায় কিন্তু।—ফুলবোৰ কেনেকৈ মোহাৰি শেষ কৰিলে ?

চলিহা : শৰ্মা কি কৰিছে আপুনি ?

শৰ্মা : হোঃ—কি ? মোক পৰহি কিয় অসভ্য বুলি কৈছিল ! চিনি পোৱা নাই।

[ চকি ঠেলা আৰু পৰাৰ শব্দ ]

ববা : আৰে ! কি কৰে ? চাওক মোৰ ডিডিভ কেনেকৈ···উস। [ চেপামাৰিভেৰে ] দেখিছে নে ডিভিত···

চলিহা : ষ্টপ ইট্—চাও ইয়াত বহক—এইপিনে আহক। ডাঃ ফুকন—আপুনি অনুগ্ৰহ কৰি ফুলবোৰ বেগেতে ইয়াৰপৰা আঁতৰাই নিয়ক। ফুল দেখিলেই এখেত উত্তেজিত হয়।

[ ডাঃ ফুকনৰ জোতাৰ শব্দ যোৱাৰ আৰু ঘূৰি অহাৰ ]

চলিহা : ববা আপুনি ক্ষমা কৰিব। মই তেখেতৰ হৈ ক্ষমা বিচাৰিছোঁ।

ববা : কাব্য পওক বুজিছে নে—পৈতৃক প্ৰাণ-টোৱেই যোৱাৰ উপক্ৰম হৈছিল।

চলিহা : শৰ্মাৰ অসুখৰ এইটোও এটা লক্ষণ। মই সকলো বুজাই কৈছোঁ। পাৰে যদি ক্ষমা···

ববা : এইবোৰ ঠাইত থকাতকৈ যোৱাই মোৰ পক্ষে মঙ্গল।

চলিহা : নহয় আপুনি শুনি লওক—নহলেতো আপুনি কোনো কালে ক্ষমা কৰিব নোৱাৰিব। তেন্তে মই আৰম্ভ কৰোঁ।

ডাঃ মিছ ফুকন : ৰ'ব, ৰেডিয়েশ্যনৰপৰা এনেকুৱা এফেক্ট দেখোন হ'ব নোৱাৰে।

চলিহা : ৰেডিয়েশ্যনৰ প্ৰতিক্ৰিয়া এনেকুৱা নহয়। ৰেডিয়েশ্যনৰ প্ৰতিকাৰ বহুতো ওলাইছে। অৱশ্যে সকলোখিনি ওলাইছে বুলি নকওঁ। তথাপি প্ৰটেক্টিভ হাতমোজা, চচমা, মুখা, প্ৰটেক্টিভ কানি-কাপোৰ আদি ব্যৱহাৰ কৰি নির্বিঘ্নে মানুহে নানান পৰীক্ষা চলাইছে।

ডাঃ মিছ ফুকন : ৰিমোট কণ্ট্ৰলৰ ব্যৱস্থা কৰিও বহুত বিপদৰ হাত সাৰিব পৰা হৈছে।

চলিহা : ঠিকেই কৈছে। ৰেডিয়েশ্যন ৰোধ কৰিব পৰা বিশেষ ধৰণৰ গ্লাছৰ আঁৰৰপৰা বহুত কাম কৰা হয়। সীহৰ ডাঠ ঢাকনিও ব্যৱহাৰ কৰা হৈছে।

ববা : পিচে শৰ্মাৰ ঘটনাটো হ'বলৈ পালে কেনেকৈ ?

চলিহা : তাকেই কৈছোঁ শুনক। আনৱিক বিস্ফোৰণৰ কথা ওলালেই সাধাৰণতে আনৱিক বিকিৰণ আৰু তেজষ্ক্ৰিয় ছাইৰ কথাকে উল্লেখ

কৰা হয়। কিন্তু এনে বিস্ফোৰণৰ ফলত সৃষ্টি হোৱা তাপ আৰু বায়ুচাপৰ কথাও বিশেষ মন কৰিবলগীয়া।

ডাঃ মিছ ফুকন: বোমাপৰা ঠাইৰপৰা এমাইল দূৰতো হেনো বিকিৰণৰ ঘনতা সাধাৰণতে সূৰ্যৰ বিকিৰণৰ ঘনতাতকৈ এশগুণ বেছি।

চলিহা: হয়। সেয়া হ'ল তাপৰ কথা—আকৌ বিস্ফোৰণৰ ফলত সৃষ্টি হোৱা অগ্নিপিণ্ডই অভাৱনীয় বেগেৰে কেউপিনৰ বতাহ ঠেলি পঠায়। এইদৰে স্থানচ্যুত হোৱা বতাহে সিফালৰ সুস্থিৰ বতাহৰ গাত বিৰাট শক্তিৰে খুন্দা মাৰেগৈ।

ডাঃ মিছ ফুকন: হিৰোশ্বিমাত বোমা পৰোঁতে আঠ মাইল দূৰৰ ঠাইতো অকল বতাহৰ চাপেই বহুতো ঘৰবাৰীৰ ক্ষতি কৰিছিল।

চলিহা: হয়। বিস্ফোৰণৰ ঠাইৰপৰা এহেজাৰ ফুট দূৰত বতাহৰ সাধাৰণ চাপতকৈ প্ৰায় পোন্ধৰগুণ বেছি বায়ুচাপৰ সৃষ্টি হয়।

বৰা: পিছে শৰ্মাৰ কথা শুনিবলৈ মই আৰু কিমান পৰ বহিব লাগিব?

চলিহা: শৰ্মাৰ অসুখটো হ'ল বায়ুচাপজনিত।

ডাঃ মিছ ফুকন: কেনেকৈ? কি হৈছিল?

চলিহা: আকস্মিক বিস্ফোৰণৰ ফলত নানান পৰিস্থিতিৰ সৃষ্টি হ'ব পাৰে। সেই প্ৰচণ্ড বায়ুচাপৰ মাজত নিৰাপদে থকাৰ উপায় উলিওৱাটোৰেই আমাৰ পৰীক্ষা সফল হৈছিল—কিন্তু মই এতিয়া খাটাংভাৱে একো ক'ব নোৱাৰোঁ। এক্সপেৰিমেণ্টৰ পিছত শৰ্মা সুস্থভাৱে ওলাই আহোঁতে আমাৰ মনত কি আনন্দ হৈছিল···

ডাঃ মিছ ফুকন: তাৰ পিছতেই তেখেত অসুস্থ হ'ল নহয় জানো?

চলিহা: হয়, তাৰ পিছতেই। পৰিবৰ্তিত বায়ুচাপৰ প্ৰতিক্ৰিয়া থাকি গ'ল। শৰ্মাই তাৰ পিছৰপৰা সক ল'বাৰ দৰে আচৰণ কৰিবলৈ ধৰিলে।

বৰা: সেইখিনি অভিজ্ঞতাৰ কথা ক'বই নেলাগে।

চলিহা: এতিয়া মই ভাবিছোঁ।···শৰ্মা। ক'লৈ যায়—ৰ'ব!—এক্সকিউজ মি। তেখেত গ'লেই! মই এতিয়া যাওঁ বাৰু। আকৌ আহিম।

[ দুৱাৰ মেলা আৰু জপোৱাৰ শব্দ ]

ডাঃ মিছ ফুকন: ভাল বাৰু।

বৰা: পিছে কি কৰিব? এইটো কেচ আপুনি ল'বনেকি?

ডাঃ মিছ ফুকন: চাওঁচোন ভাবিচিন্তি।

বৰা: ভাবিবলৈ কিটো আছে! বলিয়ালি আছেই। তাৰ ওপৰত আকৌ খণ্ডৰ উঁবালটো। আজিৰ কথাৰ বাবে উঠিবলগীয়া খংটো পৰহিলৈ সাঁচি থ'ব। এইটোও জানো কম সাংঘাতিক কথা।

## দৃশ্যান্ত

চলিহা: নাৰ্চ। নাৰ্চ! শৰ্মা ক'লৈ গ'ল?

নাৰ্চ: এইমাত্ৰ ইয়াতে বহি আছিল। বাহিৰ ওলাই যোৱাটো দেখা নাই।

চলিহা: চোৱাচোন বাৰান্দাৰ পিনে। ক'লৈ গ'ল তেওঁ?—এহে! দুৱাৰৰ চুকত কি কৰিছে আপুনি শৰ্মা? হাতত কি সেয়া?

শৰ্মা: হোঁঃ···কি!

নাৰ্চ: সেয়া বিস্কুটৰ পেকেটটো!

চলিহা: কিয়? আজি একো খাবলৈ দিয়া নাইনেকি?

নার্চ : এনেটামানৰ আগতেই খালে। তেখেতে মানে···

চলিহা : মানে কি? কি হ'ল?

নার্চ : মানে আলমাৰি খুলি এনেকৈ প্ৰায়ে মনে মনে বস্তু আনি খায়।

চলিহা : অ' হয় নেকি? বাৰু মই যিখিনি কাম কৰিবলৈ কৈছিলোঁ। ঠিকমতে সেইবোৰ কৰা হৈছেনে?

নার্চ : প্ৰত্যেক কথাতে বৰ জুলুম কৰে দেখোন। ফুলদানিত ফুল থবলৈ নিদিয়ে—দলিয়াই দিয়ে। গান গাবলৈ ভয়েই লাগে, মাৰহে খাব লাগিব।

চলিহা : আৰু কবিতা?

নার্চ : চেষ্টা কৰা নাই।

চলিহা : বাৰু মযেই চেষ্টা কৰোঁ। হেৰি শৰ্মা শুনিব নেকি এটমৰ গান।

শৰ্মা : [খঙেৰে] গান? কি গান?

চলিহা : গান নহয়—কবিতা—এটমৰ গান।

শৰ্মা : চাওঁ কি এটমৰ গান?

চলিহা : চাব নেলাগে শুনক! পঢ়াচোন তুমি।

নার্চ : লগ্ন হেনো 'ইন্‌ফিনিটী'ত। এন্ধাৰৰ সিপাৰৰ কোনোবা ক্ষণত যাত্ৰা মোৰ অবিৰাম। অনন্ত প্ৰয়াসী এটমৰ গান মোৰ। পথৰ পাথেয় আল্‌ফা, বিটা, গামা মোৰ নীলকণ্ঠ হাৰ। জীৱনৰ ভাগ্যলিপি বৈচিত্ৰ্য বিহীন, যোগ আৰু বিয়োগৰ নিমিলা অঙ্কত ঋণগ্ৰস্ত ইলেকট্ৰনৰ বুভুক্ষা। অসীম স্থুপুংসক নিউট্ৰন, প্ৰাণৰ বিজুলীহীন চিৰন্তন সংগ্ৰাম ত্ৰিভুজৰ।

শৰ্মা : ষ্টপ দিচ ননচেন্স্।

চলিহা : নহয় নহয় শৰ্মা। এইবোৰ আকৌ কি কৰিছে? আপুনি এইখিনি নিজেই মাতক—আহক আহক—মাতকচোন।

শৰ্মা : [বিকৃত সুৰত, বিভৎস ৰসৰ ব্যঞ্জনাৰে পাঠ কৰিব]

আদিম নাৰীৰ বেদনা, মোৰ অন্তৰত মিলনৰ উদগ্ৰ বাসনা।

মনৰ পৰিধি ভাঙি, প্ৰেমৰ সৌৰভ সিঁচি গাওঁ মই এটমৰ গান।

ভঙা আৰু গঢ়া—সেয়ে মোৰ খতিয়ান জীৱনৰ যৌৱনৰ, এয়ে পৰিচয় চাইক্লট্ৰনৰ গণ্ডী সৰকি যায় ছুচকুৰ মিনতিৰ প্ৰাণৰ আকুতি।

নার্চ : [হাঁহে]

শৰ্মা : [টেবুলত ভুকুৱায়] ননচেন্স্! হাঁহিছে কিয়? কিয়? কিয় হাঁহিছে?

নার্চ : নাই—মই—মই মানে—হাঁহি উঠি গ'ল—

শৰ্মা : হোঃ—হোৱাট ডু ইউ চে'?

নার্চ : চিঞৰি] আই ঐ! দেখিছে নে?

চলিহা : শৰ্মা! চুলি কোচাৰপৰা হাত এৰক! এৰি দিয়ক।

ডাঃ মিছ ফুকন : [ক্ৰমে ডাঙৰ হৈ আহে]
কি হৈছে? কিহৰ গণ্ডগোল?

চলিহা : নাই—একো নাই। শৰ্মাই কবিতা পঢ়িছিল।

ডাঃ মিছ ফুকন : কবিতা?

চলিহা : শৰ্মা। পঢ়ক আপুনি।

শৰ্মা : [খঙেৰে] ন' কি লাগে আপোনাক?

ডাঃ মিছ ফুকন : [খঙেৰে] কিটো লাগিব?

চলিহা : ডাঃ ফুকন, প্লিজ আপুনি খং নকৰিব, শৰ্মাৰ কথাত নধৰিব আৰু।

ডাঃ মিছ ফুকন : বাৰু বাৰু ঠিক আছে। নার্চ,

চাটখন চাও—দৰবখিনি ঠিকমতে দিয়া হৈছে নে ?

নাৰ্চ : হৈছে, পিচে মিক্সাৰটো তিতা বুলি খাব নোখোজে।

শৰ্মা : কি মিক্সাৰ ?

চলিহা : একো নহয়—আপোনাৰ কথা কোৱা নাই। আপুনি ভিতৰলৈ যাওক, খাবলৈ দি থৈছে।

শৰ্মা : ঠিক আছে [ খোজ ক্ৰমে সৰু হৈ যায় ]।

ডাঃ মিছ ফুকন : মই পিচে কথা এটা ভাবিছোঁ।

চলিহা : কি কথা ?

ডাঃ মিছ ফুকন : ঔষধ এতিয়াৰ দৰেই চলি থাকক। ইতিমধ্যে মই এটা এক্সপেৰিমেণ্ট কৰোঁ। ইন-ভাৰ্টেড ইমেজ এটা শৰ্মাৰ মনত দিব পাৰিলে হয়তো কাম দিব।

দৃশ্যান্ত

মিছেছ শইকীয়া : আছে নে ? বোলো আছে নে ?

ডাঃ মিছ ফুকন : কোন ? অ' আপুনি !

মিছেছ শইকীয়া : সেইদিনাই কৈছিলোঁ নহয়, বোলো পিচৰবাৰ আজৰি উলিয়াই সোনকালে আহিম।

ডাঃ ফুকন : ব'ব—অসুখ কেনে পাইছে ?

মিছেছ শইকীয়া : অসুখ ? বিষ কোপ একোৱেই নাই। এই কেইদিন বিয়া খায়েই ফুৰিছোঁ।

ডাঃ ফুকন : তেন্তে আপোনাৰ কামটো কিনো ?

মিছেছ শইকীয়া : কাম ? কি কামৰ কথা কৈছে ?

ডাঃফুকন : এঃ আপুনি আহিল কিয়—তাকে সুধিছো।

মিছেছ শইকীয়া : আপুনিও ভাল উৰহী গছৰ ওৰ বিচৰা মানুহ। ইমান হিচাপ কৰি মানুহৰ ঘৰলৈ কোননো অহা যোৱা কৰে ?

ডাঃ ফুকন : এইখন পিচে ঘৰ নহয়—চেম্বাৰ হে। তাতে আজি মই বৰ ব্যস্ত।

মিছেছ শইকীয়া : আপোনালোকৰ কামবনো আৰু অন্ত আছেনে ?

নাৰ্চ : শৰ্মা উঠি আহিব খুজিছে—বহি নেথাকে, কি কৰিম ?

ডাঃ ফুকন : মই দেখুৱাই থৈ অহা মিক্সাৰটো এতিয়াই দিয়া খাবলৈ।

মিছেছ শইকীয়া : কোনোবা আছে হ'বলা ইয়াত।

শৰ্মা : মিক্সাৰ ! কি মিক্সাৰ ?

ডাঃ ফুকন : নাই একো নহয়—এখেতকহে কৈছোঁ।

মিছেছ শইকীয়া : মোক ? মোক আকৌ কিহৰ মিক্সাৰটো লাগিছে ?

ডাঃ ফুকন : আপুনি মনে মনে থাকক। কাম হ'ল যদি আপুনি…

মিছেছ শইকীয়া : [ উত্তেজিত হৈ ] চাওকচোন। চাওক মাহচাউলৰ টোপোলাটো খুলি পেলালে। কৰে কি ?

ডাঃ মিছ ফুকন : যিকৰে কৰক, আপুনি একো ন'কব।

মিছেছ শইকীয়া : একো নক'ম ? ভকতহঁতৰ ঘৰত নাম এবাৰ গোৱাইছিল। টোপোলাটো লৈ বাহিৰে বাহিৰে ইয়াতে সোমালোঁ, মোকোবা মোকোৰে মাহ চাউল খাই শেষ কৰিলেও মই একো নক'ম নে ? কোননো এখেত ?

ডাঃ মিছ ফুকন : এখেত শৰ্মা। বেমাৰ দেখুৱাবলৈ আহিছে।

মিছেছ শইকীয়া : বেমাৰ ? তেন্তে মাহ-চাউল

সোপা মহতিয়াইছে কিয় ? দিয়ক। দিয়ক ওপৰৰখনতো শেষেই হ'ল।

শৰ্মা : [ হাঁহে ]

মিছেছ শইকীয়া : হাঁহিছে দেখুৱালে দেখোন !

ডাঃ মিছ ফুকন : আপুনি বেগেতে যোৱাই ভাল হ'ব।

শৰ্মা : [হাঁহে]

মিছেছ শইকীয়া : [ লককৈ ] অ' বলিয়া নেকি ? মই তেন্তে যাওঁৱেই বুজিছে নে ? [ কৈ কৈ যায় ] আপুনিও ভাল—ইমান বেলি যে বং চালে আগতে নক'লে কিয় ?

ডাঃ মিছ ফুকন : শৰ্মা ! মোৰ টেবুলৰ ওপৰত বহি তেনেকৈ নেখাব। খাব খুজিছে সৌটো কোঠালৈ যাওক।

শৰ্মা : হোঃ !

ডাঃ মিছ ফুকন : হো নহয়। টেবুলৰ ওপৰত তেনেকৈ নবহিব।

শৰ্মা : কেলেই নবহিম ? বহিম—এয়া থিয়ও হ'ম।

ডাঃ মিছ ফুকন : [ খঙেৰে ] নামক। টেবুলৰ ওপৰত থিয় হৈছে কিয় ? নামক বুলিছোঁ নহয়।

চলিহা : কি হৈছে ? কি হৈছে ?

ৰবা : সুধিবনো কি ? দেখিছোৱেই নহয়।

ডাঃ মিছ ফুকন : কি হ'ব আৰু। এনেকুৱা হ'লে মই হ'লে বাদ দিম। আজি পাঁচদিন হ'ল এক্সপেৰিমেণ্টটো কৰিবই পৰা নহ'ল। মাত্ৰ জুলুম।

চলিহা : নহয়। নহয় আপুনি তিক্ত নহ'ব। বাৰু সেই কিতাপখন তেওঁৰ হাতত দিছিলনে ? সেইখন পালে তেওঁৰ মনটো শান্ত হৈ থাকিব।

## দৃশ্যান্তৰ

[ চলিহাৰ ঘৰ ]

চলিহা : শৰ্মা ! কি হৈছে ? আপুনি কিয় এনেকুৱা কৰিছে ? শুনকচোন মোৰ কথা।

শৰ্মা : স্যাট আপ ! মোক কিয় আমনি কৰিছে ?

চলিহা : একো আমনি নকৰোঁ বাৰু ! আপুনি এটা প্ৰবন্ধ পঢ়িবনেকি ? হেভী ৱাটাৰ সম্পৰ্কে লিখিছে।

শৰ্মা : নেলাগে নেলাগে, মোক একো নেলাগে।

নাৰ্চ : কি হ'ল ?

চলিহা : আজি শৰ্মাই কিয় এনেকুৱা কৰিছে ? আগতকৈ দেখোঁন বেছি উত্তেজিত হৈছে। কি যে কৰোঁ ক'বই পৰা নাই।

নাৰ্চ : ব'বচোন বাৰু ! [ ধমকি দিয়াৰ দৰে ] আপুনি কথা নুশুনে কিয় ? শুই থাকক বুলি কৈছোঁ নহয় !

শৰ্মা : হোঁঃ !

নাৰ্চ : আহক শুই থাকক।

শৰ্মা : হোঁঃ !

চলিহা : কি হ'ল ? এইটোনো কি নতুন কৌশল উলিয়ালা ?

নাৰ্চ : নতুন নহয়, পুৰণিয়েই। সৰু ল'ৰাৰ দৰে ধমকি দি কথা ক'লে কাম দিয়ে। মই তাৰ প্ৰমাণ কেইবাদিনো পাইছোঁ। সিদিনা আপুনি ইমান চেষ্টা কৰিও দৰৱ খুৱাব নোৱাৰিলে—মই কিন্তু ধমক দিলতে খালে।

চলিহা : হয়নেকি ? আজি কিন্তু মোৰ কৌশল কাম নিদিয়াত মই অলপ চিন্তিত হৈছিলোঁ।

নাৰ্চ : এতিয়া শুই থাকিবলৈ দিম নে খাবলৈ দিওঁ।

চলিহা : নহয়, খাবলৈ দিয়াহে ভাল হ'ব। ডাক্তৰ ফুকন আহিবৰ কথা আছে নহয়।

শৰ্মা : কোন? কোন আহিব?

চলিহা : কোনো নহয়—ডাক্তৰৰ কথা কৈছো।

শৰ্মা : কোন ডাক্তৰ? ডাক্তৰ বৰুৱানেকি?

চলিহা : নহয়, ডাক্তৰ মিছ ফুকন?

শৰ্মা : কোন ডাক্তৰ মিছ ফুকন। নোৱাৰে আহিব। নিদিও আহিবলৈ মই।

চলিহা : বাৰু বাৰু ঠিক আছে।

শৰ্মা : ঠিক আছে বুলি ক'লেই নহয়। মই কৈ দিছো কিন্তু!

নাৰ্চ : বাৰু আপুনি আহকচোন। এয়া খাই লওক। অথনি পাপৰৰ কথা কৈছিল নহয়? এতিয়া মচমচীয়া হৈ আছে—বেলি কৰিলে সেমেকি যাব।

শৰ্মা : হোঁঃ খাও বাৰু।

[দুৱাৰত টুকুৰিয়ায়]

চলিহা : [নৰ্চকৈ] নাৰ্চ! ফুকন আহিছে।

নাৰ্চ : [নৰ্চকৈ কৈ] কি কৰিম এতিয়া?

চলিহা : কৰিবলৈ একো নাই। [ডাঙৰকৈ] আহক। ভিতৰলৈকে আহক আপুনি।

ডাঃ মিছ ফুকন : কি হ'ল? তেনেকৈ আছে কিয় আপোনালোক? কি হৈছে?

চলিহা : নাই—নাই—মানে—একো হোৱা নাই।

শৰ্মা : [উত্তেজিত হৈ চিঞৰি চিঞৰি] What is this? What is this? I say, what is this?

চলিহা : কি হৈছে আপোনাৰ?

শৰ্মা : মই কি সুধিছো শুনা নাইনেকি? এইবোৰ কি?

চলিহা : কি আঙুলিয়াই দেখুৱাইছে বাৰু নাৰ্চ?

নাৰ্চ : মানে হেৰি এখেতৰ শাৰীখনলৈ দেখুৱাইছে।

ডাঃ ফুকন : শাৰী? কি হ'ল?

শৰ্মা : উস্! নেথায় কিয় ইয়াৰপৰা? মই কি কৈছো শুনা নাইনেকি?

চলিহা : শৰ্মা—মনে মনে থাকক আপুনি।

শৰ্মা : কিয় থাকিম—নেথাকোঁ।

নাৰ্চ : [নৰ্চকৈ] এখেতে থং কৰি ক'লে কিজানি অথনিবদৰে মনে মনে থাকে।

চলিহা : হয়—ঠিকেই কৈছা। বাৰু ডাঃ ফুকন—আপুনি অলপ টানি ক'লে হয়তো গণ্ডগোল নকৰা হ'ব।

ডাঃ ফুকন : কি বুলি ক'ব লাগিব?

শৰ্মা : একো কৰৰ দৰকাৰ নাই। ওলাই যাওক, গুচি যাওক ইয়াৰপৰা...

ডাঃ ফুকন : [ধাবি দিয়াৰ দৰে] নেযাও, কিয় যাম? বহি থাকক আপুনি মনে মনে।

শৰ্মা : What? চকু পকাই দেখুৱাবলৈ আহিছে? ভুচুং পছ সাজি এইবোৰ পিক্সি আহি চং দিবলৈ আহিছে!

ডাঃ মিছ ফুকন : [খঙেৰে] কি কৈছে। শুনিছে চলিহা। এখেতে সীমা পাৰ হৈ গৈছে কিন্তু।

চলিহা : মই অনুৰোধ কৰিছো—আপুনি থং নকৰিব। আজি শৰ্মাই বৰ আচৰিত আচৰণ দেখুৱাইছে। মই নিজেই একো কৰিব পৰা নাই। শৰ্মা! কিয় এখেতক তেনেকৈ কৈছে?

শৰ্মা : এশবাৰ ক'ম। যাবই লাগিব ইয়াৰপৰা।

ডাঃ মিছ ফুকন : ঠিক আছে। যাওঁ বাৰু মই।

চলিহা : ডাঃ ফুকন! আপুনি শুনকচোন।

ডাঃ মিছ ফুকন : এক্সকিউজ মি, মই যাওঁ।

[খোজ কাঢ়ি যোৱা শব্দ]

চলিহা : বৰ বেয়া কথা হ'ল। ডাক্টৰ ফুকনে বৰ বেয়া পালে। আপুনি বাৰু কিয় এনেকুৱা কৰিলে শৰ্মা?

শৰ্মা : হোঁঃ!

চলিহা : এতিয়া মাত্র হোঁ হোৱাই থাকিব। কিন্তু আগতে তেনেকুৱা কৰিলে কিয়?

শৰ্মা : হোঁঃ!

নাৰ্চ : বোধকৰোঁ বঙা শাৰীখনৰ বাবেই এনেকুৱা কৰিলে।

চলিহা : অ' হয়নেকি?

নাৰ্চ : সিদিনা বঙা টাৱেলখন আনি দিওঁতেও তেনেকুৱা কৰিছিল। মই লৰালৰিকৈ আঁতৰাই থৈছিলোঁ।

চলিহা : কিন্তু এতিয়াতো একো উপায় দেখা নাই। ডাক্তৰ ফুকনে অপমান কৰা বুলিয়ে ধৰি লৈছে। বিশেষকৈ কানি কাপোৰৰ কথা তেনেকৈ কোৱাৰ পাছত···কিযে কৰোঁ, ভাবিয়েই পোৱা নাই।

## দৃশ্যান্ত

বৰা : আহিব পাৰোঁ নিশ্চয়।

ডাঃ মিছ ফুকন : আহক।

বৰা : আজি অৱশ্যে আপুনি দৰকাৰৰ কথা সুধিব পাৰে।

ডাঃ মিছ ফুকন : তাৰ মানে?

বৰা : অৰ্থাৎ আপোনাৰ প্ৰশ্নৰ বন্ধা "ফৰমুলা" মতে আজি মই ক'ব পাৰিম যে বিশেষ দৰকাৰ এটাত আহিলোঁ।

ডাঃ মিছ ফুকন : যেনে···

বৰা : এই সংখ্যাৰ মেডিকেল জাৰ্নেলখন দেখিছে নে? এয়া চাওক। আপোনাৰ প্ৰবন্ধটোৰ বিষয়ে খুব ভাল সমালোচনা এটা দিছে।

ডাঃ মিছ ফুকন : হয়নেকি চাম, বাৰু থওক।

বৰা : কি হ'ল—আপুনি দেখোন হিম-বিন্দুৰ-পৰা কথাষাৰ ক'লে। আগ্ৰহ হ'ব বুলি ভাবিছিলোঁ।

ডাঃ মিছ ফুকন : আগ্ৰহ নাই বুলিতো মই কোৱা নাই। প্ৰবন্ধটোতকৈ মই এক্সপেৰিমেণ্টটোৰ চূড়ান্ত ফলৰ ওপৰত গুৰুত্ব দিলে ভুল হ'ব জানো?

বৰা : সেই বুলি মানুহে ঐকিক অঙ্কৰ দৰে আগবাঢ়ি মনৰ অনুভূতি প্ৰকাশ কৰিব লাগিবনে?

ডাঃ মিছ ফুকন : জানো আপুনি কি কৈছে?

বৰা : বাৰু বাৰু ঠিক আছে। মই প্ৰবন্ধটো ইয়াতে ল'লোঁ। এতিয়া অলপ বহিমনে আপোনাৰ কাম আছে।

ডাঃ মিছ ফুকন : কাম অৱশ্যে এতিয়াই নাই। কেনিও যাবলগীয়াও নাই।

বৰা : কিয় আজি মঙ্গলবাৰ নহয় জানো? চলিহাৰ ঘৰলৈ যাবলগীয়া নাই জানো?

ডাঃ মিছ ফুকন : নাই, মই শৰ্মাৰ কেচটো বাদ দিছোঁ। মোৰ পক্ষে সম্ভৱপৰ নহ'ব।

বৰা : সেয়া। মই কোৱা নাছিলোঁনে; বলিয়া মানুহ এটাক চম্ভালা মুখৰ কথা নহয় বুলি। ভালেই কৰিছে আপুনি—মই কিন্তু আপোনাৰ কাৰণে চিন্তাই কৰিছিলোঁ।

ডাঃ মিছ ফুকন : হয় নেকি?

বৰা : এইটো পিচে প্ৰশ্ন নে বিক্ৰপ?

ডাঃ মিছ ফুকন : প্ৰশ্নৰ শ্ৰেণীবিভাগ কৰাৰ অধিকাৰ আপোনাৰ অৱশ্যে আছে।

চলিহা : এক্সকিউজ মি। মই উধাতু খাই আহিব-লগীয়া হ'ল ডাঃ ফুকন।

ডাঃ মিছ ফুকন : কি হ'ল ?

চলিহা : শৰ্মাৰ কথাবতৰাবোৰ দিনে দিনে বেয়া হৈ গৈছে। আজি যিটো অৱস্থাত পালোঁগৈ হয়তো অলপ বেলি হোৱা হ'লে তেওঁ আত্ম-হত্যাই কৰিলেহেঁতেন।

ডাঃ মিছ ফুকন : কি হৈছিল ?

চলিহা : শৰ্মাই আজি খিৰিকীৰপৰা তললৈ জপিয়াই দিব খুজিছিল। মানুহজন বেছিকৈ উত্তেজিত হৈছে। অলপতে খঙো উঠে। অৱশ্যে চিকিৎসাও তেনে হোৱা নাই।

বৰা : বৰুৱা বা আন কোনোবা ডাক্তৰ এজনক মাতি নি দেখুৱাওক।

চলিহা : বাট মুকলি থকা হ'লে ইয়ালৈ নাহিলোঁ-হেঁতেন। আপুনি চেষ্টা কৰিলে বহুতকাম হয়। ডাঃ ফুকন আপুনি যদি মান্তি হয় !

ডাঃ মিছ ফুকন : মই যাম বাৰু।

বৰা : আকৌ যাব ?

চলিহা : আপোনাক কি বুলি কৃতজ্ঞতা জনাম মই ক'ব নোৱাৰোঁ। মই তেন্তে যাওঁ। বেছি সময় ৰ'ব নোৱাৰোঁ। আপুনি আহিব তেনেহ'লে।

ডাঃ মিছ ফুকন : মই গৈছোঁ, অলপ পিছতে।

চলিহা : বাৰু মই আহিলোঁ।

বৰা : আপুনি আকৌ এইখন কৰিলে ?

ডাঃ মিছ ফুকন : একো বেয়া কৰা নাই নিশ্চয়।

বৰা : কিন্তু······

ডাঃ মিছ ফুকন : ডাক্তৰ হিচাপে নিম্নতম যি কৰ্তব্য কৰা উচিত তাৰ বাবে আৰু এবাৰ চেষ্টা কৰিবই লাগিব।

বৰা : যি ভালদেখে আপোনাৰ মতৰ ওপৰতো···

দৃশ্যান্ত

[ ডাঃ ফুকনৰ চেম্বাৰ ]

ডাঃ মিছ ফুকন : চিষ্টাৰ—লাইটৰ পজিশ্যন ঠিক হোৱা নাই, অলপ পাছলৈ দিয়া। প্ৰিজ্‌মৰ ওপৰত ভালকৈ পৰিব লাগিব।······ও ঠিক হৈছে। শৰ্মা। আপুনি চাওক—লাইটৰ পিনে।

নাৰ্চ : এখেত দেখোঁন উঠি যাব খুজিছে।

ডাঃ মিছ ফুকন : থুঠিব শৰ্মা। সেইখন চকীত নহয়। মোৰ মুখামুখিকৈ থকা চকীত বহক।

নাৰ্চ : কিতাপখন দিলে উঠি নেযায় কিজানি।

ডাঃ মিছ ফুকন : দিয়া! শৰ্মা—আপুনি সেই কিতাপখনকে চাই থাকক—চলিহাই দি গৈছে। মাজে মাজে মাত্ৰ মই কথা সুধি যাম। আপুনি বহি থাকক, যাব খুজিলে ক'ব ; চলিহা বাহিৰত ৰৈ আছে।

শৰ্মা : হোঁঃ !

ডাঃ মিছ ফুকন : লাইট অহা বাটটো আৰু অলপ সৰু কৰি দিয়া।···ঠিক আছে, এতিয়া গোটেই পোহৰ প্ৰিজ্‌মৰ ওপৰত পৰিছেনে ?

নাৰ্চ : পৰিছে।

ডাঃ মিছ ফুকন : বাৰু এইবাৰ শৰ্মাৰ পাছফালে থিয় দি চোৱা পোহৰটো সেইফালে পৰিছে নে ?

নাৰ্চ : পৰিছে। বেছ বহল হৈ পৰিছে।

ডাঃ মিছ ফুকন : বাৰু শৰ্মা আপুনি কিবা দেখা পাইছে নে ?

শৰ্মা : নাই দেখা। একো দেখা নাই।

ডাঃ মিছ ফুকন : নাই দেখা ?…অ' পৰ্দাখন ডাঙি থৈছে কিয় ? বাহিৰৰ ৰিফ্লেকশ্যন হ'ব পাৰে। এইবাৰ দেখিছে নে শৰ্মা ?

শৰ্মা : নাই দেখা।

ডাঃ মিছ ফুকন : এতিয়া ? এইবাৰ দেখিছে নে ?

শৰ্মা : উস্ ! নাই দেখা।

ডাঃ মিছ ফুকন : চিষ্টাৰ লাইটটো অলপ কমাই দিয়া। বাৰু দেখিছে নে শৰ্মা ?

শৰ্মা : [ উত্তেজিত হৈ ] নাই—নাই—নাই—। নাই দেখা বুলি কৈছোঁ নহয় ! কিমান ক'ম ? [ টেবুলত ভুকুৱাই দিয়ে। গ্লাছৰ বস্তু সৰি পৰাৰ শব্দ ]

ডাঃ মিছ ফুকন : কি হ'ল ? কিবা এটা পৰি গ'ল ?

নাৰ্চ : [লকৈ ] একো হোৱা নাই। এই প্ৰিজ্‌মটো পৰি গৈছিল।

ডাঃ মিছ ফুকন : বেগেতে তুলি দিয়া—আগৰ ঠাইত। দিলা নে ?

নাৰ্চ : দিছোঁ।

ডাঃ ফুকন : শৰ্মা, এইবাৰ চাওকচোন।

শৰ্মা : একো নাই।

ডাঃ মিছ ফুকন : এহ্ চিষ্টাৰ ! প্ৰিজ্‌মটো কেনেকৈ দিলা ? ওলোটা হ'ল দেখোঁন।

শৰ্মা : নেলাগে দিব, মই কিবা এটা দেখা পাইছোঁ।

ডাঃ মিছ ফুকন : দেখিছে ? কি দেখিছে ?

শৰ্মা : ঠিক ধৰিব পৰা নাই।

ডাঃ মিছ ফুকন : ভালকৈ চাওক।

শৰ্মা : পোহৰৰ মাজত মই এগৰাকী নাৰী দেখা পাইছোঁ।

ডাঃ মিছ ফুকন : নাৰী ? কি কৈছে আপুনি ?

শৰ্মা : ঠিকেই কৈছোঁ। এগৰাকী নাৰী, চকু বেছ উজ্জ্বল। মোৰ পিনে চাই আছে।

ডাঃ মিছ ফুকন : মাই গড্। ময়ো দেখোঁন মুখ এখন দেখা পাইছোঁ, স্পষ্টভাৱে।

শৰ্মা : মইতো এয়া তোমাক, আই মীন, আপোনাক দেখিছোঁ ডাঃ মিছ ফুকন।

ডাঃ মিছ ফুকন : মোক ? ময়ো আপোনাক দেখা নাইতো ? বহল কপাল, তীক্ষ্ণ দৃষ্টি।

নাৰ্চ : [ হাঁহে ]।

[ দুৱাৰত টুকুৰিয়াৰ শব্দ ]

চলিহা : [ অলপ লকৈ কয় ] কি হ'ল ? কি হৈছে চিষ্টাৰ ?

নাৰ্চ : [ আকৌ হাঁহে ]

বৰা : কি হ'ব আৰু—শৰ্মাৰ বলিয়ালি দেখি।

চলিহা : [ লকৈ ] বৰা ! নিচিএৰিব্ ! মনে মনে থাকক। [ লকৈ সোধে ] কি হৈছে চিষ্টাৰ ?

নাৰ্চ : ক'ব লাগিছে কিয় ? শুনক।

শৰ্মা : দৃষ্টিৰ সাগৰত মই যেন সাঁতুৰি ফুৰিছোঁ ডাঃ মিছ ফুকন।

ডাঃ মিছ ফুকন : আপুনি……মীনা বুলিয়েই মাতিবলৈ অসুবিধা পাবনেকি ?

শৰ্মা : [ আবেগত আবৃত্তি কৰে ] ভগা আৰু গঢ়া—, সেয়ে মোৰ খতিয়ান, জীৱনত যৌৱনৰ এয়ে পৰিচয়। চাইক্ল'টনৰ গণ্ডী সৰকি যায়, ছুচকুৰ মিনতিৰ প্ৰাণৰ আকুতি।

বৰা : চলিহা অ' চলিহা—কি শুনিছে এইবোৰ [ বিলাপৰ সুৰত ]

চলিহা : [ লকৈ অথচ দৃঢ়ভাৱে কয় ]—বৰা। মনে মনে থাকক ! একো কথা নক'ব।

বৰা : মই দেখোন চকুৰে ধুৱঁলি কুঁৱলী দেখিছোঁ। মোৰ মুৰটো আচন্ত্ৰায় কৰিছে।

মিছেছ শইকীয়া : [ গল খেকাৰি থাকে ]।

ৰবা : কোন। আহক ইয়ালৈকে।

মিছেছ শইকীয়া : মইহে। ডাক্তৰ নাইনেকি? [বাহিৰৰপৰা কয়]

ৰবা : অ, আপুনি। আহক ভিতৰলৈ……

মিছেছ শইকীয়া : ভিতৰত কোনোবা আছে 'নেকি?

ৰবা : নাই—কোনো নাই—আহক।

মিছেছ শইকীয়া : [ভিতৰ সোমাই আহে] এবা বুজিছে নে? আজিকালি সুধিপুচি আহিব-লগীয়া হ'ল আৰু। সিদিনা আহি বিপদতে পৰিছিলোঁ।

ৰবা : কি হৈছিলনো?

মিছেছ শইকীয়া : কি হৈছিল সুধিছেহে। সিদিনা বুজিছেনে কোনোবা এটা, সৌটো কোঠাত সোমাই আছিল। বেমাৰ দেখুৱাবলৈ আহিছিল বোলে।

ৰবা : কোন? শৰ্মাৰ কথা কৈছেনেকি?

মিছেছ শইকীয়া : জানো নামধাম সুধিবলৈ নহ'ল। মই ডাক্তৰৰ লগত কথা পাতি থাকোতেই ভিতৰৰপৰা আহি মাহ চাউলৰ টোপোলাটো থপিয়াই নি সোপাকে খালে। কওঁতে আকৌ যিদৰে দাঁত নিকটাই দেখুৱালে।

ৰবা : তেনেহ'লে শৰ্মা হ'বই লাগিব। সেইবোৰ কাম শৰ্মাইহে কৰে। সেইখিনি অভিজ্ঞতা মোৰো আছে।

মিছেছ শইকীয়া : হয়নেকি? মানুহজন বলিয়া নেকি?

ৰবা : ময়ো বলিয়া বুলিয়েই ভাবিছোঁ। পিছে তেওঁ হেনো বলিয়া নহয়।

মিছেছ শইকীয়া : মই আৰু শপতেই কাঢ়িছিলোঁ, বোলো ইয়ালৈ আৰু কেতিয়াও নাহোঁ। পিছে মুৰকত আহিবলগীয়া হ'লেই।

ৰবা : কিবা বিশেষ দৰকাৰ আছিল হবলা?

মিছেছ শইকীয়া : দৰকাৰ নহলেনো আহোনে? ডাঙৰ ছোৱালীজনীৰ কালিৰপৰা জ্বৰ। আজি বেছিকৈ জ্বৰ উঠিছে। সেইবাবে আহিব-লগীয়া হ'ল। গৈগৈ ডাক্তৰৰ ওচৰলৈ নিলে আপোনাৰ যাওঁতে বাৰ অনা, আহোঁতে বাৰ অনা, মুঠতে কিমান হ'ল।

ৰবা : ডেৰটকা।

মিছেছ শইকীয়া : সেয়া চাওক। ডেৰটকা ৰিক্সা ভাড়াতে গ'ল। বাকীবোৰতো আছেই। সেইদেখি ইয়ালৈ নাহিলে উপায় আছেনে? আপোনাৰ ঘৰতো কাৰবাৰ অসুখনেকি?

ৰবা : নাই, অসুখ নাই কাৰো।

মিছেছ শইকীয়া : তেন্তে আপুনি বহি আছে কিয়?

ৰবা : এনেয়ে লগ পাম বুলি আহিছিলো।

মিছেছ শইকীয়া : এনেয়ে। আপুনিও ভাল মানুহ! ডাক্তৰৰ খহটা কথাৰ জুটি লবলৈকে বহি আছেনে?

ৰবা : তাৰ মানে?

মিছেছ শইকীয়া : আপোনাৰ কথা আপুনিয়েই ভাবিব। মই আকৌ…

ৰবা : ডাক্তৰ অহা দেৰী হ'ব বোধকৰোঁ। সম্ভৱ শৰ্মাৰ ঘৰলৈকে গৈছে।

মিছেছ শইকীয়া : তাৰ মানে মই বেছি সময় বাট চাই বহি থাকিলে আপুনি ভাল নেপায় হ'বলা।

ৰবা : আপুনি কিয় তেনেকৈ কৈছে?

মিছেছ শইকীয়া : মানে কিবা ভিতৰুৱা কথা

থাকিলে মই বহি থকাৰপৰা অসুবিধা নহ'ব জানো ?

ববা : নাই, ভিতৰুৱা কি কথা থাকিব। মানে চিনাকি আৰু বহুত দিনৰ।

মিছেছ শইকীয়া : চিনাকি বাটেবে গৈ মনবো চিনাকি হ'লেহে আকৌ লেঠা লাগে।

ববা : আপোনাক বাৰু ইমান ব্যক্তিগত খবৰ কিয় লাগে ?

মিছেছ শইকীয়া : নেলাগে আমাক সেইবোৰ খবৰ। বুজিছে ভাতৰ এটা পিটিকিলেই গম পায়— নিসনি কাঢ়িবৰ হ'ল নে নাই। যি গম ধৰিব লাগে মই ধৰি পেলালোঁ, পিছে কিমান দিনৰ চিনাকি ?

ববা : আপুনি দেখোন পুলিচৰ মানুহৰ দৰে প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰিছে।

মিছেছ শইকীয়া : ভয় খাব নেলাগে। মোৰ সুধিবলৈ একো কথা নাই। পিছে আপোনালৈ পুতৌহে হয়।

ববা : আপুনি দেখোন কথাই ক'ব নেজানে ?

মিছেছ শইকীয়া : হয় নে ? কথা কৈ কৈয়েই ইমানজনী হলোঁ। আপুনি এতিয়া শুকক বেদ পঢ়ুৱাবলৈ আহিছে।

ববা : আপুনি বেদ পঢ়িবও নেলাগে, শুক মুনিও হ'ব নেলাগে। মুঠতে পৰচৰ্চা বাদ দিয়ক।

মিছেছ শইকীয়া : পৰচচা কৰিবলৈ যাম কিয় ? সঁচা কথাহে কৈছোঁ। আপুনি যিমানে গাই বাই চাওক লাভ নহ'ব। ডাক্তৰৰ মনৰবেবো বোধকৰোঁ গড়ৰ ছালৰ।

ববা : ডাক্তৰৰ চেম্বাৰত বহি আপুনি তেওঁৰ বিষয়ে এইদৰে কোৱা নিশ্চয় উচিত হোৱা নাই।

মিছেছ শইকীয়া : আমি কিবা আগত ক'বলৈ গৈছোঁ নে ? আপোনাৰ ভালৰ কাৰণে সঁচা কথাটো কৈছোঁ।

ববা : মোৰ ভালৰ বাবে আপুনি চিন্তা নকৰিলেও হ'ব।

মিছেছ শইকীয়া : হেৰি, মাছ ধৰিব নোৱাৰিলে মিছাকৈ পানী ঘোদালি থকাৰপৰা কি লাভ হ'ব।

ববা : মোক একো উপদেশ নেলাগে আপোনাৰ।

মিছেছ শইকীয়া : শুনকচোন বাৰু। আমাৰ মিন্টুক দেখিছেনে নাই ?

বব : কোন মিন্টু ?

মিছেছ শইকীয়া : এঃ মোৰ ডাঙৰ ছোৱালীজনীৰ কথা কৈছোঁ। এবা চিনিনো পাব কেনেকৈ ? আমাৰ পিনেতো ভুলতো এভুমুকি নেমাৰে। ছোৱালীজনীৰ বাবে ল'ৰা এটা চাই দিব-চোন।

ববা : দৰা চাই দিয়াটো ডাঙৰ কথা।

মিছেছ শইকীয়া : একো ডাঙৰ কথা নহয়। আপুনি বাৰু এদিন যাবচোন আমাৰ পিনে। বুজিছে আমাৰ ছোৱালীক কামত পেলাব নোৱাৰে। স্বাস্থ্যও ভাল।

ববা : কিয় এতিয়াই ক'লে দেখোন অৰ হোৱা বুলি।

মিছেছ শইকীয়া : সেইবোৰ কথা শুনিলেহে খং উঠি যায়। ছোৱালী হ'ল বুলি পানী লগা জবো নহ'ব নে ?

ববা : কিয় নহ'ব।

মিছেছ শইকীয়া : কিয় নহ'ব। কথা কবলৈ আহিছে। থক হেৰি আপোনাৰ কথা। কোনে

আপোনাৰ লগত কথা পাতে। থাওক আপুনি নাম জপ কৰি, মই যাওঁ⋯গুচি যায়।

ববা : হাঁহি : ভাল বাৰু।⋯

ববা : অ' চিট্টাৰ, শৰ্মাৰ খবৰ কি?

নাৰ্চ : খবৰ আৰু কি—একেই

ববা : আপোনাক কিন্তু শলাগিব লাগিব দেই।

নাৰ্চ : মোক! কি জগৰ লগালোনো মই?

ববা : ধেমালি কৰা নাই। সঁচাকৈ কৈছোঁ, শৰ্মাৰ সন্মুখত বহি থাকিবলৈ বহুত শক্তি লাগিব কিন্তু। আপোনাৰ সেই শক্তি আছে।

নাৰ্চ : অ' সেইটো কথা। আমাৰ বৃত্তিৰ এইবোৰ নিয়মিত কথা। জীৱিকাৰ কথা নহয় জানো এইবোৰ?

ববা : এঃ আপুনি আকৌ অমায়িক হৈ কথাটোৰ সুঁতিকে সলাই পেলালে। বাৰু ডাক্তৰ, মিছ ফুকন আহিছিলনেকি?

নাৰ্চ : ৰাতিপুৱাই আহিছিল। অলপ সময়ৰ আগতে গ'ল।

ববা : এবা ফুকনক লগ পাব লাগিছিল। কালিও চেষ্টাৰত লগ নেপালোঁ। ইয়াতে লগ পাম বুলি আহিছিলোঁ।

নাৰ্চ : অলপ আগতে অহা হ'লে পালেহেঁতেন।

ববা : আহিছিলোঁ ঠিক সময়ত, পিছে কি হ'ল জানে?

নাৰ্চ : ক'লেহে জানিম।

ববা : হঠাৎ চকু পৰিল ৰঙা চুৰেটাৰটোলৈ। সেইটো পিন্ধি ইয়ালৈ আহিলেতো শৰ্মাই খুদাই নেৰে। ভয়তে ঘৰলৈ উভটি গৈ চুৰেটাৰ সলাই আহোতে বেলিয়েই হ'ল।

নাৰ্চ : আপুনি তেন্তে ভালকৈয়ে ভয় খাইছে।

ববা : কৈছেহে নে। জীৱনটোক নো মেচিনৰ স্পেয়াৰ পাৰ্ট বুলি লওঁ কেনেকৈ। ব'ৰ সেয়া কিহৰ শব্দ? শৰ্মা আহিছেনেকি?

নাৰ্চ : আপুনিও চাটোকে বাঘটো দেখিছে। শৰ্মা এতিয়া শুই আছে।

ববা : হয়নেকি?

[ বাহিৰত চুৰাৰ টুকুৰিয়াৰ। লগতে মাতে 'ঘৰত কোন আছে' ]

ববা : হেৰি কোনে মাতিছে বাৰু? চাওকচোন বেগেতে।

নাৰ্চ : কোন? আহক ভিতৰলৈকে।

ফেৰিৱালা : মোক মানে মোক দাম লাগে। বহুত লোকচান হৈ গ'ল মোৰ। দুপাচি বিলাহী একেবাৰে নষ্ট হ'ল।

নাৰ্চ : কি হ'ল—মই একো বুজা নাই।

ফেৰিৱালা : আপোনালোকৰ ঘৰৰ দাঁতিত মই বিলাহী বেচি আছিলোঁ। ইয়াৰপৰা এজন বাবু ওলাই গ'ল। ভাবিছিলোঁ বিলাহী কিনিব কিন্তু⋯

ববা : অ' আমাৰ শৰ্মাৰ লীলা। পিছে তুমি হ'বলা নেজানা এই মুলুকত ৰঙাৰ কাৰবাৰ নচলে। ৰঙা শাৰী, ৰঙা চুৰেটাৰ, ৰঙা বিলাহী একোৱেই নচলিব।

ফেৰিৱালা : পকা বিলাহী ৰঙা নহৈ কি হ'ব। সেইটো কি জগৰৰ কথা? সেইবুলি মোৰ দুই পাচি বিলাহী গচকি নষ্ট কৰি দিবনে?

ববা : তোমাৰ ভাগ্য ভাল যে বেচাৰা বিলাহী-খিনিয়েই গচক মূৰ পাতি ল'লে!

ফেৰিৱালা : আপুনি মোৰ ভাগ্য ভাল বুলি ক'লে? মোৰ কিমান লোকচান হ'ল জানে জানো? মোক দাম লাগিবই।

নাৰ্চ : চলিহাও নাই মইনো এতিয়া কি কৰোঁ। আপুনিয়েই পাৰে যদি কিবা এটা কৰক এওঁক, বুজাই কওক।

ববা : বুজাবলৈ কি আছে। হেৰা তুমি সোনকালে যোৱাই ভাল। মই হ'লে তোমাৰ ভাগ্য ভাল বুলিয়েই ক'লোঁ। শৰ্মাই তোমাৰ লগত লম্ভিলে কিন্তু ৰক্ষা নাই।

ফেৰিৱালা : আপুনি কোনোবা বলিয়া মানুহৰ কথা কৈছেনেকি।

ববা : আক নো অতপৰে কিহৰ কথা ক'লোঁ। চিঙ্গাৰ সেয়া কোন শৰ্মা নেকি। মই—মই যাওঁৱেই।

ফেৰিৱালা : [ভয়ত] বাবু মোক অকলে থৈ নেযাব।

ববা : [কৈ কৈ যায়] অকলে থাকিবৰ মন নাই যদি গুচি আহা। অহা বাটেৰেই যোৱাবো উপায় ওলাব।

# সিঁচা পুখুৰীৰ মাছ

পদ্ম বৰকটকী

গাঁৱৰ প্ৰতিপত্তিশালী, শৰ্বশক্তিমান ঠিকাদাৰ মালভোগ হাজৰিকা, দেশৰ স্বাধীনতাৰ আগতে আছিল সমস্ত শক্তিৰ প্ৰতিভূ মৌজাদাৰ। নতুন ঠিকাদাৰী জীৱনতো মৌজাদাৰী যুগৰ অসীম শক্তিৰ শ্ৰীবৃদ্ধি, একেদৰেই হৈ থাকিল, আৰু তেওঁ "মৌজাদাৰ দেউতা" বুলিয়েই খ্যাত হৈ ৰ'ল। দুৰ্দান্ত হাতীৰূপী তেওঁৰ ক্ষমতা আৰু শক্তিৰ অন্যায় গচকত কিদৰে নিষ্পেষিত এটি নিচলা পৰিয়াল নিশ্চিহ্ন হ'ল, তাৰে কৰুণ কাহিনী।

চৰিত্ৰ :

ৰতন কাই : মৌজাদাৰৰ হাতী মাউত।

সোণমাই : ৰতন কাইৰ জীয়েক।

সোণমাইৰ মাক :

ৰজনী : গাঁৱৰ ডেকা ল'ৰা।

মালভোগ মৌজাদাৰ : আগৰ মৌজাদাৰ, এতিয়া ঠিকাদাৰ।

অনিৰুদ্ধ : মৌজাদাৰৰ ডেকা পুতেক।

গাঁওবুঢ়া :

পুলিচ বিষয়া :

ছুটামাৰ্ন কিশোৰ ল'ৰা :

প্ৰথম প্ৰচাৰ : ১৯৭০

১ম ল'ৰা : বাৰু ৰতন কাই, আমাৰ যে প্ৰধানমন্ত্ৰী, তেওঁৰ বিষয়ে তুমি কি জানা ?

ৰতন কাই : চব জানো। তেওঁ হাতীৰ মাউত হৈছে। ইপিনে হাতীটোৰ চৰিত্ৰও চিনি নাপায়, মালিকৰ লগতো ভাল নাই। গতিকে হাতীয়েও অঘটন ঘটাব পাৰে, মালিকেও বাটৰ ভিক্ষাৰী কৰিব পাৰে।

২য় ল'ৰা : তেওঁক দেখোন হাতীত উঠা আমি দেখা নাই।

ৰতন কাই : গৰুহঁত চৰ্কাৰেই হাতী, চৰ্কাৰেই হাতী।

১ম ল'ৰা : বাৰু, মোৰ ককাইদেৱে যে কলেজত পঢ়ি আছে, তেওঁ বেয়া কাম কৰিছেনেকি ?

ৰতন কাই : কলেজত পঢ়া মানেও হাতীত উঠাই। কলেজ-হাতীত উঠি আনবোৰ মানুহক অজ্ঞ বুলি ভাবিছে। নামি আহিছে সি বুজিব যে হাতীৰ পিঠিৰপৰা দেখাৰদৰে পৃথিৱীৰ মানুহ-বোৰ তাতকৈ চাপৰ নহয়।

২য় ল'ৰা : আমাৰ যে এম্‌-এল্‌-এ আছে তেওঁ একা ?

ৰতন কাই : তাৰ কথা মোক সুসুধিবি। সি কটাৰ-পোৱে মোক পাগল বুলি কয়। সি হাতীৰ নেজত ধৰি ওলমি থাকি ভাবিছে, মোৰ নিচিনা মানুহৰ মূৰবোৰ লবক-ফৰক বুলি।

১ম ল'ৰা : তেন্তে হাতীৰ মাউত হোৱা বা হাতীৰ পিঠিত উঠাটো বেয়া কামনেকি ৰতন কাই ?

ৰতন কাই : গৰুহঁত, লোকৰ হাতীৰ মাউত নহ'বি, অচিন হাতীত নুঠিবি। তেতিয়া মোৰদৰে অৱস্থা হ'ব। হাতীৰ মাউত হ'ব খুজিলে হাতীৰ মালিক হৈ লবিহঁক।

২য় ল'ৰা : [অলপ দূৰলৈ গৈ চিঞৰি] মই মাউত হ'মেই।

১ম ল'ৰা : [চিঞৰি দূৰৰপৰা] মই মাউত হ'মেই।

ৰতন কাই : [খঙেৰে] সদায় কৈছো মাউত নহবি। আকৌ হ'ম বুলি কৱ তহঁতে। আজি বাপেৰে ৰ…তহঁতক…কটা কুকুৰহঁত…মাউত হ'বি ? ৰ আজি……

[ল'ৰাহঁতক দৌৰি খেদি যাওঁতে কৈ যায়]

গাঁওবুঢ়া : পুলিচ দেউতা…

পুলিচ-বিষয়া বৰুৱা : মই পুলিচ নহয় গাঁওবুঢ়া, পুলিচৰ ওপৰৱালা চাহাবহে।

গাঁওবুঢ়া : বুইছোঁ দেউতা, মুখতহে কিবা ওলায়। [খৰকৈ] দেউতা, সৌটো, সৌটো ৰতন; আপুনি যে সুধিছিল, কোনোবা এটা মানুহে পাগলৰ ভাও ধৰি চৰকাৰৰ বিৰুদ্ধে প্ৰচাৰ কৰা বুলি, সেই দৌৰি যোৱা মানুহটোৱেই সেইটো। আপোনাক কোনোবাই মিছাকৈ লগাইছে। সি যে সঁচাকৈয়ে পাগল, এই কথা আমি ভালকৈ জানো।

পুলিচ-বিষয়া : বাৰু তাক মাতাচোন।

গাঁওবুঢ়া : অ' ৰতন কাই, ৰতন কাই…

[ৰতন আহি কোপাই কোপাই গাঁওবুঢ়াৰ ওচৰত ৰয়]

ৰতন কাই : [কোপাই] কেলেই চিঞৰিছিলা ? তোমাৰ নিচিনা হাতী নোহোৱা মাউতৰ লগত মোৰ কি কথা থাকিব পাৰে ? লগত এইটো কাক পালা ?

গাঁওবুঢ়া : এখেত জিলাৰপৰা আহিছে। ডাঙৰ পুলিচ চাহাব।

ৰতন কাই : এওঁৰ দেখোন পুলিচৰ পোচাকটো নাই! খেদা খালেনেকি? হেঃ হেঃ হেঃ মই আগেয়েই কৈছিলোঁ, পুলিচৰ চাকৰিও হাতীয়েই—সেইটো হাতীত উঠি আনক অমানুহ বুলি ভাবিব নাপায়। পিছে……

পুলিচ-বিষয়া : [ধমকি দি] ৰবিচোন, তোক কিছু কথা সুধিব লগা আছে। তই…

ৰতন কাই : [ফেপেৰি পাতি] এই, মই আজি হাতীৰ পিঠিত নাই কাৰণেই তই ধমকিব সুৰত কথা কৈছ নহয়? খবৰদাৰ…

[দূৰত ল'ৰাহঁতৰ চিঞৰ "আমি হাতীৰ মাউত হ'মেই" বুলি মৰা চিঞৰ ডাঙৰ হৈ আহে]

ৰতন কাই : কোন মাউত হবি? ৰ কুকুৰহঁত বাপেৰ গৈছো।

[কৈ কৈ ৰতন কাই দৌৰ মাৰে]

পুলিচ বিষয়া : ইয়াক গ্ৰেপ্তাৰ কৰাই নিয়াব লাগিব থানালৈ। দুৰেতমান দিলে বলিয়ালি নোহোৱা হ'ব।

গাঁওবুঢ়া : জানো দেউতা আপুনি কি কয়!

পুলিচ বিষয়া : চৰ্কাৰ হাতী, চৰ্কাৰী চাকৰিয়াল মাউত আদি কথাৰ মাজেদি সি মানুহৰ মাজত সন্ত্ৰাসবাদী ভাব বিয়পাইছে বুলি মোৰ সন্দেহ হৈছে।

গাঁওবুঢ়া : ক্ষমতা আপোনাৰ হাতত যেতিয়া, আপুনি যি কৰো বুলি ভাবে তাকে কৰিব পাৰে। আমি কিন্তু তাক সঁচা পাগল বুলিয়েই জানি আহিছো।

পুলিচ বিষয়া : তাক তুমি কিমান দিনৰপৰা জানা?

গাঁওবুঢ়া : মোতকৈ দুবছৰমানৰহে ডাঙৰ। একেবাৰে সৰুৰেপৰা আজিলৈকে তাৰ প্ৰতিটো কথা জানো।

পুলিচ বিষয়া : বাক ব'লাচোন, তাৰ বিষয়ে তুমি প্ৰথমে মোক কোৱাগৈ। তাৰ আগৰ জীৱনৰ কথাবোৰ জানিলে মোৰ সন্দেহ সঁচা নে মিছা বুজিব পাৰিম।

[সক ল'ৰাকেইটামানে "মই মাউত হ'মেই" বুলি কৈ থাকে আৰু লগে লগে ৰতনে "কুকুৰহঁত" বুলি চিঞৰি কয়।]

ঘোষক : তামোলনী গাঁওৰ মালভোগ হাজৰিকা মৌজাদাৰ তামোলপুৰ মৌজাৰ প্ৰতাপী মৌজাদাৰ। ১৯৪৫-৪৬ চনৰ কথা। তেতিয়াৰ বৃটিছ চৰকাৰৰ বিশ্বস্ত অনুগত। এবছৰমান পাচত ভাৰতৰপৰা বৃটিছ চৰকাৰ গ'লত দেশীয় চৰ্কাৰৰ তলত মালভোগ মৌজাদাৰ মৌজা এৰি ঠিকাদাৰ হ'ল। ঠিকাদাৰ হোৱাৰ পাচত দেশীয় চৰ্কাৰৰ তলত তেওঁৰ প্ৰতাপ আগতকৈ অকনো নকমিল কাৰণে মানুহে তেওঁক মৌজাদাৰ বুলিয়েই থাকিল। সেই মালভোগ মৌজাদাৰৰ আগেয়ে দুটা হাতী আছিল। কিন্তু ঠিকাদাৰ হোৱাৰ পাচত এটা হাতী হ'ল আৰু বাকী এটা হাতীৰ ঠাই পূৰণ কৰিলে দুখন লৰী আৰু এখন জীপ গাড়ীয়ে।

তামোলপুৰ গাঁও চহৰৰপৰা ওঠৰ মাইল দূৰত। একেবাৰে ভিতৰুৱা গাঁও। একেটা ঘাই বাটত বাৰিষা পানীৰ আৰু খৰালি ধূলিৰ ৰাজত্ব।

[ঘুৰঘুৰিৰ শব্দ]

মালভোগ মৌজাদাৰ : এই ৰতন।

ৰতন : দেউতা।

মৌজাদাৰ : হাতীটো নি ফেহুৰাৰ ঘৰটো ভাঙি দেগৈ। সি কুকুৰে খাজনাও নিদিয়ে, ইপিনে তাৰ মুখত বৰ বৰ কথাও। মহৰী টেকেলাক লৈ যাবি।

ৰতন : ভাল দেউতা

[ ঘৰ ভঙাৰ শব্দ। তিৰোতাৰ কান্দোন-ভৰা মিনতি : ঘৰটো নাভাঙিবা ঐ ঈশ্বৰ, আমি ক'ত থাকিম ? ]

মৌজাদাৰ : ৰতন।

ৰতন : হয়, মৌজাদাৰ দেউতা।

মৌজাদাৰ : বাৰু কচোন তোৰ ঘৰৰ মুধচটো ওখ নে তোৰ হাতীটো ওখ ?

ৰতন : হাতীটো ওখ দেউতা।

মৌজাদাৰ : বাৰু তোৰ হাতীটোতকৈ ওখ ঘৰ গাঁৱত আছে নে ?

ৰতন : নাই দেউতা।

মৌজাদাৰ : [ ইঙ্গিত নিচিনা কৰি ] তেন্তে ? বুইছ, সদায় টকাই ডাঙৰ নহয়, সন্মানহে ডাঙৰ। এই হাতীটোৰ পিঠিত তই উঠি থকালৈকে কোনো তোতকৈ ডাঙৰ নহয়। ইমান এটা সন্মান পাইছ, তাৰ ওপৰত আকৌ কিহৰ দৰমহা বঢ়াৰ কথা কৱ তই ?

ৰতন : হয় দেউতা।

মৌজাদাৰ : যা, হাতীটো তোৰ ঘৰৰ চোতালত থিয় কৰাই তোৰ ঘৰটোৰ লগত জুখি চাগৈ।

ৰতন : ভাল দেউতা।

[ খিৰিক খিৰিক হঁতাল—আগত আগত ]

১ম মানুহ : মৌজাদাৰৰ হাতীটোৰ পিঠিত সুঠাম ৰতনকাই গুৱাই পৰে। সৌৱা চোৱাচোন।

২য় মানুহ : জানো কি কোৱা তুমি ? সেইটো হাতী লৈ সি যেতিয়া খাজানা নিদিয়া মানুহৰ ঘৰ ভাঙিবলৈ আহে, তেতিয়া তালৈ মোৰ বৰ খং উঠে।

১ম মানুহ : হওঁতে হয়, সেইটো হাতীৰ পিঠিত যেনেকৈ উঠি আমালৈ নোচোৱাকৈ গৈছে— সি যেন আমাক চিনিকে নাপায়। আমি যেন তাৰ আগত মানুহেই নহয়।

[ সঙ্গীত ]

সোণমাই : আই, সৌৱা পিতাই আহিছে। আজি হাতী ঘৰলৈকে আনিলে দেখোন।

সোণমাইৰ মাক : হাতীটোহে আনিছে। আহিছে চাগৈ' শুদা হাতে।

ৰতন : বইঠ, বইঠ, দঁতাল বইঠ। [ খন্তেক বৈ ] এই সোণমাই ৰ' নামি লওঁ। [ হাতীৰপৰা নামে ] চাহ পানীকে এবাতি সোণকালে দিবলৈ মাৰক কচোন। মই হাতীটো বান্ধি থৈ আহিবগৈ লাগে।

সোণমাইৰ মাক : হুঁ !

ৰতন : অ' তই পিছফালেই বৈ আছ ? হেৰ তোৰ কাপোৰৰ এই অৱস্থা কেলেই ? সেই ফটা গামোছাখন কেলেই মুৰত লৈছ ?

সোণমাইৰ মাক : মোৰ মুখখন খুলি নল'ব হ'লে। কাপোৰ থাকিলেহে পিন্ধিম। কাপোৰ বাদেই —গুৰি পকৱাইও মুখত খুদ এটা লৈহে গাঁতলৈ ওভতে। আপোনাৰ দৰে এনেকৈ শুদাহাতে সদায় বোধকৰো কোনো ঘৰলৈ নাহে।

ৰতন : হেৰ বচোন ক'বলৈ যে।

সোণমাইৰ মাক : কিটো ক'ম আৰু ? ল'ৰাৰ স্কুলৰ ফিজ দিয়া নাই, দোকানৰ বাকী টকা

দিয়া নাই, ঘৰটোত ৰবমুণ দিলেই পানী পৰে, গাভৰু ছোৱালী সোণমাইক এইবোৰ ফটা কাপোৰ পিন্ধাই বাহিৰলৈ উলিয়াবলৈ লাজ লগা হৈছে, আৰু কিটো হ'বলৈ বাকী আছে? দিনটো যদি হাতী লৈয়েই বলিয়া হৈ থাকে, তেন্তে বিয়া কৰাইছিল কিয়?

ৰতন : তোৰ দেখোন মুখখন আজি বৰ চলিছে।

সোণমাইৰ মাক : কমটো দুখত মোৰ মুখ চলিছেনে? [কান্দোনৰ সুৰ] এনেকুৱা অৱস্থাত পৰিমহি বুলি ভবা নাছিলোঁ। [দুবৈত থকা সোণমাইক চিঞৰি মাতি খণ্ডেৰে] এই বনৰী, গাভৰু হলি, লাজ নালাগে সেইদৰে ঢপলিয়াই ফুৰিবলৈ? গুচি আহ। [ইফালে ঘূৰি] সৌটো ৰজনী: আহিছে। সি ডেকা ল'ৰা এটাই বাৰু তাইক এইদৰে ঢপলিয়াই ফুৰা দেখিলে কি বুলিব? সি ৰজনী ঘাঁহী হে; সিনো কেনেকৈ মাক-বাপেকৰ সৈতে ঘৰখন চলাইছে? আপুনি দেখোন মাউত হৈও পৰা নাই।

ৰতন : আহ ৰজনী।

সোণমাইৰ মাক : ৰজনী বোপাই, তই কাম এটা কৰি দিব পাৰিবিনে?

ৰজনী : কিয় নোৱাৰিম কোৱা।

সোণমাইৰ মাক : মোক জেংখৰি কেইডালমান গোটাই দে। ৰাতি ভাত ৰান্ধিবলৈ কুটা এডালো নাই।

ৰতন : দে অ' ৰজনী, খৰি ছুডালমান গোটাই দে। মোৰ ওপৰত একেবাৰে অলি আছে। মই হাতীটো বান্ধি থৈ আহোঁ। তই কাইলৈ পুৱাই হাতীটোক গা ধুৱাবলৈ ওলাবি। ওঁ মই আহোঁগৈ।

সোণমাইৰ মাক : সোণমাই, অ' সোণমাই, ৰজনীক দাখন দে। মই গা ধুই আহোঁগৈ।

[আঁতৰি যায়]

সোণমাই : হাতখনত পিটিকি পিটিকি কি চাইছা?

ৰজনী : অবৈয়া ছলে বিন্ধিছে অ'

সোণমাই : হাতত নে?

ৰজনী : বুকুত।

সোণমাই : ধেৎ। দেউতা গ'ল ভাল হ'ল। দেউতাৰ আগত তোমাক মাতিবলৈও লাজ লাগে। দেউতাই সকলো বুজি পাব যেন লাগে।

ৰজনী : মাৰৰ আগত?

সোণমাই : আয়ে সকলো কথা জানে।

ৰজনী : আপত্তি নকৰে?

সোণমাই : ওহোঁ—

ৰজনী : দাখন?

সোণমাই : এয়া। উস্, দাখনৰ লগতে হাতখন ধৰিছা কেলেই?

ৰজনী : কেলেই ধৰিছোঁ ক'ব লাগিবনেকি?

সোণমাই : পিতায়ে বোলে হাতীৰ মাউত বা ঘাঁহীলৈ মোক বিয়া নিদিয়ে।

ৰজনী : কেনেকৈ জানিলি?

সোণমাই : আয়ে এদিন পিতাইক কৈছিল। পিতায়ে ক'লে বোলে মই হাতীৰ মাউত বা ঘাঁহীলৈ ছোৱালী বিয়া নিদিওঁ।

ৰজনী : [অলপ বৈ] সোণমাই [আবেগেৰে]

সোণমাই : ও! [কোমলকৈ]

সোণমাইৰ মাক : [দূৰৈৰপৰা চেপা মাতেৰে চিঞৰি] সোণমাই, অ' সোণমাই!

সোণমাই : [লৰালৰিকৈ] মই দা বিচাৰিছোঁ।

সোণমাইৰ মাক : [ ওচৰত ] অ' দা হ'বপাই এতিয়ালৈ বিচাৰিছ ? শুনচোন ৰজনী, সেই বাটলৈ চাচোন। সেইয়া আমাৰ ঘৰলৈ পোনাই অহা চাহাব হেন মানুহজন কোন ?

ৰজনী : [ আচৰিত হৈ ] সেইয়া সক দেউতা, আমাৰ মৌজাদাৰৰ পুতেক। কলিকতাত যে কলেজত পঢ়ে। কালিয়েই আহিল। হয় হয়, ইয়ালৈকে আহিছে।

সোণমাইৰ মাক : সোণমাই, যাচোন, ঘৰত চকী এখনহে, সেইখনকে চোতালত উলিয়াই দে। ভিতৰলৈনো কেনেকৈ আনিবি ? কাপোৰখন গাত ভালকৈ লৈ যা।

অনিৰুদ্ধ : তই চকী কালৈ উলিয়াইছ ? চাওঁ তই ৰতনৰে ছোৱালী নহয় নে ?

সোণমাইৰ মাক : [ দুৱাৰ মুখৰপৰা ] হয়, আমাৰে।

অনিৰুদ্ধ : হয়, হয়। তই সৰুতে আমাৰ ঘৰত কাঁহী বাতি ধোৱা মনত আছে। এতিয়া পিছে তই ডাঙৰো হলি, ধুনীয়াও হলি। সেইটো কোন ?

সোণমাইৰ মাক : আপোনালোকৰ ধাঁহী, ৰজনী।

অনিৰুদ্ধ : অ' ৰজনী। তই ইয়াতে থাকনেকি ?

ৰজনী : নাথাকোঁ দেউতা।

অনিৰুদ্ধ : কি কৰিছ ইয়াত ?

ৰজনী : [ লাজ কৰি ] আহিছিলোঁ আক !

অনিৰুদ্ধ : তই বিয়া কৰালি জানো ?

ৰজনী : নাই কৰোঁৱা।

অনিৰুদ্ধ : নাই কৰোৱা ? মই বুজিছো, তই সোণমাইকে বিয়া কৰাব খুজিছ বোধকৰোঁ। [ হাঁহি ] নহয় নে ?

সোণমাইৰ মাক : সোণমাই, সক দেউতাক তামোলকে দিওঁ এখন। বটাটো আনচোন।

অনিৰুদ্ধ : মই তামোল নাখাওঁ। জেপৰ চিগাৰেটকে এটা খাওঁ বাক। [ চিগাৰেট জ্বলায় ]

সোণমাইৰ মাক : আপুনি দেখোন চকীত ভৰি দিয়েই বল। দুখীয়াৰ ঘৰলৈ মৰম কৰি আহিছে, অকণমান বহক।

অনিৰুদ্ধ : নাই নবহোঁ। ৰতন মাউত ক'লৈ গ'ল ? হয় নে অ' সোণমাই ?

সোণমাই : হাতী বান্ধিবলৈ গৈছে। এটা কথা সোধোঁ ?

অনিৰুদ্ধ : সোধ। ওই দেখোন কথা পাতিব জনাও হলি।

সোণমাই : মৌজাদাৰণী আয়ে কৈছিল, আপুনি বোলে কলিকতাত চিনেমা কৰিব খুজিছে ?

অনিৰুদ্ধ : ও ! বেয়া হৈছেনেকি ?

সোণমাই : কেলেই বেয়া হ'ব ? আপুনি ইমান শুৱনী মানুহ। চিনেমাত দেখিবলৈ খুব ভাল হ'ব।

অনিৰুদ্ধ : তই চিনেমা দেখিছ জানো ?

সোণমাই : দেখিছোঁ। মৌজাদাৰণী আইৰ লগত তেজপুৰলৈ যাওঁতেও দেখিছোঁ, আমাৰ গাঁৱলৈ মাজে মাজে অহা চিনেমাও দেখিছোঁ।

অনিৰুদ্ধ : পিছে তোৰ চিনেমাত নামিবৰ মন নেকি ?

সোণমাই : ইস্, আমাৰ নিচিনা গাঁৱলীয়া ছোৱালীক চিনেমাত কিয় ল'ব ? আমি কিবা চিনেমাত ল'বৰ লায়েকনে ?

অনিৰুদ্ধ : নহয় বুলি তোক কোনে ক'লে ?

সোণমাই : [ নিমাত ]

সোণমাইৰ মাক : এই ছোৱালীজনী বৰ কথকী

হ'ল। আপোনাকনো তাই এইদৰে কথা সুধিবলৈ সাহ কৰিব লাগেনে?

অনিৰুদ্ধ : কথা সুধিলেহে কথা শিকিব। তাই ভালেই কৰিছে। বাক মই যাওঁ। ৰতন আহিলে মোৰ ওচৰলৈ এবাৰ পঠাই দিবি—বুজিছ সোণমাই? তোৰ কথাবাৰ্তা মোৰ বেচ ভাল লাগিল।

সোণমাইৰ মাক : ইমান ধুনীয়া হৈছে ল'ৰাটো। ইয়াক এতিয়াই বিয়া কৰাই দিব লাগে।

ৰজনী : ডাঙৰ মানুহৰ কথা। ক'ত বা ছোৱালী ঠিক কৰে?

সোণমাইৰ মাক : তই সোণমাই, ডাঙৰ মানুহৰ লগত এইদৰে মুখ চলায় কিয়?

সোণমাই : ক'তনো মুখ চলাওঁ? ঘৰলৈ আলহী আহিছে, কথা পাতিলোঁ। শুনা নাই জানো, এতিয়া মোৰ কথা পতাহে ভাল লগা বুলি কৈ গৈছে।

ৰজনী : [ হমুনিয়াহ ]

সোণমাইৰ মাক : তই দেখোঁন ৰজনী দীঘল হমুনিয়াহ এৰিলি?

ৰজনী : এনেয়ে হে। মই যাওঁ, খৰি আনোগৈ।

সোণমাইৰ মাক : অ' তই হ'ব পায় খৰি লুৰিবলৈ যোৱাই নাই? হেৰ' যা বেগতে।

যোৰক : আপুনি চৰ্কাৰী চাকৰি কৰেনেকি? যদি কৰে তেন্তে চৰ্কাৰী চাকৰি নকৰা মানুহবোৰৰ আপোনাৰ সমান ক্ষমতা নাই যেন নালাগেনে? যদি ওখ চাকৰী কৰে, তেন্তে তলতীয়া চাকৰীয়ালক বেছেবা বুলি পুতৌ কৰিবৰ মন নাযায় নে? আপোনাৰ চাকৰীত যদি উপঢৌকন খা যোচ লোৱাৰ সুবিধা সৰ্বহাততকৈ বেছি, তেন্তে বাহিৰা আয় নথকা চাকৰিয়ালক সুধিবৰ মন নাযায় নে—তেওঁ কেনেকৈ চলিছে বুলি?

ৰতন মাউতৰো একে অৱস্থা আছিল। হাতীৰ পিঠিত উঠি থকালৈকে সি নিজক মালভোগ মৌজাদাৰৰ মৌজাৰ একমাত্ৰ শক্তি বুলি ভাবিছিল। চাকৰি কৰি নিজকে চৰ্কাৰ বুলি ভবাৰ দৰে সিও নিজকে হাতীৰ মালিকেই বুলি ভাবিছিল।

সোণমাইৰ মাক : হাতীটো বান্ধি আহোঁতেই ইমান পৰ হ'লনে?

ৰতন : তইনো সদায় সেইদৰে কেলেই কৱ? হাতী এটাৰ তদাৰক কৰাটো তোৰ ভাত বন্ধাৰ নিচিনা কাম নহয়।

সোণমাইৰ মাক : থওক হাতীৰ তদাৰকখন। মৌজাদাৰে আপোনাক খেদাই আন মাউত ল'লে মজা পাব। কাইলে যদি ৰজনীকে মাউত কৰি লয়, তেতিয়ানো আপুনি কি কৰিব?

ৰতন : হেঃ হেঃ হেঃ, ইঁহুৰালি তই। হেৰ' এইটো দঁতাল হাতীক মোৰ অবিহনে মৌজাদাৰে নিজেও বলাব নোৱাৰে। আন মাউত লোৱাৰ কথা বাদেই দে। হেৰি নহয় অ'......

সোণমাইৰ মাক : কি?

ৰতন : কাইলৈ পুৱাই হাতী লৈ কাঠ টানিবলৈ যাম। ইয়াৰপৰা ত্ৰিশ মাইলমান দূৰত।

সোণমাইৰ মাক : পিছে ঘূৰি আহিব কেতিয়া?

ৰতন : কেনেকৈনো কৰি এতিয়াই? এসপ্তাহমান হ'ব।

সোণমাইৰ মাক : সেইবোৰ অটব্য অৰণ্যত সাবধানে থাকিব। ঘূৰি নাহে মানে মোৰ বুকু কঁপি থাকে।

সোণমাই: সঁচা পিতাই, তই সেইবোৰ ঠাইত কাঠ টানিবলৈ গ'লে মোৰো বৰ ভয় লাগি থাকে।

সোণমাইৰ মাক: আৰু, পইচা ছুটামান দি নাথায় জানো? এইকেইদিন ল'বা-ছোৱালী ছুটাক কি খুৱাম?

ৰতন: হেৰি কৰিবি, সোণমাইক মৌজাদাৰৰ দেউতাৰ ওচৰলৈ পঠিয়াই দিবি। দিব। এই বাতিখন মই গৈ দেউতাক পইচাৰ কাৰণে ক'ব নোৱাৰোগৈ।

সোণমাইৰ মাক: আপুনি এইবাৰ ঘূৰি আহি আৰু এটা কাম কৰিব লাগিব। ইমানদিন আমি মৌজাদাৰৰ বাৰীৰ চুকতে ঘৰ লৈ আছো। সদায় থাকিম নে আৰু? এইবাৰ আহি আপুনি আমাৰ নিজাকৈ মাটি অকণ লৈ ঘৰ এটা সজাৰ দিহা কৰিব লাগিব।

ৰতন: সেইবোৰ হব দেচোন। মৌজাদাৰ দেউতাই মোক সদায় কয়—তেখেতৰ ভাল মাটি এটুকুৰা চাই-চিটি নিজৰ নামলৈ লৈ ঘৰ সাজিবলৈ। মইহে বৰ কানসাৰ কৰা নাই।

সোণমাইৰ মাক: সোণমাইৰ বিয়াৰ আগতে কিবা এটা ঠিক কৰিলেহে বিয়াখন মুকলিকৈ পাতিব পাৰিমহঁক।

ৰতন: ৰ'বিচোন, তাইৰ দেখোন দৰাই ওলোৱা নাই।

সোণমাইৰ মাক: মনেৰে……

ৰতন: তোৰ মনেৰে ৰজনীকে দিবি—নহয় জানো? সেইটো মই কেতিয়াও হবলৈ নিদিওঁ। হাতীৰ মাউত বা ধাবাইয়ে বিয়া কৰালে কি অৱস্থা হয়, তই নিজেই পাইছ দেখোন। জীয়েৰকো একেটা পুৰুষকে দিব খুজিছনে? আনকি ৰজনীক তই আসৈ দিয়াটোও মই ভাল পোৱা নাই।

সোণমাইৰ মাক: ক'তনো আসৈ দিছো।

[সঙ্গীত। সোণমাই দৌৰি সোমাই আহে।]

সোণমাইৰ মাক: হেৰ' সোণমাই, তই সেইদৰে দৌৰি আহিছ কেলেই? মানুহে কি বুলিব? চাওঁ, মৌজাদাৰৰ দেউতাই টকা দিলে নে?

সোণমাই: [মাকৰ ওচৰত বৈ] এয়া আই, পাঁচ টকা দিছে।

সোণমাইৰ মাক: ইমান দেৰি কৰিলি কেলেই?

সোণমাই: বুঢ়াই দিলেহে হৈছে। লোহাৰ বাকচ খুলি পিটিকি পিটিকি দিওঁতে এঘণ্টা কৰিলে। সুধিছিল, কালি পঠোৱা মাংস পালো নে নাই? মোৰ ক'বৰ মন গৈছিল, এটা ছাগলী মাৰি নিজে খাই আমালৈ দলি মাৰি দিয়া হাড় কিটুকুৰা সিজাই ভাত খাবলৈকে পইচা লাগে বুলি। নকলোঁ আৰু।

সোণমাইৰ মাক: নাপায় সোণমাই। সেইবোৰ গুৰুজন। তই মুখখন চণ্ডালি কথা ক'বি।

সোণমাই: কিয় চণ্ডালিম। সেই বুঢ়াটোৱে মোৰ হাত চাওঁ বুলি হাতখন এনেকুৱাকৈ পিটিকিছিল যে লাজ লাগি গৈছিল। মোলৈ কেনেকৈ চাইছিল! বৰ অসভ্য বুঢ়াটো।

সোণমাইৰ মাক: তেনেকুৱা কথা ক'ব নাপায়। বুঢ়া মানুহ এজনে তোক মৰম কৰিলেই জানিবা।

সোণমাই: থাবি তয়েই বুঢ়াৰ মৰম ল'বলৈ। মোক নপঠাবি। মই মানুহৰ চকুৰ চাৱনীতে সকলো কথা ধৰিব পাৰোঁ।

সোণমাইৰ মাক: ইস্ এইজনী বুঢ়ীৰ কথা শুনা।

বাক যাচোন এতিয়া দোকানলৈ। ভায়েৰকো লৈ যা। চাউল আনিবি আৰু মৌজাদাৰৰ ঘৰৰপৰা কালিয়ে দিয়া মাংসখন ৰান্ধিবলৈ তেল অকণমান আনিবি। আজি পিতায়েৰো ওলাবহি পাৰে। এসপ্তাহৰ ভিতৰতে আহিব বুলিছিল। আজি জানো এসপ্তাহ নহ'ল ?

সোণমাই : ধনাই ক'লৈ গ'ল ?

সোণমাইৰ মাক : ভায়েৰ স্কুললৈ গ'ল সৰস্বতী পূজাৰ চান্দা দিবলৈ। মোৰ লখিমীৰ চাকি দিয়া ঠাইত থোৱা পইচা চাৰি অনা লৈ গৈছে। হেৰ' সৌৱা কোন আহিছে ? মৌজাদাৰ দেউতাৰ পুতেক সৰু দেউতা নহয়নে ?

সোণমাই : হয়।

অনিৰুদ্ধ : কি কৰিছ অ'।

সোণমাই : আহক ককাইদেউ।

সোণমাইৰ মাক : হেৰ' সোণমাই। তই দেখোঁন সৰু দেউতাক হঠাতে নতুন সম্বন্ধ ধৰি ককাইদেউ বুলিলি ? বেয়া নেপাবনে ?

অনিৰুদ্ধ : নাপাওঁ বেয়া। ভাল হে পাওঁ। এই দেউতা-চেউতা সম্বন্ধবোৰ মই বৰ বেয়া পাওঁ।

সোণমাই : আপুনি তেজপুৰৰপৰা ঘুৰি আহিলগৈ বুলি শুনিছিলোঁ।

অনিৰুদ্ধ : কালিয়েই আহিলোঁ।

সোণমাইৰ মাক : [ ভিতৰৰপৰা ] সোণমাই, সৰু দেউতাক বহুৱাবি। তামোলকে এখন দিওঁ।

অনিৰুদ্ধ : নালাগে। মই তামোল নাখাওঁৱেই।

সোণমাই : কিয় ? আমাৰ ঘৰত খালে কিবা জাত যাবনে ?

অনিৰুদ্ধ : তই দেখোন বৰ কথা ক'ব পৰা হ'লি।

সোণমাই : জানে, আজি মৌজাদাৰ দেউতাই মোৰ হাত চাইছিল। মোৰ বৰ লাজ লাগিছিল।

অনিৰুদ্ধ : দেউতাই তোৰ হাত চাবলৈ কেনেকৈ পালে ?

সোণমাই : মই পুৱাই গৈছিলোঁ—পইচা আনিবলৈ।

অনিৰুদ্ধ : পিছে লাজ লাগিছিল কিয় ?

সোণমাই : [ অলপ বৈ ] এনেয়ে।

অনিৰুদ্ধ : পইচা দিলেনে ?

সোণমাই : পাঁচ টকা দিলে।

অনিৰুদ্ধ : হেঁা বাৰু, ময়ো দি যাওঁ পাঁচ টকা।

সোণমাই : নাই নালাগে নালাগে।

অনিৰুদ্ধ : ধৰ এয়া।

সোণমাই : [ অভিযোগেৰে ] হাতখন এৰি দিয়ক।

সোণমাইৰ মাক : [ ভিতৰৰপৰা ] দিছে যেতিয়া নলয় কেলেই ?

সোণমাই : [ সৰুকৈ, অভিযোগেৰে ] এৰি দিয়ক।

সোণমাইৰ মাক : [ ভিতৰৰপৰা ] তামোল নেদি সোণমাই।

সোণমাই : [ সৰুকৈ ] মোক আয়ে মাতিছে, এৰি দিয়ক। [ খন্তেক বিৰতি ]

অনিৰুদ্ধ : [ সুহুৰিয়াই ]

সোণমাই : এয়া তামোল।

অনিৰুদ্ধ : [ মুখত তামোল ভৰাই ] বাৰু, যাওঁ এতিয়া।

সোণমাইৰ মাক : [ ওলাই আহি ] ভাল বাৰু। আপুনি কেতিয়া যাবগৈ ?

অনিৰুদ্ধ : আছো দুই এদিন।

সোণমাইৰ মাক : তেন্তে খন্তেক বহকচোন। এটা কাম আছে।

অনিৰুদ্ধ : [ হাঁহি ] কি কাম ?

সোণমাইৰ মাক : বহকচোন এখন্তেক। সোণমাই

এইফালে আহচোন। ......[ ফুচফুচাই ] তোক পিছত আন এখন দিম। এইখন গামোচা দি সৰু দেউতাক সেৱা এটা কৰি দেগৈ। পৰহিলৈ বিহু। বিহু বুলিও দিয়া হ'ব, এনেয়ে সন্মান দেখুৱাও হ'ব।

অনিৰুদ্ধ : আবে সোণমাই, চাওঁ ৰবিচোন। তই এইবোৰ কি কৰিছ?

সোণমাইৰ মাক : গুৰুজন ঘৰলৈ আহিলে সন্মান কৰি গামোচা এটুকুৰা দিয়াতো আমাৰ নিয়মেই। লওক সৰুদেউতা গামোচাখন।

অনিৰুদ্ধ : ৰাক, চাওঁ তোৰ কাণখন সোণমাই। অ' এতিয়া ক, গামোচা কেলেই দিয়ে?

সোণমাই : এনেয়ে......মানে......

অনিৰুদ্ধ : আকৰী, মৰম চেনেহ জনাই দিয়ে। বাৰু, যাওঁ মই।

সোণমাইৰ মাক : বৰ ভাল লাগে মানুহজন। বাপেকৰ দৰে আমাক সৰু মানুহ বুলি ছেই ছেই নকৰে।

দৃশ্যান্তৰ

সোণমাই : আই সৌৱা পিতাই আহিছে।

সোণমাইৰ মাক : যা, যা, বেগেতে পানী এলোটাই গামোচা এখনে উলিয়াই দেহি। মই জুহালত জুইকুৰা জ্বলাই দিওঁগৈ। ইস্ ৰাম, মানুহজন একেবাৰে ক'লা পৰি আহিছে।

ৰতন : উস্, বৰ কষ্ট আই। [ মুখ ধুই ধুই ] এই কেইটা দিনতো কোনফালে গ'ল ক'ব নোৱাৰোঁ। হেৰ' ৰজনীও আহিছে, তাকো দিবি পানী-ছুনি এটোপা।

সোণমাইৰ মাক : এনেকৈ লোকৰ কামত দেহাটো ঘুণীয়া কৰি কি হ'ব? টকাকে বেছিকৈ দিব নে সা-সম্পত্তিকে দিব?

ৰতন : তথাপি দেচোন নিজৰ কাম বুলি সদায়ে কৰি আহিছোঁ। এতিয়াও কৰোঁ। ভগৱানে দেখিছে।...সৌটো ৰজনী আহিছে।

সোণমাইৰ মাক : ক'তা ৰজনী দেখোঁন ঠিকেই আহিছে। অকণো পোটোকা পৰা নাই। আপোনাৰনো এই অৱস্থা কিয়?

ৰতন : হেৰ' বয়সৰ হিচাপ এটাও আছে নহয়? নহয়নে অ' ৰজনী?

ৰজনী : কিহৰ বয়সৰ ব্যৱধানটো? তুমি নাখাই-নবৈ কেৱল হাতীটোকে খুৱাই টনকিয়াল কৰি ৰখাতে ব্যস্ত। তোমাৰ তেনেকুৱা হ'বই। জানে আই, এওঁ ভাতমুঠিও ঠিক সময়ত নাখায়।

ৰতন : এস্, সেই জন্তুটোৰ মোৰ ওপৰতে আশা। মই কোন সতেৰে আওহেলা কৰো? ভাবি চাবিহঁকচোন।

সোণমাইৰ মাক : যাব এতিয়া, ইমান কষ্টৰ কাৰণে কেইদিনমান ছুটী ল'বগৈ।

ৰতন : মই ছুটী ললে হাতীটোক কোনে চাব?

সোণমাইৰ মাক : কেলেই? ৰজনীয়ে...... ?

ৰতন : হেঃ, মই নহলে ৰজনী হাতাৰ ওচৰকে চাপিব নোৱাৰে।

সোণমাইৰ মাক : ঈশ্বৰে নকৰক আপোনাৰ কাইলৈ নৰিয়া এটা হলে হাতীটোৱে কিবা আপোনাৰ অবিহনত লঘোন দিবনে? মৌজাদাৰে হাতী বহুৱাই ৰাখিবনে?

ৰতন : ভগৱান আছে নহয়। তেনেকুৱা অথন্তৰত মোক কেলেই পেলাব?

সোণমাই : পিতায়ে যে আৰু কি কৰাইচ মহাজনটো পালে। অনিৰুদ্ধ ককাইদেউ মহাজন হলেও ভাল আছিল।

সোণমাইৰ মাক : বাৰু তই বৰ কথা মাতিব নালাগে। ৰজনীক মুখ-হাত ধুবলৈ পানী দেগৈ যা।

[ ৰজনী আৰু সোণমাই গামলৈ ]

ৰজনী : [ সৰুকৈ ] তই দেখোন আজিকালি অনিৰুদ্ধ ককাইদেৱৰৰ নাম ববকৈ লয় ?

সোণমাই : হিংসা লাগিছে হ'ব পায়।

ৰজনী : ডিঙি কাটিম ঔ। তোকো কাটিম ময়ো মৰিম।

সোণমাই : [ নিমাত ]

ৰজনী : কি হ'ল ? চকুত পানী দেখোঁন। চাওঁ ধেমালিহে কৰিছো। চাওঁ সোণ, এনেকুৱাখন কৰ কেলেই ?

সোণমাই : তুমি মোক ইমান অবিশ্বাস কৰা ?

ৰজনী : ধেৎ আকৰা। মনে মনে থাক সোণ। মই ধেমালিহে কৰিছিলোঁ।

সোণমাই : [ ফুচফুচাই ] এবি দিয়া, আই আহিব এতিয়া

[ সঙ্গীত : বিহু গীতৰ সুৰ ]

সোণমাইৰ মাক : আপুনিনো এতিয়া বাতিপুৱাই ক'লৈ যায় ?

ৰতন : কেলেই ?

সোণমাইৰ মাক : সোণমাইক বাতিপুৱাই পঠিয়ালোঁ নৈৰপৰা পানী আনিবলৈ। ইমান দূৰ বাট মই পানী আনিব নোৱাৰোঁ। মূৰ ঘূৰায়। ইপিনে পুখুৰীটোৰো পানী একেবাৰে শুকাল।

ৰতন : কেলেই মৌজাদাৰ দেউতাৰ পুখুৰীৰপৰা নান কেলেই ?

সোণমাইৰ মাক : তাৰপৰা পানী আনিবলৈ নিদিয়ে। কিবা লেতেৰা হয় বোলে পানী।

ৰতন : কৰতো। তহঁতে চাগৈ তাত নামি পানী ঘোদালি নষ্ট কৰহঁক। বাৰু, পিছে মইনো কি কৰিব লাগে এতিয়া ?

সোণমাইৰ মাক : সোণমাইজনী যোৱা বহুত পৰ হ'ল। তাই নৈতে উটি গ'ল নে আন কিবা হ'ল এবাৰ চাই আহিব লাগে।

ৰতন : ধনাই ক'লৈ গ'ল ?

সোণমাইৰ মাক : ক'ব নোৱাৰোঁ। চিঞৰি চিঞৰি পোৱা নাই।

ৰতন : বাৰু, তই পানী এটোপা তপতা। মই তাইক চুলি কোছাত ধৰি লৈ আহোগৈ।

[ সঙ্গীত : খোজৰ শব্দ ]

সোণমাই : মোক যাবলৈ দিয়ক অনিৰুদ্ধ ককাইদেউ।

অনিৰুদ্ধ : তই আগতে মোক ক, চিনেমা কৰিবলৈ মোৰ লগত কলিকতালৈ যাবি নে নেযাব ?

সোণমাই : আই পিতাইক সুধিব আপুনি।

অনিৰুদ্ধ : নে ৰজনীক ? [ হাঁহে ] নহ'লে তেজপুৰলৈকে ব'ল।

সোণমাই : মই নাজানো সেইবোৰ।

অনিৰুদ্ধ : চাওঁ এইফালে আহচোন।

সোণমাই : কি ?

অনিৰুদ্ধ : অকলে কিয় আহ পানী নিবলৈ ?

সোণমাই : কাক লৈ আহিম ?

অনিৰুদ্ধ : এই ঠাইটুকুৰা কিমান নিৰ্জন দেখিছ ?

সোণমাই : ওঁ।

অনিৰুদ্ধ : তোক যদি মই ইয়াতে এতিয়া এনেকৈ ধৰোঁ ?

সোণমাই : [ কোঁপাই কোঁপাই ] এৰি দিয়ক, ককাইদেউ আপোনাৰ ভৰিত ধৰিছোঁ এৰি দিয়ক……এৰি…… উস্, মই চিঞৰি দিম এতিয়া।

অনিৰুদ্ধ : [ ফুচফুচাই ] ইমান ভয় কৰিছ কিয় ? একো নাই……

সোণমাই : [ আতুৰত ] পিতাই……

ৰতন : কোন ? কোন ? কটা নিধক কুকুৰ, বাপেৰক চিনি পোৱা নাই ? চৰিয়াই দাঁত সৰাম।

[ জোৰেৰে চৰ মাৰে। অনিৰুদ্ধ পলাওঁতে ৰতনে পিছে পিছে খেদি গৈ আৰু এগোৰ মাৰে। সোণমাসে উচুপে। ]

অনিৰুদ্ধ : [ দূৰৰপৰা ] মই বন্দুক আনো ব'। তোক আজি গুলিয়াই মাৰিম।

ৰতন : [ খঙত কোঁপাই ] মৌজাদাৰ দেউতাৰ— অধহচ ল'ৰা তই। যা, বাপেৰে আজি তোক শেষ কৰিব। গৈছো মই।……ব'ল মৰতী, ঘৰলৈ ব'ল। তই দেখিছোঁ মোক একামোৰ খাবি।

সোণমাই : মই কি কৰিছোঁ……

ৰতন : চুপ থাক। ব'ল।

[ ডবা বজোৱাৰ শব্দ ]

মালভোগ মৌজাদাৰ : [ ঘুৰঘুৰিৰ শব্দ ] ওঁম জটাধাৰী প্ৰভু। ভোলানাথ তুমি হৰ, তুমি হৰি, তুমিয়েই সৃষ্টি, হে প্ৰভু……। আজি দেখোন পূজাৰী বামুণৰ বৰ দেৰি ? নহ'ব, পূজাৰী বামুণক কবি, ইমান দেৰিকৈ গোসাঁই ধুৱাবলৈ আহিলে, আন বামুণ লম। গোসাঁই ধুৱাই উঠালৈকে মই পানী এটোপা মুখত দিবলৈ বৈ থাকিব লাগে। আৰু হেৰ' [ ঘুৰঘুৰি খোৱাৰ শব্দ ] মাতচোন, অনিৰুদ্ধক মাতচোন এবাৰ।

অনিৰুদ্ধ : [ প্ৰায় খঙেৰে ] কি দেউতা ?

মালভোগ মৌজাদাৰ : গোঁসাই ধুৱাই উঠালৈকে মই একো কামত লাগিব নোৱাৰোঁ। এতিয়া কচোন, কুকুৰ ধুলি ৰতন মাউতে তোক চৈধ্য পুৰুষ উদ্ধাৰি এই পুৱাতে কিয় গালি পাৰিলে ?

অনিৰুদ্ধ : কিয় আৰু ? মই তাক মাতিছিলোঁ হাতীটো লৈ অলপ বজাৰৰ ফালে যাওঁ বুলি। সি দেখোন জ্বলি উঠিল।

[ ঘুৰঘুৰিৰ শব্দ ]

মৌজাদাৰ : জ্বলি উঠিল ?

অনিৰুদ্ধ : জাঙুৰ খাই উঠি ক'লে বোলে বাপেৰে কিমান টকা দিয়ে দিনে নিশাই খাটিবলৈ ? মোৰ হেনো তাক আদেশ দিয়াৰ অধিকাৰ নাই।

[ ঘুৰঘুৰিৰ শব্দ ]

মৌজাদাৰ : অধিকাৰ নাই ? বুজিছোঁ, সি বোধকৰোঁ আজিকালি কিবা ৰাজনৈতিক শিক্ষা পাইছে। হুঁ, মোৰ অঞ্চলত শ্ৰমিক কৃষকৰ ৰবমাত মই থকালৈকে নচলিব।……এই কেৰপাই, মাত, ৰজনীক মাত, মহৰীক মাত, এতিয়া গাড়ীৰ কাম কৰা টেকেলা দুটাকো মাত।

[ জোৰেৰে ঘুৰঘুৰি হোপাৰ শব্দ ]

মই সাজি দিয়া ঘৰ, মোৰ মাটি, মই দিয়া পইচা,

মোৰ হাতী—তাকে লৈ সি মোক, মোৰ ল'ৰাক গালি পাৰে ?

[ জোৰেৰে খুৰখুৰি হোপাৰ শব্দ ]

[ জোৰেৰে মাতে ] ৰজনী ।

ৰজনী : দেউতা ।

মৌজাদাৰ : হাতীটো চলাব পাৰিবি ?

ৰজনী : পাৰিম দেউতা ।

মৌজাদাৰ : [খুৰখুৰি হোপে ] যাহক, তই হাতীৰে এতিয়াই ৰতনৰ ঘৰটো ভাঙি দেগৈ । তইঁতে লগীখন লৈ যা । ঘৰ ভঙাৰ পাছত তাক তাৰ লামলাকটুসহ নি……নি কি কৰিবি ?…… নৈত পেলাই দেগৈ । ওহোঁ, তেতিয়া শাস্তি নহ'ব । শুন, তাক লামলাকটুসহ সপৰিয়ালে লৰিত তুলি নি…তুলি নি…হেৰি কৰ…বেটনী গাঁৱত যে কুঁহিয়াৰ শাল পাতিবলৈ খেৰৰ চালি এখন কৰি থৈছোঁ, তাত থৈ আহগৈ । সি তিলতিলকৈ শিকক । মোৰ পানীৰ হে মাছ সি । পানী সিঁচি দিয়াৰ পাছত ধেলপোঙা দিলেহে তাৰ শিকনি হ'ব ।

ড্ৰাইভাৰ : তাত অতিপাত কলেৰা বেমাৰ হৈছে । সেই বেতনী গাঁৱত…… ।

মৌজাদাৰ : [ খঙেৰে ] কলেৰা হোৱা ঠাইলৈ নপঠিয়াই তাক মই স্বৰ্গৰ অমৃত থকা ঠাইলৈ পঠিয়ামনে ? তৎক্ষণাৎ যাহঁক ।

[ সঙ্গীত অতি উচ্চ স্বৰলৈ উঠি যায় । সোণমাই সৰু ল'ৰাটো আৰু সোণমাইৰ মাকৰ কান্দোন ]

ৰতন : [ খঙত দাঁত কামুৰি ] তই ৰজনী মোৰ ঘৰ ভাঙিবলৈ হাতী লৈ আহিছ ? ইয়াকে কাটো বাপেকে ।

বহুত মানুহ : এই ধৰ ধৰ, বান্ধ বান্ধ ।

[ ৰতনক মাৰে, মৰাৰ শব্দ ]

ৰতন : [ কেঁকাই ] উস্ মৰিলোঁ ঔ ।

সোণমাইৰ মাক : মানুহজনক মাৰি নেপেলাব ঔ । মোকে মাৰক । ঘৰকে ভাঙক । আমি গুচি যাম ঔ ।

সোণমাই : পিতাইক আৰু নামাৰিব ঔ ।

ধনাই : [ কান্দি কান্দি ] পিতাই পিতাই, আমি যাওঁগৈ বল ।

[ ঘৰ ভঙা আৰু গাড়ীত বস্তু তোলাৰ শব্দ । পটভূমিত কান্দোন আৰু চিঞৰ বাগৰ চলি থাকে । ]

ড্ৰাইভাৰ : তোল, ৰতনক বান্ধিয়েই গাড়ীত তোল । ধৰ ধৰ ।

[ গাড়ীত ধুপুচকৈ পেলোৱাৰ শব্দ ]

ৰতন : উস্ ।

[ সোণমাই, সোণমাইৰ মাক, ধনাইৰ কান্দোন । লৰী ষ্টাৰ্ট কৰে আৰু চলি যায় । ]

পুলিচ বিষয়া : তাৰ পাছত কি হ'ল গাঁওবুঢ়া ?

গাঁওবুঢ়া : তাৰ পাছত ঘটনা বৰ করুণ হ'ল পুলিচ চাহাব দেউতা । সি ৰতনে সেই চালিখনৰ তলতে ঘৈণীয়েকহঁতক এৰি দা এখন লৈ ওলাই গ'ল । ক'ৰবাৰপৰা সাতদিনমানৰ মূৰত ঘূৰি আহি দেখিলে ইটোৰে সিটোক সাবটি তাৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটা কেতিয়াবাই মৰি আছে । অলপ ওচৰতে থকা দোকানীটোৱে তাক ক'লে, আটাইকেইটাই বমি কৰি কৰি পানী পানীকৈ মৰিল । চুবুৰীয়া কোনো মানুহ ওচৰলৈ নগ'ল বেমাৰৰ ভয়ত ।

পুলিচ বিষয়া : তাৰ পাছত ?

গাঁওবুঢ়া : [ শোকে খুন্দা মাৰি ধৰা মাতেৰে ] ওচৰে

দোকানখনৰপৰা জুই অকণমান নি সি ঘৰটো জ্বলাই দিলেগৈ। তাৰ পাছৰপৰাই সি একেবাৰে পাগল।

পুলিচ বিষয়া: ওচৰৰ দোকানত যে অলপতে মৌজাদাৰৰ পুতেকক ঘুগুলাকৈ পিটিলে, তাত তেন্তে সি নাই।

গাঁওবুঢ়া: সি থাকিব নোৱাৰেই। তাৰ কথা কোনে শুনে? কণল'ৰাৰ ছোৱালীজনী জোৰকৈ গাড়ীত তুলি ল'ব খোজোঁতেহে তেওঁক গাঁৱৰ মানুহে খুন্দিলে।

পুলিচ বিষয়া: কিন্তু ইয়াতো যে গণ্ডগোল হোৱা বুলি শুনিছোঁ।

গাঁওবুঢ়া: ইয়াত গণ্ডগোল একো নাই। আমি ৰাইজেহে সিদিনা নামঘৰত বহি সিদ্ধান্ত লৈছোঁ যে এনেকুৱা অত্যাচাৰী মানুহক গাঁৱৰপৰা আঁতৰাই নিবলৈ চৰ্কাৰক ক'ব লাগে। নহ'লে বক্তাৰক্তি হ'ব।

[ বহুত দূৰৰপৰা লাহে লাহে ওচৰলৈ ৰতনে কৈ আহে ]

ৰতন: চব হাতী, চব হাতী, চব হাতী, চব হাতী, চব হাতী, চব হাতী।

পুলিচ বিষয়া: সেইটো ৰতন। মাতাচোন তাক।

গাঁওবুঢ়া: অ' ৰতনকাই, ৰতনকাই।

ৰতন: [ ওচৰলৈ আহি ] কি হ'ল?

পুলিচ বিষয়া: এই, তই থানালৈ যাবিনে?

ৰতন: ওহোঁ। আকৌ নতুন হাতীত উঠো মই। বাৰু আপুনি কি কৰে?

পুলিচ বিষয়া: [ হাঁহি ] ধন ঘটো।

ৰতন: হে ধনো হাতী বন্ধু, ধনো হাতী। সেই ধনৰো মালিক আছে, কেতিয়া লৈ যাব গমকে নাপাব।

পুলিচ বিষয়া: চব যদি হাতীয়েই, তেন্তে আমিনো কি কৰিম? এই হাতীবোৰ নহ'লে আমি জীয়াই থাকিম কেনেকৈ?

ৰতন: ওঁ বুজিছা, হাতীবোৰ আঁতৰাই নিলে তোমালোক চিঁচা পুখুৰীৰ মাছৰদৰে ধৰফৰাই, খেলপোৰা দি মৰিবাহঁক। আৰু মই?—মই তেতিয়াহে কিবিলি পাৰি চিঞৰিম।—এতিয়া বুজি পালিহঁক—চব হাতী চব হাতী, চব হাতী, চব হাতী···চৰকাৰো হাতী, চাকৰিও হাতী, ধনো হাতী, চব হাতী, চব হাতী, হেৰ ল'ৰাহঁত বাচিব খুজিছ যদি হাতীৰপৰা নামহঁক।

কেইবাটাও ল'ৰাৰ: আমি হাতীত উঠিমেই, মাউত হমেই···।

ৰতন: [ খেদি যায় ] কুকুৰহঁত, হাতী নিজৰ কৰি লহঁক। মাউত নহবি। কিমান কম তহঁতক, কটা অধইচ গৰু, ৰ আজি তহঁতক। চব হাতী, হেৰ' তহঁতো স্কুলত পঢ়ি শুনি একোটা হাতী হলিহঁক—তহঁতক মাষ্টৰে লাংচিঙেৰে খুচি খুচি বলাই লৈ ফুৰাব। ঐ হাতী···হাতী···হাতী··· তহঁত চব হাতী।

[ কণ্ঠস্বৰ ক্ৰমে দূৰলৈ বিলীন হৈ যায় ]

# এদিন হঠাৎ গধূলি

হোমেন বৰগোহাঞি

চলচ্চিত্ৰ দেওনাত·ভৰি দি এদিন হঠাৎ গধূলি এক নিৰঙ্কুশ পৰিবেশত তৰুণে তাৰ গোপন মনৰ দুৱাৰ খুলি দিলে, আৰু যেন এক প্ৰবল আতংকত চিঞৰি উঠিল :

The years like great black oxen tread the world,
And God the herdsman goads them from behind,
And I am broken by their passing feet......

## চৰিত্ৰ

প্ৰদীপ : চাইক্ৰিয়াট্ৰিক, মেডিকেল কলেজৰ প্ৰফেচাৰ

তৰুণ : নাম কৰা উকিল

দুয়ো কলেজীয়া দিনৰপৰাই অন্তৰংগ বন্ধু

ৰাণা :

মিচেচ চৌধুৰী :

পথম প্ৰচাৰ : .৯৭২

ঘোষক : ড° প্ৰদীপ চলিহা আৰু তৰুণ বৰুৱা কলেজত পঢ়িবৰ দিনৰপৰাই অন্তৰংগ বন্ধু। বি. এছ. চি. পাচ কৰি প্ৰদীপে ডাক্তৰী পঢ়িবলৈ গ'ল। পিছত বিলাতৰ পৰা চাইক্ৰিয়াট্ৰিত উচ্চ শিক্ষা লাভ কৰি আহি এতিয়া মেডিকেল কলেজৰ প্ৰফেচৰ। তৰুণে বি-এল পাছ কৰি গুৱাহাটীত ওকালতি কৰে। দুয়োৰে বয়স প্ৰায় ৪০ বছৰ। কিবা এটা মোকদমাৰ সম্পৰ্কত আহি তৰুণে প্ৰদীপৰ ঘৰত আলহী হৈছে। প্ৰায় দহ বছৰৰ মূৰত দুয়ো বন্ধুৰে পুনৰ দেখাদেখি হৈছে। প্ৰদীপ এতিয়াও আবিবাহিত। তৰুণে বিয়াবাৰু কৰাইছে, ল'ৰা-ছোৱালী তিনিটা। এদিন হঠাৎ গল্পচ্ছলে :

প্ৰদীপ : তৰুণ, তোক লগ পাই আজি যে মোৰ কি ভাল লাগিছে কি কম। বহুবছৰৰ আগৰ প্ৰথম যৌৱনৰ দিনবোৰলৈ ঘূৰি যোৱা যেন লাগিছে।

তৰুণ : মই আহি পাবৰপৰা তই সেই কথাষাৰ দহবাৰমান কলি। কিন্তু প্ৰদীপ, তোৰ আৰু যৌৱনৰ দিনবোৰলৈ ঘূৰি যোৱা যেন লাগিব লাগে বিয়। তইতো এতিয়াও ওঠৰ-কুৰি বছৰৰ আগৰ সেই পিল্‌পিলিয়া ডেকাটো হৈয়েই আছ। আমিহে চল্লিচত ভৰি নৌ দিওঁতেই একেবাৰে বুঢ়া হৈ গ'লোঁ। ডাক্তৰ মানুহ, তই বোধহয় যৌৱনক ধৰি ৰখাৰ কিবা মন্ত্ৰ জান।

প্ৰদীপ : তইনো কি বুঢ়াটো হলি? চুলিবোৰ সৰি কপালখন কেৱল অলপ বহল হৈছে। ভালেই হৈছে দে। তোৰ নিচিনা এজন বিখ্যাত ঝানু উকিলক পিল্‌পিলিয়া ডেকাটো যেন দেখিলে ভাল নেদেখি। কপালৰ সামান্য বলি-ৰেখা আৰু টপা মূৰটোৰে সৈতে তোক এতিয়া খুব বিজ্ঞ যেন দেখি।......আমাৰ বাৰু কিমান বছৰৰ মূৰত পুনৰ দেখাদেখি হ'ল?

তৰুণ : দহ বছৰ মানেই হ'লনেকি? মোৰ বিয়াৰ কেইমাহমানৰ আগতেই গুৱাহাটীৰ চিনেমা হলত হঠাৎ তোৰ লগত এদিন দেখা হৈছিল। তেতিয়াই মই তোক মোৰ বিয়াৰ কথা কৈছিলোঁ। অহা নবেম্বৰত মোৰ বিয়াৰ দহ বছৰ পূৰ হ'ব।

প্ৰদীপ : দহ বছৰ? ইতিমধ্যেই আমাৰ জীৱনৰ পৰা দহটা বছৰ খহি পৰিল। বাঃ, সময়বোৰ যে কেনেকৈ পাৰ হৈ যায় ভাবিলেও আচৰিত যেন নালাগেনে? তই যদিও কৈছ যে মই দেখিবলৈ পিলপিলিয়া ডেকাটো হৈ আছোঁ, কিন্তু ভিতৰে ভিতৰে মই একেবাৰে বুঢ়া হৈ গৈছোঁ, জান? সিদিনা হঠাতে মোৰ মনত পৰিল যে মোৰ বয়স আঠত্ৰিছ হ'ল। চল্লিছত ভৰি দিবলৈ আৰু মাত্ৰ দুবছৰ বাকী। কথাষাৰ মনলৈ অহাৰ লগে লগেই মোৰ ৰাজ হাড়ৰ মাজেদি এনে এটা ঠাণ্ডা শিহৰণ বৈ গ'ল যে মই প্ৰায় কঁপি উঠিলোঁ। বহুদিনৰ আগতে ক'ৰবাত পঢ়িছিলোঁ যে গ্ৰীক্ অভিনেত্ৰী মেগিনা মাৰ্কিয়ে পয়ত্ৰিছ বছৰমান বয়সৰপৰাই দিনে-ৰাতিয়ে কেৱল এটা চিন্তাত আতংকিত হৈ আছিল। চিন্তাটো হ'ল চল্লিছলৈ আৰু বেছি দিন নাই, চল্লিছ মানেইতো যৌৱনৰ

বিদায়, তাৰ মানে মোৰ যৌৱন শেষ হ'ল, মই এতিয়া পাহাৰৰ ওপৰৰপৰা তললৈ পিছলি পৰাৰ দৰে যৌৱনৰ উচ্চ শৃংগৰপৰা প্ৰৌঢ়ত্বৰ অন্ধকাৰ গহ্বৰলৈ তীব্ৰ গতিৰে পিছলি পৰিব ধৰিছোঁ। মোৰো অৱস্থাটো হৈছে প্ৰায় মেগিনা মাকবিৰ দৰেহে

তৰুণ না চাইকিয়াট্ৰিষ্টৰ মুখত এইবোৰ কি কথা শুনিছো হে। তোৰ নিজৰ মনতেই যদি ইমানবোৰ ভয় আৰু আতংক, তেন্তে তই আনক কি সহায় কৰিবি।

প্ৰদীপ তই ঠিকেই কৈছ তৰুণ। এইটোৱেইটো হ'ল আচল সমস্যা। মোৰ কথা বাৰু বাদেই দে। যি ফ্ৰয়েডে সমস্ত জীৱন ধৰি থাইকে কেৱল এই শিক্ষাই প্ৰচাৰ কৰিছিল যে মানুহে জীৱনত সুখী হ'বলৈ হ'লে আটাইতকৈ যিটো বস্তুৰ বেছি প্ৰয়োজন সেইটো হ'ল emotional honesty, অৰ্থাৎ নিজৰ মনত বিবেকৰ দংশন হ'ব পৰাকৈ কোনো কামেই লুকাই চুৰকৈ কৰিব নাপায়, সেই ফ্ৰয়েডে কি কৰিছিল জান? বৈবাহিক জীৱনত থকা অৱস্থাতে খুলশালীয়েক মীনা বাৰ্ণেইজৰ লগত বহু বছৰ ধৰি গোপনে প্ৰেম কৰিছিল। যিজন মানুহে সমগ্ৰ মানৱ জাতিৰ মানসিক ৰোগৰ চিকিৎসা কৰিবলৈ আগ বাঢ়িছিল, সেই মানুহজনে নিজেই গোটেই জীৱন ধৰি ভুগিছিল বদহজমী, পেটৰ বিষ আৰু মিগ্ৰেইনৰপৰা। এই আটাইবোৰেই হ'ল স্নায়বিক আৰু মানসিক অসুখৰ লক্ষণ। ইয়াকেই বোলে বেজৰ নাকতে খৰ।

তৰুণ । [হাঁহি] তাৰ মানে—Physician, heal thyself first...... তই বিয়া কৰ প্ৰদীপ। বিয়া কৰিলেই চব ঠিক হৈ যাব। তোৰ নিচিনা এটা বিলাত পাছ কৰা ডাক্তৰ, মেডিকেল কলেজৰ প্ৰফেচৰ, গ্ৰীক্ গডৰ নিচিনা চেহেৰা—এনেকুৱা এটা মানুহে আঠত্ৰিছ বছৰ বয়সলৈকে বিয়া নকৰাকৈ থকাৰ কিবা মানে হয়নেকি? মইতো কল্পনাও কৰিব নোৱাৰো—তোৰ নিচিনা এটা মানুহে ইমান দিনে দাংবৰলা হৈ থকাৰ কি কাৰণ থাকিব পাৰে?

প্ৰদীপ এটাই মাত্ৰ কাৰণ থাকিব পাৰে প্ৰদাপ : ভয়

তৰুণ : কি?

প্ৰদীপ : ভয়।

তৰুণ ভয়? কিহৰ ভয়?

প্ৰদীপ । বাৰু মোৰ কথা বাদ দে। বিয়া কৰাই সংসাৰ কৰি তোৰ নিজৰ খুব ভাল লাগিছে নহয়?

তৰুণ : ভাল? উঁ উঁ, ভাল লাগিছেতো। ভাল লাগেই। নহলে লাখ লাখ কোটি কোটি মানুহে বিয়া কৰাব কিয়?

প্ৰদীপ : আটাইতকৈ আচৰিত কথা কি, বকৰূপী ধৰ্মৰাজৰ এই প্ৰশ্নৰ উত্তৰত যুধিষ্ঠিৰে কি উত্তৰ দিছিল মনত নাই? চকুৰ আগতে মুহূৰ্তে মুহূৰ্তে মানুহ মৰি থকা দেখিও যে মানুহে জীৱনটোক আকুৰি থাকিব খোজে—কিমাশ্চৰ্যম অতঃপৰম! বিয়া কৰাই আনি অসুখী হোৱা দেখিওতো মানুহে বিয়া কৰাব পাৰে।

তৰুণ । বিয়া কৰাই চবেইতো আৰু অসুখী হোৱা

নাই। অসুখী দম্পতীতকৈ সুখী দম্পতীৰ সংখ্যাই সংসাৰত নিশ্চয় বেছি।

প্ৰদীপ: তাৰ মানে বুজিলোঁ—তয়ো সেই সুখী মানুহবোৰৰ ভিতৰৰে এটা। তোৰ ঘৈণীয়েৰকতো মই দেখাই নাই। খুব ধুনীয়া নেকি অ'? তোক লগ পাই মই আকৌ সেই চেঙেলীয়া দিনবোৰলৈ ঘূৰি গৈছোঁ। কথা-বোৰো তেনেকৈয়ে পাতিছোঁ। তই বেয়া নাপাবি আকৌ।

তৰুণ: ধেৎ কিয় বেয়া পাম। মোৰ চকুত নিশ্চয় ধুনীয়া। নহলে বিয়া কৰালোঁ কিয়?

প্ৰদীপ: প্ৰেম কৰি বিয়া কৰিছিলি, নহয়?

তৰুণ: প্ৰেম? আজি তোৰ হৈছে কি প্ৰদীপ? টাইম-মেচিনত নিয়াৰ দৰে তই মোক বহু বছৰৰ আগৰ যৌৱনৰ সেই উন্মাদ দিনবোৰলৈ ঘূৰাই লৈ গৈছ। কত দিন যে অতীতৰ বুকুলৈ ঘূৰি চাবলৈ সময় পোৱা নাই। ঘৰ আৰু কাছাৰী, খুন আৰু নাৰী ধৰ্ষণ, ইণ্ডিয়ান পেনাল কোড্ আৰু মক্কেল—এইবোৰৰ মাজতেই জীৱনটো যে কেতিয়া কেনেকৈ শেষ হৈ গ'ল কবই নোৱাৰিলোঁ। ভাবিলেও আচৰিত লাগে—এদিন ময়ো প্ৰেম কৰিছিলোঁ……

দৃশ্যান্তৰ: ফ্লেচবেক

ৰাণী: এই, একেথৰে গছজোপাৰ ফালে কি চাই আছা তুমি? মই আহিছোঁ, দেখা নাইনেকি?

[ তৰুণে একো উত্তৰ নিদি নীৰৱ হৈ থাকে ]

ৰাণী: হৈছে কি তোমাৰ আজি? কথা ক'বলৈ পাহৰিলানেকি তুমি?

তৰুণ: মই তোমাৰ কাৰণে কিমান সময়ৰপৰা ইয়াত ৰৈ আছোঁ জানা?

ৰাণী: কিমান সময়?

তৰুণ: এক যুগ। নহয়, এক যুগতো বোধহয় বেছি হ'ব। মোৰ এনেকুৱাহে অনুভৱ হৈছে, মই যেন ইয়াত তোমাৰ কাৰণে বহু যুগ বহু শতাব্দী ধৰি অসীম ধৈৰ্যৰে অপেক্ষা কৰি আছোঁ।……চাৰিটা বজাত আহিম বুলি সময় দি ইমান দেৰী কৰিলা কিয়? এতিয়া কেইটা বাজিছে খবৰ আছেনে নাই?

ৰাণী: কেইটা বাজিছে?

তৰুণ: পাঁচটা। পুৰা এক ঘণ্টা তুমি মোক অপেক্ষা কৰাই ৰখাই থৈছা। অৱশেষত বাটৰ মানুহে মোক ঘূৰি ঘূৰি চোৱা হৈছে।

ৰাণী: [ খিলখিলাই হাঁহি ] অ'—তাৰ মানে তোমাৰ ভাষাত এঘণ্টা মানে পুৰা এটা যুগ। নহয়, নহয়, এটা যুগ নহয়, বহু যুগ, বহু শতাব্দী…

তৰুণ: ধেমালি এৰা। তুমিতো আৰু প্ৰেমত পৰা নাই যে প্ৰেয়সী আহিব বুলি এনেকৈ এঘণ্টা সময় ধৰি অপেক্ষা কৰি থকাৰ যন্ত্ৰণাখিনি বুজিবা। তুমি আহিছা কেৱল কিছু সময় মোৰ লগত ফ্লাৰ্ট্ কৰি মোক ধন্য কৰিবলৈ। মোৰ দুখ তুমি কি বুজিবা!

ৰাণী: এই, ইমান বেয়া কথা মুখত আনিবলৈ তোমাৰ বেয়া লগা নাইনে?……আই অ' মোৰ সোণটো, ধমক খাই মুখখন দেখোন একেবাৰে কন্দনা মুৱা কেঁচুৱা ল'ৰা এটাৰ দৰে হৈ গ'ল। তেনেকুৱা নকৰিবা। মোৰ বেয়া লাগে নহয়। মোৰেই বাৰু মহা অপৰাধ হৈছে, মাফ্ খুজিছোঁ। এতিয়া যাওঁ ব'লা।

তৰুণ : [ ৰাণীৰ মুখত আদৰৰ মাত শুনি তাৰ অভিমান ভাগিল ] প্ৰথমে তুমি মোক কোৱা, কিমান সময় তুমি মোৰ লগত থাকিব পাৰিবা।

ৰাণী : কিমান সময় আৰু। এই ধৰা সন্ধ্যা ছয় বজা পৰ্যন্ত।

তৰুণ : পাগলনেকি ? এতিয়া হগাতে চাৰে পাঁচটা বাজিলেই। য'লৈ যাম তালৈ গৈ পাওঁতেই ছয়টা বাজি যাব।......আজি তোমাক মই ৰাতি নটা বজাৰ আগতে এৰি নিদিওঁ।

ৰাণী : ফাঁচী বজাৰৰ দোকান এখনলৈ যাওঁ বুলি মাক ফাঁকি দি আহিছোঁ, নটা বজালৈকে বাহিৰত থাকিবলৈ হ'লে মাহঁতে পুলিচক খবৰ দিব......পিছে ক'লৈ যাবা তাকেই নক'লা দেখোন।

তৰুণ : খাৰঘুলি পাৰ হৈ পাহাৰৰ ফালে গৈ থাকো ব'লা। য'তেই নিৰ্জন ঠাই পাম তাতেই বহিম।

ৰাণী : মই কিন্তু তোমাক এতিয়াই কৈ থৈছোঁ, সাতটা বজাতকৈ এক মিনিট সময়ো বেছিকৈ মই বাহিৰত থাকিব নোৱাৰোঁ।

দৃশ্যান্তৰ

তৰুণ : ৰাণী।

ৰাণী : কি ?

তৰুণ : মোৰ কেনেকুৱা লাগিছে জানা ?

ৰাণী : কেনেকুৱা লাগিছে ?

তৰুণ : এই মুহূৰ্ত্তে মোৰ মৰি যাবলৈ মন গৈছে।

ৰাণী : কিয় ?

তৰুণ : ইমান সুখ মোৰ সহ্য নহয়।

ৰাণী : মোৰো।

তৰুণ : ৰাণী।

ৰাণী : কি ?

তৰুণ : এটা কথা কওঁ ?

ৰাণী : কোৱা।

তৰুণ : মই তোমাক খুব ভাল পাওঁ।

ৰাণী : [ সকৌতুকে মধুৰ হাঁহি এটা মাৰি ] কিমান ভাল পোৱা ?

তৰুণ : মই তোমাক যিমান ভাল পাওঁ—পৃথিৱীৰ কোনো পুৰুষে কোনো তিৰোতাক কোনো দিনেই সিমান ভাল পোৱা নাছিল।

ৰাণী : কথাটো আৰু এবাৰ কোৱাচোন। তোমাৰ মুখত এই কথাষাৰ এশ বাৰ, এহেজাৰ বাৰ, এক লাখ বাৰ শুনিবলৈ মোৰ মন যায়।

তৰুণ : মই তোমাক খুব ভাল পাওঁ। মই তোমাক খুব ভাল পাওঁ......

ৰাণী : হৈছে, হৈছে, ইমানতে আৰু ক্ষান্ত দিয়া। ..... এই, এই, কি কৰা, আৰে, আৰে, তুমি কি প্ৰতিজ্ঞা কৰিছিলা পাহৰি গলানেকি ?

তৰুণ : কি প্ৰতিজ্ঞা কৰিছিলোঁ ?

ৰাণী : বাহ্ তেও এতিয়া পাহৰিয়েই গ'ল নিজে কৰা প্ৰতিজ্ঞাটোকে। তুমি প্ৰতিজ্ঞা কৰা নাছিলানে যে বিয়াৰ আগতে তুমি, তুমি......

তৰুণ : তোমাৰ শৰীৰ স্পৰ্শ নকৰোঁ ?

ৰাণী : পিছে এতিয়া কিয় প্ৰতিজ্ঞা ভংগ কৰিব খুজিছা ?

তৰুণ : মই আৰু অপেক্ষা কৰিব নোৱাৰোঁ ৰাণী। হয় তুমি সোনকালে বিয়াৰ দিন ঠিক কৰা, নহলে মই প্ৰতিজ্ঞা ভংগ কৰিম।

ৰাণী : বিয়াৰ দিনটো হ'বলা ছোৱালীয়েহে ঠিক কৰে ? তুমি তামোল-পাণৰ শৰাই এখন লৈ

দেউতাৰ ওচৰলৈ ছোৱালী খুজিবলৈ নোযোৱা কিয় ?

তৰুণ : যাম যাম ৰাণী, মই অতি সোনকালেই. কিজানি কাইলৈ বা পৰহিলৈকে তোমাৰ দেউতাৰাৰ ওচৰলৈ তেখেতৰ কন্যা-ৰত্নটি ভিক্ষা কৰিবলৈ যাম। কিন্তু মই এটা ডাঙৰ অন্তৰ্দ্বন্দ্বত ভুগিছো ৰাণী। মই এহাতে তোমাক অতি সোনকালে, এই মুহূৰ্ততে, সম্পূৰ্ণ নিজৰ কৰি পাব খোজোঁ, বিবাহিতা পত্নী ৰূপে পাব খোজোঁ ; আনহাতে আকৌ মই এই প্ৰেমৰ সময়খিনি প্ৰতীক্ষাৰ সময়খিনি স্বপ্নৰ সময়খিনি যিমান পাৰোঁ দীঘলীয়া কৰিব খোজোঁ। এবাৰ বিয়াখন হৈ গ'লেইতো আৰু……

ৰাণী : বুজিছো, বুজিছো. তোমাৰ মনত খুব ভয় আছে যে এবাৰ বিয়াখন হৈ গলেই familiarity will breed contempt.

তৰুণ : Not only contempt, familiarity will breed babies also.

ৰাণী : ধেৎ, অসভ্য ক'ৰবাৰ।

তৰুণ : ধেমালি এৰা ৰাণী তুমি আজি মোক এটা কথা দিব লাগিব।

ৰাণী : কি কথা ?

তৰুণ : তুমি মোক কথা দিব লাগিব যে তুমি কেৱল এই জনমতে নহয়, অহা জনমতো, তাৰ পিছৰ জনমতো, তাৰ পিছৰ জনমতো মোৰ পত্নী হৈ থাকিবা।

ৰাণী : বাঃ প্ৰেমৰ কি পৰাকাষ্ঠা !……এই কথাষাৰ তুমি আজিৰপৰা আৰু বিশ বছৰৰ মূৰত মোক সুধিবা। তেতিয়া মই তাৰ উত্তৰ দিম। তোমালোকৰ মতা-মানুহবোৰক চিনি পাবলৈ আমাৰ আৰু বাকী আছেনেকি ? তিৰোতাৰ দেহত যিমানদিন ৰূপ-যৌৱন থাকে সিমান দিনলৈকে কেৱল তোমালোকৰ মুখত মিঠা মিঠা কথা। ৰূপ-যৌৱন জহি-খহি শেষ হৈ যিদিনা বুঢ়ী হম—সেইদিনা দেখিমচোন তোমাৰ মুখত কিমান এনেকুৱা কথা ওলায়।

তৰুণ : তোমাৰ মনত ইমান বিষ আছিল বুলি মই জনাই নাছিলোঁ ৰাণী। বাপ, সে বাপ., মুখৰ কথাৰেই দেখোঁন তুমি মানুহৰ কলিজা পুৰি ছাই কৰি দিব পাৰা। তুমি যিদিনা বুঢ়ী হ'বা মই কিন্তু সেইদিনাও ঠিক আজিৰ নিচিনাই ডেকা হৈ থাকিম, নহয় ?……ৰাণী, তুমি অতি নীচ, অতি নিষ্ঠুৰ। যোৱা, আজিৰপৰা আৰু তোমাৰ লগত মোৰ কোনো সম্পৰ্ক নাই।

ৰাণী : এই, তেনেকৈ নকৰা। তোমাৰ খং উঠিলে, তোমাৰ মনত দুখ লাগিলে মোৰ মৰি যাবৰ মন যায় জানা। মানুহে যিটো বস্তুক জীৱনত আটাইতকৈ বেছিকৈ মূল্য দিয়ে সেইটো বস্তু কেনেবাকৈ হেৰাই বুলিয়েই মানুহৰ আটাইতকৈ বেছিকৈ ভয় নহয় জানেঁা ? তুমি মোক অমৃতৰ আস্বাদ দিছা। এই কাৰণেইতো মোৰ ভয় ইমান বেছি। এই অমৃতৰ আস্বাদ যদি কেতিয়াও নাপালোঁহেঁতেন, তেন্তে তাক হেৰুৱাৰ ভয়ো মোৰ মনত কেতিয়াও নোসোমালহেঁতেন। কিন্তু এতিয়া এই অমৃতৰ লগে লগে অতি ভয়ংকৰ ভয়ৰ বিষো তুমি মোৰ মনত সুমুৱাই দিছা। এই ভয় মোৰ জীৱনৰ চিৰ-লগৰীয়া হৈ

ৰ'ব ......এই, মুখখন তেনেকুৱা কৰি আছা কিয়? মই কিন্তু কান্দি দিম এতিয়া। শুনা, শুনা, আকৌ এবাৰ কোৱাচোন মোক সেই কথাষাৰ—তুমি মোক খুব ভাল পোৱা। আৰু এবাৰ মাত্ৰ কোৱা। মই তোমাক এটা পুৰস্কাৰ দিম।

তৰুণ : কি?

ৰাণী : মই তোমাক এবাৰ—মাত্ৰ এবাৰ—তোমাৰ প্ৰতিজ্ঞা ভংগ কৰিবলৈ দিম।

তৰুণ : কিন্তু ৰাণী—তোমাৰ পুৰস্কাৰ লোৱাৰ ক্ষমতা মোৰ নাই।

ৰাণী : কিয়?

তৰুণ : Never seek to tell thy love
Love that never told can be,
For the gentle wind doth move
Silently, invisibly.

দৃশ্যান্তৰ

[ ক্লেচবেকৰ পৰপট ]

প্ৰদীপ : বাঃ বাঃ তৰুণ, শুনিয়েই মই কি যেন এটা ৰোমাঞ্চ অনুভৱ কৰিছোঁ। বাচ্‌হাও বাছেলে এনেয়ে কোৱা নাছিল যে ৰোমাণ্টিক প্ৰেমেই হ'ল, জীৱনৰ আটাইতকৈ ডাঙৰ আৰু মূল্যবান অভিজ্ঞতা; যি মানুহে জীৱনত এবাৰো এই ৰোমাণ্টিক প্ৰেমৰ আস্বাদ পোৱা নাই তেওঁ জীৱনৰ মাধুৰ্যৰপৰাই বঞ্চিত হৈছে। সেই-ফালৰপৰা চাবলৈ গ'লে মোৰ জীৱনটোতো এখন মৰুভূমি—নহয় জানো? ......পিছে এটা কথা নহয়। তোক যৈণীয়েৰে যি বিশ বছৰ সময় দিছিল তাৰতো দহবছৰ পাৰ হৈ গ'ল। এতিয়া পিছে তোৰ মতি-গতি কেনে-কুৱা? এতিয়াও তই যৈণীয়েৰক অহা সাতটা জন্মৰ কাৰণে যৈণী হিচাপে পাবলৈ ইচ্ছা কৰি আছনে নাই?

তৰুণ : নিজেতো বিয়া-বাৰু নকৰিলিয়েই, বিবাহিত জীৱনৰ সুখ আৰু আৰাম তই কি বুজিবি! সাচ্চা প্ৰেম হ'ল মদৰ নিচিনা, যিমানেই পুৰণি হয় সিমানেই তাৰ নিচা বাঢ়ে।

প্ৰদীপ : মদৰ নাম লৈ তই ভাল কথাটো মোক মনত পেলাই দিলি তৰুণ। বহুত পৰৰপৰা তোক কথা এটা সোধোঁ সোধোঁ বুলি ভাবি আছোঁ, কথাৰ মাজত ফুৰ্চতেই পোৱা নাই। মই ৰাতি ৰাতি আজিকালি অলপমান ড্ৰিংক্ কৰোঁ। অকলশৰীয়া মানুহ, তাকে নকৰিনো আৰু কি কৰিবি! খাবি নেকি তয়ো অকণমান? তইতো হলি ঘৰ-সংসাৰী respectable মানুহ, জোৰকৈ ক'বলৈ ভয়ো লাগে।

তৰুণ : বহুত বছৰ ধৰি সেইবোৰ খোৱাৰ অভ্যাসেই নাই প্ৰদীপ। পিছে আজি দে বাৰু অকণমান। আজি এটা special occasion। কেচ্‌টোৰ কাৰণে যেতিয়া ইয়ালৈ আহিব লগা হ'ল, মোৰ মক্কেল চাকিট হাউচতে মোৰ থকাৰ দিহা কৰিব খুজিছিল। হঠাৎ মোৰ তোৰ কথা মনত পৰিল। দহবছৰৰ মূৰত তোক লগ পাইছো, তোক নহয় যেন মোৰ নিজৰ হেৰোৱা অতীতটোকেই পুনৰ ঘূৰাই পাইছোঁ, তোৰ company আজি মই সম্পূৰ্ণৰূপে enjoy কৰিব খোজোঁ।

[ প্ৰদীপ আঁতৰি যোৱা, কাবাৰ্ড খুলি বটল উলিওৱা, ওচৰ চাপি অহা আৰু গ্লাছ আৰু বটলৰ শব্দ শুনা যায় ]

প্ৰদীপ : কি খাবি ?

তৰুণ : হেৱ মই ড্ৰিংকৰ কনচাঁৰ নহয়, মোৰ মুখত ব্ৰাণ্ডি যি, হুইস্কি জিন্ ৰামো সেই একেই। তোৰ যি খুচি তাকে দে।

প্ৰদীপ : স্কটচ হুইস্কিকে অলপমান খা।

[ মদ ঢলাৰ শব্দ ]

তৰুণ : চিয়েৰচ্।

প্ৰদীপ : চিয়েৰচ্।

তৰুণ : উহ্ বৰ ভাল লাগিছে দ' প্ৰদীপ। জিভাত পৰাৰ লগে লগেই একেবাৰে অমৃত খো'ৱা যেন লাগিছে। প্ৰায় এবছৰৰ মূৰত মদ খালোঁ। এবছৰৰ আগতে কলিকতাত এজন বন্ধুৰ পাল্লাত পৰি ড্ৰিংক্ কৰিব লগা হৈছিল।

প্ৰদীপ : তই দেখোঁন পানী খোৱাৰ দৰে একেবাৰে সোহা মাৰি খাই পেলালি। লাহে লাহে আৰাম কৰি খা। তইতো এতিয়া ক'তো ট্ৰেইন্ ধৰিবলৈ যাব নালাগে। আৰু এক পেগ্ ল।

[ মদ ঢলাৰ শব্দ ]

তৰুণ : মোৰ এইটোৰেই এটা বৰ বেয়া অভ্যাস প্ৰদীপ। মদ খালে মই অকণ অকণকৈ 'চিপ' কৰি খাব নোৱাৰোঁ। তৎক্ষণাৎ মোক 'কিক্'টো পাবলৈ লাগে। চাওঁ এটা চিগাৰেট দেচোন। সাধাৰণতে মই চিগাৰেট নাখাওঁ। কিন্তু মদ মুখত পৰিলেই মোৰ চিগাৰেট খাবলৈ মন যায়।

প্ৰদীপ : ওঁ, মেডিকেল চায়েন্সেও এতিয়া মদৰ লগত চিগাৰেটৰ সম্পৰ্ক আৱিষ্কাৰ কৰিছে। মদে যি emotional disturbance সৃষ্টি কৰে তাৰ balance ৰাখিবৰ কাৰণেই মানুহে চিগাৰেট খোৱাৰ প্ৰয়োজন অনুভৱ কৰে।

[ ঘড়ীত ঢং ঢংকৈ নটা বজাৰ শব্দ শুনা যায় ]

প্ৰদীপ : নটা বাজিলেই। ৰাতি ইমান হৈছে বুলি মই ভবাই নাছিলোঁ। তোৰ ভাত কেইটা বজাত খোৱাৰ অভ্যাস ?

তৰুণ : [ মাতত নিচা ধৰি অহাৰ লক্ষণ ফুটি উঠে ] বাদ দে এতিয়া ভাতৰ কথা। ভাততো সদায় খায়েই আছোঁ। আজি কেৱল মদকে খাম। ······আচ্ছা প্ৰদীপ, এটা কথা সঁচাকৈ কচোন মোক—তই বাৰু বিয়া নকৰিলি কিয় ? Has there been never any woman in your life ?

প্ৰদীপ : [ হাঁহি ] জীৱনত তিৰোতা নথকাকৈ থকাটো কেনেকৈ সম্ভৱ ? মা, ভনী, পেহী, মাহী—কত তিৰোতাইতো জীৱনত আছে।

তৰুণ : চুপতি নকৰিবি। মই কি কৈছো। তই খুব ভালকৈয়ে বুজিছ। তই কেতিয়াও প্ৰেমত পৰা নাছিলিনে ? কেতিয়াও কোনো তিৰোতাক···।

প্ৰদীপ : হৈছে হৈছে, বাক্যটো শেষ নকৰিলেও মই বুজিব পাৰোঁ। তোক দেখোঁন মই কওঁৰেই তৰুণ, মই বিয়া নকৰিলোঁ—তাৰ কাৰণ ভয়।

তৰুণ : এই ভয়টো কিহৰ ভয় ?

প্ৰদীপ : এই ভয় যে কিহৰ ভয় সেইটো ব্যাখ্যা কৰিবলৈ যোৱাটোৰেই হ'ল জীৱনৰ আটাইতকৈ ভয়ৰ কথা। তাকে কৰিবলৈ হ'লে মই মোৰ গোটেই ভিতৰখন, মোৰ সমগ্ৰ জীৱনটো সম্পূৰ্ণৰূপে খুলি-খালি তোৰ আগত দেখুৱাব লাগিব ; আন কথাও ক'বলৈ গ'লে মই তোৰ আগত সম্পূৰ্ণৰূপে নগ্ন হৈ থিয় হ'ব লাগিব।

মানুহৰ দৈহিক নগ্নতা কেৱল লজ্জাকৰ বা অস্বস্তিকৰ ; কিন্তু এই spiritual disrobing, spiritual nakedness, মানসিক নগ্নতা, সি এটা ভয়ংকৰ কথা তৰুণ, সি এটা অসম্ভৱ কথা। কোনো মানুহে স্বেচ্ছাই, স্বজ্ঞানে সেইটো কৰিব নোৱাৰে। জগতৰ লগত প্ৰত্যেক মানুহৰ সম্পৰ্কটোৱেই এনেকুৱা যে প্ৰত্যেক মানুহৰে অন্তৰৰ গভীৰম সত্যটো হ'ল—

আমাৰ হৃদয় প্ৰাণ সকলি কৰেছি দান
কেবল শৰমখানি ৰেখেছি।
চাহিয়া নিজেৰ পানে নিশিদিন সাবধানে
সযতনে আপনাৰে ঢেকেছি॥

তৰুণ : ওঁ বুজিলোঁ। দে, আৰু অলপ মদ দে। মোৰ আজি খুব মদ খাবলৈ মন গৈছে। [মদ ঢলাৰ শব্দ] কোনো মানুহে স্বেচ্ছাই, সজ্ঞানে নিজৰ হৃদয়খন আনক উদঙাই দেখুৱাব নোৱাৰে। কিন্তু তহত চাইক্ৰিয়াট্ৰিষ্ট বোৰে হ'লে এতৰপ এতৰপকৈ মনৰ সকলো আবৰণ খুলি আনক সম্পূৰ্ণ নগ্ন কৰি পেলায়।···বাৰু প্ৰদীপ, তই বাৰু কোনোবা মানুহক সম্পূৰ্ণ নগ্ন ৰূপত—I mean, spiritually নগ্ন ৰূপত দেখিছনে ?

প্ৰদীপ : ওহোঁ, নাই দেখা। কাৰোবাক যে সম্পূৰ্ণ নগ্ন কৰি পেলাব পাৰি সেই কথাও মই বিশ্বাস নকৰোঁ।

তৰুণ : কিয় ?

প্ৰদীপ : ৰামায়ণত নে পুৰাণত এটা গল্প আছে। এজন মানুহে বহু বছৰ ধৰি শিৱৰ প্ৰাৰ্থনা কৰিছিল। প্ৰাৰ্থনাত সন্তুষ্ট হৈ শিৱই বৰ দিব খোজাত মানুহজনে ক'লে, 'মোক এই বৰ দিয়ক—যাতে মই সকলো মানুহৰে মনৰ অব্যক্ত কথাবোৰো জানিব পাৰোঁ।' শিৱই মানুহজনক সেইটো বৰকে দি দিলে। বৰ পোৱাৰ পিছত মানুহজনে সকলো মানুহৰে মনৰ কথা জানিব পৰা হ'ল। কিছুদিনৰ পিছত মানুহজন আকৌ প্ৰাৰ্থনাত বহিল। শিৱই পুনৰ তেওঁৰ আগত দেখা দি সুধিলে—'আৰু কি লগা হ'ল তোমাক ?' মানুহজনে ক'লে, 'আপুনি মোক যি বৰ দিছিল সেইটো ঘুৰাই লওক প্ৰভু ! আপোনাৰ বৰ পোৱাৰ পিছত মই প্ৰত্যেক মানুহৰে অন্তৰৰ এনে এটা পৰিচয় পাব ধৰিছোঁ যে মানুহৰ মাজত জীৱন ধাৰণ কৰা মোৰ পক্ষে অসম্ভৱ হৈ পৰিছে। যাক হয়তো ইমান দিনে সাধু-মহাত্মা বুলি জানি আহিছোঁ, তেওঁৰ অন্তৰত আছে নৰ-হত্যাৰ বাসনা ; যাক সতী-সাধ্বী বুলি পূজা কৰি আহিছোঁ তেওঁ হয়তো মনে মনে দ্বিচাৰিণী। এতিয়া মোৰ বিশ্বাস হৈছে যে মানুহে যদি প্ৰত্যেক মানুহৰে অন্তৰৰ আচল ৰূপটো জানিবলৈ হয় তেন্তে কোনো মানুহেই সংসাৰত সুখে-শান্তিৰে বাস কৰিব নোৱাৰিব। অজ্ঞতাই হ'ল একমাত্ৰ আশীৰ্বাদ।'

তৰুণ : ওঁ ওঁ ওঁ। [কিছু সময় খুব চিন্তিতভাৱে নীৰৱে মদ খাবলৈ ধৰি]

প্ৰদীপ : এখন নতুন ৰেকৰ্ড কিনিছোঁ। ৰবিশংকৰৰ চেতাৰ বাজনা শুনিবি ?

তৰুণ : [অন্যমনস্কভাৱে] ওঁ।

[কিছু সময় বাজনা চলি থাকে। তৰুণ আৰু প্ৰদীপ দুয়ো নীৰৱ হৈ থাকে।]

তৰুণ : [হঠাৎ ৰেকৰ্ডখন বন্ধ কৰি দি] মোৰ আজি গান-বাজনা একো ভাল লগা নাই।

প্ৰদীপ : কিয় ?

তৰুণ : পুখুৰী এটা তলিলৈকে ঘোদালি দিলে বোকাবোৰ যেনেকৈ ওপৰলৈ উঠি আহে, ৰবিশংকৰৰ চেতাৰেও মোৰ মনটো তেনেকৈ ঘোদালি দিছে।···প্ৰদীপ, আৰু মদ আছেনে নাই ?

প্ৰদীপ : আছে। কিন্তু স্কচ্ আৰু নাই। সেই-খিনিয়েই আছিল। ৰামৰ বটল এটা আছে। খাবি ?'

তৰুণ : ৰাম-লক্ষ্মণ যি আছে চব্ আন। মই আজি মদ খাই অলপ মাতাল হ'ব খুজিছোঁ। তোৰ কিবা আপত্তি আছেনেকি ?

প্ৰদীপ : মদ খাই মাতাল হ' মোৰ আপত্তি নাই। কেৱল ওচৰৰ মানুহে শুনাকৈ চিঞৰ-বাখৰ নকৰিবি।

[ প্ৰদীপে মদ আৰু পানী ঢালে ]

তৰুণ : বচ্ বচ্, আৰু পানী নিদিবি। মই মদ নাখালে নাখাওঁ, খালে মোৰ অভ্যাসটো হ'ল চেষ্টাৰটনৰ নিচিনা : I do not care where water goes unless it goes to my wine. [মদ খায়] আজি মই খুব মদ খাম প্ৰদীপ, আজি মই নিজকে সম্পূৰ্ণ স্বাধীনতা দিম। বাৰু প্ৰদীপ কচোন, মোক খুব বুঢ়া মানুহৰ নিচিনা দেখিনেকি ?

প্ৰদীপ : কিনো কথা কৱ অ'। তোৰ বয়স এতিয়াও চল্লিছ হোৱাই নাই। এতিয়াই তোক বুঢ়াৰ নিচিনা কিয় দেখিব ?

তৰুণ : তয়েই দেখোন অলপ আগতে কৈছিলি, মোৰ কপালৰ আগৰ চুলিবোৰ সৰি মূৰটো টপা হৈছে, কপালত বলি-ৰেখা পৰিছে, মোক বিজ্ঞৰ নিচিনা দেখা হৈছে, অৰ্থাৎ এক কথাত ক'বলৈ গ'লে মোক বুঢ়াৰ নিচিনা দেখা হৈছে।

প্ৰদীপ : মই কেতিয়াও কোৱা নাছিলোঁ যে তোক বুঢ়াৰ নিচিনা দেখা হৈছে। সেইযাৰ কথা তই নিজেই লগাই লৈছ। বিজ্ঞ হলেই যে বুঢ়াৰ নিচিনা দেখিব লাগিব তাৰ কি মানে আছে ?

তৰুণ : তোৰ আগত আৰু গোপন কৰি কি লাভ প্ৰদীপ, আজি কিছুদিনৰপৰা কি এটা গোপন যন্ত্ৰণাই মোক খাই মাৰিছে জান ? প্ৰতি মুহূৰ্ত্ততেই মোৰ মনৰপৰা এই চিন্তা গুণ্ডা হৈছে যে মই বুঢ়া হ'বলৈ আগ বাঢ়িছো, যৌৱন-টো ভালকৈ ভোগ কৰিবলৈ নৌ পাওঁতেই সি কোন তলকত মোৰ হাতৰপৰা সৰি পৰি গ'ল। সকলোৰে অলক্ষিতে মই মোৰ সেই হেৰোৱা যৌৱনক বিচাৰি ফুৰোঁ। আয়নাৰ সমুখত বহি লৈ মই মোৰ টপা কপালখনত হাত মোহাৰোঁ, ক'ত কোন ডাল চুলি পকিছে তাকে পিটপিটকৈ বিচাৰি ফুৰোঁ, অণুবীক্ষণ যন্ত্ৰেৰে জীবাণু চোৱাৰ দৰে মই মোৰ মুখত বলি-ৰেখাবোৰ পৰীক্ষা কৰোঁ। টেবুল-ভৰ্ত্তি সুখাদ্য সমুখত লৈ পেট-বেমাৰী সোলা বুঢ়া এটাই নিজৰ ভাগ্যক ধিক্কাৰ দিয়াৰ দৰে ময়ো মোৰ ভাগ্যক ধিক্কাৰ দিওঁ। পৃথিৱীত ইমান ভোগৰ বস্তু আছে, অথচ সেইবোৰৰ তিল মাত্ৰ জুতি লবলৈ নৌ পাওঁতেই বাৰ্দ্ধক্যই মোক গ্ৰাস কৰি আনিছে। The years like great black oxen tread the world/ And God the herdsman goads them from behind/And I am broken by

their passing feet.—দে, আৰু অলপ মদ দে, মদ নাখালে মই তোক মোৰ মনৰ কথাবোৰ খুলি ক'ব নোৱাৰিম। বাৰু প্ৰদীপ, তোৰোতো বয়স মোৰ সমানেই, আসন্ন বাৰ্ধক্যৰ ভয়ংকৰ ক'লা ছাঁ দেখি তোলো মোৰ নিচিনাকৈ ভয় নালাগেনে? পৃথিৱীৰ আন মানুহবোৰেও এই বয়সত মোৰ নিচিনাকৈয়ে অনুভৱ নকৰেনে?

প্ৰদীপ: তই বৰ মৰিড্ তৰুণ। মানুহে কথাতেই কয় বোলে Life begins at forty; চল্লিছতহে বোলে জীৱন আৰম্ভ হয়। চল্লিছ নৌ হওঁতেই তই এনেকৈ বাৰ্ধক্যৰ ভয়ত আতংকিত হৈছ কিয়?

তৰুণ: জন্মৰ লগে লগেইতো জীৱনটো আৰম্ভ হয়। তদুপৰি যৌৱনৰ সময় থিনিয়েই হ'ল জীৱনৰ সোণালী সময়, আটাইতকৈ মধুময় সময়। তেনেস্থলত মানুহে চল্লিছত হে জীৱনটো আৰম্ভ হয় বুলি কিয় কয়? তাৰ মানে এয়েই নহয়নে যে মানুহে বাৰ্ধক্যৰ ভয় গোপন কৰিবৰ কাৰণে আৰু নিজকে ফাঁকি দিবৰ কাৰণেহে তেনেকৈ কয়? ওহোঁ প্ৰদীপ, মই নিজকে ফাঁকি দিব নোখোজোঁ। মই তোক চিঞৰি চিঞৰি ক'ব খোজোঁ যে যৌৱনক বিদায় দিবলৈ পাই মোৰ প্ৰাণে হাহাকাৰ কৰি উঠিছে, এটা অদ্ভুত বিষণ্ণতাই মোৰ দেহ-মন গ্ৰাস কৰিব ধৰিছে। (মাতটো সৰু কৰি) এই শুন, তোক আৰু এটা কথা কওঁ শুন। আজিকালি মই চুৰকৈ গাভৰু ছোৱালীবোৰলৈ চাওঁ, সিহঁতৰ চকুত মোৰ কি ৰূপ ধৰা পৰে মই সেইটো জানিবলৈ চেষ্টা কৰোঁ। সিহঁতৰ চকুৰে মই নিজকে চাই দেখোঁ: মই এতিয়া একালৰ এটা সুন্দৰ প্ৰাসাদৰ বিবৰ্ণ ধ্বংসাৱশেষ মাত্ৰ; বেৰবোৰত শেলাই পৰিছে, মাজে মাজে সি ছিৰাছিৰ হৈ ফাটি গৈছে, ঠায়ে ঠায়ে আৱৰ্জনা পুঞ্জীভূত হৈছে; সি আজি কাকো আকৰ্ষণ নকৰে, দৰ্শকৰ মনত সি কেৱল পুতৌৰ সঞ্চাৰ কৰে।

প্ৰদীপ: তই আজি সঁচাকৈয়ে নিজৰ মনক সম্পূৰ্ণ স্বাধীনতা দিম বুলিয়েই ঠিক কৰিছ, নহয়? আন তিৰোতাই তোক দেখি কি ভাবে সেই বিষয়ে তোৰ ইমান মূৰ-কামোৰণি কিয়? তোৰ ঘৈণীয়েৰৰ চকুততো তই নিশ্চয় চিৰ-তৰুণ। এজন পুৰুষৰ কাৰণে এজনী তিৰোতাৰ পৰিপূৰ্ণ প্ৰেম আৰু আনুগত্যই জানো যথেষ্ট নহয়?

তৰুণ: [ধমক দি] Leave my wife alone! এইবোৰ আলোচনাত মোৰ ঘৈণীৰ নাম টানি নানিবি। That part of my life is a sacrosanct thing! তই মোক এই কথা নকৰ কিয় যে যৌৱনৰ বিদায়ৰ সময়ত সকলো মানুহৰে মন মোৰ নিচিনাকৈ এটা অদ্ভুত ভয় আৰু বিষণ্ণতাৰে ভৰি পৰে নে নপৰে? সকলো মানুহেই মোৰ নিচিনাকৈ এটা গোপন হাহাকাৰ অনুভৱ কৰে নে নকৰে?

প্ৰদীপ: নিশ্চয় কৰে। চল্লিছে দুৱাৰত টোকৰ মৰা শুনি ভয় আৰু বিষাদ অনুভৱ নকৰে এনে মানুহ নিশ্চয় কোনো নাই। কিন্তু প্ৰকৃত জ্ঞানী মানুহে সকলো কথা ধীৰভাৱে মানি লবলৈ শিকিব লাগে।

তৰুণ: ইহ, তই আকৌ ওলালি নীতি-বাগীশটো মোক নীতি-উপদেশ দিবলৈ। মই তোৰপৰা

নীতি-কথা শুনিবলৈ বিচৰা নাই, বিচাৰিছো মোৰ কথাৰ সমৰ্থন। ······বাৰু প্ৰদীপ, মোক অলপ নিচাই ধৰিছেনেকি অ'?

প্ৰদীপ : জানো, সেই কথা তইহে বেছিকৈ বুজিবি। মই কিন্তু তোৰ কথাবোৰ এতিয়ালৈকে ঠিকেই পাই আছো।

তৰুণ : তেনেহ'লে আৰু অলপ মদ খাওঁ দে। [ মদ ঢলাৰ শব্দ ] প্ৰদীপ, শুন, মই তোক আজি এটা ডাঙৰ কথা কওঁ। মই আকৌ প্ৰেমত পৰিছো।

প্ৰদীপ : [ আচৰিত হৈ ] প্ৰেমত পৰিছ? কাৰ লগত?

তৰুণ : নহয়, নহয়, মই ভুলকৈ কলোঁ। আচলতে মই কাৰো প্ৰেমত পৰা নাই -সেই বুলি ক'লে মহা পাপ কৰা হ'ব। ৰাণী, ৰাণী, মোৰ জীৱনৰ একমাত্ৰ তিৰোতা হ'ল ৰাণী। ৰাণীৰ বাহিৰে মই আন কাকো ভাল নাপাওঁ। কিন্তু কথাটো কি হ'ল জান? মই এইটো বিচাৰোঁ যে কোনোবা এজনী তিৰোতা মোৰ প্ৰেমত পৰক, মোক জানিবলৈ দিয়ক যে মই এতিয়াও বুঢ়া হৈ যোৱা নাই, যৌৱনৰ আকৰ্ষণ শক্তি এতিয়াও মোৰ দেহত আৰু মনত অটুট হৈ আছে। খুব গোপনে, চোৰৰ দৰে, মই এনে এজনী তিৰোতাৰ সন্ধান কৰি ফুৰিছিলোঁ। অৱশেষত এজনী পালোঁ।

প্ৰদীপ : [ স্বগোতোক্তি কৰাৰ দৰে ] জীৱনটো কি বিচিত্ৰ!······বাৰু যিহওক, তাৰ মানে বহুত বিচাৰি বিচাৰি তই এনে এজনী তিৰোতা পালি—যি তোৰ প্ৰেমত পৰিছে, অথচ যাক তই ভাল নাপাৱ। কিন্তু প্ৰেমৰ প্ৰতিদান নাপালে এই বয়সত তোক কোন তিৰোতাই ভাল পাবলৈ আহিব?

তৰুণ : সেইটোৱেইতো হ'ল মজাৰ কথা। তাইক মোৰ প্ৰেমত পেলাবলৈ মই তাইৰ লগত প্ৰেমৰ অভিনয় কৰিব লগা হৈছে।

প্ৰদীপ : কোননো সেইজনী দুৰ্ভগীয়া তিৰোতা?

তৰুণ : এগৰাকী ধনী বিধবা। সম্পত্তিৰ মোকৰ্দমা এটাত মোৰ মক্কেল। মানুহজনীক দেখিয়েই মই বুজিলোঁ যে মই ইমানদিনে বিচাৰি থকা তিৰোতা এইজনীয়েই। এদিন গধূলি তেওঁৰ ঘৰতে বহি মোকৰ্দমাৰ কথা আলোচনা কৰি আছো; হঠাৎ······

দৃশ্যান্তৰ : ফ্লেচবেক

তৰুণ : মিচেচ্ চৌধুৰী, মই আপোনাক আজি কথা এটা কওঁ, যদিহে অনুমতি দিয়ে।

মিচেচ চৌধুৰী : কথা ক'বলৈ আৰু কি অনুমতি লাগে। কওক।

তৰুণ : আপোনাৰ এই ভৰ-বয়স, এই সুন্দৰ ৰূপ-লাৱণ্য, ইমান অগাধ সম্পত্তি—এই সকলো-বোৰ লৈ আপুনি আজীৱন বৈধব্য-ব্ৰত পালন কৰিয়েই থাকিবনে?

মিচেচ চৌধুৰী : বিধবাই বৈধব্য-ব্ৰত পালন নকৰি আৰু কি কৰিব?

তৰুণ : কিয়, আপুনি আকৌ বিয়া কৰাব নোৱাৰে?

মিচেচ চৌধুৰী : ধেৎ, নাপায় সেইবোৰ কথা ক'ব।

তৰুণ : কিয়, কিয় নাপায়? আজি তিনিমাহে আপোনাৰ লগত খুব ঘনিষ্ঠভাৱে কথা-বাৰ্তা পাতি মোৰ মনত ধাৰণা হৈছে যে আপুনি

প্ৰকৃত অৰ্থতেই এগৰাকী আধুনিকা মহিলা। পুৰণি-কলীয়া ৰীতি-নীতি আৰু সংস্কাৰত আপুনি অন্ধভাৱে বিশ্বাস নকৰে। তদুপৰি, তদুপৰি…এটা কথা কওঁ, আপুনি মোক মাফ কৰিব…আপোনাৰ কথা-বাৰ্তা আৰু ভাৱ-ভংগীবোৰকে সূক্ষ্মভাৱে বিশ্লেষণ কৰি মোৰ মনত এটা ধাৰণা হৈছে যে আপোনাৰ মৃত স্বামীৰ লগতো আপোনাৰ নিশ্চয় এনে সম্পৰ্ক নাছিল যে তেওঁৰ নাম জপ কৰিয়েই বা তেওঁৰ স্মৃতি ৰোমন্থন কৰিয়েই আপুনি গোটেই জীৱন কটাব পাৰে। আপোনাৰ হৃদয়ৰ শূন্যতা পূৰ্ণ কৰিবলৈ স্মৃতিৰ কোনো ঐশ্বৰ্য নাই। তেনে-স্থলত আপুনি যদি পুনৰ কাকো বিয়া নকৰাই, বা বিয়া নকৰিলেও অন্ততঃ ভাল পাবলৈ বা বন্ধুত্ব কৰিবলৈ চেষ্টা নকৰে, তেন্তে গোটেই জীৱন আপুনি নিজকে কেৱল বঞ্চিত কৰিব, কেৱল প্ৰৱঞ্চিত কৰিব।

[ মিচেচ চৌধুৰী বহু সময় ধৰি নীৰৱ হৈ থাকে ]

তৰুণ : আপুনি মোৰ কথাৰ উত্তৰত যে একো নক'লে?

মিচেচ চৌধুৰী [ এটা দীঘলীয়া সপোনৰ অন্তত যেন তেওঁ হঠাৎ টোপনিৰপৰা সাৰ পাই উঠিল ] হুঁ? কিবা কৈছিল মোক?

তৰুণ : [ মিচেচ চৌধুৰীৰ অদ্ভুত আচৰণত আচৰিত হৈ তেওঁ এক মুহূৰ্তমান সময় স্তব্ধ হৈ ৰ'ল ] কৈছিলোঁ —যে আপুনি পুনৰ বিয়া কৰাওক।

মিচেচ চৌধুৰী : বিয়া? [ বিষণ্ণ মধুৰ হাঁহি এটা মাৰে ] আপুনি এইখন বিলাত-আমেৰিকা পাইছেনেকি যে যুৱতী বিধবা দেখিলেই মানুহে বিয়া কৰিবলৈ আগবাঢ়ি আহিব? বিধবাৰ বিয়া আমাৰ দেশতো হয়। কিন্তু সি নিয়ম নহয়, ব্যতিক্ৰম। মই বাৰু স্বীকাৰেই কৰিলোঁ যে আকৌ বিয়া কাৰবলৈ মোৰ মন আছে। কিন্তু মই এতিয়া দৰা বিচাৰি ঘূৰি ফুৰিমনেকি? নে কাগজত বিজ্ঞাপন দিম? নহ'লে আপুনিয়েই মোৰ দৰা বিচাৰি দিব?

তৰুণ : আপোনাৰ কথা অৱশ্যে মিছা নহয়। সমস্যা নিশ্চয় আছে। কিন্তু মিচেচ্ চৌধুৰী, আপুনি সঁচাকৈ মোক কওকচোন, আপুনি মনে মনে হৃদয়ৰ এজন সংগীৰ প্ৰয়োজন অনুভৱ নকৰেনে? I will take some liberty with you. কোনোবাই যদি আপোনাক অন্তৰেৰে সৈতে ভাল পাব খোজে। আপুনি তেওঁক দূৰলৈ ঠেলি দিব পাৰিবনে?

মিচেচ চৌধুৰী : এনেকুৱা এটা আচৰিত প্ৰশ্ন আপুনি মোক কিয় সুধিলে?

তৰুণ : কাৰণ মোৰ মনত এটা দৃঢ় ধাৰণা হৈছে যে আপোনাৰ হৃদয়ত এটা শূন্যতা আছে, আপোনাৰ জীৱনত কাৰোবাৰ প্ৰেমৰ প্ৰয়োজন আছে।

মিচেচ চৌধুৰী : মানুহৰ জীৱনততো কত ধৰণৰ প্ৰয়োজন থাকে। সকলো প্ৰয়োজন জানো পূৰ্ণ হয়?

তৰুণ : মিচেচ চৌধুৰী—Beating about bush কৰি লাভ নাই। মই আপোনাৰ প্ৰেমত পৰিছো……

মিচেচ চৌধুৰী : কি ক'লে? আপুনি?

তৰুণ : হয়, মই। বহুদিন ধৰি অন্তৰত গুজৰি-গুমৰি থকা কথাষাৰ মই আজি আপোনাক

কৈ পেলালোঁ। এতিয়া আপুনি মোক কি শাস্তি দিয়ে দিয়ক।

[ কিছু সময় দুয়ো সম্পূর্ণ নীৰৱ হৈ থাকে ]

মিচেচ চৌধুৰী : আচৰিত!

তৰুণ : কি আচৰিত?

মিচেচ চৌধুৰী : মানুহৰ জীৱনটো।

তৰুণ : কিন্তু আপুনি এতিয়াও মোৰ প্ৰশ্নৰ উত্তৰ দিয়া নাই।

মিচেচ চৌধুৰী : চাওক, বিবাহিত জীৱনত আপুনি অতিশয় সুখী। ঘৰত আপোনাৰ সুন্দৰী গাভৰু পত্নী আছে। মই যিমান দূৰ জানোঁ, আপুনি তেওঁক খুব ভাল পায়। আপুনি এই জটিলতাত কিয় সোমাব খুজিছে?

তৰুণ : মানুহৰ জীৱনটো খুব আচৰিত। জীৱনৰ কিছুমান প্ৰশ্নৰ কোনো যুক্তি-সংগত উত্তৰ নাই।

মিচেচ চৌধুৰী : কিন্তু এটা প্ৰশ্নৰ উত্তৰটো আপুনি মোক দিবই লাগিব। আপুনি হৃদয়খন কেনেকৈ দুভাগ কৰিব?

তৰুণ : হুঁ। সেইটো প্ৰশ্ন মই নিজকেও কৰিছো। কিন্তু তাৰ উত্তৰ জানো সঁচাকৈয়ে নাই? কিছুমান মানুহে জীৱনটো, বা হৃদয়খন, বেলেগ বেলেগ watertight compartmentত ভাগ কৰি পেলাব পাৰে। ইতিহাসত তাৰ নজীৰ আছে। উনৈশ শতিকাৰ ফ্ৰান্সত বহুত মানুহে এই কাণ্ড কৰিছিল। এই মাত্ৰ এটা উদাহৰণ মোৰ মনলৈ আহিছে। এক্সেল্ কাৰ্চেনে গোটেই দিনটো কটাইছিল ভাৰ্চাইৰ ৰাজ-প্ৰাসাদত; তেওঁ উন্মাদ হৈছিল ৰাণী মেৰী আঁটনিয়েটৰ প্ৰেমত। কিন্তু ৰাতি পেৰিচলৈ ঘূৰি গৈ তেওঁ নিজকে সম্পূৰ্ণভাৱে সমৰ্পণ কৰিছিল তেওঁৰ প্ৰণয়িনী এগৰাকী বৰ্ণিতাৰ বাহু-বন্ধনত; তেওঁৰ ৰাতিৰ সেই জগতত মেৰী আঁটনিয়েটৰ কোনো অস্তিত্ব নাছিল।......জীৱনটো সঁচাকৈয়ে খুব আচৰিত, মিচেচ্ চৌধুৰী।

মিচেচ চৌধুৰী : আপুনি খুব পণ্ডিত মানুহ, নহয় বকৰা?

তৰুণ : মই কিন্তু আজিৰপৰা আপোনাক তুমি বুলি মাতিম। নাম কাঢ়ি মাতিম। মাতিম?

মিচেচ চৌধুৰী : ওঁ ওঁ ওঁ।

তৰুণ : প্ৰমীলা, প্ৰমীলা, প্ৰমীলা···চাওঁ—চাও—এবাৰ··

মিচেচ চৌধুৰী : ওহোঁ, ওহোঁ, এতিয়া নহয়,······ নাই নাই।

দৃশ্যান্তৰ

[ শ্লেচ্ বেক শেষ হয় ]

তৰুণ : [ মদৰ নিচাত মাতটো জড়িত হৈ ওলায় ] প্ৰদীপ, তই ইমান ডাঙৰ চাইক্ৰিয়াট্ৰিষ্ট্ টো হৈছ, তই মোক ৰক্ষা কৰিব নোৱাৰ?

প্ৰদীপ : কিহৰপৰা তোক ৰক্ষা কৰিব লাগে?

তৰুণ : [ হঠাৎ চিঞৰি উঠি ] মোৰ নিজৰপৰা। মোৰ নিজৰ হৃদয়ৰ অন্ধকাৰৰপৰা। [ মদৰ নিচাত কেঁচুৱাৰ দৰে ফেকুৰি ফেকুৰি কান্দি ] তই নাজান প্ৰদীপ, এই অন্ধকাৰক মই কিমান ভয় কৰোঁ। কিমান ভূত-প্ৰেতে এই অন্ধকাৰত পিয়াপি দি ফুৰিছে, মোৰ বৰ ভয় লাগে প্ৰদীপ, বৰ ভয় লাগে।

প্ৰদীপ : আৰু অলপ মদ খাই দে। তোৰ নিচা ছুটি যাব।

তৰুণ : তই ঢালি দে। মোৰ হাতখন কঁপিছে। [মদ খায়] প্ৰদীপ, তই মোক ৰক্ষা কৰ।

প্ৰদীপ : তোৰ হৈছে কি ?

তৰুণ : মই প্ৰমীলাক ভাল নাপাওঁ, অথচ তাইৰ ওচৰলৈ সদায় দৌৰি যাওঁ। মই বাণীক বিশ্বাসঘাতকতা কৰিছো, বিবেকৰ দংশনে মোৰ অন্তৰখন শেলৰ দৰে বিন্ধি থাকে। মোৰ হৈছে কি ? কিয় মই এইবোৰ কৰিছো ? কিয় মই জীৱনৰ পূৰ্ণ-পাত্ৰ নিজহাতে ভাঙি চূৰ-মাৰ কৰি দি এনেকৈ পিয়াহত হাহাকাৰ কৰি মৰিছো ? তোৰ শাস্ত্ৰত কি এইবোৰ প্ৰশ্নৰ কোনো উত্তৰ নাই ?

প্ৰদীপ : প্ৰমীলাক তই ভাল নাপাৱ, তাইৰ ওচৰলৈ যোৱা বন্ধ কৰি দিলেই দেখোন লেঠা ছিগে। ডন্ কুইক্সটৰ দৰে উইণ্ড্-মিলকে দৈত্য বুলি ভাবি যুদ্ধ কৰি মৰিছ কিয় ?

তৰুণ : সমস্যাটো যদি ইমান সহজেই, তেন্তে তোৰ ওচৰত মই এনেকৈ আৰ্তনাদ কৰি মৰিছো কিয় ? শুন প্ৰদীপ, অলপ আগতে তই কৈছিলি যে কোনো মানুহেই নিজকে সম্পূৰ্ণ নগ্ন কৰি আনৰ আগত দেখুৱাব নোৱাৰে। [চিঞৰি উঠি] মই পাৰিম। মই কাক পৰোৱাই কৰিছো ? মই সম্পূৰ্ণ নগ্ন হৈ তোৰ আগত থিয় দিম। মোৰ হৃদয়ৰ সকলো আবৰণ এন্তৰপ, এন্তৰপকৈ তোৰ আগত খুলি দিম। চাই ল তই। মই, মই,...... এই, মই কি ক'ব খুজিছিলোঁ তোক ?

প্ৰদীপ : তই ক'ব খুজিছিলি যে তই তোৰ যাত্ৰা-পথত বহুত দূৰ আগবাঢ়িলি।

তৰুণ : তাৰ মানে ?

প্ৰদীপ : তাৰ মানে, আজি গধূলি তই তোৰ হৃদয়-গহ্বৰৰ একেবাৰে ওপৰি-ভাগত থিয় হৈ আছিলি। সেয়েই তোৰ স্থায়ী আশ্ৰয়-ভূমি। কিন্তু আজি হঠাতে সেই গহ্বৰৰ অন্ধকাৰ তল-দেশ আৱিষ্কাৰ কৰিবলৈ তোৰ মন গ'ল। অকণ অকণকৈ খুপি খুপি তই নামিবলৈ আৰম্ভ কৰিলি। তেনেকৈ তললৈ আগবাঢ়ি যাওঁতে কি দেখিলি তাৰ বিৱৰণো তই চিঞৰি চিঞৰি মোক কৈ গ'লি। এয়া তোৰ নিজৰ হৃদয়ৰ গভীৰ গহ্বৰলৈ কৰা অকল-শৰীয়া দুৰ্গম যাত্ৰা।

তৰুণ : মই গহ্বৰটোৰ একেবাৰে তলিখন আহি পালোঁহিনে ?

প্ৰদীপ : ওঁহো, নাই পোৱা।

তৰুণ : [আতংকিত হৈ] এতিয়াও নাই পোৱা ? আৰু নামিবলৈ বাকী আছে ?

[বহুদূৰৰপৰা ভাঁহি অহাৰ দৰে এই কথাবোৰ আহি তৰুণৰ কাণত পৰে]।

তৰুণ : বাণী !

বাণী : কি ?

তৰুণ : মোৰ কেনেকুৱা লাগিছে জানা ?

বাণী : কেনেকুৱা লাগিছে ?

তৰুণ : এই মুহূৰ্ততে মোৰ মৰি যাবলৈ মন গৈছে।··· বাণী, তুমি আজি মোক এটা কথা দিব লাগিব।

বাণী : কি ?

তৰুণ : তুমি মোক কথা দিব লাগিব যে তুমি কেৱল এই জনমতে নহয়, অহা সাতটা জনমতো মোৰ পত্নী হৈ থাকিবা।

[ খন্তেকপৰৰ নীৰৱতা। তাৰ পিছত কিছু ওচৰৰ-পৰা শুনা যেন লাগে ]

তৰুণ : প্ৰদীপ, আজি কিছুদিনৰপৰা কি এটা গোপন যন্ত্ৰণাই মোক খাই মাৰিছে জান ?··· মই বুঢ়া হ'বলৈ আগ বাঢ়িছোঁ, মই বুঢ়া হ'বলৈ আগবাঢ়িছোঁ। যৌৱনটো ভালকৈ ভোগ কৰিবলৈ নৌ পাওঁতেই সি কোন তলকত মোৰ হাতৰপৰা সৰি পৰি গ'ল। সকলোৰে অলক্ষিতে মই মোৰে সেই হেৰোৱা যৌৱনক বিচাৰি ফুৰোঁ····

[ খুব ওচৰৰপৰা কাণ তাল মৰাৰ দৰে শুনা যায় ]

তৰুণ : মোক ৰক্ষা নকৰ কিয় প্ৰদীপ, মোক ৰক্ষা নকৰ কিয় ?

প্ৰদীপ : কিহৰপৰা ?

তৰুণ : মোৰ নিজৰপৰা। মোৰ নিজৰ হৃদয়ৰ অন্ধকাৰৰপৰা। তই নাজান প্ৰদীপ, এই অন্ধকাৰক মই কিমান ভয় কৰোঁ !··· ···মই প্ৰমীলাক ভাল নাপাওঁ, অথচ তাইৰ ওচৰলৈ সদায় দৌৰি যাওঁ। মই ৰাণীক বিশ্বাসঘাতকতা কৰিছোঁ, বিবেকৰ দংশনে মোৰ অন্তৰখন শেলৰ দৰে বিন্ধি থাকে।······মোক ৰক্ষা কৰ প্ৰদীপ, মোক ৰক্ষা কৰ।······[ খুব ক্লান্ত কণ্ঠস্বৰত ] The years like great black oxen tread the world/And God the herdsman goads them from behind/And I am broken by their passing feet.

[ অতীতৰ সকলো কণ্ঠস্বৰ হঠাৎ স্তব্ধ হৈ যায়। কিছুপৰ সম্পূৰ্ণ নীৰৱতা। সংগীতৰ ব্যৱহাৰ নকৰিব ]

তৰুণ : [ ক্লান্ত অৱশ মাতেৰে ] আৰু তললৈ নামিবলৈ মোৰ ভয় লাগিছে প্ৰদীপ। তই মোক তুলি নে।

প্ৰদীপ : [ নিৰ্বিকাৰভাৱে ] কি দেখিছ তলত ?'

তৰুণ : ভীষণ অন্ধকাৰ। তাৰ মাজে মাজে কেতবোৰ ভৌতিক কণ্ঠস্বৰ।

প্ৰদীপ : সেইবোৰ তোৰ নিজেৰেই কণ্ঠস্বৰ।

তৰুণ : কি ক'লি ? সেই অন্ধকাৰৰ মাজত কোনোবাই ফুচফুচাই কৈছে : 'তৰুণ, তোৰ কামনাৰ ভোটা হোৱা অস্ত্ৰপাত প্ৰমীলা চৌধুৰীৰ প্ৰেমত ঘঁহাই আকৌ তই চোকা কৰি ল'ব খুজিছ ; সেয়া কি মোৰ নিজৰেই কণ্ঠস্বৰ ?' কোনোবাই কৈছে : 'তৰুণ, ঈৰ্ষাৰ বিচনীৰে ঘৈণীয়েৰৰ মনত যৌৱনসুলভ আবেগ পুনৰ জ্বলাই তুলিবলৈ তই প্ৰমীলাক ইন্ধন হিচাপে ব্যৱহাৰ কৰিব খুজিছ'; সেয়া কি মোৰ নিজৰেই কণ্ঠস্বৰ? কোনোবাই কোৱা শুনিছোঁ : 'তৰুণ, যৌৱনৰ উত্তপ্ত বাহু-বন্ধনৰপৰা প্ৰৌঢ়ত্বৰ চেঁচা হিম-শীতল মাটিলৈ খহি পৰাৰ ভয়ত তই পাগল হৈ উঠিছ, আৰু ছলে-বলে-কৌশলে যৌৱনক আঁকোৱালি ধৰি ৰাখিবলৈ চেষ্টা কৰিছ',—সেয়াও কি মোৰ নিজৰেই কণ্ঠস্বৰ ?

প্ৰদীপ : [ ব্যংগ হাঁহি এটা মাৰি ] এই গোটেইবোৰেই হ'ল চল্লিছৰ আতংক ; পুৰুষৰ মেন'পজ্।

তৰুণ : ঠাট্টা নকৰিবি প্ৰদীপ। মই আৰু কি দেখিছোঁ জান ? সেই অন্ধকাৰৰ মাজত এটা মানুহে প্ৰাণৰ আতংকত পাগলৰ দৰে ইফালে-সিফালে দৌৰি ফুৰিছে আৰু এটা দৈত্যাকাৰ কংকালে তাক খেদি ফুৰিছে; মানুহটোৱে ভয়ত মাজে মাজে চিঞৰি উঠিছে, মাজে মাজে পাগলৰ দৰে বিৰ্‌বিৰকৈ কিবা বকিছে, মাজে মাজে

সি আশ্রয় বিচাৰিছে গহ্বৰ জোপোহাৰ আঁৰত, মন্দিৰৰ মাজত, ৰমণীৰ দেহৰ অন্ধকাৰত, মানুহৰ জুমৰ মাজত, নিজৰ মাজত, উন্মাদনাৰ মাজত, মাজে মাজে সি কংকালটোলৈ ঘূৰি চাই ভয়ত চিঞৰি উঠে, মাজে মাজে সি নিজেই চিঞৰি কংকালটোক ভয় খুৱাব খোজে, মাজে মাজে দুই হাতেৰে নিজৰ মুখখন ঢাকি ধৰে, কিন্তু সি ক'তো থিৰেৰে ৰ'ব পৰা নাই, সি ঘূৰি ফুৰিছে, দৌৰি ফুৰিছে, জঁপিয়াই ফুৰিছে……সি খুব ক্লান্ত হৈ পৰিছে প্রদীপ, সি খুব ক্লান্ত, খুব ক্লান্ত, খুব ক্লান্ত……

প্রদীপ : তৰুণ।

তৰুণ : [ মুখৰ মাতটো মৰিব ধৰা মানুহৰ গোঙানিৰ দৰে ওলায় ] হুঁ উঁ উঁ ?

প্রদীপ : তৰুণ, তই ওপৰলৈ উঠি আহ তৰুণ, সেই গুহাৰ অন্ধকাৰত বেছি সময় থাকিলে তই পাগল হৈ যাবি।……তৰুণ!

তৰুণ : হুঁ উঁ উঁ ?

প্রদীপ : তৰুণ।

তৰুণ : হুঁ উঁ উঁ।

প্রদীপ : তৰুণ।

তৰুণ : হুঁ উঁ উঁ উঁ।

# দুৰ্ভিক্ষ

ড° ভবেন্দ্ৰনাথ শইকীয়া

বৰ্ত্তমানকালৰ বুদ্ধিমান সমৰ্থবান এজন যুৱক, তাৰ দেহ মনে এক অদ্ভুত অস্থিৰতা অনুভৱ কৰে। তাৰ বুদ্ধি, তাৰ সামৰ্থ্যক পৰিবেশে, সমাজে সন্তুষ্ট কৰিব নোৱাৰে, সেই অসন্তুষ্টিৰ উৎস ক'ত, তাকো কিন্তু সি ভালকৈ ধৰিব নোৱাৰে। সন্তুষ্টি বিচাৰি, তাৰ যথাৰ্থতা বিচাৰি সি একোবাৰ প্ৰচণ্ড ধুমুহাৰ দৈতে সমাজৰ ওপৰেদি বৈ যাব খোজে, কিন্তু সেই ধুমুহাৰ উৎস কিমান শক্তিশালী, সেই ধুমুহাৰ প্ৰকৃতি কি তাৰো হিচাপ সি নলয়। ফলত সেই ধুমুহাতেই তাৰ মনৰ ডেউকা আহত হয়। আকৌ নতুন পথৰ সন্ধান আৰম্ভ হয়। সি যিমানেই সন্তুষ্টি বিচাৰি হাহাকাৰ কৰে, সিমানেই সি আক বেছি বিভ্ৰান্ত হয়; তাৰ দেহ-মনৰ দুৰ্ভিক্ষ আক বেছি প্ৰকট হয়।

চৰিত্ৰ :

দীপক : আধুনিক যুগৰ এজন বুদ্ধিমান, কিন্তু পথ বিভ্ৰান্ত যুৱক।

চৌধুৰী : দীপকৰ অৱস্থাপন্ন দেউতাক, নিজস্ব নীতিত দৃঢ়বিশ্বাসী।

বিভা : দীপকৰ মৰমিয়াল মাক।

মনোজ : দীপকৰ দলীয় নেতা।

চন্দ্ৰা : দলীয় কাৰ্যত দীপকৰ ঘনিষ্ঠ বান্ধৱী।

পুলিচ :

দীপকৰ নতুন জীৱনপথৰ কেইজনমান বন্ধু।

প্ৰথম প্ৰচাৰ : ১৯৭০
(সৰ্বভাৰতীয় অনাতাঁৰ নাট্যানুষ্ঠানতো প্ৰচাৰিত)

[ টেলিফোন ডায়েল কৰাৰ শব্দ ]

বিভা : হেলো—ডেইলী নিউজনেকি ?—অজয় চৌধুৰী আছেনেকি ?—মই তেওঁৰ লগত অলপ কথা পাতিব খুজিছিলোঁ। অনুগ্ৰহ কৰি তেওঁক দিব পাৰিবনে ? [ বৈ ] অজয়নেকি ? ওঁ মই মাহীদেৱে কৈছোঁ। শুনা অজয়, তুমি মোক এটা সহায় কৰি দিব লাগে। এইখন দেশৰ প্ৰতি ভাষাত, প্ৰত্যেকখন বিখ্যাত বাতৰি-কাকতত এটা বিজ্ঞাপন প্ৰকাশ কৰিব লাগে। মই বিজ্ঞাপনৰ কথাখিনি কৈ দিওঁ,—কথাখিনি অলপ দীঘলীয়া হ'ব—তুমি লিখি ল'বানেকি ? মনত থাকিব ? শুনা তেনেহ'লে। লিখিবা,—মোৰ ল'ৰা দীপক মিলিটেৰী একাডেমীৰপৰা পলাই গৈছে। সি দেউতাকলৈ চিঠি লিখি জনাইছে—সি হেনো এই দেশখনৰ দুৰ্গতি নাশ কৰাৰ সংকল্প লৈ এক বিপ্লৱী বাহিনীত যোগ দিবলৈ গৈছে। তুমি লিখিবা, —মই তাৰ মাক, এই দেশখনৰ দুৰ্গতি নাশ কৰাৰ শিক্ষা যি কোনো বিপ্লৱী বাহিনীতকৈ মই তাক আগতে দিছিলোঁ। সি যেন লক্ষ্য কৰে,—তাৰ সন্ধেদ পাবলৈ তাৰ মাক-দেউতাকে পুৰস্কাৰ ঘোষণা নকৰে, পুলিছক কাকুতি নকৰে, মিলিটেৰী একাডেমীৰ কৰ্মকৰ্তা সকলক অনুনয়-বিনয়-দোষাৰোপ কৰি ব্যতিব্যস্ত নকৰে। বৰঞ্চ সি যেন লক্ষ্য কৰে যে মই মিলিটেৰী একাডেমীলৈ, পুলিচলৈ ইতিমধ্যে লিখি দিছোঁ—আৰু এই বিজ্ঞাপনৰ যোগেদি সকলোকে জনাইছো—মোৰ ল'ৰাক লৈ যেন কোনো চিন্তিত নহয়, কোনো ব্যতিব্যস্ত নহয়। কোনেও যেন লৰা-ঢপৰা নকৰে। এই বিজ্ঞাপনৰ যোগেদি মই কেৱল মোৰ ল'ৰাক পোনে পোনে এষাৰ কথা ক'ব খুজিছোঁ—সি যেন—যেতিয়াই সুবিধা হয়,—এবাৰ—এঘণ্টাৰ কাৰণে মোক লগ ধৰে।

চৌধুৰী : কিয় তাক আকৌ লগ ধৰিবলৈ কৈছা কিয় ?

বিভা : শুনা অজয়, তাৰ দেউতাকে সুধিছে—কিয় মই তাক এবাৰ লগ ধৰিবলৈ কৈছোঁ। প্ৰশ্নটোৰ এটা উত্তৰ বিজ্ঞাপনখনত থকা ভাল হ'ব বুইছা। নহলে সি ভুল বুজিব। তাক সম্বোধন কৰি, মই কৈছোঁ বুলি লিখিবা,—তাক উদ্ধাৰৰ কাৰণে আমি এইবোৰ ফন্দি কৰা না, ফন্দি কৰা হ'লে,—তোমাৰ মা শয্যাশায়ী, দেউতা মাৰাই ভাত-পানী এৰিলে—এইবোৰ ফতুৰা কথা লিখি বিজ্ঞাপন দিলোঁহেঁতেন। তুমি লিখিবা—মই তাক এবাৰ চাব খোঁজো—তাৰ চকুৰপৰা কেনেকুৱা বিদ্ৰোহৰ শিখা ওলায়। মই চাব খোজোঁ কিমান দীঘল সেই শিখা। মই বুজিব খোজোঁ—সি কি এক নতুন বিপ্লৱৰ সন্ধান পালে—যাৰ সন্ধান মই তাক দিব পৰা নাছিলোঁ। তাক কবা—সি পলাই যোৱাৰ কাৰণে আমি শোকত আতুৰ হোৱা নাই, কিন্তু আমাৰ অক্ষমতাৰ কাৰণে অপমানিত হৈছোঁ। ভাল ছাত্ৰই স্কুল এৰি গ'লে প্ৰধান শিক্ষক যেনেকৈ অপমানিত হয় আমি তেনেকৈ অপমানিত হৈছোঁ। হাঁ ? কি ?—[ বৈ ] কি

বেলেগ ধৰণৰ কথা হ'ব হে ? কাৰ ক'ত কেঁচুৱা জন্ম হ'ল, তাৰ বিজ্ঞাপন ওলাব পাৰে, আৰু মোৰ চফল ডেকা ল'ৰা এটাৰ কাৰণে বিজ্ঞাপন এখন দিছোঁ—সেইটো কি ডাঙৰ কথা হ'ল ? কি ? শুনা অজয়, তুমি কামটো কৰি দিবলৈ বেয়া পাইছা যদি পৰিষ্কাৰকৈ কোৱা। মোৰ এতিয়া লিখিবলৈ মন যোৱা নাই কাৰণেহে তোমাক কৈছোঁ।—কি? হওক ডাঙৰ বিজ্ঞাপন। তুমি পুৰণি কাগজ মেলি চোৱা—যিখন বিজ্ঞাপন দেখি মই তাক মিলিটেৰী একাডেমীলৈ পঠিয়াইছিলোঁ, মই দিব খোজা বিজ্ঞাপনখন তাতকৈ বহুত সক।—আঃ তুমি বৰ অবাস্তৱ চিন্তা কৰাহে। শুনা অজয়, কালি আমি হিচাপ কৰি উলিয়ালোঁ,—আমাৰ নগদ টকা বৰ্তমানে চাৰে তিনি লাখ আছে। সমগ্ৰদেশৰে প্ৰতিখন বিখ্যাত কাগজত সাদিন ধৰি বিজ্ঞাপনটো প্ৰকাশ কৰি তুমি কিমান টকা খৰচ কৰিব পাৰিবা ? দুই লাখ ? হ'ব ? আৰু,—আমি মানুহ দুটা মৰিবলৈ বাকী ডেৰলাখ টকা গিলিলেই যথেষ্ট হ'ব দিয়া। তুমি লিখোঁতে মই কোৱা এষাৰ কথাও বাদ নিদিবা। কথাখিনি লিখি মোক দেখুৱাবা। আজিয়েই। পাৰিবা ? ঠিক আছে।

[ ফোন থয়। নিস্তব্ধ ]

চৌধুৰী : দেখিলা ?

বিভা : কি ?

চৌধুৰী : মানুহৰ প্ৰকৃতি ?

বিভা : কাৰ ?

চৌধুৰী : তোমাৰ কথাই কৈছোঁ। তুমি তাক কিয় ঘৰলৈ মাতিবৰ ব্যৱস্থা কৰিছা ?

বিভা : কলোঁৱেই দেখোন কাৰণটো।

চৌধুৰী : মিছা মিছা। এইবোৰ চব মায়া বুজিছা ? মায়া। বিভিন্ন ৰূপত, বিভিন্ন কৌশলত সেই একেই মায়াৰ কাৰবাৰ।

বিভা : আপোনাৰ তাক এবাৰ লগ পাবলৈ মন যোৱা নাই ?

চৌধুৰী : নাই যোৱা। এইটো বৰ আচৰিত কথা যে ইমান বছৰৰ, ইমানবিলাক কথাৰ পিছতো তুমি আজি আকৌ সেই প্ৰশ্নটো কৰিলা। মোৰ এক কথা। মই মোৰ ল'ৰাক মিছা শিক্ষা দিয়া নাই, মই তোমাক মিছা শিক্ষা দিয়া নাই, মই মোকো মিছা শিক্ষা দিয়া নাই। মই তোমাক কৈছিলোঁ নে নাই যে মই জীৱনত কাৰোপৰা দান-প্ৰতিদান নিবিচাৰোঁ। কৈছিলোঁ নে নাই ? [ নিস্তব্ধ ] মোৰ এক কথা। আমাৰ আনন্দৰ কাৰণে, আমাৰ স্বাৰ্থৰ কাৰণে আমাৰ এটা সন্তানৰ জন্ম হয়। সেইকাৰণে তাৰ প্ৰতি আমাৰ এটা দায়িত্ব থাকে, কিছুমান কৰ্তব্য থাকে। সেই কৰ্তব্য আৰু দায়িত্ব পালনত যদি তোমাৰ-মোৰ কিবা ত্ৰুটি থাকে, তাৰ বাবে তুমি-মই দুখ কৰাৰ প্ৰয়োজন আছে। কিন্তু তাৰপৰা আনন্দ নোপোৱাৰ কাৰণে তুমি কাতৰ হ'বা, এইটো অন্যায় কথা। তাৰ জন্মতো তোমাৰ আনন্দ, আৰু সিও তোমাক সদায় আনন্দ দি থাকিব বুলি আশা কৰিবা—এইটো কেনেকুৱা কথা !

বিভা : মই মোৰ কাৰণে তাৰপৰা আনন্দ বিচৰা নাই।

চৌধুৰী : নাই বিচৰা যদি ঠিক কৰিছা। নিবিচাৰিবা। সন্তানে মোৰ ভৰি পিটিকি দিব,

মুৰৰ পকাচুলি কাঢ়ি দিব, মাহে মাহে মোলৈ মনিঅৰ্ডাৰ কৰি টকা পঠিয়াব, সেই টকাৰে মই ভাত খাম—সেই আশাৰে মই সন্তানৰ পিতৃ হোৱা নাছিলোঁ। সিহঁতক কেতিয়াও, কোনো দিনেই আমনি নকৰাৰ যোগ্যতা অৰ্জন কৰিব নোৱৰা হ'লে, মই পিতৃত্বও অৰ্জন নকৰিলোঁহেঁতেন। মোৰ এক কথা। কিন্তু এটা চৰ্ত। মোৰ সন্তানেও অযথা তাৰ পিতৃৰ আশ্ৰয় ল'ব নোৱাৰিব। কেতিয়াবা যদি সি বিপদত পৰে, আৰু সি যদি মোৰ সন্তান হয়, তেনেহ'লে সেই বিপদৰপৰা উদ্ধাৰ পাবলৈ সি মোৰ নামো ব্যৱহাৰ নকৰিব। স্বাধীন। মুক্ত। সিও মুক্ত, আমিও মুক্ত।

বিভা : বিপদ,—বিপদত সি কিয় পৰিব?

চৌধুৰী : সেইয়া দেখিলা।

বিভা : কি?

চৌধুৰী : মানুহৰ প্ৰকৃতি?

বিভা : কাৰ?

চৌধুৰী : তোমাৰ কথাই কৈছোঁ। মই ইমানবোৰ কথা কলোঁ, তাৰ মাজৰপৰা তুমি টপকৈ কেৱল এষাৰ কথাহে বাছি ল'লা।

বিভা : কি কথা?

চৌধুৰী : এইযে তাৰ বিপদ হোৱাৰ কথা। [ডাঙৰকৈ হাঁহি] মায়া মায়া বুইছা। কিযে অমূলক মমতা তোমালোকৰ। ভাগ্য ভাল মোৰ সেইবোৰ পেনপেনীয়া কথাৰ লগত কোনো কাৰবাৰ নাই।

বিভা : আহক ভাত দি থৈছে।

চৌধুৰী : ভাত ওঁ ওঁ ব'লা ব'লা। ভাত দি থৈছে যদি তুমি আকৌ টেলিফোন কৰিবলৈ লৈছিলাহি কিয়? ব'লা ব'লা। ভাল মাছ-তাছ কিবা পাইছিলনে ইহঁতে? বজাৰখনো যে দিনে দিনে কি হৈ গৈছে ক'ব নোৱাৰোঁ। ব'লা। এদিন মই নিজেহে বজাৰলৈ যাব লাগিব। ইহঁতে নিশ্চয় ফাঁকি দিয়ে। সদায় বজাৰত মাছ নাই,—এইটো এটা কথা হ'ব পাৰেনেকি? [অলপ পিছত] এটা কথা অৰণ্যে জানিবলৈ বৰ মন যায় নহয়?

বিভা : কি?

চৌধুৰী : সি বাৰু এতিয়া আছে ক'ত?

### দৃশ্যান্তৰ

চন্দ্ৰা : দীপক।

দীপক : হুঁ।

চন্দ্ৰা : সোবোৱ কি চৰাই উৰি গৈছে বাৰু? এইফালে, এইখন খিৰিকিয়েদি চোৱা।

দীপক : জানো। বগলী হ'বলা।

চন্দ্ৰা : এহ বগলী ইমান প্ৰকাণ্ড!

দীপক : চন্দ্ৰা।

চন্দ্ৰা : হুঁ।

দীপক : এইফালে আহাচোন। বহা। নহয় নহয় এইখিনিত বহা। ওচৰত। চাওঁ হাতখন। বুইছা চন্দ্ৰা।

চন্দ্ৰা : কোৱা।

দীপক : মোৰ বৰ অশান্তি লাগিছে।

চন্দ্ৰা : [উদ্বিগ্ন] কিয়? কি হৈছে?

দীপক : তুমি জানা নে নাজানা ক'ব নোৱাৰোঁ—কিন্তু মই নিজে খুব ভালকৈ বিশ্বাস কৰোঁ যে—মই বুদ্ধিমান ল'ৰা, অত্যন্ত চালাক ল'ৰা মোৰ দেহ-মন—একোতে আকাল নাই।

চন্দ্ৰা : এতিয়া কিজানি মই তোমাক তোমাৰ নিজত্বকৈ বেছিকৈ চিনি পাওঁ দীপক। যিদিনা তোমাক মই প্ৰথমে নাচৰ হলত দেখোঁ, সেইদিনাই মই তোমাৰ চকুত বুদ্ধিৰ তিৰবিৰণি আবিষ্কাৰ কৰিছিলোঁ। তাৰ পিছত তোমালোকৰ একাডেমীৰ বহুতৰপৰা খবৰ লৈ জানিলোঁ— তুমি হেনো একাডেমীৰ অতি উজ্জ্বল ৰত্ন।

দীপক : কিন্তু এই মুহূৰ্ত্ততো মোৰ নিজকে উজ্জ্বল ৰত্ন যেন লগা নাই! নামগোন্ধ নোহোৱা এই গলিৰ চতুৰ্থ শ্ৰেণীৰ হোটেলৰ কোঠালিত পৰি আছোঁ, নিজকে চিনি নোপোৱা এই চেহেৰা। নাই নাই, মোৰ কথাবোৰ ঠিক লগা নাই।

চন্দ্ৰা : তুমি মোক এতিয়াও বিশ্বাস কৰিব পৰা নাই দীপক?

দীপক : তোমাক,—ঠিক বিশ্বাস নকৰা নহয়। কিন্তু—। শুনা চন্দ্ৰা মই কথাবোৰ পৰিষ্কাৰকৈ কওঁ। নাচৰ হলত তোমাক মই লগ পাইছিলোঁ। তাৰ পিছত বহুদিন ধৰি তোমাৰ মুখত এক বিৰাট বিপ্লৱী অভিযানৰ কাহিনী শুনিছিলোঁ। মোৰ মনটো সদায় অস্থিৰ হৈ থাকে। প্ৰতি মুহূৰ্ত্ততে মোৰ কিবা এটা দুঃসাহসিক—কিবা এটা,—কিবা এটা,—মানে সাংঘাতিক—অথচ ভাল,—তেনেকুৱা কিবা এটা কৰিবলৈ মন যায়। সুন্দৰকৈ খান্দি থোৱা লোৰ এটাই দি পানী বৈ যোৱাৰদৰে বৈ যাবলৈ মোৰ বৰ বিৰক্তি লাগে। সেইকাৰণে তোমাৰ কথাবোৰ শুনি শুনি মই উত্তেজিত হৈছিলোঁ, মোৰ ধাৰণা হৈছিল—ঠিক সন্ধান পাইছোঁ—তুমি এক অপূৰ্ব দুঃসাহসিক অভিযানৰ সন্ধান দিছা। কিন্তু আজি—

চন্দ্ৰা : আজি কি?

দীপক : আজি-তোমাৰ লগত এই কোঠালিটোত সোমাই থাকি মই বিভ্ৰান্ত হৈছোঁ। মই সচাঁকৈয়ে বিপ্লৱ কৰিবলৈ ওলাই আহিলোঁ নে? মই তোমাৰ এই সুন্দৰ চেহেৰাৰ লোভত ওলাই অহা নাইতো?

চন্দ্ৰা : ছি: দীপক।

দীপক : নিজকে এবাৰ সন্দেহ কৰি চোৱাত আপত্তি কি চন্দ্ৰা? মই মিলিটেৰী একাডেমীৰ লৰা। কেইদিনমানৰ পিছতে এজন দায়িত্বশীল অফিচাৰ হৈ মই ওলাই গলোঁহেঁতেন। বহুত কথাৰ লগতে—সুন্দৰী নাৰীৰ প্ৰলোভনৰপৰা কেনেকৈ নিজকে মুক্ত কৰি ৰাখিব লাগে সেই কথাও আমাক চিন্তা কৰিবলৈ দিয়ে। সুন্দৰী নাৰীৰ প্ৰলোভনত হেনো যুদ্ধক্ষেত্ৰত অফিচাৰৰ জীৱনত, যুদ্ধৰ বুৰঞ্জীত বহুত বিপৰ্যয় ঘটে।

চন্দ্ৰা : ইমান নিৰ্মম কথাবোৰ উচ্চাৰণ কৰিবলৈ তোমাৰ অলপো অসুবিধা হোৱা নাইনে?

দীপক : [উত্তেজিত] মই যে সুন্দৰী নাৰীৰ প্ৰলোভনত পথভ্ৰষ্ট হোৱা নাই এই মুহূৰ্ত্তত তাৰ কি প্ৰমাণ আছে? তেনেকুৱা সন্দেহ নকৰিবলৈ এই মুহূৰ্ত্তত মোৰ কি সম্বল আছে? মই তোমাক আগতেই কৈ লৈছোঁ মই বুদ্ধিমান ল'ৰা।

চন্দ্ৰা : [অলপ বৈ] শুনা দীপক। অইন মানুহ হোৱা হ'লে তোমাৰ এই নীচ অপবাদ আৰু অপমান মই ইমান নীৰৱে হজম নকৰিলোঁহেঁতেন। কিন্তু মোক এটা গুৰুত্বপূৰ্ণ দায়িত্ব দিয়া হৈছিল, অসীম ধৈৰ্য্যৰে মই সেই দায়িত্ব

পালন কৰি আছোঁ। ঠিক আছে বাৰু, মই তোমাক কথা দিছোঁ,—প্ৰলোভনেৰে যে তোমাক মই পথভ্ৰষ্ট কৰা নাই তাৰ প্ৰমাণ দিবলৈ এই মুহূৰ্তৰেপৰা মই চেষ্টা কৰিম। তোমাৰ নিচিনা এজন সুন্দৰ মানুহৰ কাষ চপাৰ লোভ সামৰি ৰখাটো বৰ টান কাম, আৰু মোৰ প্ৰতি তোমাৰো লোভ নিশ্চয় হৈছিল। কিন্তু এই মুহূৰ্তৰপৰা বন্দোবস্ত হ'ল—এজনী তিৰোতা মানুহ হিচাপে মই আৰু তোমাক ধৰা নিদিওঁ। মই তোমাৰ পৌৰুষৰ-পৰা নিৰাপদ দূৰত্ব বজাই ৰাখিম। কিন্তু—

দীপক : নহয় নহয়—

চন্দ্ৰা : মোক শেষ কৰিবলৈ দিয়া। কিন্তু আমাৰ এই সংগ্ৰামৰ বাটত যদি তুমি কেতিয়াবা উপলব্ধি কৰা যে মই তোমাৰ কাৰণে সুন্দৰী নাৰী নাছিলোঁ—এজনী সাধাৰণ কৰ্মী আছিলোঁ, তেনেহ'লে সেইদিনা যেন নিজ হাতেৰে মোৰ মুখৰপৰা অপমানখিনি মচি দিয়া। হ'ব ?

দীপক : নহয় নহয়। খং নকৰিবা চন্দ্ৰা। মই ওলাই আহিলোঁ যেতিয়া, এতিয়া আৰু উভতি যাব নোৱাৰোঁ। ক'লৈ আহিলোঁ এতিয়াও ঠিককৈ ক'ব নোৱাৰোঁ। কিন্তু তোমাৰ লগত যে আহিলোঁ, সেইটো ঠিক। গতিকে এতিয়া মোক ছুয়োকুল নষ্ট হোৱাৰ সম্ভাৱনাৰ মাজলৈ ঠেলি নিদিবা। মোক তুমি বাৰে বাৰে ক্ষমা কৰি থাকিবা চন্দ্ৰা—অন্ততঃ কিছুদিনলৈ। মই—মই বৰ অস্থিৰ হৈছোঁ।

[ দুৱাৰত টোকৰ ]

দীপক : কোন ?

চন্দ্ৰা : ৰ'বা। [ টোকৰ ]

চন্দ্ৰা : মনোজ আহিছে।

মনোজ : আহা চন্দ্ৰা ? নমস্কাৰ চৌধুৰী। মই মনোজ দাস।

দীপক : নমস্কাৰ।

মনোজ : আপোনাৰ কথা মই সকলো জানো। মোৰ কথাও চন্দ্ৰাই কৈছে নিশ্চয় ?

দীপক : কৈছে।

মনোজ : মোৰ পলম হ'ল।

চন্দ্ৰা : আৰু সেই অলপ সময়ৰ ভিতৰতে মোৰ মুখত কেই তৰপ ছাই পৰিল জানা।

মনোজ : ছাই ? তোমাৰ মুখত ? কোনে সানিলে ? চৌধুৰীয়ে ? নাই নাই, তুমি ধেমালি কৰিছা। তোমাৰ মুখত যদি চৌধুৰীয়ে ছাই সানিব পাৰে, তেনেহলে এটা ছেক্চন, নহয় নহয়, এটা ছেক্চন কিয়, গোটেই পাৰ্টিৰ নেতৃত্ব এই মুহূৰ্ততে মই তেখেতক এৰি দিম।

চন্দ্ৰা : বাৰু বাজে কথা বাদ দিয়া। কামৰ কথা আৰম্ভ কৰা। মই শুনি থাকোঁ। অন্ততঃ এঘণ্টাৰ পিছত যদি দীপকে স্বীকাৰ কৰে যে সুন্দৰী নাৰীৰ বাহিৰেও তেওঁ আৰু কিবা এটাৰ সন্ধান পাইছে, তেনেহ'লে মোৰ বুকুৰপৰা এটা ডাঙৰ বোজা নামি যায়।

দৃশ্যান্তৰ

চৌধুৰী : দেখিলা ?

বিভা : কি ?

চৌধুৰী : মানুহৰ প্ৰকৃতি ?

বিভা : কাৰ কথা কৈছে ?

চৌধুৰী : [ নিস্তব্ধ ]

বিভা : হুঁ ? কাৰ কথা কৈছে ?

চৌধুৰী : মানুহবিলাকে কয়—এই বুঢ়া মানুহবিলাক স্থ'বিৰ হৈ গল। সিহঁতে সময়ৰ লগত খোজ মিলাই চলিব নোৱাৰে। সিহঁত আগবাঢ়ি যাব খোজা মানুহবিলাকৰ কাৰণে বোজা। সিহঁত বোলে নতুন চিন্তাৰ বাটৰ একো একোটা প্ৰকাণ্ড বাধা। কিন্তু মইতো চালাক মানুহ আছিলোঁ? তুমিতো বিপ্লৱী চিন্তাধাৰা তিৰোতা বুলি খ্যাতি অৰ্জন কৰিছিলা? তোমাৰ আৰু মোৰ বয়সৰ মানুহেইতো পৃথিৱীৰ চুকে-কোনে ৰাজত্ব কৰি মানুহৰ ভাগ্য নিৰ্ধাৰণ কৰি আছে?

বিভা : ৰাজত্ব কৰি লাখ লাখ মানুহৰ ভাগ্য নিৰ্ধাৰণ কৰাটো সহজ। কিন্তু ঘৰৰ চাৰিবেৰৰ ভিতৰত এটা প্ৰাণীৰ ভাগ্য নিৰ্ধাৰণ কৰা বৰ টান কাম।

চৌধুৰী : কিয়? কিয় টান হ'ব? কাৰ দোষত টান হব? মোৰ দোষত? মই সেইটো কথা কেতিয়াও বিশ্বাস নকৰোঁ। মইতো মূৰ্খ, ৰুগ্ন, পংগু, বৃদ্ধ নহওঁ? মইতো পৃথিৱীৰ গতিৰ নীৰৱ সাক্ষী হৈ পৰি থকা শিল নহওঁ? নাই নাই নাই, সেই অপবাদ মই কেতিয়াও মূৰ পাতি নলওঁ, মই চালাক মানুহ। জন্মৰেপৰা মই মোৰ সন্তানৰ গতি লক্ষ্য কৰিছোঁ। এই পৃথিৱীৰ প্ৰতিটি দিনৰ পৰিৱৰ্তনৰ প্ৰতি লক্ষ্য ৰাখি মই তাৰ দেহ-মনক গতি দিছিলোঁ। কিন্তু মোতকৈ তাৰ এনে কোন ডাঙৰ পিতৃ ওলাল—যি মোক স্থবিৰ, পংগু আখ্যা দিব পাৰে? পৃথিৱীত কি এনে ডাঙৰ শক্তি ওলাল যি—মই মোৰ সন্তানক যিমান উজ্জ্বল পৃথিৱীৰ, উজ্জ্বল মানুহ হিচাপে দেখিবলৈ আশা কৰোঁ, তাক তাতকৈও উজ্জ্বল ৰূপত প্ৰতিষ্ঠা কৰিব পাৰিব?

বিভা : আপুনি বহক। অনবৰত তাৰ কথাকে চিন্তা কৰি নাথাকিব।

চৌধুৰী : তাৰ? কাৰ? দীপকৰ কথা? হুঃ। তুমি মোক বুৰ্বক বুলি ভাবিছানেকি! মোক ল'ৰাৰ মনিঅৰ্ডাৰৰ পইচাৰ ওপৰত জীয়াই থকা বুঢ়া বুলি ভাবিছানেকি? তাৰ কথা মই নাভাবোঁ। মোৰ এক কথা। কিন্তু চিন্তা মই প্ৰতি মুহূৰ্ততে কৰিম। চিন্তা কৰিম—মোৰ ক'ত ভুল হ'ল সেই বিষয়ে। এটা সন্তানৰ লগত দৌৰোতে মই ক'ত উজুটি খাই পিছ পৰিলোঁ—সেইটো বিচাৰি উলিয়াবলৈ মই চেষ্টা কৰিয়েই থাকিম। তাৰ কথা মই নাভাবোঁ।

বিভা : নালাগে ভাবিব। আশীৰ্বাদ কৰক—য'তে আছে······

চৌধুৰী : কিহৰ আশীৰ্বাদ। নকৰোঁ আশীৰ্বাদ। মই আশীৰ্বাদ-চাশীৰ্বাদত বিশ্বাস নকৰোঁ। মোৰ কাম, মোৰ শক্তি, মোৰ চিন্তাই তাক ধৰি ৰাখিব নোৱাৰিলে, আশীৰ্বাদে ধৰি ৰাখিব! হোঃ! তুমি কথাটো বুজা নাই। শুনা। এটা নতুন, শুদ্ধ পথৰ সন্ধান পোৱা হ'লেতো তাক ময়েই সেই পথ দেখুৱাই দিলোঁহেঁতেন। কিন্তু চোৱা, পথ বিচাৰি পালে সি নিজে। গতিকে আমি হাৰিলোঁ নে নাই কোৱা। [চেপা মাত] আচলতে কিন্তু আমি নাই হৰা বুইছা। যি স্বাধীন মানুহ, মুক্ত মানুহ, তাৰ কামৰ বিষয়ে মতামত দিয়াৰ মোৰ কোনো অধিকাৰ নাই। কিন্তু তোমাক বুলিছে কৈছোঁ আমি নাই হৰা। তাৰ পথটো [চেপা মাত] —ভুল, একদম ভুল। তুমি চাই থাকিবা, এটা পথ যদি শুদ্ধ বুলি প্ৰমাণিত হয়,

তেনেহলে বাকী এটাইবোৰ পথ এঠাইত নহয় এঠাইত সেই পথৰ লগত মিলিবলৈ বাধ্য। চোৱা যাওক, ক'ত কোন মিলে। [ হঠাৎ ] এ কি হ'ল। তুমি—তুমি কান্দিছা-নেকি? হঁা? শেষত তুমিও—

বিভা: 'নাই, নাই কন্দা।

চৌধুৰী: ব'লা ব'লা, ভাত খাওগৈ ব'লা। ভাত দিছে নে নাই! অ' এটা কথা মনত পৰিছে। বহাচোন বহা, মনত পৰোতেই কৈ লওঁ। আমাৰ ভাতৰ লগত এই মাছ-তাছবোৰ অলপ কমাই দিব নোৱাৰিবিনে?

বিভা: কিয়?

চৌধুৰী: মানে,—কথাটো হ'ল কি, মই কিছুদিনৰ-পৰা তথ্য-পাতি গোটাই যি দেখিছোঁ—নিৰামিষ আহাৰৰ কেইটামান বৈশিষ্ট্য আছে। বিশেষকৈ আমাৰ বয়সত মাছ-মাংসই শৰীৰৰ কেইটামান অংশৰ ওপৰত অপ্ৰয়োজনীয় হেঁচা দিয়ে। নিৰামিষ আহাৰ—পৰাপক্ষত—, সিজোৱা বস্তু—! বিশেষকৈ ফল-মূল,—এইবোৰ বস্তুৰ এনে কিছুমান গুণ আছে বুলি মই এইখিনি দিনত জানিব পাৰিছোঁ—

## দৃশ্যান্তৰ

মনোজ: এইযে ক্ৰছ চিনটো দিয়া আছে, এইখিনিতে আমাৰ ফাৰ্ষ্ট পজিছন হ'ব। এইটো সৰু গলি এইফালেদি গৈ আকৌ এইটো ৰাস্তাত ওলাইছেগৈ। মনোহৰহঁত এইটো গলিয়েদি আহিব। বুজিছা? দীপক?

দীপক: হুঁ? বুজিছোঁ বুজিছোঁ। কৈ যোৱা।

মনোজ: তুমি অইন কথা ভাবি আছানেকি?

দীপক: নাই নাই। কৈ যোৱা।

মনোজ: চাবা আকৌ, এটা সামান্য কথাৰ ইফাল-সিফাল হ'লে অত্যন্ত বিপদজনক ঘটনা ঘটি যাব। কৰপ'ৰেছনৰ ভেনখন আজি এইটো বাটেদি আহি—এইফালে আহি—এইখিনিত ৰবহি। ট্ৰেন্‌জেকৃছন্‌টো কৰিব ৰামানুজ নামৰ এটা কেছিয়াৰে। প্ৰায় পন্‌চল্লিছ বছৰ বয়স, মুখৰ ৰং ক'লা, গোঁফ আছে। লগত দুটা গাৰ্ড আৰু দুটা অফিছৰ মানুহ থাকিব। ৰাইফল থাকিব গাৰ্ড দুটাৰ লগত। সিহঁত ভেনখনৰ পিছফালে বহিব। কিন্তু এটা কথা আমি মনত ৰাখিব লাগিব, ভেনখনৰ পিছৰ দুৱাৰ দুখনৰ এখন অলপ তললৈ বহি গৈছে, খোলোঁতে জোৰ লাগে। চোৱা। টকা লৈ ভেনখন যেতিয়া এইখিনি পাবহি, তেতিয়া আমি থাকিম ইয়াত, এইখিনিত। পাঁচ চেকেণ্ডৰ ভিতৰত আমি এইখিনিলৈ আহি কাম আৰম্ভ কৰিব লাগিব। ৰাস্তাৰ সকলো মানুহক মনোহৰহঁতে এইটো পইণ্টত বন্ধ কৰি ৰাখিব। এক মিনিট, দুই মিনিট—বাছ, তাৰ পিছত এইফালেদি আহি, এইফালেদি—এয়া নিউ—হিল ফৰেস্ট,—ইয়াত চন্দ্ৰা আৰু কালীপ্ৰসাদ থাকিব। প্ৰথম গাড়ী-খন ইয়াতে এৰিম,—তাৰ পিছত—আমাৰ গাড়ী,—বাছ—বুজিলা?

দীপক: বুজিলোঁ। গতিকে আমাৰ প্ৰথম কাম হ'ব·· •••

[ দ্ৰুত সংগীত। বিস্ফোৰণৰ শব্দ। মানুহৰ চিঞৰ। দ্ৰুত গতিৰে চলা মটৰ চলি থাকে। এখন গাড়ী পাৰ হৈ যোৱাৰ শব্দ। ব্ৰে'ক মৰাৰ শব্দ। গুলীয়া—গুলি। দ্ৰুত সংগীত। নিস্তব্ধ ]

পুলিচ : [ আহত, মৃত্যুমুখত ] কোন তুমি ?

দীপক : হেণ্ডচ্ আপ।

পুলিচ : নালাগে ভাই, আৰু গুলি মাৰিব নালাগে। হৈছে। ঠিক ঠাইত লাগিছে ভাই। ঠিক ঠাইত লাগিছে। তুমি কোন ভাই ? আমাৰ ভেনখন গুচি গ'ল। সিঁহঁতে মোকো লৈ যোৱা হ'লে— আস্! সিঁহঁতে নিশ্চয় বিইনফৰ্ছৰ কাৰণে গৈছে। জানো সিঁহঁত তেনেকৈ লবালনিকৈ— গুচি যাব বুলি। বৰ ভয়াতুৰ অফিছাৰ এজন আহিছিল। যা বাবু, যা। মই থাকিলোঁ। মই থাকিয়েই গ'লোঁ ভাই। আ-স্‌। শুনাচোন শুনা। তুমি কোন? তুমিয়েই গুলি মাৰিছিলা? তোমাৰ হাতৰ নিচান সাংঘাতিক ভাই : মই —মই ইমান সুন্দৰ ঠাইত—মোটা গছজোপাৰ আঁৰত পজিছন লৈছিলোঁ,—তাতে তুমি মোক পালা ভাই। ছাব্বাচ। বঢ়িয়া তোমাৰ হাত। —আস্। ভাই—বেয়া নোপোৱা যদি অকণমান বঢ়া না এতিয়াতো আৰু মোক বেয়া পাই লাভ নাই ; মই—এই ভাবিত—ইমান অকলে —কাকো এষাৰ কথা নোকোৱাকৈ মৰিবলৈ বৰ বেয়া পাম ভাই। তুমি ভয় নেখাবা। আৰু এদল পুলিচ আহি এইখিনি পোৱাৰ আগতে তুমি গুচি যাব পাৰিবা,—ময়ো গুচি যাব পাৰিম। বহানা ভাই। এইখন যুদ্ধ হোৱা হ'লে,—মই পুলিচ নহৈ মিলিটেৰী হোৱা হ'লে, তুমি মিলিটেৰী হোৱা হ'লে,— তুমিতো মোক দাঙি লৈ গ'লাহেঁতেন। সেইটোতো নিয়ম,—সেইটোতো ধৰ্ম। [ নিস্তব্ধ ] পানী আছেনেকি ? পানী ? নাই ? ইয়াত আৰু ক'ত পানী পাবা ? [ বৈ ] বাৰু ভাই— আমি কিয় এনেকৈ মৰিব লাগে ? আজি-কালি—বেংবত ডকাইতি হ'লেই মানুহে কয় —বেংকৰ টকা আজিকালি ডকাইতে নিনিয়ে, —মানুহৰ ভালৰ কাৰণে কাম কৰা,— আমাৰ ভালৰ কাৰণে কাম কৰা মানুহে নিয়ে। কিন্তু আজি মোৰ কি ভাল হ'ল ভাই ? ময়োতো মানুহৰ ভালৰ কাৰণে কাম কৰা— খাবলৈ নটা দৰ্মহা পোৱা চাকৰি কৰিছিলোঁ ? ময়োতো দৰিদ্ৰ, টোকোনা আছিলো, কোৱা ভাই কোৱা—মোৰ ফালে চোৱা, মই কিয় মৰিব লগা হ'ল ?—[ কাতৰ ] কোৱা ভাই। কোৱা ভাই, মই মৰিলে দেশৰ আৰু কিমান ভাল হ'ব ? কিন্তু—আজি মোৰ কি ভাল হ'ল ভাই ? আস্—[ অস্থিৰ ]—ভাই—মোক ধৰা ভাই—[ কান্দিব খোজে ] মোৰ তিনিটা ল'ৰা-ছোৱালী আছে—ডাঙৰ ল'ৰা বাতুল-আঃ—কি সুন্দৰ নাম—সি চিলঠ-পেঞ্চিল লৈ স্কুললৈ যায় ভাই—কি যে পদ্য পঢ়ে। মোৰ মাজুছোৱালী-জনীয়ে পাছলি কুটিবলৈ শিকিছে ভাই—তাইৰ নাম ৰঞ্জনা—আস্ মোৰ অকণমান ল'ৰাটো— আস্—সি চুবুৰী ফুৰে-কামৰপৰা উভতি গ'লে সি মোৰ বুটজোতাৰ ফিটা টানে—কোলাত উঠি সি মোৰ খাকীচোলাত শেঙুন লগায় ভাই —আস্ মই কিয় মৰিব লাগে—[ ডাঙৰকৈ ] মই কিয় মৰিব লাগে—মই— কিয়—কিয় —

### দৃশ্যান্তৰ

দীপক : [ চিঞৰি ] মিছা, মিছা, চব মিছা।

মনোজ : নিচিঞৰিবা।

দীপক : কিয় নিচিঞৰিম ? আলবাত্ চিঞৰিম।

এশবাৰ চিঞৰিম [ঠাণ্ডা হৈ] মনোজ, চন্দ্ৰা, তোমালোকে মোক বুজাই দিয়া—এইবোৰ কি হৈছে। মানুহ মাৰিছোঁ টকা আনিছোঁ, মানুহ মাৰিছো টকা আনিছোঁ,—এইটো কি বিপ্লৱ হৈছে? এইটো কি অভিযান হৈছে?

মনোজ : টকাৰ আমাৰ অত্যন্ত প্ৰয়োজন। টকা আমাক লাগে। বিপ্লৱ জীৱাই ৰাখিবলৈ টকা আমাক লাগে। কিন্তু আমালৈতো .কানেও বেংকৰ ড্ৰাফটত টকা নপঠিয়ায়। সেইকাৰণে আমাৰ নিজৰ পন্থাৰে টকা আমি আনিবই লাগিব। এইবোৰ সাধাৰণ কথা তোমাক বুজাবলগীয়া হোৱাটো বৰ লাজৰ কথা, কিন্তু তুমি মনত ৰাখিবা দীপক, বেংকত এদল মানুহৰ প্ৰয়োজনৰ ওপৰঞ্চি টকাখিনিহে থাকে, ৰাস্তাৰ মানুহে বেংকত টকা থৈ দৰিদ্ৰতাৰ বিলাস নকৰে।

দীপক : নহয় নহয় মনোজ। তোমালোকে আৰু মোক বুজাব নোৱাৰিবা। মৃত্যু—মৃত্যু—হত্যা—এনেকৈ।

মনোজ : [লগে লগে] আঃ। ইমানকৈ সূক্ষ্ম অনুভূতিৰ প্ৰশ্ৰয় নিদিবা দীপক।

দীপক : কিন্তু তোমালোকৰ লাভ হৈছে কি? আমাৰ গুলিয়ে ভেদ কৰাবোৰৰ মাজৰপৰা এটা মানুহৰ নাম উলিয়াই দিব পাৰিবা—যাৰ মৃত্যুৱে তোমালোকৰ বিপ্লৱক এটা খোজ আগুৱাই নিছে?

মনোজ : পাৰিম। আচলতে মানুহবোৰৰ মাজৰপৰা এটা নাম বাছি উলিয়াবৰ কোনো প্ৰয়োজন নাই। সিহঁতৰ প্ৰত্যেকৰ মৃত্যুৱে আমাক প্ৰতি মুহূৰ্ত্ততে শক্তিশালী কৰি তুলিছে। বৰ ৰহস্যময় কথা কি জানা দীপক। যাক আমি হত্যা কৰিছোঁ, সিহঁত আমাৰ শত্ৰু নহয়। সিহঁত প্ৰত্যেকেই শ্বহীদ। আমিয়েই সিহঁতক হত্যা কৰিছোঁ,—অথচ সিহঁতেই আমাৰ শ্বহীদ। কলেৰা-যক্ষ্মা-ছভিক্ষত কিমান মানুহ মাৰিছে, তাতকৈ বেছি মানুহ আমি হত্যা কৰা নাই। কিন্তু যাক আমি হত্যা কৰিছোঁ, সিহঁতৰ মৃত্যুৱে আটাইতকৈ ডাঙৰ কাম কি কৰিছে জানা? সিহঁতৰ মৃত্যুৱে মানুহৰ মাজত মৃত্যুক সহজ কৰি তুলিছে। সিহঁতৰ মৃত্যুৱে মানুহক তিল তিলকৈ কিছুমান প্ৰয়োজনীয়, অত্যন্ত গুৰুত্বপূৰ্ণ মৃত্যুৰ কাৰণে সাজু কৰি তুলিছে। আমাৰ বিপ্লৱৰ পথ প্ৰশস্ত হৈছে, লক্ষ্য ওচৰ চাপি আহিছে।

দীপক : [নিজকে] ছি ছি ছি ছি!

মনোজ : কি হ'ল?

দীপক : অতি ঘৃণনীয়।

মনোজ : কিহৰ কথা কৈছা?

দীপক : তোমালোকৰ কথা কৈছোঁ বুলি ক'বলৈ পোৱা হ'লে মই ভাল পালোঁহেঁতেন। কিন্তু তোমালোকৰ সম্পৰ্কে মই মতামত নিদিওঁ। সেই শিক্ষা মই পোৱা নাই। তোমালোকো স্বাধীন, ময়ো স্বাধীন। তোমালোকো মুক্ত,—আৰু ময়ো—হঁা, ময়ো মুক্ত হৈ থাকিব খোজোঁ। মই মোৰ কথা কৈছোঁ। [নিজকে] ছি ছি ছি, কি কৰিছোঁ মই? মই—বৰ—বৰ অস্থিৰ হৈছোঁ—মোৰ বৰ অশান্তি লাগিছে।

মনোজ : চন্দ্ৰা, তুমি থাকা, মই আহিছোঁ। মোৰ জৰুৰী কাম আছে। [যায়]

দীপক : কি চন্দ্ৰা? যেতিয়াই মই অস্থিৰ হওঁ,

তেতিয়াই তোমাৰ ওপৰত মোৰ ওচৰত অকলে থকাৰ দায়িত্ব পৰেনেকি ? বুজোঁ, মই চব বুজোঁ।

চন্দ্ৰা : তুমি একো সুবুজা। বুজা হ'লে তুমি এনেকুৱা বলিয়ালি নকৰিলাহেঁতেন !

দীপক : বলিয়ালি মই কেতিয়াও কৰা নাই। কিন্তু তোমালোকে মোৰ লগত চয়তানী কৰিছা।

চন্দ্ৰা : চুপ। [বৈ, বেলেগ সুৰত] মই তোমাক কথা দিছোঁ,—প্ৰতিটো সন্দেহৰ মুহূৰ্তত মই তোমাৰপৰা দূৰত্ব বজাই ৰাখি চলিম।

দীপক : আৰু প্ৰতিটো দুৰ্বল মুহূৰ্তত তুমি মোৰ ওপৰত জঁপিয়াই পৰিবা ? ছি ছি ছি—মই জঘন্য পাশত বন্দী হলোঁ।

চন্দ্ৰা : তুমি এনেকুৱা কথা কৈ থাকিলে মই স্বীকাৰ কৰিবলৈ বাধ্য হ'ম—তোমাক বন্দী কৰি ৰখাটো মোৰ কাৰণে ঘৃণনীয় কামৰ ভিতৰত পৰে।

দীপক : কি ? এতিয়া তোমাৰ মুখ খুলিছে ? মিলিটেৰী একাডেমীৰ নাচ হলৰ মজিয়াত দেখা এইখন মুখ ! তেতিয়া তোমালোকৰ এনেকুৱা এজন মানুহৰ অত্যন্ত প্ৰয়োজন আছিল—যিজনে সকলো ধৰণৰ বন্দুক অত্যন্ত দক্ষতাৰে চলাব পাৰে, যাৰ বন্দুকৰ নিচান অতি সুন্দৰ, অব্যৰ্থ। নাই নাই নাই—বহুত হ'ল, বহুত হ'ল। [বৈ] চন্দ্ৰা—শুনাচোন।

চন্দ্ৰা : কোৱা।

দীপক : ওচৰলৈ নাহা।

চন্দ্ৰা : নাযাওঁ।

দীপক : মোক সেই বিজ্ঞাপনৰ কপিটো দিয়া।

চন্দ্ৰা : কি ?

দীপক : বিজ্ঞাপনৰ কপিটো।

চন্দ্ৰা : নহয় নহয় দীপক, তুমি যি ইচ্ছা তাকে কৰা, যি ইচ্ছা তাকে কোৱা, কিন্তু বিজ্ঞাপনৰ কপিটো নিবিচাৰিবা। আমাৰ দলৰ কাৰণে সেইবোৰ বস্তুৰ নিচিনা মাৰাত্মক বস্তু আৰু একো নাই।

দীপক : [গম্ভীৰ] দলৰ একো নহয়। দল থাকক, কিন্তু মই যাওঁ চন্দ্ৰা।

চন্দ্ৰা : ক'লৈ ?

দীপক : মই এক আচৰিত ধৰণৰ মুক্তিৰ আশাত আহিছিলোঁ। দেহ আৰু মনৰ অস্থিৰতাই মোক সদায় বিভ্ৰান্ত কৰি ৰাখিছিল,—আজি মই আৰু বেছি অস্থিৰ, আৰু বেছি বিভ্ৰান্ত। তোমালোকে আৰু মোক ৰাখিবা নোৱাৰা।

চন্দ্ৰা : কিন্তু তুমিতো এতিয়া যাব নোৱাৰা

দীপক : চিন্তা-ভয়-একো নকৰিবা চন্দ্ৰা। অইন একো থাকক নেথাকক, মোৰ বুদ্ধি আছে। মই আঁতৰি গৈ তোমালোকৰ একো অপকাৰ নকৰোঁ। তোমালোক যাতে মোৰ কাৰণে কেতিয়াও কোনো বিপদত নপৰা, তেনেকৈ চলিব পৰাৰ দক্ষতা মোৰ আছে। শত্ৰুৰ হাতত পৰি নিজৰ দলক বিপদত নেপেলোৱাৰ বহুত ট্ৰেইনিং লৈ থোৱা আছে চন্দ্ৰা। দিয়া, বিজ্ঞাপনৰ কাগজ টুকুৰা দিয়া।

চন্দ্ৰা : তুমি সঁচাকৈয়ে যাবা দীপক ? কিন্তু ক'লৈ যাবা ?

দীপক : তুমিতো জানাই—মই মিলিটেৰী একাডেমীলৈ উভতি নাযাওঁ। তুমি জানা—মই বিজ্ঞাপনখনৰ কথামতে মাৰ [বৈ যায়] —ও মাৰ ওচৰলৈও নাযাওঁ। ওলাওঁ

যেতিয়া ওলালোঁৱেই। এইবাৰ মই চাম—মানুহ সঁচাকৈয়ে কিমান মুক্ত হ'ব পাৰে। নিজকে এনে ধৰণে মুক্ত কৰিম, সুখী কৰিম, সন্তুষ্ট কৰিম যাৰ তুলনা তুমি বিচাৰি নাপাবা। মন মুক্ত। দেহ-মুক্ত। তোমাৰ দেহৰ যিকণ বন্ধনৰ গোন্ধ আছিল—, মই আৰু সেইকণো সহ্য নকৰোঁ।

চন্দ্ৰা: তোমাক হেৰুৱালে মই বৰ—, নাই নাই, আমাৰ আকৌ কিহৰ দুখ? সেইবোৰ সূক্ষ্ম অনুভূতিৰ কথা আমি উচ্চাৰণ কৰিব নাপায়। নহ'লেতো আমাৰ সেই সুন্দৰ মুহূৰ্তবিলাকৰ কোনোবা এটাত মই তোমাক ক'ব পাৰিলোঁহেঁতেন—বলা আমি পলাই যাওঁ,—ক'ৰবাত এখন ঘৰ পাতোঁগৈ। ক'তা, মইতো নকলোঁ। সেইবোৰ কথা উচ্চাৰণ কৰিবলৈ বাদ দিছোঁ। কিন্তু তথাপি তোমাক হেৰুৱাবলৈ মন যোৱা নাই দীপক।

দীপক: সেয়া।

চন্দ্ৰা: কি সেয়া?

দীপক: তোমাৰ কথাৰ সুৰত পাক খাই থকা বন্ধনৰ সূতা।

চন্দ্ৰা: [অপ্ৰস্তুত] নাই নাই দীপক। ভুল নুবুজিবা। বিশেষকৈ মোক আৰু অপমান নকৰিবা। সকলো জলাঞ্জলি দি কাঠ হৈ ওলাই অহা মানুহ,—কাঠত নোকোবাবা, দুখ পাবা। ৰবা। [বৈ] লোৱা এইটো বিজ্ঞাপনৰ টুকুৰা।

দীপক। দিয়া। থলোঁ এই বিজ্ঞাপন বেক্ পকেটত। চব বাদ। মুক্ত।

চন্দ্ৰা: এতিয়াই যাবা তুমি?

দীপক: এতিয়াই।

চন্দ্ৰা: ইয়াৰপৰা ক'লৈ যাবা?

দীপক: য'লৈকে ইচ্ছা।—এইবাৰ সমস্ত পৃথিৱীত—এই বিজ্ঞাপনখনৰ বাহিৰে আৰু একো বাধা নাই। সেইকাৰণে দেখিলা নহয়—এইখন এয়া বেক্ পকেটত থলোঁ। বাধা পিছত থাকিল। [ডাঙৰকৈ হাঁহে]

চন্দ্ৰা: ক'ৰবাত চুলি কাটি, ডাড়িবোৰ খুৰাই লবা।

দীপক: তাৰ সলনি যদি এইবোৰকো নিজৰ খুচিমতে বাঢ়িবলৈ দিওঁ? [ডাঙৰকৈ হাঁহে]

## দৃশ্যান্তৰ

[গীতাৰত পপ সংগীত আৰু গীত]

৩য় বন্ধু: [বেসুৰা গীত, নিচামিহলি] 'পৃথিৱীত মাথো দুটা জাত—নাৰী আৰু পুৰুষ—পুৰুষ আৰু এই প্ৰকৃতি—বিশাল আকাশ আমাৰ বস্ত্ৰ—আমি হলোঁ লক্ষজন—বস্ত্ৰহে এখন। বজোৱা-বজোৱা-আ-হ্, কিয় চিমা পৰি যায় বাৰে বাৰে? বজোৱা বজোৱা—চাবি ঘূৰাই দিয়া—ঘূৰাই দিয়া।

[পপ সংগীত]

বন্ধু: [বাগীত] বন্ধুসকল। সকলোৱে গুহাৰ মুখলৈ চোৱা। এইফালে এইফালে। গুহাৰ মুখ এইফালে। সেইফালে ক'লৈ চাইছা? তোলা, মূৰ তোলা। অলপ কষ্ট কৰা, অলপ কষ্ট কৰি মূৰ তোলা। এয়া আমাৰ নতুন বন্ধু আহিছে। শুনা বন্ধু, তোমাৰ নাম যে দীপক বুলি কৈছিলা—সেইটো নাম পাহৰি যোৱা। এটা নামে তোমাক বেলেগ কৰি বান্ধি ৰাখিব,

সেইটো নিয়ম আমাৰ সমাজত নাই। তোমাৰ নাম বন্ধু, মোৰ নাম বন্ধু, সৌ তাৰ নাম বন্ধু, তাৰ নাম বন্ধু, চবৰে নাম বন্ধু। আমি বন্ধু। অই--অই,—সেই কেইটাক তুলি পোনকৈ দে,—এইফালে চাওক,—এয়া নতুন বন্ধু।

২য় বন্ধু : [দূৰৈৰপৰা] বন্ধুৰ চোলা খুলি দিয়া। আমি তেওঁৰ দেহৰ সৌষ্ঠৱ চাওঁ।

এজাক : [দূৰত] ঠিক ঠিক।

বন্ধু : খোলা বন্ধু, তোমাৰ চোলাটো খোলা। তুমি গানটো শুনিছিলা? সেইটো আমাৰ গান—বিশাল আকাশ আমাৰ বস্ত্ৰ। আমি বনবীয়া,—ফুল নফুলা গছৰ দৰেই মুক্ত। খোলা বন্ধু। বাচ বাচ, চোৱা বন্ধুসকল চোৱা, এয়া আমাৰ নতুন বন্ধুৱে আকাশ গাত ললে। বজোৱা বজোৱা—বন্ধুক আদৰণি জনোৱা—গোৱা—গীত গোৱা—

[সংগীতৰ কোলাহল]

দৃশ্যান্তৰ

নিস্তব্ধ

[দুয়ো গভীৰ নিচাত]

বন্ধু : বন্ধু।

দীপক : হুঁ।

বন্ধু : মুক্তি পাইছা?

দীপক : হুঁ।

বন্ধু : শান্তি পাইছা?

দীপক : পাইছোঁ।

বন্ধু : কিমান?

দীপক : বহুত।

বন্ধু : বহুত মানে কিমান?

দীপক : এই গুহাটোত যিমান বালি ভৰাব পাৰি সিমান।

বন্ধু : মাত্ৰ? ইমান কম?

দীপক : কম হ'লনেকি?

বন্ধু : [হঠাতে] অই অই বন্ধু, অই, সেই তাইৰ গাত জেকেটটো পেলাই দে। বেটীৰ গাত জীৱ আছে নে নাই? [দীপকক] ওঁ কম হৈছে তো। ইমান কম শান্তি হ'লে কেনেকৈ চলিব।

দীপক : তেনেহ'লে আৰু বেছি পাইছোঁ। এই গোটেই বিশ্বব্ৰহ্মাণ্ডখনত যিমান ধূলি ধৰিব সিমান।

বন্ধু : চব মিছা কথা।

দীপক : কি মিছা কথা? হাঁ। কি মিছা কথা?

বন্ধু : তুমি শান্তি পোৱা নাই।

দীপক : কোনে কৈছে? কোন বেটাই কৈছে?

বন্ধু : মই কৈছোঁ।

দীপক : কিয় কৈছা?

বন্ধু : ময়েই শান্তি পোৱা নাই, তুমি কেনেকৈ শান্তি পাবা?

দীপক : কি?

বন্ধু : ময়েই শান্তি পোৱা নাই, তুমি কেনেকৈ শান্তি পাবা?

দীপক : [স্থিৰ] কি? তুমি শান্তি পোৱা নাই? কিয় নাপাবা? খাইছোঁ—বম্ হৈ পৰি আছোঁ—আৰু টানিছোঁ—আৰু টানিছোঁ—কিচিম কিচিম কিমান বান্ধৱীয়ে বেৰি ধৰি গাত পৰি পৰি গৈছে—খুব শান্তি পাইছোঁ। ময়ো পাইছোঁ, তুমিও পাইছা। গোটেই দুনিয়া শান্তিৰে ভৰি গৈছে।

বন্ধু : মিছা কথা বন্ধু। মোৰ বৰ ভয় লাগিছে।

দীপক : ভয় ?

বন্ধু : মই আত্মহত্যা কৰাৰ কথা ভাবিছোঁ।

দীপক : কি ? আত্মহত্যা ?

বন্ধু : নহ'লে কি কৰিম ? আমাৰ কি হ'ব ? ইয়াৰ পিছত আৰু কি আছে ? খাইছোঁ আৰু পাইছোঁ। কি খাইছোঁ ? নিচা। ইমান নিচা খাইছোঁ যে অইন বস্তু খাবলৈ ভোকেই নালাগে।

দীপক : কি সুন্দৰ দুটা জাতৰ সৃষ্টি হৈছিল! একমাত্র মিলনৰ কাৰণেই যেতিয়া ভেদৰ সৃষ্টি হয় কি বঢ়িয়া লাগে! জাতৰ যদি সৃষ্টি হ'বই লাগে, তেনেহ'লে এনেকৈ হ'ব লাগে,—মিলনৰ তীব্ৰ আনন্দ সৃষ্টিৰ কাৰণে হ'ব লাগে।

বন্ধু : চুপ।

দীপক : চুপ।

বন্ধু : নিচা খাইছোঁ,—আৰু পৃথিৱীৰ দুটা জাত একাকাৰ কৰি পেলাইছোঁ। কিন্তু তাৰ পিছত কি হ'বহে বন্ধু ? এই আনন্দইতো আমুৱালে ? তাৰ পিছত কি বাকী থাকিব ? বুঢ়া-বুঢ়ী দেখিছা ?

দীপক : বুঢ়া-বুঢ়ীৰ কথা নক'বা।

বন্ধু : দেখিছানে নাই বুঢ়া-বুঢ়ী ?

দীপক : নাই দেখা।

বন্ধু : [ধমকি] বাজে কথা কিয় কৈছা ?

দীপক : দেখিছোঁ।

বন্ধু : সিহঁততো নাৰী আৰু পুৰুষ নহয়! সিহঁতবতো এটাহে জাত। তেতিয়া কি লৈ জীয়াই থাকিব ?

দীপক : ৰবা ৰবা ৰবা। বন্ধু!

বন্ধু : হুঁ।

দীপক : বুঢ়া-বুঢ়ী হ'লে কি লৈ জীয়াই থাকে বাৰু ?

বন্ধু : সেইকাৰণে কৈছোঁ—আত্মহত্যা কৰিম। এনেকুৱা দিন আহিব—আমাৰ ভোক লাগিবলৈ আৰম্ভ কৰিব—পেট পুৰিব, মন পুৰিব। এক তীব্ৰ হাহাকাৰত পৰি উন্মাদৰ নিচিনাকৈ ঘূৰি ফুৰিব লাগিব। মোৰ বৰ ভয় লাগিছে বন্ধু। ইমান কষ্ট কৰিলোঁ মুক্ত জীৱনৰ কাৰণে, শান্তিৰ কাৰণে,—কিন্তু—

দীপক : কি ? কিন্তু কি বন্ধু ?

বন্ধু : [ নিমাত হৈ থাকি ] বন্ধু!

দীপক : কি ?

বন্ধু : মই আৰু এক শান্তিৰ সন্ধানত ওলাব খুজিছোঁ। মই বৰ অস্থিৰ হৈছোঁ।

দীপক : ঠিক ঠিক। ময়ো অস্থিৰ হৈছোঁ।

বন্ধু : ব'লা তেনেহ'লে আমি এটা বেলেগ তৃপ্তিৰ সন্ধানত ওলাই যাওঁ।

দীপক : কোন ফালে ?

বন্ধু : মোৰ এটা ধাৰণা হৈছে—এইযে তুমি কৈছিলা দুটা জাতৰ সৃষ্টি হৈছিল,—আচলতে সৃষ্টি হোৱা নাছিল,—সৃষ্টি কৰিছিল।

দীপক : কোনে ? কোনে কৰিছিল ?

বন্ধু : তাকে ভাবিছোঁ। মোৰ বোধেৰে যি আমাক সৃষ্টি কৰিছিল, তেৱেঁই আটাইতকৈ বেছিকৈ আদৰ কৰি আমাক গ্ৰহণ কৰে। তেৱেঁই আমাক আটাইতকৈ বেছি শান্তি দিব পাৰে। আৰু সেই শান্তিৰ নিশ্চয় শেষ নাই, সেই শান্তি এবাৰ পালে নিশ্চয় আমাৰ আৰু ভয় নালাগে।

দীপক : কেনেকৈ পাবা সেই শান্তি ? ব'লা যাওঁ।

বন্ধু : ভাবিচোঁ। ভাবিছোঁ—মোৰ মা-দেউতা হাল —সেই বুঢ়া-বুঢ়ী হালে কৈছিল,—গাইছিল,—

দীপক : মা-দেউতা হালে ? কি ? কি কৈছিল ? কি গাইছিল ? মনত আছে তোমাৰ ? কি ? কি ?

বন্ধু : মনত পৰিছে—বিচাৰিব লাগে—দিনে নিশাই স্মৰণ কৰিব লাগে—আকুল কণ্ঠেৰে মাতিব লাগে—[ অস্ফুট কণ্ঠ ] হৰে কৃষ্ণ হৰে ৰাম—[ হঠাতে ] ব'লা বন্ধু, ব'লা আমি বিচাৰি যাওঁ, —হৰে কৃষ্ণ হৰে ৰাম—ৰাম ৰাম হৰে হৰে।

দৃশ্যান্তৰ

[ হৰে কৃষ্ণ নাম-কীৰ্তন ]

[ নিস্তব্ধ ]

চৌধুৰী : শুনিছা ?

বিভা : হুঁ ? আকৌ তাৰ কথাকে ক'বনেকি ?

চৌধুৰী : নাই, মই দুখ কৰা নাই। কেৱল ভাবিছোঁ, সি সঁচাকৈয়ে নাহিল। যিমানেই সি স্বাধীন নহওক, যিমানেই সি মুক্ত নহওক, —তাৰ গাত আমাৰ তেজ আছিলতো, সেই কাৰণে ভাবিছিলোঁ--এবাৰ সি আহিব।

বিভা : এতিয়া আৰু মই তাক নিবিচাৰোঁ। এটা সময়লৈকে সি মোৰ সন্তান হৈ আছিল, আজি ধৰি লওঁ সি এই গোটেই দেশখনৰেই সন্তান হৈ গ'ল।

চৌধুৰী : [ বৈ ] দেশখন। আমাৰ দেশখন বৰ ডাঙৰ নহয়নে ? বৰ পুৰণি দেশ। [ বৈ ] শুনিছা ?

বিভা : কি ?

চৌধুৰী : এটা কাম কৰোঁ দিয়া। এইখন দেশেই তাক সন্তান বুলি আকোঁৱালি ল'লে। কিন্তু আমিতো দেশখন ভালকৈ দেখাই নাই। ঘৰত সোমাই থাকি থাকি বৰ আমনি লাগিছে। ব'লা এবাৰ দেশখনকে চাই আহোঁগৈ। আমাৰ সন্তানৰ দেশ, সুন্দৰ দেশ। আৰু আমাৰ কাৰণেও কি সুন্দৰ সুন্দৰ শান্তিৰ ঠাই আছে—কাশী-বৃন্দাবন-মথুৰা—

দৃশ্যান্তৰ

সমদল : হৰে কৃষ্ণ হৰে ৰাম······

দীপক : বলা আমি গঙ্গাযমুনাৰ সঙ্গমলৈ যাওঁ। শান্তি-শান্তি—

[ ৰেলৰ শব্দ ]

ষ্টেছনৰ ঘোষক : কাশীলৈ যোৱা যাত্ৰীসকলে ইয়াতে ৰেল সলনি কৰিব লাগিব।······

চৌধুৰী : আহাঁ। ইয়াত ৰেল সলনি কৰিব লাগিব।

সমদল : হৰে কৃষ্ণ হৰে ৰাম······

দীপক : ব'লা বন্ধু ব'লা,—এইবাৰ হৰিদ্বাৰ—

[ ৰেলৰ শব্দ ]

চৌধুৰী : ইয়াৰ পিছত ? বলা এইবাৰ হৰিদ্বাৰলৈ যাওঁ।

বিভা : মোৰ বৰ ভাগৰ লাগিছে।

চৌধুৰী : আৰু শান্তি ?

বিভা : লাগিছে।

[ ৰেল আৰু হৰে কৃষ্ণ কীৰ্তন ]

# সৰ্পিল

হিমেন্দ্ৰকুমাৰ বৰঠাকুৰ

জীৱনক সদায় উপহাস কৰিছিল তুষাৰে। জীৱন অপ্ৰয়োজনীয়, ইয়াৰ কোনো অৰ্থ নাই। কিন্তু মৃত্যুৰ ভয়াবহ গ্ৰাসৰ পিনে আগুৱাই গৈ এক ভীষণ আতংকত তুষাৰৰ চৰম উপলব্ধি হ'ল, জীৱন কিমান মধুৰ, কেনে সৌন্দৰ্যময় আৰু পৰম বাঞ্চিত।

চৰিত্ৰ :

তুষাৰ : ডেকা ডাক্তৰ, বায়োকেমিষ্ট্ৰিৰ গৱেষক

কুন্তলা : তুষাৰৰ বান্ধৱী, ডাক্তৰ

ৰঞ্জন : ডেকা ডাক্তৰ

চলিহা : মেডিকেল কলেজৰ প্ৰিন্সিপাল

মনবৰ : ক'ল্ড্ ষ্টোৰেজৰ চকিদাৰ

মেকানিক :

নাৰ্চ :

প্ৰথম প্ৰচাৰ : ১৯৭২

( খটং খটং শব্দ। এথন কলাপ চিৰল ডাঙৰ হুৱাৰ মেৰামতি কৰি থকাৰ শব্দ )

মেকানিক : যোগালি নোহোৱাকৈ কেনেকৈ কাম কৰিবাহে মনবৰ ?

মনবৰ : ময়ে অলপ ধৰি দিও দে।

মেকা : এ, তুমি চকিদাৰটোৱে আকৌ কেনেকৈ যোগালি কাম কৰিবা ?

মন : এৰা, সি আজি বৰ লেঠাত পেলালে।

মেকা : যোগালি নাই, একো যোগান নাই, অকলে অকলে কাম কৰিবলগীয়া হৈছে, তথাপি মানুহৰ গালি শুনিব লাগে।

মন : এবা বোপাই।

মেকা : চাও মনবৰ কাই, দৰজাখনৰ সোটো মুৰ অলপ দাঙি ধৰাচোন,

মন : ৰবি—অ'—হ'বনে ?

মেকা : আৰু অলপ, অঁ, বচ, হ'ব হ'ব—

মন : আও, বৰ গধুৰ পায় এইখন।

[ বল্টু টাইট কৰাৰ শব্দ ]

মেকা : গধুৰ নহ'বনে ? ক'ল্ড্ ষ্টৰেজৰ দৰ্জা—দেখা নাই কিমান ডাঠ ? ভিতৰত—কিমান ইনচুলেশ্যন—কিমান কায়দা-কিটিপ—

মন : হেৰা' এৰোনে ?

মেকা : অঁ, এৰি দিয়া এতিয়া—নাই নহ'ল।

[ দুৱাৰ পৰাৰ শব্দ ]

মন : নহ'লনেকি ? ছেঃ।

মেকা : অলপ থাকিল। এইবিলাক ইমান ভাৰী দৰ্জা তাল মিলোৱাটো চোকা কথানেকি ?

মন : উ, এৰি দিলে দেখোন আকৌ আপোনা আপুনি ঘূৰি বন্ধ হৈ যায়।

মেকা : চাওঁ ধৰাচোন।

মন : হেৰৌ, প্ৰিন্সিপেল চাহাব আহিছে পৌৱা।

মেকা : সুধিলে অলপ বাকী আছে বুলি ক'বা।

চলিহা : [ সোমাই আহে ] হেৰা মনবৰ, হলগৈনে হে ?

মন : হৈছেগৈ ছাব। আৰু অলপ।

চলিহা : সোনকাল শেষ কৰি মোক খবৰ দিবাগৈ।

মন : ভাল ছাৰ।

মেকা : চাওঁ ককাই, সৌ কজাটো দিয়াচোন।

মন : এইটো হোঁ, ল। হেৰৌ, হ'বগৈ নে ছুটীৰ আগতে ?

মেকা : কাম চলিব পৰা কৰি দিম আৰু ?

মন : এৰা বোপাই। তোবো আজি বৰ শাস্তিখন হ'ল।

মেকা : তুমি বুলিহে বুজিছা। অইনেতো নুবুজে। আজি বাতিপুৱা কামলৈ আহোঁতে যি জাকহে বৰষুণত তিতিলো। অইন মানুহ হোৱা হলে ছুটী লৈ গুচি গলহেঁতেন।

তুষাৰ : ( হঠাত সোমাই আহি ) ছুটী লবৰ হলেইনে ? কাম শেষ হ'ল জানো ?

মন : ছুটী লোৱাৰ কথা কোৱা নাই বোপা।

তুষাৰ : বোপা ? কিয় বোপা বুলি মাতাহে চকিদাৰ ? কিমান ক'ব লাগে তোমাক ? নাজাননেকি মই বিচাৰ্চ স্কলাৰ ?

মন : মই আকৌ এইখন কলেজতে চকিদাৰী কৰি বুঢ়া হ'লো নহয় দেউতা। আপোনালোকক কিমান সকৰে পৰা—

তুষাৰ : মনে মনে থাকা। জানানে, তোমালোকৰ দোষত এই টেষ্ট টিউবটোৰ চব জীৱাণু মৰি গ'ল।

মন : আমি নো কি কৰিম দেউতা ?

তুষাৰ : তোমালোকে ক'ল্ড্ ষ্টৰেজৰ দৰজাখন মেৰামত্তি কৰা হ'লে টেম্পেৰেচাৰ ৰাইজ কৰিবলৈ নাপায়। এই মানুহটো, মেকানিক কাম কৰিবলৈ আহিছে, অথচ—

মেকা : মিছামিছি গালি পাৰি নাথাকিব ছাৰ।

তুষাৰ : জানা, এইটো টিউবৰ চব জীৱাণু মৰি গ'ল ?

মেকা : আমি কি কৰিম ? আমিতো কাম কৰিয়েই আছোঁ।

তুষাৰ : এইখিনি বেক্টেৰিয়া আকৌ কাল্চাৰ কৰিব পাৰিবা ?

মেকা : আমি সেইবিলাক কি জানো।

মন : নেপায় নেপায়। হেৰৌ বোপাই,—

মেকা : নহয়হে। অথনিও এখেতে মোক মিছামিছি গালি পাৰি গৈছে। দৰজাখন যেন মইহে বেয়া কৰিলোঁ।

মন : তেখেতে সেইটো কোৱা নাই নহয়—

তুষাৰ : দৰজাখনতো ভালেই আছিল। মনবৰে কাঠৰ টুকুৰা লগাই বেচ কাম চলাই আছিল। কি দৰ্কাৰ আছিল তোমাৰ দৰজাখন খুলিবৰ।

মেকা : মই খুলিছোনেকি ?

মন : সি খোলা নাই নহয়। প্ৰিন্সিপেল চাহাবে হুকুম দিয়াতহে—

তুষাৰ : চুপ থাকা তুমি

কুন্তলা : [ সোমাই আহে ] তুষাৰ, তুষাৰ ? অঁ কি হ'ল তোমালোকৰ ?

তুষাৰ : নাই, একো হোৱা নাই।

কুন্তলা : মনবৰ কাই ?

মন : আইদেউ ?

কুন্তলা : বা, আজিকালি তুমি মিস্ত্রি কাম কৰানেকি ?

মন : হেঃ আইদেউ।

কুন্তলা : জানা তুষাৰ, তোমাৰ কথা কাগজত কি লিখিছে? সঁচাকৈয়ে তুমি এটা জিনিয়াচ তুষাৰ?

তুষাৰ : কি লিখিছে ?

কুন্তলা : তুমি দেখা নাই ? মই কাগজখন পায়েই দৌৰি আহিলো তোমাক দেখুৱাবলৈ। আঃ এই কোঠালিটো ইমান ঠাণ্ডা!

তুষাৰ : ক'ল্ড্ ষ্টৰেজ ঠাণ্ডা হ'বই।

কুন্তলা : তুমি দেখোন আকৌ ইয়াৰ ভিতৰতে মাইক্রস্কপ পাতি লৈছা কাম কৰিবলৈ ?

তুষাৰ : কেতিয়াবা এখন দুখন স্লাইদ্ ইয়াতে টেষ্ট কৰো। কিছুমান বেক্টেৰিয়া খুব চেনজিটিভতো!

কুন্তলা : তোমাৰ ঠাণ্ডা নালাগে ?

তুষাৰ : নাই, দৰজাখন খোলা থাকিলে বেছি ঠাণ্ডা নহয়।

কুন্তলা : তোমাৰ কথা কি লিখিছে চোৱা। [ কাগজৰ শব্দ—পঢ়ে ] অসমৰ এজন নবীন কবি হিচাপে আমি তেওঁক অভিনন্দন জনাওঁ। তেওঁৰ কবিতাত কোনো উচ্ছ্বাস নাই, কোনো অনাৱশ্যক আড়ম্বৰ নাই, শব্দৰ ফুলজাৰিৰপৰা তেওঁৰ কবিতা বহুত আঁতৰত। এক নিৰৱচ্ছিন্ন গভীৰ বিষাদে তেওঁৰ প্ৰতিটো কবিতা—

মন : আইদেউ !

তুষাৰ : আঃ তুমি কিমান দিষ্টাব কৰাহে ?

মন : নহয় দেউতা, আমাৰ কাম হৈ গ'ল, আমি যাওঁ। প্ৰিন্সিপেল চাহাবক খবৰ দিওঁগৈ।

তুষাৰ : তোমালোকৰ যাবৰ হৈছে যোৱা।

মনবৰ' : নহয় দেউতা, দৰজাখন খোলা থাকিল, সৌ কাঠৰ টুকুৰাটো যে দেখিছে—একুৰাই দিলেই আপোনা আপুনি বন্ধ হৈ—

তুষাৰ : অস্ মই জানো, তুমি যোৱা।

মন : ভাল দেউতা। ব'ল ঐ চামচুল, ব'ল ?

তুষাৰ : এই মূৰ্খবিলাক দেখিলে মোৰ মূৰ গৰম হৈ যায়। যত চব মেদিয়েভেল্ ফচিল্‌চ্ !

কুন্তলা : বুঢ়া চকিদাৰক তুমি কিয় বেয়া পোৱা বাৰু ? তাক তো কলেজৰ সকলোৱেই মৰম কৰে ?

তুষাৰ : মৰম কৰি কৰিয়েইতো নষ্ট কৰিলে ? নহলে চোৱা, ইমান ডাঙৰ এখন মেডিকেল কলেজৰ এটা মদাৰ্ণ ক'ল্ড্ ষ্টৰেজ্, য'ত আমাৰ বায়' কেমিষ্ট্ৰিৰ ৰিচাৰ্চ কৰিব লাগে, তাত এই গাঁৱলীয়া ভূতবিলাক মিচ্‌ফিট্ নহয় জানো ?

কুন্তলা : তুমি যে মানুহৰ কথা ইমান বেয়াকৈ কিয় কোৱা বুজি নাপাওঁ ! চকিদাৰেতো ৰিটায়াৰ কৰিবই, আৰু ছমাহো নাই বোলে।

তুষাৰ : এইবিলাক যিমান সোনকালে যায় সিমান ভাল। আমাক লাগে কি জানা, খুব স্মাৰ্ট মানুহ, ইণ্টেলিজেণ্ট, ৰেল্‌ভেচ্‌দ্, তাৰ ঠাইত এই গাঁৱলীয়া সোপাটিলা মানুহবিলাকে আমাৰ ৰিচাৰ্চ প্ৰগ্ৰেমৰ ইমেজটোৱেই নষ্ট কৰি দিছে। কোনে ক'ব এইটো মদাৰ্ণ ৰিচাৰ্চ চেণ্টাৰ বুলি ?

কুন্তলা : বাৰু বাদ দিয়া সেইবিলাক কথা। তোমাৰ কথা কাগজত এয়া কি লিখিছে চোৱা—[ পঢ়ে ] তেখেতক আমি ইয়াৰ আগতে অসমৰ নতুন পুৰুষৰ কবি বুলি পৰিচয় কৰি দিছিলো। তাৰ লগতে এইটোও কৈছিলো যে তেওঁ এজন বিষণ্ণ কবি। তেওঁৰ এই বিষণ্ণতা কোনো ব্যক্তিগত সুখ-দুঃখৰপৰা ওপজা নাই। আধুনিক মানৱৰ সামগ্ৰিক জীৱন যন্ত্ৰণাৰপৰাই সি উত্‌সাৰিত। বাৰু তুষাৰ, তোমাক মই এটা কথা সোধো।

তুষাৰ : কি ?

কুন্তলা : কাগজবিলাকত এইবিলাক কি লিখে বাৰু ? জীৱন যন্ত্ৰণা মানে কি ?

তুষাৰ : এইবিলাক তোমালোকে বুজি নাপাবা।

কুন্তলা : কিয় বুজি নাপাম ? বুজাই দিয়া।

তুষাৰ : চোৱা কুন্তলা, তোমালোকে সকলো কথা ওপৰে ওপৰে চোৱা, কোনো কথা দকৈ ভাবিব নোৱাৰা…

কুন্তলা : দকৈ ভাবিয়েই কৈছো বাৰু ? জীৱনটোনো বাৰু যন্ত্ৰণাৰ কাৰণ হ'ব লাগে কিয় ? মানুহে মৰোতেহে যন্ত্ৰণা পায়।

তুষাৰ : তুমি মোক ঠাট্টা কৰিছানেকি ?

কুন্তলা : সেয়া, তুমি আকৌ ওভোতাকৈ ভাবি ল'লা। আনকি ময়েই তোমাৰ লগত ষ্ট্ৰেইট কথা এষাৰ পাতিব নোৱাৰোঁ—সকলো কথাৰে তুমি বিপৰীত অৰ্থ কৰি লোৱা !

তুষাৰ : তোমাক মই ইমান মানা কৰিছিলোঁ ৰঞ্জনৰ লগত কথা নাপাতিবলৈ, অথচ কালি দেখিলোঁ তুমি তাৰ লগত ঘুৰি ফুৰিছা।

কুন্তলা : কালি ? অ, কালি আমি পিক্‌নিক্

অৰ্গেনাইজ কৰিছিলোঁ। আজি যাম। তোমাকতো তালৈ মাতিবলৈকে আহিছিলোঁ।

তুষাৰ : ৰঞ্জন যাবনেকি ?

কুন্তলা : আঃ তুমি কিমান ৰঞ্জনৰ লগত লাগি থাকা ? তুমিতো জানাই সি এটা লাইট্ মাইন্‌দেদ্ ফুৰ্তিবাজ ল'ৰা, বহুত দিনৰ আগতে এবাৰ মোলৈ উইক্‌নেচ দেখুৱাইছিল, তাৰ পিছত একো নাই—অথচ তুমি সদায়…

তুষাৰ : সিহঁত যায় যদি মই নাযাওঁ।

কুন্তলা : আঃ তোমাক লৈ নোৱাৰি আৰু।

ৰঞ্জন : [ হৰমুৰকৈ ] হেই, তোমালোক ইয়াতনেকি ? বাঃ।

কুন্তলা : অলপ চাইচিভি আহিবাচোন। আমি এইমাত্ৰ তোমাৰ কথা পাতিছিলোঁ জানা ?

ৰঞ্জন : সঁচা ? বা, এই কোঠালিটো ইমান ঠাণ্ডা !

কুন্তলা : এয়াৰ কন্দিশ্যন্‌ড যেন লাগে নহয় ?

ৰঞ্জন : অঁ বাৰু কুন্তলা, সিহঁত কেইজনী যাবনে নাযায় ?

কুন্তলা : যাব।

ৰঞ্জন : যাব ? তেনেহ'লেতো ইখন গাড়ীও ঠিক কৰি ল'ব লাগিব। সেইখন আকৌ কাৰ্বাৰেটাৰ্-টোৱে অভাৰ্ ফ্ল' কৰে।

কুন্তলা : কোনখন ?

ৰঞ্জন : আমাৰ চিকু মামাৰ পুৰণা হিন্দুস্থানখন যে ? এই তুষাৰ, তুমি যাবা নহয় ? অ' তোমাৰ কথা পেপাৰত কি লিখিছে ক'ব পাৰানে নোৱাৰা ? হাঃ হাঃ হাঃ, বিষণ্ণ কবি, বিষণ্ণ কবি ? আৰু কিবাকিবি ঢেৰ লিখিছে, পাহৰিলোঁ মই। অ' পেপাৰখন তুমি লৈ আনিছানেকি কুন্তলা ? চাওঁ চাওঁ দিয়াচোন দিয়া।

তুষাৰ : বাদ দিয়া সেইবিলাক।

ৰঞ্জন : ৰ'বাচোন ৰ'বা, এয়া কি লিখিছে চোৱা [ পঢ়ে ] সপ্তদশ শতিকাৰ চতুৰ্থ দশকত কছ দেশীয় কবিসকলৰ মনত যি ভাব খেলাইছিল, ঠিক তাৰেই প্ৰতিধ্বনি যেন—বাৰু তুষাৰ, চেভেন্টিথ চেঞ্চুৰীৰ ফ'ৰ্থ দিকেডত ৰাছিয়ান কবিবিলাকে কি খাইছিল, সেইটো তোমাক কিয় লাগে ?

তুষাৰ : ঠাট্টা কৰি নাথাকিবা। তুমি ক'ব খোজা-নেকি এই কাগজৰ সম্পাদকজনকৈ তুমি বেছি জানা ? জানা তেওঁ কিমান ডাঙৰ ইন্টেলেক্-চুৱেল ? ইংৰাজীত ফাৰ্ষ্ট ক্লাচ।

ৰঞ্জন : বাদ দিয়াহে। হেৰা, চিক্সটি পাৰ্চেণ্ট নম্বৰ পালেই মানুহে ফাৰ্ষ্ট ক্লাচ পায় জানানে ?

তুষাৰ : তেওঁ চিক্সটি পাৰ্চেণ্টৰ ফাৰ্ষ্ট ক্লাচ নহয় জানা। তেওঁ চেভেন্টি টু পাৰ্চেণ্ট পাইছিল।

ৰঞ্জন : আহা, পাইছিল পাইছিল, বুজিলোঁ বাৰু। বাদ দিয়া এতিয়া, ব'লা আমি পিক্‌নিকলৈ যাওঁ।

তুষাৰ : মই পিক্‌নিকলৈ নাযাওঁ।

ৰঞ্জন : কিয় ?

তুষাৰ : দেশত লাখ লাখ মানুহ অনাহাৰে যন্ত্ৰণা ভুগিছে আৰু তোমালোকৰ বিলাস কৰিবলৈ লাজ নালাগে ?

কুন্তলা : কিন্তু অলপ আগতে তুমিয়েইতো সিহঁতক গাঁৱলীয়া ভূত বুলি নিন্দা কৰিছিলা।

তুষাৰ : মই সেইটো কৈছিলোঁ ইন্টেলেক্‌চুৱেল লেভেলত।

ৰঞ্জন : আৰু অদিনেৰী লেভেলত মই তোমাক ইমানেই ক'ব পাৰোঁ যে আমি বাবা একো বিলাস কৰিবলৈ ওলোৱা নাই, লোকৰ ভগা গাড়ী এখন নিজে কষ্ট কৰি ঠিক কৰি লৈছোঁ—

কুন্তলা : আৰু ঘৰতো চাহ জলপান খাওঁৱেই, তাকে যেনিবা লগত লৈ লৈছোঁ—

তুষাৰ : সেইবিলাক চব আইৱাশ।

ৰঞ্জন : তোমাৰ কথা মই বুজি নাপাওঁ। জানা কুন্তলা, সেইদিনা যে চীফ মিনিষ্টাৰৰপৰা এপীল আহিছিল, ভিতৰুৱা গাঁও অঞ্চলত ডাক্তৰ লাগে বুলি, আমি চবেই নাম দিলোঁ, এওঁ তুষাৰে কি কৰিলে জানা?

কুন্তলা : কি?

ৰঞ্জন : এওঁ নাম নিদিলে।

তুষাৰ : তাৰ এক্সপ্লেনেশ্যন মই তোমাৰ ওচৰত দিব লাগিবনেকি?

ৰঞ্জন : ঠিক আছে, ঠিক আছে, তুমি সপ্তদশ শতিকাৰ চতুৰ্থ দশকৰ বন্ধা কৰিটো হৈ থাকা, আমি যাওঁ, বলা কুন্তলা, অ' দৰজাখন বন্ধ হৈ আছে দেখোঁন।

কুন্তলা : কাঠদাল এৰাই গ'ল হ'বলা? চকিদাৰে যে কৈছিল।

ৰঞ্জন : হেৰা, এই ভিতৰ ফালৰ হেন্দেলডাল ভগা দেখোঁনহে? এইখননো কেনেকৈ খোলে?

তুষাৰ : তুমি উজুটি মাৰি লৰাই দিয়া নাছিলা জানোঁ?

ৰঞ্জন : কি?

তুষাৰ : সেই কাঠৰ টুকুৰাটো?

ৰঞ্জন : কি হ'ল পিছে?

ৰঞ্জন : কাঠৰ টুকুৰাটোতে দৰজাখন লগাই থোৱা আছিলনেকি?

তুষাৰ : দেখা নাছিলা তুমি?

কুন্তলা : এয়ে হ'বলা তোমাৰ মদাৰ্ণ ক'ল্ড্ ষ্টৰেজ?

ৰঞ্জন : বা, থাৰ্মমিটাৰটো চোৱাচোন, টেম্পেৰেচাৰ এক ডিগ্ৰী নামি গ'ল চাই থাকোতেই।

কুন্তলা : চাওঁ চাওঁ।

তুষাৰ : দুৱাৰ বন্ধ থাকিলে টেম্পেৰেচাৰ নামি যাবই। তাকে নাজানানেকি?

ৰঞ্জন : হেত্ আৰুতো দুৱাৰ খিৰিকি নাই। এইটো কমৰপৰা ওলাবা কেনেকৈ এতিয়া?

কুন্তলা : বা, চোৱাচোন চোৱা, টেম্পেৰেচাৰ আৰু এক ডিগ্ৰী নামি গ'ল।

ৰঞ্জন : হেত্, কি দিগ্ দাৰি এইখন। সিফালে মোৰ গাড়ী ভাল কৰিবলৈ আছে?

তুষাৰ : বাহিৰ ফালৰ হেন্দলদালতো ঠিকেই আছে, চকিদাৰে খুলিব আহি অলপ পিছতে।

[ দুৱাৰত ধুম ধুমকৈ চকিওৱা শব্দ ]

ৰঞ্জন : এই চকিদাৰ, চকিদাৰ, দুৱাৰ খোলা।

তুষাৰ : ইয়াত চিঞৰিলে বাহিৰলৈ শব্দ নাযায়। দেখা নাছিলা, দুৱাৰখন কিমান ডাঠ?

ৰঞ্জন : বাদ দিয়াহে। সিফালে মই গাড়ীখন আনিবগৈ লাগিব, ভাল কৰিব লাগিব। কত কাম বাকী থাকিল?

তুষাৰ : [ গহীনাই ] চকিদাৰ নহালৈকে তোমা-লোকৰ পিক্নিকৰ কাম বন্ধ। উপায় নাই।

ৰঞ্জন : টেম্পেৰেচাৰ আৰু দুই ডিগ্ৰী নামি গ'ল।

কুন্তলা : এনেকৈ হ'লে দেখোঁন আমি ফ্ৰ'জেন্ হৈ যাব লাগিব।

তুষাৰ : সিফালে মেচিন চলি আছে, সেই পাইপ

ডালত কাণ দি শুনাচোন, কম্প্রেচাৰৰ শব্দ—
[ খন্তেকলৈ কম্প্রেচাৰৰ শব্দ বাজি উঠি বন্ধ হয় ]
শুনিলা ?

কুন্তলা : মেচিনৰ চুইচটো অফ কৰি দিয়ানা।

তুষাৰ : মেচিনৰ চুইচ ইয়াত নাই, মেচিন রুমত আছে।

কুন্তলা : [ আতংকিত ] তেন্তে কি হ'ব ?

তুষাৰ : কি হ'ব আৰু। তোমাৰ যে ইমান ভয়। চকিদাৰ আহিবই এতিয়া। বাহিৰফালৰ হেন্দেলডালতো ঠিকেই আছে।

ৰঞ্জন : কলিং বেল নাইনেকি ?

তুষাৰ : [ খঙেৰে ] সেই চব নাই ইয়াত।

[ দুৱাৰ খোলাৰ শব্দ ]

মন : অ, কাঠডোখৰ এৰাই গ'লনেকি ?

ৰঞ্জন : হেৰা মনবৰ কাই, তোমালোকে এই কাঠৰ ধোকা লগাই দৰজা খোলা ৰখা চিষ্টেমটো বাদ দিয়া বুজিছা। কেতিয়াবা কিন্তু এক্সিদেন্ট হ'ব।

মন : কজাটো আৰু হেন্দোলডাল ভাল কৰিলেই সকলো ঠিক হৈ যাব বোপা !

মেকানিক : দৰজাখনৰ তালটো মিলাবলৈ বৰ মুস্কিল, বৰ ভাৰী নহয় !

ৰঞ্জন : হেৰা চামচুল, তোমাৰ হাতত নাইন বাই চিক্সটিন বেঞ্চ আছেনে ? ব'লাচোন দিবা—
[ আঁতৰি যায় ]

কুন্তলা : হেৰা তুষাৰ, চাওঁ শুনা,

তুষাৰ : কি হ'ল ?

কুন্তলা : তুমি মোৰ কথা শুনা তুষাৰ, ইমান বিপদজনক রুমটোত তুমি কাম নকৰিবা।

তুষাৰ : মোৰ বিপদৰ কথা তুমি ভাবিব নালাগে।

কুন্তলা : নহয় নহয়। দুৱাৰখন ৰিপেয়াৰ কৰা পুৰা হওক, তাৰ পাছত রুমটো ব্যৱহাৰ কৰিবা।

তুষাৰ : বাজে কথাবিলাক কৈ নাথাকিবা। সকলো মানুহ ৰঞ্জনৰ নিচিনা কেয়াৰলেচ্ নেকি ?
[ মেকানিক আৰু ৰঞ্জনে আঁতৰত কথা পাতে ]
[ দূৰত ]

মেকানিক : সেইখন গাড়ীত কাৰ্বাৰেটাৰ ঠিকেই আছে, প্লাগ কেইটা চাফা কৰিলেই হ'ব।

ৰঞ্জন : হয়নেকি ? তোমাৰ প্লাগ্ বেল্ট আছে ?

মেকানিক : মই লৈ যাম, আপুনি যাওক।

ৰঞ্জন : আহিবা দেই, জৰুৰ।

মেকানিক : সৌৱা প্ৰিঞ্চিপেল চাহাব আহিছে, মই অলপ পিছত যাব পাৰিম।

ৰঞ্জন : ঠিক আছে, মই যাওঁ। তুমি কিন্তু আহিবা।

কুন্তলা : এইটো কোনো কেয়াৰলেচনেচৰ কথা নহয়। তুমি ইয়াত কাম কৰা উচিত নহয়।

তুষাৰ : তুমি যে মোৰ কাৰণে ইমান ভাবিছা সেইটো দেখিয়েই খুব ভাল লাগিছে মোৰ।

চলিহা : [ ওচৰলৈ আহে ] এই ৰঞ্জন, চাওঁ শুনি যোৱা। হেল্লো কুন্তলা।

কুন্তলা : গুড আফ্টাৰনুন ছাৰ ?

চলিহা : গুড আফটাৰনুন। হেৰা চামচুল, চাওঁ দেখুওৱাচোন কি কাম কৰিলা।

মেকা : কজা কেইটা লগালো ছাৰ। কিন্তু তালটো মিলাব নোৱাৰি।

চলিহা : আৰু হেন্দেলডাল ?

ৰঞ্জন : ছাৰ !

চলিহা : অ' ৰঞ্জন, তোমাৰ নামত এখন চিঠি আহিছে। নেফা গৱৰ্ণমেণ্টৰ।

ৰঞ্জন : নেফাৰ চিঠি ? এপইণ্টমেণ্টনেকি ছাৰ ?

চলিহা : ওঁ, এপইণ্টমেণ্ট। তোমাক প'ষ্টিং দিছে, কি নাম ঠাইখনৰ, কলৱিয়াং। ক'তহে?

ৰঞ্জন : একেবাৰে চাইনিজ বৰ্দাৰ ছাৰ।

চলিহা : হয়নেকি? যাবানে নোযোৱা?

ৰঞ্জন : [আগ্ৰহেৰে] যাম ছাৰ। নগ'লে কেনেকৈ হ'ব'?

চলিহা : ভেৰি গুড। বহুতে আকৌ নাযায়।

ৰঞ্জন : মই নেফাত কাম কৰিমেই ছাৰ। আই এম এভাৰ গ্ৰেটফুল টু দেম। নেফাৰ স্কলাৰশিপেৰেহে মই মেডিকেল পঢ়িলোঁ।

চলিহা : ঠিক আছে। চিঠিখন লৈ যাবা।

ৰঞ্জন : ভাল ছাৰ। এই কুন্তলা। বস্তুখিনি আনিব লাগে নহয়?

কুন্তলা : ব'লা।

চলিহা : তোমালোকৰ আজি পিক্‌নিকনেকি?

কুন্তলা : হয় ছাৰ।

চলিহা : উইশ্ব ইউ বেষ্ট অব লাক।

কুন্তলা : থেংক ইউ ছাৰ।

ৰঞ্জন : থেংক ইউ ছাৰ।

চলিহা : অ হেন্দ্‌লডাল ভাল কৰিব নোৱাৰিলা নেকি?

মেকা : নহ'ল ছাৰ, বৰ বেয়া জাগাত ভাগিছে।

চলিহা : তেনেহ'লেতো বৰ বিপদৰ কথা। ভিতৰত মানুহ থাকিলেতো ট্ৰেপদ্ হৈ যাব পাৰে। কি কি কোৱা তুষাৰ?

তুষাৰ : নাই ছাৰ, ইয়ালৈতো কোনো মানুহ নাহে, মাত্ৰ চকিদাৰ আৰু মইহে কাম কৰোঁ, সাৱধানে থাকিলেই হ'ল।

চলিহা : হুঁ। বাৰু, আৰু কি কি কাম কৰিলা? থাৰ্ম'ষ্টাট্‌টো ঠিক কৰিলানে?

মেকা : কৰিলোঁ ছাৰ। কইলটো কিন্তু সলাব লাগিব ছাৰ, বেছিদিন নাযাব। আৰু এটা কথা ছাৰ।

চলিহা : কি?

মেকানিক : সৌ ওপৰৰ চাক্‌শ্যন পাইপ্ দালত খুব সোনকালে বৰফ জমা হৈ যায়।

চলিহা : হয়নেকি?

মেকানিক : হয় ছাৰ। ঠাণ্ডা বেছি হ'লেই বৰফ জমিবলৈ ধৰে।

মন : বৰফ জমি জমি একেবাৰে ওলমি ওলমি পৰে দেউতা, দেখিলেই ভয় লাগে।

চলিহা : কোম্পানীলৈ লিখিব লাগিব। বাৰু, কলিং বেল লগোৱা হ'লনে?

মেকা : নাই ছাৰ—

চলিহা : কিয়?

মেকা : বস্তু নাপালোঁ ছাৰ। সোমবাৰে জৰুৰ লগাই দিম।

চলিহা : সেয়া তোমালোকে চব কাম নেগ্লেক্ট কৰা। সোমবাৰে ৰাতিপুৱা কিন্তু প্ৰথমেই কলিং বেলটো লগাই দি মোৰ ওচৰত ৰিপোৰ্ট কৰিবা।

মেকা : ভাল ছাৰ।

চলিহা : আৰু তুষাৰ, চোৱা তোমালোকে যদি আজি কাম কৰা তেনেহ'লে খুব সাৱধানে কৰিবা যাতে কোনো আন-অথৰাইজ্‌দ্ মানুহ আহিব নোৱাৰে।

তুষাৰ : ভাল ছাৰ।

চলিহা : আৰু মনবৰ। শুনা—

মন : দেউতা।

চলিহা : আমি ইয়াত এটা দেদ্ বদি থ'ব লাগিব।

তুষাৰ : দেদ্ বদি ছাব ?

চলিহা : অঁহে, চুইচাইদৰ কেচ্ এটা আহিছে, খুব জটিল কেচ্।

তুষাৰ : কেনেকুৱা ছাৰ ?

চলিহা : দি কজ অব চুইচাইদ ইজ নট ন'ন। মানুহজনে কিয় আত্মহত্যা কৰিলে তাৰ একো এপাৰেণ্ট কাৰণ নাই।

তুষাৰ : ষ্ট্ৰেঞ্জ।

চলিহা : ডেকা মানুহ, অৱস্থা ভাল, বিয়া কৰোৱা ডেৰ বছৰমান হৈছে মাত্ৰ—এন্দ দি ফৰ্চেচ অব দেথ অভাৱটুক হিম। যাওক, বাদ দিয়া সেই-বিলাক কথা, মনবৰ—

মন : দেউতা।

চলিহা : বগাই আৰু তুমিয়ে কামটো কৰিবা, দেদ্ বদিটো মৰ্গৰপৰা আনি এই ক'ল্ড্ ষ্টৰেজত ভৰাই থৈ দিবা, সোমবাৰে দিচেক্ট কৰিব লাগিব। মই আহিছোঁ। (আঁতৰি যায়)।

মন : ভাল দেউতা।

মেকা : ময়ো যাওঁগৈ দেই। চকিদাৰ ককাই। বাকী কাম সোমবাৰলৈহে হ'ব।

মন : যাগৈ বোপাই। তই গৈয়েই তিতা কাপোৰ-বিলাক সলাই পেলাবি। যি জাকহে বৰষুণত তিতিলি। বোপাদেউতা, আজি ঘৰটো বন্ধ কৰি থওঁ। কাম কৰিব নালাগে।

তুষাৰ : কিয় ?

মন : প্ৰিন্সিপেল চাহাবেও ক'লে,

তুষাৰ : সকলো মানুহ তোমালোকৰ নিচিনা অসাৱধান নহয়, জানা চকিদাৰ !

মন : নহয় দেউতা, আজি ময়ো নাথাকিম। আবেলিৰ ভাগতে গাঁৱৰ ঘৰলৈ যোৱাৰ কথা। মই একেবাৰে সোমবাৰলৈহে আহিম। আপুনি ইয়াত অকলে অকলে—

তুষাৰ : তুমি গ'লে যাবা। তোমাৰ লগত মোৰ কামৰ কি সম্বন্ধ ?

কুন্তলা : তুমি এতিয়াও ওলোৱা নাই তুষাৰ ? ব'লা আমি যাওঁ।

তুষাৰ : মই নাযাওঁ।

মনবৰ : লৈ যক লৈ যক আইদেউ,' আপুনিহে পাৰিব।

কুন্তলা : এই বুঢ়াটোৱে চব কথা জানে হ'বলা ? এই তুষাৰ ব'লা।

তুষাৰ : আৰু কোন কোন যাব ?

কুন্তলা : ৰঞ্জন, বিকাশ, তুমি, মই, শেৱালি, সুনন্দা, ৰীতা, প্ৰণৱ আৰু আলফ্ৰেড্ যাব গীটাৰ লৈ। আৰু যাব মনোৰমা, প্ৰশান্ত চব !

তুষাৰ : কিমান দূৰলৈ যাবা তোমালোক ?

কুন্তলা : বা তুমি দেখোঁন একেবাৰে পুলিচৰ নিচিনাকৈ জেৰা কৰা ! পোন্ধৰ মাইলমান দূৰত যে এখন বিল আছে, যোৱা বছৰ আমি গৈছিলোঁ জানা, এনেকুৱা বতৰতে, ইমান সুন্দৰ ঠাই।

তুষাৰ : এই এপ্ৰিল মাহত মানুহে পিক্‌নিকলৈ যায় নেকি ?

কুন্তলা : অঃ ইমানবিলাক হিচাপ কিয় লাগে তোমাক ? আমি যাম, খানা খাম, গান হ'ব, নাচ হ'ব, সন্ধ্যাৰ আগে আগে গুচি আহিম। চিকেনখিনি মই নিজে ৰান্ধিছোঁ জানা !

তুষাৰ : কাৰ গাড়ী ?

কুন্তলা : তোমাক লৈ নোৱাৰি আৰু। কিয় লাগিছে কাৰ গাড়ী ? যাবলৈ পালেই হ'ল।

তুষাৰ : যাৰে তাৰে গাড়ীত মই নাযাওঁ।

কুন্তলা : ৰঞ্জনে কলেই দেখোঁন তাৰ কোনোবা ৰিলেটিভৰ গাড়ী—[অনুনয়] ব'লা তুষাৰ! ইমান সুন্দৰ ঠাই জানা! বিলৰ পাৰত ঢেৰ কৃষ্ণচূড়া, সোণাৰু, কাঞ্চনৰ গছ! এতিয়া বহাগ মাহত সকলোবোৰ ফুলিছেতো,—ৰঙা, হালধীয়া, বেগুনীয়া ৰঙৰ যেন মেলা বহি গৈছে। ইমান ধুনীয়া লেণ্ডস্কেপ মই জীৱনত দেখা নাই!

তুষাৰ : মোৰ কোনো ইণ্টাৰেষ্ট নাই।

কুন্তলা : তোমাৰ খুব ভাল লাগিব, মই তোমাক ডাঠি ক'ব পাৰোঁ। কিমান যে ৰং জানা? বিলখনৰ পানীখিনি ডাঠ নীলা, আকাশখন পাতল নীলা আৰু বিলৰ পাৰৰ ঘাঁহনিডৰা লেমন ইয়েল'। ৰাতিপুৱাৰ বৰষুণ জাকে ধূলিবিলাক ধুই নিকা কৰি থৈছে, ঠিক যেন ছবি এখন, তাতে বহাগৰ আবেলিৰ মিঠা মিঠা ৰ'দ—ব'লা তুষাৰ ব'লা, ৰ'দখিনি গুচি যাব।

তুষাৰ : মই নাযাওঁ।

কুন্তলা : কিয় নাযাবা তুমি?

তুষাৰ : সিহঁতৰ ইমান ল' মেণ্টেলিটি, মই সিহঁতৰ লগত মিলিব নোৱাৰোঁ।

কুন্তলা : নিজকে তুমি খুব হাই ইণ্টেলেকচুৱেল বুলি ভাবা নহয়? লাভৰ ভিতৰত হৈছে কি জানা? জীৱনটো হৈ পৰিছে তোমাৰ কাৰণে এটা যন্ত্ৰণা।

তুষাৰ : এইটো মোৰ কোনো ব্যক্তিগত সুখ দুখৰ কথা নহয়। আধুনিক মানুহৰ—

কুন্তলা : বন্ধ কৰা। কাগজৰ কথাবিলাক মুখস্থ মাতিব নালাগে। তোমাৰ ব্যক্তিগত অনুভূতি-বিলাক গোটেই মানৱ সমাজৰ নামত চলাই দিয়াৰ কোনো দৰ্কাৰ নাই। [পেংলাই কৰি] আধুনিক মানৱৰ জীৱন যন্ত্ৰণা! কথা এটা লিখিলেই হ'ল। মানৱ সমাজৰ একো জীৱন যন্ত্ৰণা নাই। সাধাৰণ মানুহে খাইছে বইছে, দুখৰ মাজতে সুখী হ'বলৈ চেষ্টা কৰিছে। অসুখী কেৱল তোমালোক, তুমি আৰু তোমাৰ পেট্ৰন্‌বিলাক।

তুষাৰ : তুমি ক'ব খোজানেকি পৃথিৱীত দুখৰ কোনো কাৰণ নাই?

কুন্তলা : আছে, কিন্তু তাৰ কাৰণে পাৰা যদি কিবা এটা কৰা। কবিতা লিখি বহি থাকিলে-তো পৃথিৱীৰ দুখৰ ভাৰ নকমে। ক'তা, ভিতৰুৱা গাঁৱৰ ডাক্তৰখানাৰ কাৰণে ডাক্তৰ বিচাৰোতে তুমিতো ভলণ্টিয়াৰ নহ'লা। আচলতে তুমি কি জানা? তুমি হ'লা এটা বাণ্ডল্ অৱ কনফিউজনচ্। এৰোজা-খেলিমেলি।

তুষাৰ : কুন্তলা। [চিঞৰি]

কুন্তলা : হাজাৰবাৰ ক'ম, কি কৰিবা তুমি? লগৰ ল'ৰাৰ লগত ফুৰ্তিকৈ পাৰ্টি এটা পাতিলে তালৈ তুমি যাব নোৱাৰা। পোহৰৰ মাজত তোমালোকে দেখা কেৱল অন্ধকাৰ। জীৱনৰ প্ৰৱাহত তোমালোকে দেখা কেৱল যন্ত্ৰণা, জীৱন যন্ত্ৰণা! জীৱন যদি যন্ত্ৰণা, মৃত্যু তেনেহ'লে কি? শান্তি?

তুষাৰ : তোমালোক পাতল মনৰ মানুহবিলাকে তেনেকৈ ক'ব পাৰা…

কুন্তলা : তোমালোক ডাঠ মনৰ মানুহবিলাকে কি

ভাবা ক'ব নোৱাৰোঁ। মই কিন্তু জীৱনটো যন্ত্ৰণাৰ কাৰণ বুলি নাভাবো। মোৰ মতে জীৱন বস্তুটো হ'ল আনন্দৰ খনি। ঈশ্বৰৰ শ্ৰেষ্ঠ অৱদান!

তুষাৰ : আৰু মৃত্যুৰ বিষয়ে তুমি কি ভাবা?

কুন্তলা : মৃত্যু হ'ল এটা সুইচেঞ্চ, সৃষ্টিকৰ্তাই এৰি থৈ যোৱা এটা ভুল, এটা আতঙ্কাল। তাক আমি এতিয়াও জয় কৰিব পৰা নাই সঁচা, কিন্তু তাক লৈ ব্যস্ত হোৱাৰ মই কাৰণ নেদেখোঁ! যিমান দিন জীয়াই থাকিম জীৱনৰ আনন্দ আমি আকণ্ঠ পান কৰি যাম। [অনুনয়] ব'লা তুষাৰ, ব'লা। তোমাৰ এই অন্ধকাৰ শীতল কোঠালিটোৰপৰা ওলাই ব'লা। বাহিৰত কিমান পোহৰ, কিমান উত্তাপ, কিমান মুকলি!

তুষাৰ : মই, সিহঁতৰ লগত,…নাই, নোৱাৰোঁ।

কুন্তলা : কিয় নোৱাৰিবা? একে লগৰ সমনিয়াৰ লগত তুমি কিয় ফ্ৰী হ'ব নোৱাৰিবা? তুমি কিয় পলাই আহি তোমাৰ মনৰ এই গোপন কুঠৰিটোত সোমাই থাকাহি?

ৰঞ্জন : [হৈ চৈ কৰি সোমাই আহে] হেই কুন্তলা, ব'লা, ব'লা, তুষাৰ ব'লা, সিহঁত চব বৈ আছে।

কুন্তলা : উ ৰাম, তোমাৰ গাত এইবিলাক ক'ৰ ফুল?

ৰঞ্জন : এ নক'বা আৰু? সুনন্দাৰ কাৰণে। এতিয়া মই জোকাৰি জোকাৰি শেষ কৰিব পৰা নাই।

কুন্তলা : সুনন্দাই আকৌ কি কৰিলে?

ৰঞ্জন : তাইৰ কাৰণে সোণাৰু ফুল পাৰিবলৈ গৈ মোৰ এই অৱস্থা।

কুন্তলা : তোমাৰ যে কাণ্ড! সুনন্দাই কোৱাৰ লগে লগে হ'বলা তুমি সোণাৰুগছত উঠি গলা?

ৰঞ্জন : অঁতো, ছোৱালীয়ে ৰিকুৱেষ্ট কৰিলে নিদিয়াকৈ পাৰিবনেকি? বাঃ এই কোঠালিটো কি ঠাণ্ডা! টেম্পেৰেচাৰ কিমান এতিয়া?

কুন্তলা : একেবাৰে ফ্ৰীজীং পইণ্ট। তুষাৰ নাযায়!

ৰঞ্জন : হেৰা তুষাৰ, তুমি কিহে? বলানা!

তুষাৰ : ডণ্ট দিষ্টাৰ্ব মি।

ৰঞ্জন : বা, কি হ'ব এতিয়া? ইয়াত আমি তৰ্ক কৰি থাকোতে সিফালে ৰ'দখিনি যাবই।

কুন্তলা : বলা তুষাৰ ব'লা। ৰ'দখিনি যাবই এতিয়া।

তুষাৰ : মই নাযাওঁ।

কুন্তলা : [খঙেৰে] তুমি সঁচাকৈয়ে নোযোৱা?

তুষাৰ : নাযাওঁ নাযাওঁ নাযাওঁ। হাজাৰবাৰ কৈছো মই নাযাওঁ। নাও ইউ পীপ্‌ল গেট আউট, এণ্ড লেট মী এলোন।

কুন্তলা : ঠিক আছে, বলা ৰঞ্জন, আমি যাওঁ। আমি আমাৰ ৰ'দখিনি বিসৰ্জন দিব নোৱাৰোঁ।

ৰঞ্জন : ৰ'দ যাবই এতিয়া।

কুন্তলা : ৰ'দ যাবই। জীৱনটোও এদিন এনেকৈয়ে পাৰ হৈ যাব। বলা আমি যাওঁ।

[কুন্তলা আৰু ৰঞ্জন আঁতৰি যায়। কেবাজন মানুহে গধুৰ বস্তু এটা চকা লগোৱা গাড়ীত ঠেলি লৈ অহাৰ শব্দ]

মন : চাওঁ, ঠেল ঠেল।

বগাই : চকাটো লাগি ধৰিছে দেখা নাই?

মন : চাওঁ একৰাই দে।

বগাই : মৰাশৰটো বৰ গধুৰ হ'বলা। গাড়ীখনে কেনেকৈ কেচ কেচ কৰিছে শুনিছনে?

মনবৰ : এইফালে কাটি ঠেলচোন।

বগাই : ঠেলিবি কেনেকৈ, লাগি ধৰিছে তোৰ ফালে।

মন : চাবি আকৌ দৰজাৰ কাঠৰ টুকৰাটোত উজুটি নামাৰিবি।

বগাই : চাওঁ, তই অলপ এৰি দে, অঁ, টান এতিয়া।

মন : এনেকৈনো আপোনঘাতী হৈ মৰিব পায়নে ?

বগাই : [ সকৌকে ] হেৰো বিহুৰ দিনা, ৰাতি। পিছদিনা ধলপুৰাতে—সেই দেখিছ নহয় সকলোৰে। তিনি আলিৰ মুৰত যে সেই আহঁত জোপা, তাতে ওলমি আছিল।

মন : চিবি বিষ্টু।

বগাই : সেই আহঁতজোপা বৰ অমঙ্গলীয়া বুজিছ ?

মন : হেৰো, গছজোপাৰ গাত কি দোষ। সিতো কাকো মৰিবলৈ কোৱা নাই। বৰং সি মানুহক জীয়াই থাকিবলৈহে কৈছে। দেখা নাই, বছৰি বছৰি বুঢ়া আহঁত জোপাই কেনেকৈ কুঁহিপাত দিয়ে ?

বগাই : এৰা, আটাইখনেই অথনি তাকেহে কথা পাতিছিলোঁ। বোলো ইমান ডাঙৰ মানুহৰ ল'ৰা, ধনে ধানে ঘৰ ভৰপুৰ, ঘৰত এজনী তিৰোতা আছে, নকৈ ওপজা কেঁচুৱা আছে—তথাপি নো কি ভূতে পালে !

মন : আহঁতৰ ঠানিটোত অতবিলাক কুঁহিপাত, সিহঁতকে যদি এবাৰ সুধিলেহেঁতেন !

তুষাৰ : [ কৰ্কশ ] বগাই।

বগাই : চাৰ।

তুষাৰ : তোমালোকৰ কাম শেষ হ'ল যদি যাব পাৰা।

বগাই : যাওঁ যাওঁ দেউতা। ব'ল, ঐ মনবৰ, ব'ল।

মন : বোপাদেউতা, আপুনিও যায় যদি বলক, দৰজাখনত চাবি মাৰি কোঠাটো বন্ধ কৰি থৈ যাওঁ। [ ক্ষন্তেক নীৰৱতা ]

তুষাৰ : সিয়েই সুখী জানা ?

মন : [ উচপথ্হি ] কি ক'লে দেউতা ?

তুষাৰ : সৌ মৰা শটোৱেই সুখী জানা ?

মন : এ আপুনিনো কি কথাবোৰ কয় ? বোলো উৱণে বুৰণে মিলি চাৰিমুঠি জীৱ হৰিয়ে চৰ্জিলে, বোলো কিবা আপোনঘাতী হৈ মৰিবলৈহেনে ?

তুষাৰ : বাদ দিয়া তোমাৰ গাঁৱলীয়া থিয়লজী।

মন : এ আপোনালোকেনো কিথন কয় বুজিকে নাপাওঁ। গুৰি পকৰা এটাকো হেঁচা এটা মাৰিলে জীৱটো বচাবলৈ লৰ ধৰে।

তুষাৰ : আঃ তোমাৰ লেকচাৰ—

মন : নহয় দেউতা, ভাবি চাওক, ফৰিং এটা ধৰি চাবচোন, কেনেকৈ প্ৰাণটো বচাবলৈ ছটফট কৰে, এৰি দিলে আকাশলৈ উৰি যায় মুকলি মনে—

তুষাৰ : মই পকৰানেকি ? মই ফৰিংনেকি ?

মন : তাকেহে ক'ব খুঁজিছোঁ। বোলো ফৰিং বা পকৰাই জীৱ বস্তুটো কি বুজে। আমি মানুহ মধাইহে সুবুজো। নহলেনো এওঁ—

তুষাৰ : তুমি যোৱা মনবৰ, মই কাম কৰোঁ।

মন : এঃ আপুনি অকলে কেনেকৈ থাকিব। ময়ো থাকো। ঘৰলৈ নাযাওঁ আৰু আজি।

তুষাৰ : তুমি যোৱা বুলিছো নহয়।

মন : ভাল বাৰু দেউতা মই যাওঁ। দৰজাখনত কাঠৰ টুকুৰাটো লগোৱা থাকিল, আপুনি যাবৰ

সময়ত বাহিৰলৈ ওলাই টুকুৰাটো একৰাই দিব, তেতিয়া দৰজাখন আপোনা-আপুনি ঘূৰি বন্ধ হৈ—

তুষাৰ : আস্ মই জানো!

মন : মই একেবাৰে পৰহিলৈ সোমবাৰেহে আহিম দৰজা খুলিবলৈ—

তুষাৰ : ঠিক আছে, তুমি যোৱা, মোক অকলে থাকিবলৈ দিয়া, তুমি গলেই মই শান্তিৰে কাম কৰিব পাৰো।

মন : যাওঁগৈ বোপাদেউতা, যাওঁগৈ। মিছাতেহে বুঢ়া কালত ধমকখন খালোঁ।

[ খুটুং খাটাং শব্দ, দুৱাৰ বন্ধ হয় ]

তুষাৰ : নাঃ এইখন ক্লাইদো বেয়া হৈ গ'ল। পোহৰ কমিলেহে। দুৱাৰখন অলপ—[ ক্ষীণ ভয়াবহ সংগীত দুৱাৰৰ শব্দ ] অ' কাঠডোখৰ এবাই গ'ল হবলা। দুৱাৰাখন বন্ধ হৈ যাব এতিয়া— [ দুৱাৰ বন্ধ হৈ যায় ] আঃ বন্ধ হৈ গ'ল। এই মানুহবিলাক ইমান কেয়াৰলেচ। কাঠডোখৰ ঠিকমতে লগাই থৈ যোৱা নাই। [ দুৱাৰত নক্ কৰা শব্দ ] চাওঁ মনবৰ, এই মনবৰ, দুৱাৰখন খোলা। অ' মনবৰ তো ইয়াত নাই। সি আহিব পৰহিলৈ, সোমবাৰে [ জোৰে নক্ কৰি ] কোন আছা এইখিনিত? চাওঁ দুৱাৰখন খোলা। [ বিৰতি ] নাই কোনো উত্তৰ নাই। হয়তো এইখিনিত কোনো মানুহ নাই। থাকিলেও মোৰ মাত কোনেও শুনা নাই। [ আতংকগ্ৰস্ত হয় ] তাৰ মানে মই সঁচাকৈয়ে ট্ৰেপদ্ হৈ গলোঁনেকি? মেচিনৰ চুইচ্ ক'ত আছে, মেচিনৰ চুইচ? আঃ মোৰ মূৰ বেয়া হৈ গৈছেনেকি? মেচিনৰ চুইচতো ইয়াত নাই। চুইচ আছে মেচিন কমত। [ মেচিনৰ শব্দ অলপ সময় বাজে ] সেয়া! সেয়া পাইপত কাণ থলেই শুনা যায়? মেচিন চলি আছে। অবিৰাম গতিত কম্প্ৰেচাৰ কেইটা চলি আছে। সিহঁতে এই কোঠালিটো ঠাণ্ডা কৰি আনিছে। অলপ পিছতে ইয়াৰ টেম্পেৰেচাৰ, থাৰ্টিফাইভ ডিগ্ৰী হৈ পৰিব। মোৰ শৰীৰটো আঠানব্বৈ ডিগ্ৰী, তাতকৈ—তাতকৈ তেষট্টি ডিগ্ৰী কমত মই কেনেকৈ বাচি থাকিম। মই কেনেকৈ বাচিম ইয়াত? [ ধুমধামকৈ দুৱাৰত মৰাৰ শব্দ ] হেৰা কোন আছা ইয়াত? দুৱাৰ খোলা। দুৱাৰ খোলা। [ ক্ষন্তেক নীৰৱতা ] নাই কোনো উত্তৰ নাই। শনিবাৰৰ আবেলি। সকলোৱে ছুটী কৰি গুচি গ'ল। হয়তো এইখিনিত কোনো মানুহেই নাই। [ মেচিনৰ শব্দ ] সেয়া মেচিন চলি আছে। দুৱাৰখন ভিতৰৰপৰা খুলিবলৈতো কোনো উপায় নাই। মেচিন চলি আছে। দুৱাৰ খুলিব সোমবাৰে। তাৰ মানে এই ক'ল্ড্ ষ্টৰেজত মই দুদিন থাকিব লাগিব। দুদিন! দুদিন নালাগে, মই দুঘণ্টাও ইয়াত জীয়াই থাকিব নোৱাৰোঁ। মই ফ্ৰজোন হৈ মৰি যাব লাগিব। মৰি যাব লাগিব। [ ভাব পৰিৱৰ্তন ] ঠিক আছে। ভালেই হৈছে। মইতো সদায় মৰিবলৈকে বিচাৰি আহিছিলোঁ। কি দৰ্কাৰ জীয়াই থকাৰ। মৃত্যুতেই তো শান্তি। হেৰা মৃতদেহ, তুমিয়েই শান্তিত আছা! চিৰশান্তি! জীয়াই থকাৰ কোনো বেদনা নাই। জীয়াই থকা যে কি বিড়ম্বনা, জীয়াই থকা যে কি যন্ত্ৰণা—তাৰপৰা তুমি হাত সাৰিলা। তোমাৰ দেহত সকলো তত্ত্ব হৈছে, তেজৰ ভিতৰত

কোনো এক কীটে তোমাক খুলি খুলি খাই বিপন্ন কৰি তোলা নাই। তুমিয়েই সুখী। ঠিক আছে, মৃত্যু নামি আহক। মোকো সাবটি লওক চিৰ শান্তিৰ মাজত। মই আৰু বাচিবলৈ চেষ্টা নকৰোঁ। জানা কুন্তলা, মোৰ কাৰণে তুমি আৰু কষ্ট পাব নালাগে। মোৰ কাৰণে কোনেও কষ্ট পাব নালাগে, মই নিঃশব্দে পৃথিৱীৰপৰা আঁতৰি যাম।

[মেচিনৰ শব্দ কিছু সময় চলে]

তুষাৰ: আঃ কী ঠাণ্ডা! মোৰ গাটো জিকাব খাই গৈছে, আঙুলিবিলাক অসাৰ হৈ গৈছে, আঃ কি যন্ত্রণা, কি যন্ত্রণা। শ্যাকচন লাইনত বৰফবিলাক ওলমি ওলমি পৰিছে। থাৰ্ম-মিটাৰটো ক'ত? ফটি থ্রি ডিগ্রী? দহ ডিগ্রী নামি গ'ল? মোৰ গাটো জিকাৰি জিকাৰি উঠিছে। মোৰ তপত তেজখিনিয়ে শীতৰ লগত যুদ্ধ কৰিছে, মোৰ দেহাটোৱে জীয়াই থাকিবলৈ বিচাৰিছে, মোৰ দেহাটোৱে মৰিবলৈ নিবিচাৰে, সি জীয়াই থাকিব খুজিছে, আঃ কি যন্ত্রণা [ধুম ধুমকৈ দুৱাৰত চকিয়াই] মনবৰ মনবৰ, দুৱাৰ খোলা, দুৱাৰ খোলা। মই ঠাণ্ডাত মৰি যাম এতিয়া। দুৱাৰ খোলা। মই জীয়াই থাকিবলৈ বিচাৰিছোঁ। মই জীয়াই থাকিবলৈ বিচাৰিছোঁ। [মেচিনৰ শব্দ] জানোঁ, তই এটা মৰাশ। তোৰ দেহাত জীৱন নাই, প্ৰাণ নাই। মই, মইতো মৰাশ নহয়। মোৰ দেহাত প্ৰাণ আছে, জীৱন আছে। [হতাশেৰে] কিন্তু হায়, অলপ পিছতে মই এটা মৰাশত পৰিণত হ'ম —তোৰ নিচিনা! [বৈ] কিন্তু মই মৰাশ নহয়। মোৰ জীৱন আছে, প্ৰাণ আছে। মোৰ তেজত উত্তাপ আছে। তোৰ হাতখনতো ঠাণ্ডা। তোৰ তেজত কোনো তাপ নাই, তোৰ জীৱন নাই! এয়া চা, মোৰ তেজত ৰক্তকণিকা চলাচল কৰি আছে, তোৰ তেজত সকলো স্থিৰ হৈ গৈছে, কাৰণ তোৰ জীৱন নাই। [চিঞৰি] এয়া চা, মোৰ বুকুৰ ভিতৰত কলিজা ঢপ্ ঢপ্ কৰি আছে, আৰু তোৰ? তোৰ?? ষ্টেথিস্কোপ্ লগাই তোৰ বুকু পৰীক্ষা কৰিম মই, এয়া চা [পজ] তোৰ বুকুত কলিজাৰ কোনো স্পন্দন নাই, কোনো শব্দ নাই,—আৰু মই যদি ষ্টেথিস্কোপদাল মোৰ বুকুত লগাই দিওঁ?? [স্পন্দন শব্দ] সেয়া শুন, মোৰ বুকুত কলিজাৰ স্পন্দন! শুনিছ? শব্দ শুনিছ? শুনিছ জীৱনৰ স্পন্দন। [শব্দটো বন্ধ হয়] আৰু তোৰ বুকুত যদি ষ্টেথিস্কোপ দিও তেনেহ'লে কোনো শব্দ নাই, তোৰ প্ৰাণ নাই, স্পন্দন নাই, তোক মই ঘিণ কৰো, তই এটা ঘৃণনীয় মৃতদেহ, এটা জঘন্য মৰাশ, প্ৰাণহীন, জীৱহীন! আৰু মই? মই?? (পুনৰ স্পন্দন ধ্বনি) [চিঞৰি] সেয়া, সেয়া, মোৰ জীৱন আছে, মই জীয়াই আছোঁ, মই জীয়াই আছোঁ। আঃ জীয়াই থকাৰ কি আনন্দ! [স্পন্দন বন্ধ হয়] কিহৰ কাৰণে আমি মানুহবিলাক অসুখী হব লাগে? আমি [হতাশেৰে] জীয়াই থকাৰ এই আদিম আনন্দ, শিশুৰ হাঁহিৰ নিচিনা এই অনাবিল জীৱনানন্দ, তাক কিয় মই চিনি নাপাওঁ? এটা গুবি পকৱাই, এটা ফৰিঙে যি জীৱন চিনি পায়, সেই আদিম জীৱনৰ লগত মানুহৰ কিয় দেখা নহয়? এতিয়া মই বুজি পাওঁ, মনৰ অন্তৰত এডাল সাপ থাকে,—সেমেকা,

একাবেঁকা, শীতল, হে ভগৱান, মোক আৰু অলপ সময় দিয়া। মোক এখন বেলেগ হৃদয় দিয়া—ফৰকাল, পোনপতীয়া, তপত। তপত, তপত, অলপ তাপ, অলপ উষ্ণতা—যাতে মই জীয়াই থাকিব পাৰোঁ—যাতে মই আকৌ পৃথিৰীৰ মৰম বুজিব পৰা হওঁ। [যন্ত্ৰণা] আঃ কি ঠাণ্ডা! মোৰ হাত-ভৰি অৱশ হৈ গৈছে! দেহাটো নীলা হৈ গৈছে [থৰকবৰক] থাটি-চেভেন ডিগ্ৰী! আৰু ছয় ডিগ্ৰী নামি গ'ল? বাহিৰত ইমান ৰ'দ, ইমান উজ্জ্বল তপত ৰ'দৰ পোহৰ, ৰ'দ, মোক অলপ ৰ'দ লাগে, সূৰ্যটো ক'লৈ গ'ল, তাপ, তাপ, অলপ তাপ লাগে মোৰ—[হঠাৎ] বৰফবিলাক ওলমি পৰিছে! বৰফ! বৰফ!! এয়াতো বৰফ নহয়। বগা বগা। দাঁত!! তোমাৰ দাঁত!!! মৃত্যু, তুমি কি দেখিবলৈ এনেকুৱা? মৃত্যু? মৃত্যু?—নাই নাই, মই বাচিব লাগিব। মই বাচিবই লাগিব। মৃত্যুৰ কৰালগ্ৰাসৰ পৰা মই বাচিবই লাগিব—অ' কোনে খুলিলে দুৱাৰখন? কোনে মোৰ জীৱন বচাই দিলে? [দুৱাৰত খুন্দিয়াই] আঃ বন্ধ বন্ধ? মইতো খোলা যেন দেখিছিলোঁ! তাৰ মানে মই ভ্ৰম দেখিবলৈ আৰম্ভ কৰিছোঁ! খোলা খোলা! দুৱাৰ খোলা। [দুৱাৰত টুকিয়াই] তুমি উঠি বহিছা কিয়? তুমিতো এটা মৃতদেহ, তুমি আকৌ উঠি বহিছা কিয়? মোলৈ চাই হাঁহিছা? নাই নাই, নহয় নহয় —মই নাযাওঁ, তোমাৰ নিমন্ত্ৰণ মোক নালাগে, মই তোমালোকৰ মৃত্যুপুৰীৰ বাসিন্দা হ'বলৈ নিবিচাৰোঁ, মই পৃথিৰীৰ মানুহ, মই পৃথিৰীখন ভাল পাওঁ, মই জীৱন ভাল পাওঁ, প্ৰাণ ভাল পাওঁ—মৃত্যু মোক নালাগে—নালাগে নালাগে—মই লিখি থৈ যাম, মই লিখি থৈ যাম। হেৰা পৃথিৰীৰ মানুহবিলাক, মোক তোমালোকে আৰু লগ নোপোৱা, কিন্তু মোৰ কথা তোমালোকে পঢ়িবলৈ পাবা—মোৰ কলমটো ক'ত? কাগজ ক'ত? [কাগজৰ শব্দ] হেৰা পৃথিৰীৰ মানুহ! মৃত্যুক সন্মুখত লৈ মই এই কথা লিখিলোঁ। অহা সোমবাৰে যেতিয়া তোমালোকে মোৰ মৃতদেহ আৱিষ্কাৰ কৰিবা, তেতিয়া এই চিঠিখনে মোৰ হৈ কথা ক'ব।··· মৃত্যুক সন্মুখত লৈ মই এতিয়া বুজি পালোঁ জীয়াই থকাৰ মূল্য কিমান। এই ক'ল্ড ষ্টৰেজৰ ভিতৰত ট্ৰেপদ্ হৈ মৃত্যুলৈ ক্ষণ গণি এতিয়া মই বুজিলোঁ জীৱনৰ মূল্য কিমান, প্ৰাণ ঈশ্বৰৰ কিমান আপুৰুগীয়া সৃষ্টি! লাহে লাহে মোৰ দেহাৰ উত্তাপ কমি গৈছে, তেজবোৰ বৈ গৈছে, প্ৰোটোপ্লাজম্ গোট মাৰি আহিছে। লাহে লাহে মই এটা মৰাশত পৰিণত হৈ আহিছোঁ। যদি কেতিয়াবা আকৌ জীয়াই থাকিবলৈ পাওঁ, আকৌ এবাৰ যদি পাওঁ জীৱনৰ স্বাদ, আকৌ এবাৰ, আকৌ এবাৰ—

[লাহে লাহে তুবাৰৰ কণ্ঠস্বৰ ক্ষীণ হৈ আহে। নিস্তব্ধ হৈ যায়। অলপ সময় পিছত মনবৰে উত্তেজিতভাৱে চিঞৰি চিঞৰি দুৱাৰ খোলে। দুৱাৰৰ শব্দ হয়]

মনবৰ: আছে আছে, ভিতৰত আছে, ঐ বগাই, ঐ কান্তিৰাম, ঐ দৌৰি আহে, ছাৰহঁতক মাতচোন, সৌ ইষ্টেচাৰখন লৈ আহ—যিটো ভয় কৰিছেলো সেইটোৱেই হ'ল, হাত-ভৰি-বিলাক একেবাৰে শিল যেন চেঁচা—[বহুত মানুহ অহাৰ শব্দ]

বগাই: কি হ'ল, কি হ'ল?

মনবৰ : ইষ্টেচাৰখন আনচোন। চোৱাচোন চিন্তাৰ।

নাৰ্চ : কি হ'ল, কি হ'ল?

মনবৰ : ধৰচোন ধৰহঁক। বাহিৰলৈ লৈ যাওঁ?

নাৰ্চ : পাল্‌চ্, আছে। মই প্ৰিন্সিপেলক মাতোঁগৈ।

চলিহা : কি হ'লহে? মাই গুড্‌নেচ।

মন : সৰ্বনাশ হ'ল ছাৰ। এখেত ইয়াতে সোমাই আছিল। দৰজা বন্ধ।

চলিহা : পাল্‌চ আছে। খুব ফীব্‌ল। তৎক্ষণাৎ বাহিৰলৈ লৈ যোৱা। নাৰ্চ, ছুই চিচি কোৰামিন আই-ভি পুষ কৰা। ইমাৰ্জেঞ্চিৰ ডক্টৰ বৰাক মাতি দিয়া। অক্সিজেন, চেলাইন আৰু হটবাথ্ ৰেডি কৰাগৈ। বাহিৰলৈ লৈ ব'লা। কুইক।

কুন্তলা : [ক্ৰমে ওচৰ চাপি] তুষাৰ, তুষাৰ, তুমি এইয়া কি কৰিলা তুষাৰ!

চলিহা : ভয় নাই কুন্তলা, তুষাৰ বাচি আছে। এৰি দিয়া, বাহিৰলৈ লৈ যাওক। [গণ্ডগোল কমি যায়] লাংচ ছুটা ত খুব কনজেশ্চন। ডু ইউ থিংক ইট ইজ্ এন এটেম্প্‌ট অৱ চুইচাইদ? [চিঞৰি] এই মনবৰ? [কুন্তলাৰ প্ৰতি] তুমি কি ভাবা কুন্তলা?

কুন্তলা : ক'ব নোৱাৰোঁ।

মন : ছাৰ।

চলিহা : এইটো কেনেকৈ হ'বলৈ পালে?

মন : তেখেতে মোক পঠিয়াই দিলে ছাৰ। মই আকৌ বাছ কেন্স কৰি ঘূৰি আহোতে ভাবিলোঁ, চাই যাওঁ ঘৰটো। আহি দেখিলোঁ দৰজা বন্ধ, কিন্তু কাঠৰ টুকুৰাটো বাহিৰত নাই। বুকুখন চিৰিংকৈ গ'ল দেউতা।

চলিহা : ঠিক আছে তুমি সৌ ষ্টেথিস্কোপদাল লৈ বাহিৰলৈ যোৱা।

মন : ভাল দেউতা।

কুন্তলা : তাৰ মানে তুষাৰে আত্মহত্যা কৰিব খুজিছিল। কিয়? কিয়? [উচুপি] কি অভাৱ আছিল তেওঁৰ? তেওঁ কিহৰ কষ্টত আছিল? জীৱনত তেওঁ সকলোফালেই চাক্‌চেচফুল আছিল, তথাপি কিয় তেওঁৰ ইমান অশান্তি? কিয় তেওঁ—

চলিহা : নাকান্দিবা কুন্তলা, তুষাৰ বাচিব। চোৱা তেওঁ লিখি থৈ গৈছে?

কুন্তলা : কি?

চলিহা : হেৰা পৃথিৱীৰ মানুহবিলাক, মৃত্যুক সন্মুখত লৈ মই এই কথা লিখিছোঁ।—পঢ়া-কি লিখিছে দেখিছা? কিছুমান আঁকবাক, কিছুমান স্ক্ৰিব্‌লিংচ্, তাৰ মাজে মাজে কিছুমান শব্দ। ডাঙৰকৈ পঢ়া।

কুন্তলা : মৃত্যুলৈ ক্ষণ গণি গণি এতিয়া মই বুজিছোঁ জীৱনৰ মূল্য কিমান, প্ৰাণ ঈশ্বৰৰ কিমান আপুৰুগীয়া সৃষ্টি।

চলিহা : এক্সিদেণ্টটোৱে তুষাৰক বচাই দিলে। সি শেষত লিখিছে চোৱা—

কুন্তলা : যদি আকৌ কেতিয়াবা জীয়াই থাকিবলৈ পাওঁ, আকৌ এবাৰ যদি পাওঁ জীৱনৰ স্বাদ —আৰু নাই।

চলিহা : তাৰ পিছত তেওঁ অজ্ঞান হৈ পৰিছে। জ্ঞান যেতিয়া ঘূৰি আহিব, তেতিয়া তেওঁ এটা নতুন মানুহ হৈ পৰিব। ব'লা আমি যাওঁ। এই মনবৰ! দুৱাৰখন বন্ধ কৰি থ'বা।

# বশিষ্ঠাশ্ৰম

জ্যোতিপ্ৰসাদ শইকীয়া

নগৰৰ কৰ্মব্যস্ততা আৰু হাইউকমিৰ মাজৰ পৰা, ঘৰৰ চাৰিবেৰৰ বন্ধনৰ মাজৰ পৰা ওলাই গৈ লতা আলোকইতে বশিষ্ঠাশ্ৰমৰ অৰণ্যত, নিজৰাৰ তৰংগত প্ৰতিফলিত হোৱা দেখা পালে নিৰ্জনতা আৰু নৈসৰ্গতাৰ পোহৰ পৰি উদ্ভাসিত হোৱা নিজৰ নিজৰ এক নতুন ৰূপ। সমাজৰ বন্ধন আৰু স্বীকৃত নৈতিকতাৰ অনুশাসনৰপৰা বিমুক্ত সেই অনাস্তিক আদিম ৰূপত যেন ক্ষন্তেকৰ কাৰণে হ'লেও এটাইকেইজনে পৰস্পৰৰ ওচৰত দ্বিধাহীনভাৱে ধৰা দিলে। অৰণ্যৰ নিৰ্জনতাৰে নিচাগ্ৰস্ত মানুহৰ এই স্ব আত্মপ্ৰকাশ, এই অপূৰ্ব অভিজ্ঞতা ট্ৰেজিক, অথচ কি অদ্ভুত ৰোমাণ্টিক!

চৰিত্ৰ ঃ

মহীতোষ ঃ এজন কৰ্মব্যস্ত চাকৰিয়াল (৩৫)

লতা ঃ মহীতোষৰ স্ত্ৰী (৩০)

আলোক ঃ সাংবাদিক, পৰিয়ালৰ আপোন বন্ধু, লতাৰ সৈতে ঘনিষ্ঠতা বেছি (২৮)

অনন্ত ঃ মহীতোষৰ ভায়েক (২৮)

কল্প ঃ অনন্তৰ স্ত্ৰী (২৫)

প্ৰথম প্ৰচাৰ ঃ ১৯৭১

( কলিং বেল বাজোতে নাবাজোতেই দুৱাৰ খোলা শব্দ )

লতা : বাঃ আলোক। তোমাৰ কিন্তু বেছ মনত পৰিল দেই। মই আকৌ নাহিবা বুলিয়েই ভাবিছিলোঁ।

আলোক : ইচ্ কিয় তেনেকৈ কৈছে লতা বাইদেউ ? বিশেষ এটা কামত একালে যাবলগীয়া হ'ল কাৰণেহেই মান দেৰী হ'ল। এতিয়া দেখোঁন অকণমান সময় পায়েই দৌৰি আহিছোঁ।

লতা : [ বিক্ৰুপেৰে হাঁহি ] অ', হয়নেকি ?

আলোক : [ আহতভাৱে ] আপুনি খং কৰিলে, লতা বাইদেউ ?

লতা : আহাঁ, বহাহি।

আলোক : ওহোঁ, আপুনি সঁচাই খং কৰিছে।

লতা : নাই, নাই খং কৰা নাই। আহাঁ, আহাঁচোন।

[ কন্তেক নীৰৱতা ]

আলোক : কি ভাবিছে, লতা বাইদেউ ?

লতা : ভাবিছোঁ তোমালোকৰ এই বিশেষ ধৰণৰ কামবোৰ শেষ হ'ব কেতিয়া ?

আলোক : অ', তাৰ মানে আপুনি সঁচাকৈয়ে খং কৰিছে। কিন্তু খবৰ কাগজৰ মানুহৰ কথা আপুনি দেখোঁন জানেই। লোকৰ খবৰ বিচাৰি ফুৰোতে দেখোঁন নিজৰ কাৰণে দুদণ্ড সময়ো নাথাকেগৈ।

লতা : ময়ো তাকেই ভাবিছোঁ, আলোক। খং বা অভিমানৰ কথা নহয়। কেৱল ভাবিছোঁ পৃথিৱীত কাৰো সময় নাই। তোমাৰ কথাই ধৰাচোন। বিশ্বব্ৰহ্মাণ্ডখনৰ খবৰ লৈ ফুৰোতে তোমাৰ হাতত সময়েই নাথাকেগৈ। আৰু মোৰ ? মোৰ যেন এটা দিনেই নাধায় নুপুৰায়। কাৰোবাৰ সময় নাই, কাৰোবাৰ আকৌ অসহ্য অফুৰন্ত সময়।

আলোক : মই আনি দিয়া কিতাপকেখন আপুনি পঢ়ি শেষ কৰিলেনেকি ?

লতা : কিতাপৰ মোৰ অভাৱ নাই, আলোক। অভাৱ কেৱল কথা কোৱা, ধেমালি কৰা, মান-অভিমান কৰা এজন জীৱন্ত মানুহৰহে। [ সুৰ সলাই ] বাৰু, বাদ দিয়া এইবিলাক কথা। কোৱা, তোমাৰ খবৰ কোৱাচোন।

আলোক : ক'ম, লতা বাইদেউ। আজি আপোনাৰ সতে কথা পাতিবলৈকে হাতত অনেক অনেক সময় লৈ আহিছোঁ। কিন্তু এটা কথা।

লতা : কি কথা ?

আলোক : ফুলৰি আৰু আচাৰ। [ দুয়ো হাঁহে ] অন্ততঃ আধা ডজন গৰম গৰম ফুলৰি আৰু একাপ গৰম কফি—

লতা : কিন্তু মোৰো এটা চৰ্ত্ত আছে।

আলোক : কওক।

লতা : অন্ততঃ আধা ডজন কবিতা আৰু এটা দীঘল গল্প। [ দুয়ো হাঁহে ]

আলোক : ঘৰত কোনো নাইনেকি ? অনন্ত, অনন্ত ক'ত ?

লতা : আছে। ব'লা, ভিতৰলৈকে ব'লা। তোমাৰ প্ৰাণৰ বন্ধুৱে কি কৰিছে চোৱাগৈচোন।

আলোক : [ গভীৰ কৌতূহলেৰে ] কি কৰিছে ?

লতা : কণুৰ লগত টকা-পইচাৰ হিচাপ কৰিছে। কাইলৈ বশিষ্ঠাশ্ৰমলৈ যাব হেনো।

আলোক : [ উৎফুল্লভাৱে ] বশিষ্ঠাশ্ৰম ? হঠাৎ ? পিকনিকনেকি ? মোক ইমান সময়ে কোৱা নাই কিয় ? কোন কোন যাব ? [ হঠাৎ কোমলভাৱে ] আপুনি ? আপুনি যাবতো লতা বাইদেউ ?

লতা : ওঁ। তুমি যাবা। মই যাম। আৰু… আৰু তেওঁলোক। কিন্তু…কিন্তু তোমাৰ সময় হ'বতো ? নে ক'ববাত এক্সক্লুছিভ ইণ্টাৰভিউৰ ব্যৱস্থা কৰিয়ে আহিছ, কোনোবা মন্ত্ৰীৰ ?

আলোক : যামেই, লতা বাইদেউ, ময়ো যাম [ চিঞৰি ] অনন্ত অনন্ত। [ আঁতৰি যায় ]

[ ক্ষন্তেক নীৰৱতা ]

অনন্ত : অ', আলোক। দেট্‌ছ্ লাইক এ ভেৰী গুড বয়। আহ, আহ বহ।

কণু : আহাঁ, আলোক। তোমাৰ মীমাংসাৰ আশাত আমি ইতিমধ্যে কেবাটাও দাৰুণ প্ৰব্লেম সৃষ্টি কৰি থৈছোঁ।

আলোক : আহাঁ কণু। এইবিলাক দাম্পত্য বিষয়ত বাহিৰাগতৰ প্ৰবেশ একেবাৰে নিষিদ্ধ। একেবাৰে অশাস্ত্ৰীয়।

অনন্ত : আৰে খ্‌ট ইট। তই আবোল তাবোল বকিবলৈ এৰি আচল কথাটো শুনি লচোন।

কণু : শুনা, আলোক। কাইলৈ আমি এটা গ্ৰেণ্ড পিকনিকৰ ব্যৱস্থা কৰিছোঁ।

আলোক : জানো।

অনন্ত : [ বিস্মিত হৈ ] জান ? কেনেকৈ ? এইটো কি তোৰ নিউজ ৰুমৰ টেলিপ্ৰিণ্টাৰত অহা নিউজ ? কেনেকৈ জানিবি তই ?

কণু : [ কিবা এটা গোপন কথা জনাৰ ভংগীৰে ] ওঁ, বুজিলোঁ। বাইদেৱে তোমাক চাৰপ্ৰাইজটো আগতেই দি আনিছে ? ঠিক আছে, এতিয়া কোৱাচোন, আমাৰ পিকনিক হ'ব ক'ত ?

আলোক : কিয় ? বশিষ্ঠত ?

কণু : অ,' তুমি সেইটোও জানা ? কিন্তু আলোক, বশিষ্ঠত পিকনিক কৰি আমাৰ ভাল লাগিব জানো ?

আলোক : কিয় ? নালাগিব কিয় ?

কণু : ধ্যেৎ, এই ঋষি-মুনিৰ আশ্ৰমবোৰ মোৰ অলপো ভাল নালাগে। একেবাৰে মানুহ দুনুহ এটা নাই, আজিকালি ক'ৰ মানুহটো যোৱা শুনিছা তুমি সেই জংগলখনত পিকনিক খাবলৈ।

আলোক : হুঁ ? আচৰিত কথাতো !

কণু : আচৰিত হ'বলৈ আকৌ কিটো আছে ? এই নিৰ্জন ঠাইবোৰ মোৰ অকণো ভাল নালাগে। ওচৰত ফুৰিবলৈ ঠাই এখন নাই, কেৱল হাবি আৰু হাবি। পিকনিক নহৈ যেন আমি একেবাৰে বনবাসতহে ওলাইছোঁ। তাতকৈ কুলসী ভাল। ধুনীয়া ফৰেষ্ট বাংলো আছে,…

আলোক : এই বাংলোটোনো তুমি কি বেয়া পাইছা ? তাতকৈ দেখোন ইয়াতেই ভাল।

কণু : [ খঙেৰে ] ঠাট্টা নকৰিবা আলোক। ভাল নহ'ব কিন্তু।

অনন্ত : জানি শুনি কোদোৰ বাহঁত জুই দিছ কেলেই, আলোক ?

কণু : [ খঙেৰে ] মনে মনে থাকা তুমি। গৈ থাকা তোমালোক বশিষ্ঠাশ্ৰমলৈ। বশিষ্ঠাশ্ৰমলৈ যোৱা, আন্দামানলৈ যোৱা, গৈ থাকা।

আলোক : ব'বা, খং কৰিছা কিয়? আমাৰ কলেজৰ লাষ্ট ইয়েৰৰ সেই পিকনিকটোৰ সময়ত তুমিয়েই দেখোন বশিষ্ঠৰ হৈ আটাই-তকৈ বেছি ওকালতি কৰিছিলা। এতিয়া বেচেৰা ঋষিজনেনো তোমাৰ কি জগৰ লগালে? জানে, বাইদেউ?—সেইবাৰ কলেজৰ বাকী-বিলাকে যেতিয়া বশিষ্ঠৰ নামত পানী এটোপালো দিবলৈও ৰাজী নহ'ল, কণুৰ প্ৰথমতে কি মূৰ্তি! একেবাৰে চণ্ডী।

অনন্ত : শেষত যেনিবা নাযাওঁ নাযাওঁ বুলি বাছৰ একেবাৰে প্ৰথম চিটত! [অট্ট হাঁহি]

[লতা আৰু আলোকেও হাঁহে]

কণু : [খঙেৰে] সেইবোৰ কথা কিয় উলিয়াইছা আলোক? মই কিবা এতিয়াও কলেজৰ ছোৱালীনেকি?

আলোক : [ঠাট্টাৰ সুৰত] অ', এই কথা? ছমাহ সংসাৰ কৰিয়েই একেবাৰে ঘোৰতৰ সংসাৰী? ঠিক আছে, ঠিক আছে। এতিয়া কোৱাচোন, বশিষ্ঠাশ্ৰমৰ ছইছটো কাৰ?

কণু : ঐ আই, কাৰ হ'ব আৰু? তোমাৰ বাইদেউৰ।

আলোক : কিয় লতা বাইদেউ, বশিষ্ঠাশ্ৰম কিয়?

লতা : মোৰ নিৰ্বাচন মানেইতো চূড়ান্ত নিৰ্বাচন নহয়। ঠাইখন এনেয়ে মোৰ ভাল লাগে। তোমাৰো তাত ভাল লাগিব। মই জানো, অনন্তৰো তাত ভাল লাগিব, কণুৰো। তেওঁ-লোকে কেৱল ভাবি চোৱা নাই।

কণু : ইঃ মই ভাবি চাইছোঁ। তাত ভাল নালাগিব।

লতা : ঠিক আছে, এয়া মোৰহে কথা। তোমালোক কেউজনে মিলি ঠাই এখন ঠিক কৰা, মোৰ অকণমানো আপত্তি নাই।

কণু : [উচ্ছ্বাসত] মই জানো নহয়, বাইদেউৰ আপত্তি নাই। এওঁহে···

আলোক : অনন্ত।

অনন্ত : ইয়েচ, ইওৰ অনাৰ।

আলোক : তোৰ কি মত?

অনন্ত : তাতেই তো দাম্পত্য কলহ, মি লৰ্ড। চিকাৰী-বন্ধু এজনে কৈছিল বশিষ্ঠ মুনিৰ আশ্ৰমত হেনো বনৰীয়া চৰাইৰ বিৰাট আড্ডা। মোৰতো জানই চিকাৰ বুলি ক'লে সাত জঁাপ মাৰিবৰ মন যায়। সেয়ে ভাবিলোঁ, সেই ঋষি প্ৰবৰৰ আশ্ৰমতে জমিব ভাল।

লতা : [হঠাৎ] আলোক, তোমালোকে কথা পাতা, মই চাহ কৰোঁগৈ।

আলোক : বাৰু, লতা বাইদেউ। [বৈ] তেনেহ'লে কণু, মই কি ভাৰ্ডিক্ট দিম?

অনন্ত : আলোক, চাবি কিন্তু। মই মোৰ মামৰে ধৰা এয়াৰ গানটো একেবাৰে গ্ৰীজষ্ট্ৰীজ দি ঠিক কৰি থৈছোঁ। পিকনিক স্পটত চৰাই গুৰাই নাপালে হোমিচাইদ হৈ যাব পাৰোঁ।

কণু : সেয়া দেখিলাই নহয় মোৰ স্বামীদেৱতা গৰাকী কি খেলফিচ্। মোৰ হ'লে এই বন্দুক-টন্দুক চব ভাল নালাগে।

অনন্ত : মোৰ বন্দুকে তোমাক কি কৰিলে? পিকনিক স্পটত গৈ প'ম আৰু মোৰ এয়াৰ গান লৈ পক্ষীকুলৰ সন্ধানত মই আঁতৰি যাম। তোমাৰ যি মন যায় কৰি থাকিবা।

কণু : কিটো কৰিম গৈ আৰু? সেই জংগলখনত ভূত বহাদি বহি থাকিম।

আলোক : [ হাঁহি ] তথাপি কণু, গণতন্ত্ৰত মেজৰিটি মাষ্ট বি গ্ৰাণ্টেড।

অনন্ত : [ উৎফুল্ল হৈ ] থ্ৰি চিয়াৰ্চ ফৰ গণতন্ত্ৰ। হিপ্ হিপ্…

কণু : [ ভমুনিয়াহ কাঢ়ি ] অ' কে, কি আৰু কৰা যায়? বশিষ্ঠাশ্ৰমলৈ যাবলৈ মই ৰাজী, কেৱল এটা চৰ্তত।

আলোক : কথা?

কণু : ৰেকৰ্ড প্লেয়াৰৰ ৰেকৰ্ডখিনি মই বাছি ল'ম।

আলোক : [ থতমত খাই ] ৰেকৰ্ড প্লেয়াৰ! ৰেকৰ্ড প্লেয়াৰো থাকিবনেকি?

কণু : [ বিক্ৰপেৰে ] হয় দিয়া, ৰেকৰ্ড প্লেয়াৰো থাকিব।

আলোক : [ হাঁহি ] বশিষ্ঠৰ চৰাইবোৰেও গান গায়।

কণু : সেইবোৰ তোমালোকে শুনিবা। মই ৰেকৰ্ড প্লেয়াৰ নিমেই, আৰু তাত তোমালোকৰ, বাইদেউৰ সেই পেনপেনীয়া ৰেকৰ্ড এখনো নাথাকে।

অনন্ত : ঠিক কথা। এইবোৰ নচলিব। [ বিকৃত কণ্ঠেৰে ] বাজিয়ে দিয়ে মা গো অশ্ৰুজলে! ধ্যেৎ।

আলোক : [ হাঁহি ] আচ্ছা? ৰেকৰ্ড প্লেয়াৰ থাকিব, এয়াৰ গান থাকিব। আৰু? আৰু কি থাকিব? মাইক, মেচিনগান?

অনন্ত : আৰু? খানা। মুৰ্গীৰ ৰোষ্ট, লিভাৰ ফ্ৰাই, পোলাও, বশিষ্ঠাশ্ৰমৰ বনৰীয়া চৰাইৰ চৰ্চৰি, ঋষি ধামৰ ডাউক চৰাইৰ কাৰী—চৰ থাকিব। মই লিষ্ট কৰি থৈছোঁ। সেইটো আকৌ একেবাৰে মোৰ পৰ্টফলিও নেই। [ হঠাৎ বিস্মিতভাৱে ] আৰে, দাদা, কেতিয়া আহিল?

মহীতোষ : এয়া, এই মাত্ৰ। আলোকো দেখোঁন, কেতিয়া আহিলা?

আলোক : এই অলপ আগতে।

মহীতোষ : ক'তা কণু? ৰোষ্ট ফ্ৰাইৰ নামহে শুনিলোঁ, ক'তা?

কণু : পিকনিক, দাদা। পিকনিক। কাইলৈ, আপুনিও যাব লাগিব কিন্তু।

মহীতোষ : পিকনিক? ভেৰী গুড। মাজে মাজে পিকনিকলৈ যোৱা ভাল। মাজে মাজে অলপ স্ফুৰ্তি-তুৰ্তি কৰি থকাটো স্বাস্থ্যৰ কাৰণেও ভাল। আলোক, তুমিও যাবানেকি?

আলোক : ভাবিছোঁ, কি কৰোঁ জানো।

অনন্ত : আলোক যাব। তুমিও যাবাচোন, দাদা?

মহীতোষ : যাচোন তহঁতেই, মোকনো আৰু এইবোৰলৈ কিয় টানিছ? তঁহতেই যা, যায় যদি লতাকো লৈ যা।

কণু : নহয় দাদা, আপুনিও যাব লাগিব।

অনন্ত : তুমি নগলে পিকনিক কেন্সেল্ড্।

মহীতোষ : নহয় হে, বুজা নাই। মোৰনো সময় ক'ত? কাইলৈ দেওবাৰটো পাইছোঁ, ছুটামান কাম কৰিবলগীয়া আছে। যোৱাচোন তোমালোকেই।

কণু : [ হতাশাৰে ] নহয় দাদা। আপুনি যাব লাগিব।

মহীতোষ : আৰু কি খবৰ কোৱাচোন, আলোক। তোমাৰ আজি অফিচ নাইনেকি?

আলোক : আজি ৰাতি পুৱাই ডিউটি আছিল।

মহীতোষ : অ'। আৰু কি খবৰ আছে? হেৰি, নহয়। মন্ত্ৰীসভাৰ কিবা এটা ৰিচাফ্‌ল হোৱাৰ খবৰ শুনিলোঁ, তোমালোকে কিবা খবৰ পাইছানেকি?

লতা : [ কঠোৰভাৱে ] অনন্ত। এতিয়া তোমালোকে পিকনিকৰ কথা বাদ দি ৰাজনীতিকে কৰি লোৱা।

মহীতোষ : [ সচকিতভাৱে ] অ' আই এম ভেৰী চৰী। ওঁ, অনন্ত, তই হিচাপটো পূৰা কৰি ল'। ভালকৈ কৰিবি। কিবা বস্তু-তন্তু এৰি থৈ গ'লে ক'ত আৰু বিচাৰি পাবি? পিছে পিকনিকত আৰু কোন কোন যাব?

অনন্ত : আৰু কোনো নাই, আমিয়েই।

মহীতোষ : এঃ ইমান কম মানুহ লৈ কি স্ফূৰ্তিটো লাগিব? আৰু কাবোবাক···

কণু : মইতো কৈছোৱেই দাদা, কওঁকচোন আৰু কাক কাক লম? আপোনাৰ অফিচৰ···

লতা : [ আদেশৰ সুৰত ] নালাগে কণু; আৰু কাকো নালাগে। পিছে···আপোনাৰো যাবলৈ সময় নহবনেকি?

মহীতোষ : [ অপ্ৰস্তুত হৈ ] মই? [ হঠাৎ ব্যস্তভাৱে ] যাম, যাম, ময়ো যাম। ইমান দিনৰ মূৰত হ'ব পিকনিক এটা, ভাল লাগিব। দে অনন্ত, তইঁতে হিচাপপত্ৰখিনিকে কৰচোন। মই অলপ বেষ্টকে লওঁগৈ। আলোক, বহা দেই।

আলোক : ভাল বাৰু।

অনন্ত : আমাৰ নবৌ কিন্তু বিবাট জিনিয়াচ দেই। [ হাঁহে ]

### দৃশ্যান্তৰ

[চহৰৰ আলিবাটৰ স্বাভাৱিক কোলাহলৰ মাজেদি এখন এম্বেছেদৰ গাড়ীৰ শব্দ লাহে লাহে স্পষ্ট হৈ আহে।]

অনন্ত : তোৰ ড্ৰাইভিং আজিকালি বেছ Smooth হ'ল অ' আলোক।

আলোক : [ অন্যমনস্কভাৱে ] হুঁ।

[ ক্ষন্তেক নীৰৱতা ]

মহীতোষ : লাহে লাহে, আলোক। অলপ লাহে লাহে। গুৱাহাটীখন যে অলপ দিনতে কি হৈ গ'ল, শান্তিৰে তুমি গাড়ী এখনো চলাব নোৱাৰা। এইটো বাটত, গড ফৰবিড, এটা বেয়া ঘটনা ঘটিবলৈ নো কিমান পৰ?

আলোক : ভয় নকৰিব, আপুনি অকণমানো ভয় নকৰিব।

কণু : আৰু দাদা, এই মানুহবোৰক চাওকচোন। সিহঁতে খোজ কাঢ়িবলৈও নিশিকালে। একেবাৰে বাটৰ মাজেদি খোজ নাকাঢ়িলে সিহঁতে যেন শান্তিকে নাপায়। চহৰত থাকিলে কি হ'ব, এইবোৰ একেবাৰে ৰাষ্টিক মানুহ।

মহীতোষ : কি আৰু কৰিবা!

অনন্ত : মাজে মাজে মোৰ কিন্তু ইহঁতৰ ওপৰেদি গাড়ী চলাই গুচি যাবৰ মন যায়। যত চব।

কণু : অলপ কেয়াৰফুলি, আলোক।

আলোক : ভয় নকৰিবা, কণু। মই বৰ কেয়াৰফুল। কি কৰিম কোৱা। এক্সিডেণ্টত ভৰি পৰিলে মনটো বৰ উৰণীয়া হৈ পৰে।

কণু : ঐ-আই, বাইদেউ। আপুনি ইমান মনে মনে আছে কেলেই?

লতা : [ অন্যমনস্কভাৱে ] হুঁ? কিনো ক'ম! কিনো কম!

[ অলপ সময়ৰ পিছত কোলাহলৰ মাজৰপৰা মুক্ত হৈ আৰু দ্ৰুত হৈ পৰা গাড়ীৰ শব্দ ভাঁহি আহে। তাৰ ওপৰত নাচি নাচি ভাঁহি থাকে এটা আনন্দৰ সুৰ। অলপ সময় কাৰো মাত নাই ]

লতা : [ হঠাৎ আবেগ আৰু উচ্ছ্বাসত ] আলোক।

আলোক : [অন্যমনস্কভাৱে] হুঁ ?

মহীতোষ : নাপায়, লতা। গাড়ী চলাই থাকোতে ড্ৰাইভ কৰা মানুহজনৰ সৈতে কথা পাতিলে দুৰ্ঘটনাৰ ভয় বেছি থাকে। কথা নাপাতিবা।

লতা : [শান্তভাৱে] অ'।

আলোক : কিবা কৈছিলে, বাইদেউ ?

লতা : নাই, একো কোৱা নাই।

[খন্তেক নীৰৱতা]

আলোক : আমি পালোঁহি, বাইদেউ।

[গাড়ী বৈ যোৱাৰ শব্দৰ লগে লগে নদীৰ কল-ৰোল, চৰাই চিৰিকতিৰ মাত আৰু মৃদু সংগীতে পৰিবেশ মুখৰ কৰি তোলে। প্ৰত্যেকখন দুৱাৰ খোলাৰ শব্দৰ লগে লগে এই পৰিবেশ অধিকতৰ স্পষ্ট হৈ উঠে। অলপ সময় এই পৰিবেশ চলি থাকিব।]

মহীতোষ : এইখিনি ঠায়েই ভাল হ'ব, ওচৰতে পানীও আছে। ধৰচোন অনন্ত, গালিচাখন ইয়াতেই পাৰি দিওঁ।......ওঁ......সেইফালে আৰু অলপ টানি দে।......ওঁ......হ'ব। ঠিক আছে, মই ইয়াতে এতিয়া অলপ বহিম দেই। বৰ ভাগৰ লাগিছে। [অসহায়ভাৱে] ঠাইখন দেখোন বৰ নিৰ্জনহে আলোক। চাচোন অনন্ত, আজি অন্য কোনেও ইয়াত পিকনিক খাবলৈ অহা নাইনে ?

কণু : [হতাশাৰে] মইতো কৈছিলোঁৱেই। আজি-কালি বশিষ্ঠত কোনো পিকনিক খাবলৈ নাহে। কিটো আছে ইয়াত ?

মহীতোষ : দিয়াচোন কণু, ৰেকৰ্ড এখনকে লগাই দিয়া।

কণু : কি ৰেকৰ্ড শুনিব দাদা ?

মহীতোষ : দিয়া কিবা এখন লগাই।

অনন্ত : দিয়াচোন কণু। মোৰ এয়াৰ গানৰ গুলিবোৰ দিয়া। অলপ কচৰতকে কৰি আহোঁ। তুমি ইয়াত বহি বহি তোমাৰ ৰেকৰ্ডৰ গানেৰে চৰাইবোৰ উৰাই থাকিবা, আৰু মই মোৰ এয়াৰ গানেৰে সিহঁতক ধৰাশায়ী কৰি থাকিম। [অনন্তই কৰ্কশভাৱে হাঁহি উঠে আৰু হঠাৎ আচৰিত হৈ] আৰু কি কথা ? সকলোবোৰ দেখোঁন কিবা হৈ গ'ল। কি হ'ল, কণু। দিয়া আকৌ, দেৰী নকৰিবা।

কণু : কি লাগে ? নিজেই উলিয়াই লোৱা। মই নোৱাৰোঁ।

অনন্ত : ঠিক আছে।

[অলপ দূৰৈৰপৰা আলোকৰ কণ্ঠস্বৰ ভাঁহি আহে]

আলোক :

ওগো আশাহারা
শুদ্ধতার পরে আনো নিখিলের রস
বন্যাধারা।
বিরাট আকাশে,
বনে বনে ধরণীর ঘাসে ঘাসে,
সুগভীর অবকাশ শূন্য হয়ে আছে।
গাছে গাছে,
অন্তহীন শান্তি উৎস স্রোতে।
অন্তঃশীল সে রহস্য আধারে আলোকে,
তারে সদ্য করুক আহ্বান।
আদিম প্রাণের যজ্ঞে মর্মের সহজ
সামগান।

[আলোকৰ কণ্ঠস্বৰ নিজৰাৰ কল্লোলৰ লগত মিলি যায়। অকণমান নীৰৱতাৰ পিছত...]

মহীতোষ : কি হ'ল, কণু ? ৰেকৰ্ডখন হাতত লৈ বৈ গ'লা দেখোন।

কণু : [ সচকিতভাৱে ] কি ? অ'।

মহীতোষ : কি হ'ল, অনন্ত ?

অনন্ত : [ সাৰ পোৱাৰ দৰে ] হুঁ ? অ'। [ ব্যস্তভাৱে ] দিয়া, কণু দিয়াচোন গুলিৰোৱ।

মহীতোষ : যোৱা আলোক, তোমালোকো অলপ ফুৰি আহাগৈ। লতাও যায় যদি তোমালোকেই অলপ ফুৰাই আনাগৈচোন। এওঁ আকৌ বশিষ্ঠখন বৰ ভাল পায়, মোক কৈয়ে থাকে। পিছে চোৱাচোন, মইনো বাৰু ক'ত সময়তো পাওঁ ? [ অকলেই হাঁহে ] কণু, তুমিও যাবা নেকি ?

কণু : ওহোঁ, মই গান শুনিম। ক'ৰ হাবিখনত ফুৰিমগৈ।

আলোক : আহক বাইদেউ। অনন্ত।

অনন্ত : অঃ ন'। একেলগে নহয়। তইঁত যা। তইঁত পূবলৈ গলে মই যাম পশ্চিমলৈ, তইঁত উত্তৰলৈ গলে মই দক্ষিণলৈ।

মহীতোষ : [ বিস্মিতভাৱে ] কি ?

অনন্ত : তুমি বুজা নাই দাদা ? ধৰা, ক'ৰবাত ক্ৰৌঞ্চ পক্ষী এহাল বহি আছে, দিম গুলিয়াই। নবৌয়ে মৰক কান্দি। 'মা নিষাদ' বুলি নবৌয়ে চাৰ্মন জাৰি কৰক আৰু মোৰ চৰাই-বোৰ যাওক উৰি ! নহয় সেইবিলাক।

মহীতোষ : ইঃ তই লতাক ইমান দুৰ্বল বুলি ভাবিছানেকি ?

অনন্ত : শুনিলি আলোক ? চৰকাৰৰ বিয়াগোম অফিচাৰ মহীতোষ হাজৰিকাৰ বোলে মানুহ চিনাত তুলনা নাই। মানুহৰ মনৰ খবৰো পাৰিলে স্টেথিস্কোপ দিহে শুনে। কোনে যে কয় এইবিলাক বাজে কথা !

মহীতোষ : বাৰু বাৰু। [ উচ্চস্বৰে হাঁহে ]

আলোক : কি হ'ল কণু ? চব ৰেকৰ্ড তুমিয়েই তো চিলেক্ট কৰি আনিছিলা, এতিয়ালৈ তাৰ মাজৰ-পৰা ৰেকৰ্ড এখনো বাছি উলিয়াব পৰা নাই ?

কণু : তোমাক কোনে মাতিছে ? যোৱা, ক'ৰবাত জংগলত সোমাই ৰবি ঠাকুৰৰ কবিতা আওৰোৱাগৈ। মোৰ গানৰ লগত তোমাক টুইষ্ট দিবলৈ মতা নাই, নহয় ?

মহীতোষ : [ হাঁহি ] যোৱা, লতা। আলোকৰ লগতে অলপ ফুৰি আহাঁগৈ। সোনকালে ঘূৰি আহিবা, পাৰিলে সোনকালে খাই বৈ যাবগৈ লাগে।

লতা : আপুনি ইয়াতে বহিয়েই থাকিবনেকি ?

মহীতোষ : বহো দিয়া অলপ। বৰ ভাগৰ লাগিছে দেখোন।

লতা : ব'লা আলোক। [ হঠাৎ ৰেকৰ্ডত পাশ্চাত্য গানৰ সুৰ ভাঁহি উঠে। ] আহাঁ, আহাঁ, সোন-কালে আলোক।

[ ৰেকৰ্ডৰ গান লাহে লাহে স্তিমিত হৈ ভাঁহি থাকে। কেৱল চৰাইৰ গান আৰু নদীৰ শব্দ ]

আলোক : লাহে, লাহে লতা বাইদেউ। চাওক-চোন আমি কি গভীৰ অৰণ্যৰ মাজলৈ সোমাই আহিলোঁ। এতিয়া......এতিয়া যেন আমি এখন সুন্দৰ উপবনত সোমাই পৰিমগৈ। এই বাটটো, অহাৰ বাটটো মনত ৰাখিব। বশিষ্ঠাশ্ৰমৰ অৰণ্যত সোমালে ওলাই অহাৰ বাট হেনো বৰ ভুল হয়।

লতা : হওক দিয়া। আজি বাট ভুল কৰিবলৈকে

দেখোঁন মোৰ খুব মন গৈছে। মন গৈছে যেন বাট ভুল কৰি আৰু [ উজুটি খাই ] আঃ।

আলোক : লতা বাইদেউ। সাৱধানে। বৰ ওখোৰা মোখৰা বাট।

লতা : ভয় নাই, আলোক। ইয়াতকৈও কঠিন, কৰ্কশ, কঠোৰ বাট মোৰ চিনাকি। [ বৈ ] আমি কিমান দূৰ আহিলোঁ ?

আলোক : বোধহয় অনেক অনেক দূৰ। ইয়াৰ পৰা ৰুণুৰ ৰেকৰ্ডৰ গান আৰু শুনা নাই। আপোনাৰ ছাগৈ খুব ভাগৰ লাগিছে, নহয় ?

লতা : ওহোঁ, নাই লগা। মোৰ অকণো ভাগৰ লগা নাই।

আলোক : নহয় লতা বাইদেউ। আপোনাৰ বোধহয় খুব ভাগৰ লাগিছে, আপুনি ফোপাই গৈছে। আকৌ উভতি যাওঁতেও বহুত দূৰ যাব লাগিব নহয় ?

লতা : [ সচকিত হৈ ] হুঁ ? অ', আমি আকৌ উভতি যাব লাগিব নহয় ?

আলোক : [ যেন আত্মগতভাৱে ] ওঁ। যাবনলগীয়া হ'লে বৰ ভাল আছিল, খুব ভাল আছিল।

লতা : কিন্তু নোৱাৰি, নহয় আলোক ? [ক্লান্তভাৱে] তুমি ঠিকেই কৈছা আলোক, মোৰ······মোৰ খুব ভাগৰ লাগিছে, ভীষণ ভাগৰ লাগিছে, অদ্ভুত······অদ্ভুত ভাগৰ।

আলোক : মোৰো খুব ভাগৰ লাগিছে। সেই-খিনিতে অলপ বহোঁ আহক। মোৰো জানে, মোৰো খুব ভাগৰ লাগিছে। ভিতৰে ভিতৰে মই ইমান ক্লান্ত হৈ পৰিছোঁ। কেৱল অভ্যাস, কেৱল অভ্যাসত মই যেন গৈ আছোঁ।

[ খন্তেক বিৰতি ]

লতা : আলোক।

আলোক : হুঁ ?

লতা : কি চাইছা ?

আলোক : চাইছোঁ বশিষ্ঠাশ্ৰমৰ ৰূপ। সেয়া চাওক পাহাৰী নিজৰাৰ চঞ্চল গতি। চাওকচোন কি গভীৰ অৰণ্য। সেই চৰাই কেইটা, বাঃ।

লতা : সুন্দৰ। [ হঠাৎ ] কি হ'ল ? তুমি উঠি গ'লা কিয় ?

আলোক : মোৰ বহি থাকিবৰ মন যোৱা নাই। [ উত্তেজিতভাৱে ] মোৰ······মোৰ কেনেকুৱা লাগিছে মই ক'ব পৰা নাই। কিন্তু বহি থাকিবলৈ মন যোৱা নাই। বশিষ্ঠাশ্ৰমত আজি কোনো ক'তো বহি থকা নাই, গছৰ ডালত সেই চৰাইবোৰ বহি থকা নাই। মোৰো খুব দৌৰি ফুৰিবৰ মন গৈছে, নাচি নাচি গুচি যাবলৈ মন গৈছে, নিজৰাৰ সতে, চৰাইৰ সতে লতা বাইদেউ !

লতা : হুঁ ?

আলোক : [ উচ্ছ্বাসত ] তোমাৰ মন যোৱা নাই ? কি আচৰিত তুমি ? চোৱা, সেই যে অৰণ্যৰ মাজেদি সোমাই গৈছে সেই ক্ষীণ বনপথ, দেখিছা ?

লতা : দেখিছোঁ।

আলোক : কেৱল দেখিছা ? কেৱল দেখিছা তুমি ? সেই পথেদি ক'ৰবালৈ উধাও হৈ যাবলৈ তোমাৰ মন যোৱা নাই ? এবাৰো উলটি নোচোৱাকৈ ক'ৰবালৈ গুচি যাবলৈ মন যোৱা নাই ? নাচি নাচি জঁপিয়াই জঁপিয়াই ক'ৰবাত হেৰাই যাবলৈ মোৰ বৰ মন গৈছে। ভীষণ মন গৈছে। মোৰ······মোৰ······

[ হঠাতে মুক্তভাৱে লতাই হাঁহি উঠে ]

আলোক : লতা বাইদেউ !

লতা : [ আবেগত ] কোৱা, আলোক। আৰু··· আৰু কি মন গৈছে তোমাৰ ? [ হঠাৎ চিঞৰি ] আলোক !

আলোক : [ আবেগত ] লতা বাইদেউ। লতা।··· লতা······লতা।

লতা : [ বিস্ময়াভিভূত ] কাক ? কাক চাইছা তুমি ?

আলোক : [ খুব ধীৰে ধীৰে ] তোমাক। নিৰ্জন তোমাক, নিঃসংগ তোমাক, কেৱল তোমাক। তোমাৰ ঘৰৰ চাৰি বেৰৰ মাজত যি তোমাক অতদিনে দেখা নাছিলোঁ, সেই তোমাক।

লতা : [ উচ্ছ্বাসত ] আলোক !

আলোক : হুঁ ?

লতা : তুমি চকু বন্ধ কৰি দিলা কিয় ? আকৌ এবাৰ, আকৌ এবাৰ মোলৈ চোৱাচোন। আকৌ এবাৰ ওচৌ, তেনেকৈ নহয়। আগৰ দৰে। সম্পূৰ্ণভাৱে। এতিয়া অলপ আগতে যে চাইছিলা, সেইদৰে। তোমাৰ চকুৰ মাজলৈ মোক আকৌ টানি লৈ যোৱা, মই আকৌ নিজকে চাওঁ। মোৰ নিঃসংগতাৰ মাজত, মোৰ নিৰ্জনতাৰ মাজত তুমি মোক চোৱা, তোমাৰ দৃষ্টিৰে ভৰাই দিয়া মোক। [ শেষৰ ফালে নদীৰ কল্লোলে শব্দবোৰ ধীৰ আৰু স্পষ্ট কৰি দিয়ে ] আকৌ এবাৰ আলোক, আকৌ এবাৰ। [ হঠাতে উচ্ছ্বসিত হৈ ] মোৰ খুব হাঁহিবৰ মন গৈছে, প্ৰাণ খুলি, মুক্ত হৈ হাঁহিবৰ মন গৈছে। [ হঠাৎ আনন্দত চিঞৰি উঠে আৰু প্ৰাণ খুলি হাঁহে। নদীৰ কল্লোলৰ লৈতে সেই হাঁহি মিলি যায়। ]

আলোক : [ আবেগত ] ভীষণ ধুনীয়া তুমি। ইমান গভীৰ তোমাৰ চকু, যেন গভীৰ হ্ৰদ, ইমান ছন্দিত তোমাৰ দেহ, যেন সন্ধ্যা-ললিতা-কান্তাৰ ভংগী। খুব সুন্দৰ বতাহ বলিছে, সিহঁতে সিহঁতে তোমাৰ চুলিত ঢৌ খেলিব খুজিছে। তোমাৰ খোপাটো খুলি পেলোৱাচোন।

লতা : [ আবেগত ] আলোক।

আলোক : [ আবেগত ] এয়া, এয়া চোৱা। তোমাৰ দীঘল চুলিবোৰ অৰণ্যৰ দৰে উৰি গৈছে। এয়া চোৱা, চোৱা না। তোমাৰ চুলিত, কাপোৰত কিমান ঢৌ। [ আত্মমনা হৈ ] সঁচাই ইমান ঢৌ, তোমাৰ চুলিত, তোমাৰ কাপোৰত তোমাৰ······তোমাৰ দেহত। [ পুনৰ আবেগত ] ইমানদিন······ইমানদিন ক'ত লুকাই আছিলা তুমি ? ইমানদিন তোমাক মই বিচাৰি পোৱা নাছিলোঁ কিয় ? কিয় তুমি লুকাই আছিলা ?

লতা : [ আবেগত ] তুমি······তুমিয়েই আলোক ? তুমিয়েই সেই শান্ত, ভদ্ৰ, ভয়াতুৰ আলোক ?

আলোক : সুন্দৰ তুমি, অপূৰ্ব তুমি, অদ্ভুত তুমি।

লতা : আৰু কি আলোক ? কৈ যোৱা, কৈ যোৱা না। মই সুন্দৰ, মই অপূৰ্ব, মই অদ্ভুত। আৰু ? [ হঠাৎ খিলখিলাই হাঁহে। সেই হাঁহি চৰাইৰ মাত আৰু নিজৰাৰ পানীত ডুবি যায় ]

[ খন্তেক নীৰৱতা ]

লতা : আলোক।

আলোক : হুঁ ?

লতা : তুমি ইমান দূৰত কিয় ? ওচৰলৈ আহাচোন। আহা না। [ বয় ] অ' তুমি ভয় কৰিছা ? চোৱাচোন আলোক, সেই গছজোপাত। কি চৰাই সেই দুটা ? অনন্তই কোৱা ক্ৰৌঞ্চ

চৰাই নেকি? চোৱাচোন, সিহঁতে কেনেকৈ পৰস্পৰৰ বুকুত সোমাই আছে? তুমি······ তুমি ভয় কৰিছা, অথচ সিহঁত কিমান নিৰ্ভীক, দেখিছা?

আলোক: ওঁ, সিহঁতে ভয় কৰা নাই, কাৰণ সিহঁত অজ্ঞ। হয়তো এই মুহূৰ্তত কোনোবা জোপোহাৰ আঁৰৰপৰা অনন্তৰ চকু সিহঁতৰ ওপৰত পৰিছে। সিহঁতে নাজানে।

লতা: [স্বগতভাৱে] ওঁ, সিহঁত খুব অজ্ঞ, খুব অজ্ঞ। [হঠাৎ সাৰ পোৱাৰ দৰে] আমি, আমি খুব জ্ঞানী, নহয় আলোক? ওঁ জ্ঞানী, খুব জ্ঞানী······কিন্তু······কেৱল জ্ঞানী। কেৱল ···কেৱল জ্ঞানী।

[খন্তেক নীৰৱতা]

আলোক: লতা বাইদেউ। [বৰ] লতা বাইদেউ।

লতা: [আনমনা] হুঁ?

আলোক: আমি যে এতিয়া উলটি যাব লাগিব। বহুত সময় হৈ গ'ল, লতা বাইদেউ।

লতা: [অন্য মনস্কভাৱে] ক'লৈ? ক'লৈ উলটি যাব লাগিব?

আলোক: য'ত আমি আৰু আমি নহয়, তালৈ। য'ত আমি ভদ্ৰ, সংযত, ভয়াতুৰ, তালৈ।

লতা: [অসহায়ভাৱে] তুমি, তুমি খুব নিষ্ঠুৰ। খুব নিষ্ঠুৰ তুমি।

আলোক: লতা বাইদেউ।

লতা: [উত্তেজিতভাৱে] মনে মনে থাকা, আলোক। আকৌ যদি উলটি যাব লাগে, আমি আহিছিলোঁ কিয়? তুমি মোক কিয় ইয়ালৈ লৈ আহিছিলা?

আলোক: লতা বাইদেউ।

লতা: নক'বা, আলোক। মোক ঘূৰি যোৱাৰ কথা নক'বা।

আলোক: নহয়, লতা বাইদেউ। চাওকচোন, আমি বহুত দেৰী কৰি পেলালোঁ নহয়।

লতা: [উত্তেজিতভাৱে] তেনেহ'লে কিয় মোক ইয়ালৈ লৈ আহিছিলা? তোমাৰ সেই দৃষ্টিয়ে মোক সদায় আমনি নকৰিব? মোৰ সংসাৰ, য'ত মই বন্দীনী, তাত মোক আমাৰ সেই দৃষ্টিয়ে বিব্ৰত নকৰিব? তেনেহ'লে তোমাৰ চকুত মই নিজকে দেখিলোঁ কিয়?

আলোক: লতা বাইদেউ!

লতা: তুমি নাজানা আলোক। মোৰ সংসাৰত মই কিমান নগণ্য, কিমান অপ্ৰয়োজনীয়, কিমান সাধাৰণ মই। তুমি তেনেহ'লে কিয় মোক ইমান অসামান্য, ইমান অপৰিহাৰ্য কৰি দিলা? ইমান গৰৱিনী কৰি তুলিলা কিয় মোক? মোৰ আৱৰণৰ মাজত, তুচ্ছতাৰ আচ্ছাদনৰ মাজত মোক লুকাই থাকিবলৈ নিদিলা কিয়? তুমি মোৰ ভীষণ অন্যায় কৰিলা, আলোক, মোৰ ভীষণ অন্যায় কৰিলা তুমি। [উচুপি কান্দি উঠে।]

আলোক: শুনকচোন, মোৰ কথা শুনক লতা বাইদেউ।

লতা: তুমি দেখা নাই আলোক? মোৰ আকাশত তোমাৰ দৃষ্টি কেনেকৈ গধূঁৰ হৈ গ'ল। এই বশিষ্ঠাশ্ৰম মোৰ সংসাৰৰ খিৰিকিৰে যেতিয়া সাৰ পাই উঠিব, এজাক বতাহে যেতিয়া ইয়াৰ বৰ্ণ, গন্ধ মোৰ ওচৰলৈ কঢ়িয়াই আনিব, তেতিয়া কি হ'ব? তাতকৈ ব'লা, অৰণ্যৰ

সেই ক্ষীণ পথেদি তুমি ক'ৰবালৈ উধাও হৈ যোৱাৰ কথা কৈছিলা নহয়, ব'লা।

আলোক : আমি আমাক চাবলৈ আহিছিলোঁ, লতা বাইদেউ। বশিষ্ঠাশ্ৰমৰ এই অৰণ্যৰ মাজত, সন্ধ্যা-ললিতা-কান্তাৰ তৰংগত, চৰাইৰ গানৰ মাজত, পৰস্পৰৰ চকুৰ মণিত আমি নিজকে চাই ললোঁ। এতিয়াতো আমাৰ আৰু ভয় নাই। আমি আছোঁ, এই সত্য আমি জানি গলোঁ। আমি এতিয়া যামগৈ, কিন্তু আমি মন গলেই উলটি আহিবলৈ বশিষ্ঠাশ্ৰমৰ এই অৰণ্য চিৰদিন আমাৰ কাৰণে ৰৈ থাকিব। আমি আকৌ আহিম লতা বাইদেউ, আকৌ আহিম —কেতিয়াবা বনৰ পথেৰে।

লতা : [ মুগ্ধভাৱে ] ওঁ। আৰু? আৰু কি, আলোক ?

আলোক : আৰু একো নাই, আৰু কি লাগে ?

লতা : আৰু, আৰু অলপ সময়, আৰু অকণমান বহাচোন৷ আলোক। যোৱাৰ আগতে আকৌ এবাৰ সন্ধ্যা-ললিতা-কান্তাক প্ৰাণ ভৰি চাই লওঁ, প্ৰাণ ভৰি শুনি লওঁ অৰণ্যৰ গান। আৰু······আৰু অলপ সময়। তাৰ পিছত মোক আৰু তুমি ক'ব নালাগে, মই নিজেই গুচি যাম, নিজেই গুচি যাম। [ ৰৈ ] আমি এতিয়া ক'ত, আলোক ? মোৰ চব যেন খেলি-মেলি লাগি গৈছে। বেলিটো ক'ত ? মন্দিৰটো······মন্দিৰটো কোনফালে ? এই-ফালেনেকি ?

আলোক : নহয়, সেইফালে নহয়। মন্দিৰ দৰ্শন কৰিবনেকি, লতা বাইদেউ ?

লতা : হুঁ ? কিয় ? অ', আমি এতিয়াও মন্দিৰ দৰ্শন কৰা নাই, নহয় ? ঠিক আছে, নালাগে।

[ হঠাৎ শুনা যায় সুহুৰিৰ শব্দ। সুহুৰিৰ মাজে মাজে কোনোবাই যেন বনৰীয়া চৰাইৰ মাত অনুকৰণ কৰিবলৈ চেষ্টা কৰিছে। ]

লতা : [ ক্লান্তভাৱে ] সেয়া কোনে সুহুৰি বজাইছে, আলোক ?

আলোক : কোনোবা চৰাইৰ মাত চাগে। বশিষ্ঠাশ্ৰমত কিমান যে চৰাই আছে।

লতা : ওঁ। ইয়াত অনেক চৰাই আছে। আমিও যদি চৰাই হলোঁহেঁতেন। খুব ভাল হ'ল-হেঁতেন। গান গাই গাই বশিষ্ঠাশ্ৰমৰ অৰণ্যত নিঃসংকোচে নাচি নাচি ফুৰিলোঁহেঁতেন। উৰি উৰি ঘূৰি ঘূৰি অৰণ্য মুখৰ কৰি ফুৰিলোঁ-হেঁতেন। যদি হলোহেঁতেন পাহাৰী নিজৰা, মুক্ত মনেৰে অৰণ্যৰ ক্ষীণ পথেদি আমি ক'ৰবাত উধাও হৈ গলোঁহেঁতেন।

আলোক : আৰু যদি অৰণ্য হলোঁহেঁতেন, আমাৰ অজস্ৰ পৰিচয় নীল আকাশত মুক্ত কৰি দিলোঁহেঁতেন।

[ হঠাৎ আকৌ খুব কাষত শুনা যায় সুহুৰিৰ শব্দ। ]

লতা : এইটো চৰাইৰ মাত নহয়, আলোক। কোনোবা মানুহহে।

আলোক : [ উৎকৰ্ণভাৱে ] বুজা নাই। [ হঠাৎ উচ্ছ্বাসেৰে ] কি কাণ্ড, সেয়া দেখোন অনন্ত !

লতা : [ বিস্মিতভাৱে ] অনন্ত !

আলোক : ওঁ, অনন্তই তো। ইমান আনমনা হৈ সি চৰাই বিচাৰি ফুৰিছে। বাঃ সি দেখোন চৰাইৰ মাতবোৰ মাতিবলৈ চেষ্টা কৰিছে। চৰাইৰ মাত নকল কৰি এইটো আকৌ চিকাৰৰ কি নতুন কন্দী পাতিছে

লতা : [ মনতাৰে ] চোৱাচোন, আলোক। অনন্ত বোধহয় চিকাৰ হৈছে। ইমান মগ্ন হৈ গছৰ ডালে ডালে সি চৰাই বিচাৰি ফুৰিছে, অথচ হাতত বন্দুকটো এবাৰো নাচি উঠা নাই, চোৱা, বন্দুকৰ ফালে তাৰ মনো নাই।

আলোক : [ হাঁহি ] মৃগয়া কৰিতে বাহিৰ হ'লো যে বনে, মৃগী হয়ে শেষে……

লতা : [ উচ্ছ্বাসত ] চোৱা চোৱা আলোক। অনন্তই নিজৰ চিকাৰবোৰ নিজে কেনেকৈ উৰাই দিছে, আৰু চৰাইবোৰ উৰাই দি সি কেনেকৈ জঁপিয়াইছে, চোৱা। এইটোৱেই সেই অনন্ত, মত্ত চিকাৰী, উদণ্ড, উদ্ধত অনন্ত? চোৱাচোন তেওঁক কিমান শান্ত যেন লাগিছে। মোৰ খুব আচৰিত লাগিছে।

আলোক : আচৰিত হ'বলৈ একো নাই, লতা বাইদেউ। বশিষ্ঠাশ্ৰমৰ গভীৰ অৰণ্যত আমি সকলোৱেই আজি অবাৰিত, মুক্ত। [ডাঙৰকৈ] অনন্ত! [ পজ ] অনন্ত।

[ হঠাৎ সুহুৰি বন্ধ হৈ যায়। অনন্তই মনে মনে থাকিবলৈ আলোকক মুখেৰে ইংগিত দিয়ে। ]

লতা : [ হঠাৎ উচ্চস্বৰে হাঁহি দিয়ে ]

অনন্ত : [ অপ্ৰস্তুত হৈ ] আলোক, তইঁত ইয়াত?

আলোক : [ হাঁহি ] কি হ'ল অনন্ত? পূব-পশ্চিম উত্তৰ-দক্ষিণ চব খেলিমেলি হৈ গ'লনেকি?

[ হঠাৎ এটা চৰাইয়ে বৰ মধুৰভাৱে মাতি উঠে। অনন্তই আকৌ মনে মনে থাকিবলৈ ইংগিত দিয়ে। ]

আলোক : [ বিস্মিত হৈ ] কি হ'ল?

অনন্ত : চা, চাচোন আলোক। সেইটো, সেই গছ জোপাৰ সেই ওপৰৰ পাতবোৰৰ মাজেদি সেইটো কি চৰাই?

আলোক : নাজানো। ইমান দূৰৰপৰা কেনেকৈ জানিম? এয়াৰ গানেৰে তাক নমাই আনি নাচাব কিয়?

অনন্ত : [ খঙত চিঞৰি ] শ্বাট আপ। [ বৈ ] [ বিষণ্ণ মনেৰে ] চৰাইটো উৰি গুচি গ'ল। মই তাক বিচাৰি পাবই লাগিব।

লতা : [ জোৰেৰে ] অনন্ত, এতিয়া বহুত দেৰী হৈ গ'ল। এতিয়া আৰু ক'লৈকো যাব নোৱাৰা।

অনন্ত : [ বিষণ্ণ মনেৰে ] নহয় নৰৌ। অলপ সময়। কেৱল অলপ সময়।

লতা : ব'লা, আমি যাওঁগৈ। উঠা আলোক।

আলোক : আহ, অনন্ত। চৰাইটো এজোপা গছৰ পৰাহে উৰি গৈছে। তোৰ এই গভীৰ বনৰ মাজৰপৰা আৰু তোৰ মনৰ মাজৰপৰা সিতো আৰু উৰি গুচি যোৱা নাই। তোৰ এয়াৰ গানৰ আজি যি শান্ত ৰূপ, কেতিয়াবা দেখিবি তাতে বহিছেহি তোৰ সেই উৰণীয়া চৰাই।

অনন্ত : সঁচাকৈ, জান আলোক? আজি দেখোঁন চব কিবা খেলিমেলি হৈ গৈছে অ'।

আলোক : ওঁ, ময়ো ভাবিছিলোঁ। ইমান সময়ৰ ভিতৰত এবাৰো যেতিয়া তোৰ বন্দুকৰ শব্দ শুনা নাছিলোঁ, এবাৰো যেতিয়া তোৰ এয়াৰ গানৰ শব্দই অৰণ্য বিদীৰ্ণ কৰি তুলিব পৰা নাছিল, তেতিয়াই ভাবিছিলোঁ কিবা এটা গণ্ডগোল হৈছে। মই ভাবিছিলোঁ হয়তো অনন্তই গুলিবোৰকে নিবলৈ পাহৰিলে।

অনন্ত : [ করুণ সুৰেৰে ] ঠাট্টা কৰিছ, আলোক? কিন্তু মই আজি সঁচাই চিকাৰ কৰিব পৰা নাই। নিজকে কিবা মদ খোৱা মানুহৰ দৰে লাগিছে। হাবিৰপৰা ওলাই যাবলৈ মন যোৱা

নাই, কেৱল বনৰীয়া চৰাইৰ পিছে পিছে হাবিৰ আৰু ভিতৰলৈ, আৰু ভিতৰলৈ সোমাই যাবৰ মন গৈছে। এয়াৰ গান দলিয়াই দি, কেৱল চকু আৰু কাণ লৈ হাবিৰ মাজলৈ যেন সোমাই যাম। [আলোকে হাঁহি উঠে] তই, তই হাঁহিছ আলোক? ঠিক আছে ৰবি··· [হঠাৎ এটা চৰাইৰ মাত স্পষ্ট হৈ পৰে] ওঁ, সেয়া চা, সেই গছজোপাত সেইটো নতুন চৰাই উৰি আহি বহিছেহি। দেখিছ?

আলোক : ওঁ।

অনন্ত : এতিয়া চা, মোৰ এয়াৰ গানত এতিয়াও এটা গুলি ভৰাই থোৱা আছে। ল' সেই চৰাইটোক মাটিত পেলাই দেচোন।

আলোক : দে তেনেহ'লে, এটা চেষ্টাকে কৰি চাওঁ। [লতাই হাঁহে]

অনন্ত : [আচৰিত হৈ] হুঁ?

আলোক : কি হ'ল? দে বন্দুকটো।

অনন্ত : তই মোক ঠাট্টা কৰিছ? ময়েই নোৱাৰিলোঁ। যি মই গাভিনী হৰিণী হত্যা কৰি তাইৰ পেটৰ পোৱালি উলিয়াই আনি আনন্দত হাঁহিছিলোঁ, সেই ময়েই হাৰি গলোঁ; আৰু তই? [হঠাৎ উচ্ছ্বাসত] শুন, শুন, সেই চৰাই-টোৰ মাত শুন। শুনাচোন নবৌ।

লতা : [ক্লান্ত উদাস সুৰত] শুনিলোঁ অনন্ত, অনেক শুনিলোঁ, তাৰ ঠিক নাই। বহুতো অচিন চৰাইৰ মাত, বহুত অদৃশ্য নদীৰ কল্লোল। সব শুনিলোঁ, অনন্ত, অনন্ত, সব শুনিলোঁ!

আলোক : এতিয়া ব'ল, অনন্ত, কণুৰ ৰেকৰ্ডৰ ছুটামান বক শুনোগৈ।

অনন্ত : [খঙেৰে] আৰে, খাট ইট। [হঠাৎ অনুচ্চ কণ্ঠেৰে] তাতকৈ এটা কাম কৰ আলোক।

আলোক : কি?

অনন্ত : [লাজ লাজকৈ] এটা কবিতাকে শুনাচোন। তই যে গাই থাক সেই কবিতাবোৰ।

[লতাই হঠাৎ উচ্চস্বৰে হাঁহি দিয়ে]

অনন্ত : [অপ্ৰস্তুত হৈ] ঠিক আছে, নালাগে।

আলোক : [হাঁহি]

আয়, আয় রে পাগল, ভুলবি রে চল
আপনাকে
তোর একটু খানির আপনাকে
তুই ফিরিস নে আয় এই চাকাটার
ঘুরপাকে।

লতা : ব'লা অনন্ত।

অনন্ত : [উচপ খাই] ক'লৈ?

লতা : আমাৰ অনেক দেৰী হৈ গ'ল যে।

অনন্ত : [মনত পৰাৰ দৰে] অ', আমি বহুদূৰ পালোঁহি, নহয়? [হুমুনিয়াহ কাঢ়ি] ওঁ ঠিক আছে ব'লা।

লতা : আহাঁ, আলোক। [খন্তেক নীৰৱতা]

আলোক : ইমানকৈ ঘূৰি ঘূৰি কি চাইছ অনন্ত?

অনন্ত : চাইছোঁ এই অৰণ্য। মোৰ নিজৰে বৰ আচৰিত যেন লাগিছে আলোক। কিমান চিকাৰ কৰিলোঁ, কিমান অটব্য অৰণ্যত সোমাই চিকাৰ লৈ ওলাই আহিলোঁ, অথচ আজি বশিষ্ঠাশ্ৰমৰ এই পাতল অৰণ্যত মই বাট হেৰুৱাই পেলালোঁ?

আলোক : নাহে নাহে লতা বাইদেউ। ওঁ, আৰু ক, অনন্ত।

অনন্ত : ওঁ, তইতক লগ নোপোৱা হ'লে বনৰীয়া

চৰায়ে আজি যে মোক ক'লৈ লৈ গ'লহেঁতেন ঠিক নাই। [ বৈ ] বাক, আলোক।

আলোক : হুঁ ?

অনন্ত : খুব সকতে যে, সেই যে স্কুলীয়া দিনত, নৈৰ পাৰত, আমি যে ফান্দ পাতি চৰাই ধৰিছিলোঁ, তোৰ মনত পৰেনে ?

আলোক : আজি তোৰ হঠাৎ সেইবোৰ কথা আকৌ মনত পৰিল কেনেকৈ ?

অনন্ত : আমি এদিন সজাত ভৰাওঁতে তেতিয়া ক্ষণিকৰ বাবে দেখা চৰাই এটাৰ করুণ দৃষ্টি আজি হঠাতে মোৰ কিয় মনত পৰিল, মই নাজানো। বশিষ্ঠাশ্ৰমৰ অৰণ্যত আজি মোৰ বহুযুগ পিছত সেই চৰাইটোৰ মাত শুনা যেন লাগিছিল। মোৰ সেই সজাৰ চৰাইটো এদিন মৰি গৈছিল, অথচ মোৰ আজি এনে লাগিছিল যেন সি এই অৰণ্যত গান গাই নাচি ফুৰিছে। আজি মই তাকে বিচাৰিছিলোঁ।

লতা : কিয় ? আকৌ সজাত ভৰাবলৈ ?

অনন্ত : নহয়, নবৌ, সজাত ভৰাবলৈ নহয়। মই কেৱল বিশ্বাস কৰিব খুজিছিলোঁ যে সেই চৰাইটো মৰা নাই। মই বিশ্বাস কৰিব খুজিছিলোঁ বশিষ্ঠাশ্ৰমৰ গানৰ সতে তাৰ গান মিলি আছে।

লতা : বাঃ অনন্তও আজি কবি হৈ উঠিছে, আলোক।

অনন্ত : ক'ব নোৱাৰোঁ মই কি হৈ উঠিছো। কিন্তু মই চব পাহৰি গৈছিলোঁ। মোৰ হাতৰ বন্দুকৰ কথা মই পাহৰি গৈছিলোঁ। তইতক দেখাৰ আগলৈকে, জান আলোক, তইঁতলৈও মোৰ মনত পৰা নাছিল। আচলতে মই নিজেও আৰু মই হৈ থকা নাছিলোঁ। মই যেন মই নহয়, মই যেন অন্য কোনোবা, মই··· মই···মই যেন মোৰ সন্মুখতে মোক নিজকে দেখিছিলোঁ। মই যেন···মই যেন···মোৰ চব খেলি-মেলি লাগি গৈছে, আলোক। [ বৈ ] মোৰ নিজকে এতিয়া অচিনাকি যেন লাগিছে। যেতিয়া মোৰ চকুৰ আগত চৰাইবোৰ ইজোপা গছৰপৰা সিজোপা গছলৈ জঁপিয়াই ফুৰিছিল, মোৰ ভাব হৈছিল যেন···যেন মই জঁপিয়াই ফুৰিছিলোঁ ইজোপাৰপৰা সিজোপা গছলৈ। [ হঠাৎ জোৰেৰে ] কচোন, আলোক। মোৰ বাৰু কি হৈছিল, কচোন। তই জান, তই কচোন।

আলোক : নাজানো অনন্ত, ময়ো একো নাজানো। হয়তো সামান্য এটা চৰাইৰ দৃষ্টিত শৈশৱৰ তোক তই দেখিছিলি, হয়তো নিজৰ ভিতৰলৈ তই নিজেই দেখিছিলি। তোৰ কি হৈছিল মই নাজানো, বশিষ্ঠাশ্ৰমত আজি কাৰ কি হৈছে, মই একো নাজানো।

অনন্ত : ধেৎতেৰি, এই চব বাজে কথা। মই একো বুজা নাই। [ শান্তভাৱে ] কিন্তু···কিন্তু ···মোৰ চব খেলিমেলি লাগি গৈছিল, জান আলোক ? সেই যে সক কালৰে সজাত মৰি যোৱা চৰাইটো, আজি তাৰ চকু দুটা মই এক মুহূৰ্তও পাহৰিব পৰা নাই। মোৰ··· মোৰ ভাব হৈছে যেন সি মৰা নাই, ভাব হৈছে······সি যেন এই অৰণ্যত নাচি ফুৰিছে।
[ হঠাৎ এটা অদ্ভুত শব্দ লাহে লাহে স্পষ্ট হৈ আহে ]

আলোক : আজি চবৰে খেলিমেলি লাগিছে, দেখিছ অনন্ত ? লতা বাইদেউ।

লতা : কি হ'ল ? বৈ গ'লা যে।

আলোক : ওঁ সঁচাই আজি চববে খেলিমেলি হৈ গৈছে। সেয়া চাওক।

লতা : কি ?

অনন্ত : কি হ'ল ?

আলোক : বেকৰ্ড প্লেয়াৰৰ বেকৰ্ড গানৰ শেষত অনর্গল ঘূৰি আছে। ওচৰত কোনো নাই।

অনন্ত : [বিস্মিতভাৱে] আৰে। দাদা, কণু,— এওঁলোক ক'লৈ গ'ল ?

লতা : আচৰিত কথাটো। ক'লৈ গ'ল এওঁলোক ?

আলোক : [বিদ্রূপ দৰে] ওঁ। আহিব আহিব, লতা বাইদেউ।

অনন্ত : [বেকৰ্ডখন তুলি দি] কিন্তু এনেকৈ চব এৰি থৈ তেওঁলোক যাব ক'লৈ ?

আলোক : কিয় ? তোক মাতি নিয়াৰ দৰে কোনোবা বনবীয়া চৰায়ে হয়তো তেওঁলোককো মাতি লৈ গ'ল। হয়তো সন্ধ্যা—ললিতা—কান্তাই তেওঁলোকক ক'ৰবালৈ লৈ গৈছে। বশিষ্ঠাশ্রমৰ আত্মাৰ আমন্ত্রণ প্রত্যাখ্যান কৰাৰ সাহস কাৰ আছে ?

লতা : নহয় আলোক, তুমি অলপ চোৱা। তেওঁলোক ক'লৈ গ'ল।

আলোক : আহিব, আহিব।

অনন্ত : ও, মই বুজিছোঁ। তুমি চিন্তা নকৰিবা, নবৌ। আজি চববে মনৰ দুৱাৰবোৰ খুলি গৈছে। বশিষ্ঠাশ্রমত আজি আমাৰ হিচাপী দাদাও অলপ বেহিচাপী হৈছে, কণুৰ আলফুলে বুকুত বান্ধি অনা বেকৰ্ডবোৰ চোৱাচোন, কেনেকৈ সিঁচৰতি হৈ পৰি আছে।

লতা : মোৰ কিন্তু বিশ্বাস হোৱা নাই। যিজন মানুহে ঘৰ অপৰিষ্কাৰ হোৱা বুলি ৰজনীগন্ধাৰ পুলিবোৰ কাটি পেলায়, টোপনিত ব্যাঘাত জন্মোৱা বুলি বাতি পুৱাৰ চৰাইবোৰৰ ওপৰত জ্বলি উঠে, টকা গোটোৱাৰ বাহিৰে যিজন মানুহে জীৱনত আন একো চিনি নাপালে, তেওঁ······। ওঁহো, অসম্ভৱ, মোৰ অলপো বিশ্বাস হোৱা নাই।

আলোক : কিয় বিশ্বাস হোৱা নাই, লতা বাইদেউ ? এইখন বশিষ্ঠাশ্রম। যি অনন্তই এয়াৰ গানৰ চকুৰেদি নাচালে চৰাই এটাও চিনি নাপাইছিল, কেইটামান বনবীয়া চৰায়ে সেই অনন্তক আজি কেনেকৈ ধৰাশায়ী কৰিলে, দেখা নাই ? কি, অনন্ত ?

অনন্ত : চেন্ট পাৰচেন্ট কাৰেক্ট।

আলোক : ইয়াত আহি সকলোৱে নিজক বিচাৰি পাইছোঁ। আমি আমাক, অনন্তই নিজক, কণুহঁতেও এতিয়া নিশ্চয় নিজক বিচাৰি ফুৰিছে গভীৰ অৰণ্যত, পাহাৰী নিজৰাৰ স্ফটিক পানীত, হয়তো চৰাইৰ মাতত। বশিষ্ঠাশ্রমৰ এই অদ্ভুত অৰণ্যত চব সম্ভৱ, লতা বাইদেউ। চাই থাকক, অলপ পিছতে মাতাল হৈ নিকদ্দিষ্ট সেই দুজনো ঘূৰি আহিব।

লতা : হয়তো সঁচা।···তথাপি···তথাপি···

[নিজৰাৰ কল্লোল স্পষ্ট হৈ উঠে। চৰাই চিবিকতিৰ কণ্ঠত মুখৰ।]

মহীতোষ : কণু।

কণু : [হঠাৎ সাৰ পোৱাৰ দৰে] হুঁ ?

মহীতোষ : বহুত সময় হ'ল।

কণু : [ক্লান্তভাৱে] কিমান সময় হ'ল ?

মহীতোষ : তিনি বাজি গ'ল। এতিয়া যাবগৈ লাগিব, ব'লা কণু।

কণু : [কাতৰতাৰে] আৰু অলপমান। আৰু অলপ সময় ৰ'বচোন। এই সেউজীয়া ধাঁহনিৰ পথা উঠি যাবলৈ মোৰ দেখোঁন অকণো মন যোৱা নাই। বৰ ভাল লাগিছে।

মহীতোষ : কিন্তু এনেকৈ আৰু কিমান সময় শুই থাকিবা কণু? যাব যে লাগিবই। মোৰো জানো যাবৰ মন গৈছে? বৰ অদ্ভুত লাগিছে। এই গভীৰ অৰণ্য, এই পাহাৰী নিজৰা, এই গোটেই পৰিবেশটো মোৰো বৰ চিনাকি যেন লাগিছে। মই যেন এই ঠাইলৈ এয়া প্ৰথম অহা নাই, যেন আগতেও আহিছোঁ, কিন্তু মনত পৰা নাই কেতিয়া আহিছিলোঁ।

কণু : মোৰো তেনেকুৱা লাগিছে। যেন ময়ো আহিছিলোঁ, মোৰ যেন মনত পৰিব খুজিছে কেতিয়া আহিছিলোঁ। বৰ অস্বস্তি লাগিছে, খুব কষ্ট হৈছে মোৰ।

মহীতোষ : উঠা কণু, এতিয়া যাবৰ সময় হ'ল।

কণু : ওঁ, এতিয়া যাব লাগিব নহয়? আকৌ ঘৰলৈ ঘূৰি যাব লাগিব। [বৈ] জানো দাদা, কালি তেওঁলোকক মই ইমান বুজালোঁ বশিষ্ঠাশ্ৰমলৈ নাহিবলৈ, তেওঁলোকে নুশুনিলে। বৰ নিষ্ঠুৰ তেওঁলোক, নহয় দাদা? তেওঁলোক বৰ নিষ্ঠুৰ।

মহীতোষ : [আত্মগতভাৱে] ওঁ, বৰ নিষ্ঠুৰ, বৰ নিষ্ঠুৰ। আমি বোধহয় ইয়ালৈ নহা হ'লেই ভাল আছিল। খুব ভাল আছিল।

কণু : আমি আৰু কেতিয়াও ইয়ালৈ নাহোঁ দেই, দাদা। কেতিয়াও নাহোঁ। মৰি গ'লেও নাহোঁ। মই যে শেষ হৈ গৈছোঁ, দাদা। চাওকচোন এই পাহাৰী নিজৰা, আমি বাৰু কেতিয়া ইয়াত শিল বুটলিছিলোঁ? মোৰ যে মনত পৰিব খুজিছে, কিন্তু···কিন্তু···কেতিয়া? কওকচোন দাদা, আমি আৰু কেতিয়াও ইয়ালৈ নাহোঁ।

মহীতোষ : ওঁ, কেতিয়াও নাহোঁ, কেতিয়াও···। এতিয়া যাওঁগৈ ব'লা, উঠা আকৌ।

কণু : ওঁ আমি আৰু কেতিয়াও নাহোঁ। [হঠাৎ উচুপি উঠি] কোনোদিন, কোনোদিন আমি নাহোঁ। কোনেও জোৰ কৰিলেও নাহোঁ। মৰি গ'লেও নাহোঁ,···মৰি গ'লেও···।

মহীতোষ : উঠা, কণু।

কণু : [কাতৰভাৱে] অকণমান সময় দাদা, আৰু অলপ সময় ৰবচোন। কি শান্ত এই কোমল ধাঁহৰ বিচনা। এই নিজৰা, এই গছ-গছনি··· [বৈ] দাদা।

মহীতোষ : হুঁ?

কণু : আলোকে মাজে মাজে যে চিঞৰি চিঞৰি গায় কবিতাবোৰ, তেতিয়া যে গাইছিল, বৰ ভাল লাগিছিল। আপুনি···আপুনি জানে?

মহীতোষ : [হতাশভাৱে] নাজানো কণু।

কণু : নেলাগে বাৰু, থাওক। কি হ'ব কবিতা শুনি? আমি আৰু কেতিয়াও ইয়ালৈ নাহোঁ, কিন্তু আজি, কেৱল আজি আৰু অলপ সময় মোক এইদৰে শুই থাকিবলৈ দিয়কচোন।

মহীতোষ : চোৱা কণু, হাবিখনত লাহে লাহে আন্ধাৰ নামি আহিছে। নিজৰাৰ পানীত ছাঁ পৰিলেই। অলপ পিছতে এইবোৰ চব হেৰাই যাবগৈ।

কণু : যাওক, চব হেৰাই যাওক। চিৰদিনৰ বাবে

হেৰাই যাওক। কি দৰকাৰ এইবোৰৰ? আমি আমাৰ চহৰত সুখেৰে জীয়াই থাকিম। [কঁপা মাতেৰে] চব হেৰাই যাওক এইবোৰ।

মহীতোষ: কিন্তু আন্ধাৰত আমিও যে হেৰাই যাম, কণু। ইয়াৰপৰা ওলাই যোৱাৰ বাটটো যে আমি হেৰুৱাব লাগিব।

কণু: [খোকাথুকি মাতেৰে] ইয়াৰপৰা ওলাই যোৱাৰ বাট এতিয়াও আপোনাৰ মনত আছে? মোৰ দেখোঁন একো মনত নাই। আপুনি·· আপুনিও খুব নিষ্ঠুৰ, খুব নিৰ্দয়। [বৈ] শুনকচোন দাদা, অলপমান ওচৰলৈ আহকচোন। মই উঠিব পৰা নাই। এনে লাগিছে যেন ধাঁহবোৰে মোক টানি ধৰিছে।

মহীতোষ: উঠা কণু। ওঁ, উঠা···ওঁ। [কণুৰে আঃ বুলি উঠি আহে।]

কণু: [আবেগত] দাদা।

মহীতোষ: [আবেগত] কণু, কণু।

কণু: আপুনি ইমান কঁপিছে কিয়, দাদা? আপোনাৰ বুকুখন ধান বনাদি বানিছে। কি হ'ল?

মহীতোষ: নাই, নাই, একো হোৱা নাই।

কণু: কি হ'ল? আপুনি আকৌ বহি পৰিল যে।

মহীতোষ: হুঁ?

কণু: কি ভাবিছে?

মহীতোষ: ক'ব নোৱাৰোঁ, কি ভাবিছোঁ ময়ো ক'ব নোৱাৰোঁ। মইতো মদ খোৱা নাই, তথাপি মোৰ নিজকে কিয় এনে লাগিছে? কি যেন এক আচ্ছন্নতাই আবৰি ধৰিছে মোক। মোৰ যেন এতিয়া টোপনি আহিব। মই যেন এতিয়া টোপনি যাম। মই যেন ধাঁহৰ ওপৰতে শুই যাম আৰু এই সেউজীয়া ধাঁহবোৰে মোক চাটি ধৰিব। আঃ।

[খন্তেক নীৰবতা]

কণু: উঠক দাদা, চাওকচোন।

মহীতোষ: মোক অকণমান সময় আমনি নকৰিবা-চোন।

কণু: নহয় দাদা, এতিয়া সন্ধ্যা নামিব। বাইদেউহঁতে ছাগৈ আমালৈ বাট চাই আছে।

মহীতোষ: হুঁ? কোনে? কোনে আমালৈ বাট চাই আছে বুলি ক'লা?

কণু: লতা বাইদেউ, আলোকে, অনন্তই।

মহীতোষ: অ' তেওঁলোকে, নহয়? তুমি যে কৈছিলা, কণু, তেওঁলোক বৰ নিষ্ঠুৰ বুলি, কথাটো সঁচা, জানা? একেবাৰে সঁচা। কিয় তেওঁলোকে আমালৈ বাট চাই থাকিব লাগে, কিয়? [হঠাৎ সাৰ পোৱাৰ দৰে] ঠিক আছে, ব'লা, কণু, ব'লা। [হতাশভাৱে] ব'লা।

কণু: আহক দাদা, আমি দৌৰি গুচি যাওঁ। নহ'লে এই সেউজীয়া ধাঁহবোৰে আমাক আকৌ টানি ধৰিব। কোনোকালে নোচোৱাকৈ আমি গুচি যাওঁ ব'লক, দৌৰি দৌৰি গুচি যাওঁ।

[হঠাৎ এটা চৰায়ে মধুৰ কণ্ঠেৰে মাতি উঠে]

মহীতোষ: এইটো কি চৰাই, কণু?

কণু: নুশুনিব দাদা। মোৰ দৰে কাণ বন্ধ কৰি লওক। পিছলৈ নাচাব। আহক আমি, দৌৰি যাওঁ।

[নদীৰ কল্লোল আৰু চৰাইৰ সংগীত স্তিমিত হৈ আহে।]

অনন্ত : সেয়া, সেয়া চোৱা নবৌ। নিজৰাৰ সতে দৌৰি দৌৰি নামি আহিছে দাদা আৰু কণু। চোৱা, ধীৰ স্থিৰ মহীতোষ হাজৰিকাই শিলবোৰৰ ওপৰেদি কেনেকৈ জপিয়াই জঁপিয়াই আহিছে। চাচোন আলোক, কণুৱে বাৰে বাৰে পিছলৈ উলটি কি চাইছে?

লতা : [অস্ফুটভাবে] আচৰিত!

অনন্ত : চোৱা, চোৱা, নবৌ। দাদাৰ কাণ্ড চোৱা। একেবাৰে জুকলি জুপুৰি হৈ আহিছে। ক'ৰবাত ছাগে পানীত নামিছিলগৈ। মই··· মই কৈছিলোঁ নহয় তোমাক, দাদা অলপ বেহিচাপী হৈ পৰিছে বুলি। দেখিলা? দেখিলা এতিয়া?

আলোক : [নিশ্বাস পেলাই] হুঁ।

[নীৰৱতা]

কণু : বাইদেউ, বাইদেউ। আপোনালোক কোন ফালে গৈছিল? আমি ইমান দূৰ ঘূৰি আহিলোঁ-গৈ, অথচ এই পাহাৰী জুৰি কেইটাৰ উৎসকে উলিয়াবগৈ নোৱাৰিলোঁ।

লতা : কিয়? তোমালোক বহুদূৰ গ'লাগৈনেকি?

কণু : ওঁ, আপোনালোক যোৱাৰ অলপ পিছতেই। হঠাৎ এই নিজৰাৰ পানীলৈ চাই চাই ফুৰিবলৈ মন গ'ল। কথা নাই, বতৰা নাই, দাদাই এবাৰ দেখোন শোৱাৰপৰা উঠি গৈ নিজৰাৰ মাজৰ শিলবোৰেদি ক'ৰবালৈ গুচি যাবলৈ ধৰিলে। মোৰো বৰ মন গ'ল ফুৰিবলৈ।

লতা : আচৰিত!

কণু : সঁচাই আচৰিত বাইদেউ। কি যে আচৰিত সুন্দৰ অৰণ্য, কিমান যে চৰাই, কিমান যে সিহঁতৰ নাচ, গান; আৰু এই নিজৰাৰ ৰূপ, মোৰতো খুব মন গৈছিল তাত নামি গা ধুবলৈ, মন গৈছিল তাত সাঁতোৰা, খেলোঁ।

লতা : এজনেতো ইতিমধ্যেই সাঁতুৰি আহিল যেনেই লাগিছে।

কণু : [হাঁহি] অ' দাদালৈ চাওঁকচোন, একেবাৰে আঁঠুলৈকে জুকলি জুপুৰি হৈ আহিছে।

আলোক : [হাঁহি] কি হ'ল আপোনাৰ, কওক-চোন। ক'তনো পানীত নামিছিল?

মহীতোষ : [সলজ্জভাবে] নক'বা আৰু। এই পাগলীজনীয়ে ক'ৰ হাবিৰ মাজত ফুল এটা দেখি একেবাৰে নছোৰবান্দা।

কণু : এয়া মোৰ খোপাত চোৱা, আলোক। দাদা, আপুনি কিন্তু মিছা কথা কৈছে। জানে বাইদেউ, নিজৰাৰ পাৰৰ পৰা যাবই নোখোজে। মই ফুলবোৰ ধুনীয়া বুলি ক'বলৈহে পালোঁ, জঁাপমাৰি গৈ একেবাৰে······[হাঁহে সকলোৱে] ক'লে বোলে সেই ফুলবোৰ মোৰ খোপাত খুব শুৱাব। কওকচোন দাদা, আপুনি নিজে আনি মোৰ খোপাত ফুল গুজি দিয়া নাই?

মহীতোষ : [অপ্ৰস্তুতভাবে] সঁচাই ফুলবোৰ কিন্তু খুব ধুনীয়া, নহয় আলোক?

আলোক : ওঁ, অপূৰ্ব। কনুৰ খোপাত সঁচাই আৰু লোভনীয় হৈ পৰিছে ফুলবোৰ। কণু।

কণু : [অন্যমনস্কভাৱে] হুঁ?

মহীতোষ : ইয়াৰ পুলিকেইটামানকে লৈ আহোঁগৈ-নেকি লতা? তুমি চাগৈ ভাল পাবা। এওঁৰ আকৌ ফুল বোৱাত বৰ চখ। আনিমনেকি লতা?

লতা : [ হাঁহি ] নালাগে আক, থাওক।

আলোক : [ হাঁহি ] আপুনি চাগৈ মন কৰা নাই, লতা বাইদেউৰ ফুলনিত এই ফুল এতিয়াও বহুত ফুলি আছে।

মহীতোষ : [ অপ্ৰস্তুত হৈ ] এ, হয়নেকি? অ' হ'ব পাৰে। ময়েই চাগৈ কেতিয়াবা ইয়াৰ পৰা লৈ গৈছিলোঁ। [ বৈ ] পিছে, আলোক। সন্ধ্যা লাগো লাগো হ'লেই দেখোন। এতিয়া বেগা বেগিকৈ যাবগৈহে লাগিল। কি কোৱা?

আলোক : ওঁ, যাব লাগিল। এই অনন্ত, আৰে, ই আকৌ ক'লৈ গ'ল?

লতা : সেয়া নিজবাৰ পাৰত আপোন পাহৰা হৈ বহি আছে।

আলোক : [ চিঞৰি ] অনন্ত।

অনন্ত : [ দুৰৰপৰা ] কি হ'ল?

আলোক : [ চিঞৰি ] তই আকৌ পলাব খুজিছ। চাবি, বশিষ্ঠাশ্ৰমৰ যাদুকৰী চৰায়ে আকৌ তোৰ চিকাৰী প্ৰাণ থকা সৰকা কৰি দিব।

অনন্ত : [ দূৰৰপৰা ] গৈছোঁ ৰবি। [ ওচৰৰপৰা ] কি হ'ল?

আলোক : কি হ'ল মানে? এতিয়াও ভোক পিয়াহ কিবা বাকী আছেগৈনে? বোষ্ট, পোলাও এইবোৰ তোৰহে একচেটিয়া পোৰ্ট ফোলিও আছিল হ'ব পায়।

অনন্ত : ওঁ। [ ক্লান্তভাৱে ] কণু।

কণু : [ অথলম সুৰত ] ওহোঁ, মোৰ খুব ভাগৰ লাগিছে।

মহীতোষ : লতা।

লতা : [ অন্যমনা ভাৱে ] হুঁ?

[ গাড়ী চলিবলৈ আৰম্ভ কৰে। নদীৰ কল্লোল আৰু চৰাইৰ কূজনৰ বাহিৰে সকলো নীৰৱ। হঠাৎ আলোক সৰব হৈ উঠে। ]

আলোক :

সহস্ৰ দিনের মাঝে আজিকার এই দিনখানি
হয়েছে স্বতন্ত্র চিরন্তন।
তুচ্ছতার বেড়া হতে মুক্তি তারে কে দিয়েছে আনি
প্রত্যহের ছিঁড়েছে বন্ধন।
প্রাণ দেবতার হাতে জয়টিকা পরেছে সে ভালে,
সূর্যতারকার সাথে স্থান সে পেয়েছে সমকালে,
সৃষ্টির প্রথম বাণী যে প্রত্যাশা আকাশে জাগালে
তাই এল করিয়া বহন।

[ গিয়েৰ পৰিবৰ্তনৰ শব্দ। লগে লগে নদীৰ কল্লোল আৰু চৰাই চিৰিকতিৰ মাত বৈ বৈ নামি যায়। ]

সবচেয়ে দুর্গম যে মানুষ আপন অন্তরালে
তার কোনো পরিমাপ নাই বাহিরের দেশকালে।
সে অন্তরময়,
অন্তর মিশালে তবে তার অন্তরের পরিচয়।
পাইনি সর্বত্র তার প্রবেশের দ্বার
বাধা হয়ে আছে মোর বেড়াগুলি জীবন-যাত্রার।

[ আকৌ গিয়েৰ পৰিবৰ্তনৰ লগে লগে বৈ বৈ নদীৰ কল্লোল আৰু চৰাই চিৰিকতিৰ মাত অস্পষ্টৰপৰা অস্পষ্টতৰ হৈ আছে। তাৰ ঠাইত তাঁহি থাকে এটা অবসাদৰ সুৰ। মাজে মাজে কেৱল বশিষ্ঠাশ্ৰমৰ পৰিবেশ হঠাৎ স্মৃতিৰ দৰে ধ্বনিত হৈ থাকে। ]

মহীতোষ : অলপ জোৰেৰে চলোৱা আলোক। বাতি দেখোঁন হলেই। বাহিৰত বৰ অন্ধকাৰ।

আলোক : [ অন্যমনস্কভাবে ] ওঁ।

[ নীৰৱতা ]

মহীতোষ : আমি অহাৰ আগেয়ে এবাৰ মন্দিৰটো দৰ্শন কৰি আহিলে ভাল আছিল, নহয় লতা ?

লতা : [ অন্যমনস্ক আৰু অবসন্নভাবে ] হুঁ ?

[ নীৰৱতা ]

[ নদীৰ কল্লোলৰ কলস্বৰ শুনা যায়। ]

মহীতোষ : আৰু অলপ জোৰেৰে আলোক।

[ নীৰৱতা ]

[ কণুৱে গুণ গুণাই কিবা এটা গাব খুজি বৈ যায়। ]

[ নীৰৱতা ]

[ চৰাইৰ কুজন ভাঁহি আহে। ]

অনন্ত : কণু।

কণু : হুঁ ?

অনন্ত : কথা কোৱাচোন। নহ'লে গান গোৱা। নিৰ্জন লাগিছে। [ বৈ ] অলপ জোৰেৰে চলা আলোক। আৰু অলপ স্পীদ দেচোন।

[ নীৰৱতা ]

[ গাড়ীৰ শব্দ আৰু অৱসাদৰ সুৰ কিছু সময় চলি থকাৰ পিছত হঠাতে আহি চহৰৰ কোলাহলে পৰিবেশ ভৰাই তোলে। অকস্মাৎ লতাই অসহায়ভাৱে চিঞৰি দিয়ে। ]

লতা : [ চিঞৰি ] আলোক।

[ চহৰৰ কোলাহলৰ মাজত অনেক সময় গাড়ীৰ শব্দ চলি থকাৰ পিছত এঠাইত গাড়ী বৈ যোৱাৰ শব্দ। লগে লগে মৃদুভাৱে ভাঁহি থাকিব নদীৰ কল্লোল আৰু চৰাইৰ মাতৰ আভাস। তাৰ মাজত এখন এখনকৈ চাৰিখন দুৱাৰ খোলা আৰু বন্ধ কৰাৰ শব্দ। ]

# কুশল কোঁৱৰ

( স্বগতোক্তি )

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

যোৰহাট জেলৰ নিৰ্জন আন্ধাৰ চেলত কুশল কোঁৱৰ। ৰাতি পুৱাবলৈ আৰু বেছি পৰ নাই। ধলকাট মেলিলেই ডিঙিত ঘাটকৈ চিপজৰি পিন্ধাই দিয়া অন্তিম মুহূৰ্ত্তলৈ অপেক্ষিছে কুশলে। আৰু পৃথিৱী এৰি যাবৰ পৰত শেষ বাৰলৈ সুঁৱৰিছে গোসাঁইক, আত্মীয়-প্ৰিয়-পৰিজনক, ৰাইজক আৰু ৰাইজৰ সমুখত উত্তোলিত আদৰ্শক, যি আদৰ্শৰ কাৰণে সমাসন্ন জীৱনযজ্ঞৰ পূৰ্ণাহুতিৰ মুহূৰ্ত্তলৈ তেওঁ সাজু হৈছে। এই পৰমক্ষণৰ এটি কাল্পনিক চিত্ৰ……

[ সঙ্গীতেৰে জেলৰ ভিতৰৰ শেষ নিশাৰ পৰিবেশ সৃষ্টি ]

কুশল কোঁৱৰ : বাবীৰ পিছফালে জাতি বাঁহ এজুপি
সিও মোৰ সোদৰৰ ভাই,
জীয়াই থাকো মানে কৰোঁ কাঠি কামি
মৰিলে লগতে যায়।

কেতিয়া শুনিছিলোঁ মনত নাই, কিন্তু কথা-খিনি মোৰ জীউটোত লাগি আছে। মনত পৰিছে বুঢ়া ভকতে গাইছিল। জাতি বাঁহ জুপিয়ে মোক নেৰে, মোক নেৰে……

এই পৃথিৱীখন কিমান ধুনীয়া! এইখন আজি মোক অসুৰ শক্তিয়ে এৰি যাবলৈ বাধ্য কৰিছে। প্ৰথম কুকুৰাই ডাক দিলে, ফেচুৰে চিঁচিয়ালে, আকাশত ঢেলা বগা বৰণ এটা জিলিকিছে… কোনোবাই দিব্য-মণিৰ পোহৰেৰে সেন্দুৰীয়া আলিটো পোহৰাই দিছে…এই সোণোৱালী বাটেদি এদিন পিয়লী ফুকন গৈছিল…মণিৰাম দেৱান গৈছিল…মোৰ লগৰে বহুত গ'ল…আজি মই যাম…এই মুক্তিৰ চেউনী আলিয়েদি আগলৈও মানুহ যাব…মুক্তিৰ সাধনা পৃথিৱীত শেষ নহয় মানে গৈ থাকিব…মই খোজৰ শব্দ শুনিছোঁ……

মোৰ যাবৰ পৰ হ'ল। দেহটোৰ লগত ছুচলি খৰি যাব, বাকী সকলো থাকি যাব। মোৰ আত্মাটো ইয়াত থৈ যাম, একুৰা জুই হৈ ইয়াত থাকিব। পুৰিব লগাক পুৰিব, পোহৰ দেখুৱাব লগাক পোহৰ দেখুৱাব।

বলপুৱা, বৰ কবকাল বতৰ, যোৰহাট নগৰ সাৰ পোৱা নাই, লগৰ বন্দী মুক্তি সেনাসকল সাৰে আছে। শ্ৰীগড়মূৰীয়া প্ৰভুৱে বান্তি মোক শেষ নিৰ্মালি দি ক'লে, "তোমাৰ কাম তুমি কৰিলা। অন্ত ৰাইজে বৃটিছ চৰকাৰৰ লগত যুঁজিছে। তোমাকহে অকলে ভগৱানে কাঁচী কাঠৰ বাবে বাছিব পায়নে? তোমাৰেই ভাগ্য!" প্ৰভুৰ কথা ভুল নহয়। তেওঁলোক শুব পৰা নাই মই জানো, কিন্তু মই নিশ্চিন্ত মনে শুলোঁ। এতিয়া সেয়া কোনোবাই মোক হাতবাউলি দি মাতিছে… আহ, আহ, আহ, !!! কোন তেওঁ? মুৰত দেখোঁন সেই পাহ সুগন্ধী বকুল ফুলিছে! অ' মোৰ কৃষ্ণাই! তুমি মোক পাৰ কৰিবলৈ আহিছা?

সংসাৰ-সাগৰ পাৰ কৰি নি তুমি জানো নিশ্চিন্ত হ'ব পাৰিবা? তুমি যে দৰিদ্ৰ নাৰায়ণ প্ৰভু। সকলো দৰিদ্ৰক অন্ন-বস্ত্ৰ-ঘৰ-শান্তি-মুক্তি দিব নোৱাৰালৈকে তুমি জানো শান্তি পাবা, মোৰ গোসাঁই? তুমি ইয়াৰপৰা যাব পাৰিবা মোৰ গোসাঁই? তেনেহ'লে মোকনো কিয় যাবলৈ ধৰিছা? মোৰ জানো যাবৰ হৈছিল মোৰ গোসাঁই?

অতবোৰে বসুমতীৰ হৈ মাতিলো। অসুৰৰ ধৰম-কৰম, ন্যায়-সমতা, একোৰে জ্ঞান নাই। তাতে কল্লোল দৰ্শন কৰি বিকল হ'ল। বিকল হৈ নিজৰ ছাঁটোকো শত্ৰু জ্ঞান কৰিবলৈ ধৰিলে। নহ'লে ইহঁতে অনাদৰাত মোক চিপ্‌জৰি পিন্ধাইনে? মোৰ একো দোষ নাছিল। মোৰ একমাত্ৰ দোষ হ'ল—মই স্বাধীনতা বিচাৰিছিলোঁ। সঁচা কথা, মই বৃটিছ জাতিক অন্যায় শাসনৰ পাগৰপৰা মুক্ত কৰিবলৈ বিচাৰিছিলোঁ। মই বৃটিছৰ শাসন অচল কৰি দি স্বাধীন চৰকাৰ পাতিবলৈ বিচাৰিছিলোঁ। মই মণিৰাম পিয়লী ফুকনৰ বাকী থকা কাম

কৰিবলৈ ওলাইছিলোঁ। যেতিয়া মহাত্মা গান্ধীয়ে ক'লে, 'এইবাৰ মই নেতা নহয়, নেতা তোমালোক। এই যুকলি বিপ্লৱ বাইজে চলাওক। ভাৰতবৰপৰা অন্যায় শাসন নাইকিয়া নকৰালৈকে এই বিপ্লৱৰ পৰালি নপৰে।' গোটেই দেশ কুম্ভকৰ্ণৰ শয়নৰপৰা জাগিল। আজি কোনো জাগিবলৈ বাকী নাই। অঙ্গ-বঙ্গ-কলিঙ্গ-কামৰূপ-পঞ্জাব-সিন্ধু-দ্ৰাবিড়-মহাৰাষ্ট্ৰী-গুজৰাটী অসমীয়া কোনো বাকী নাই। সিহঁতৰ শাসন অচল হৈ গ'ল। জাপানে আহি অসম লওঁ লওঁ কৰিছেহি, সিহঁতৰ থৰকাছুটি হেৰাল, যাকে য'তে পায় ত'তে ধৰি নিলে। খেনোক গুলিয়াই মাৰিলে, খেনোক মৰিয়াই মাৰিলে। জীয়ৰী-বোৱাৰীৰ সতীত্ব পুৰণ কৰিলে। গাঁৱত পাইকাৰী জৰিমনা ভৰালে, মানুহক খাবলৈ নিদি মৰালে। এতিয়া মোক চিপ্ জৰি দি মাৰিব খুজিছে। মাৰ, কিন্তু কিমান মাৰিবি, কোটি কোটি মানুহক মাৰি শেষ কৰিব পাৰিবি? মই কৈ যাওঁ শুন, পৰাধীন হৈ থকাতকৈ চিপ্ জৰি পিন্ধাই ভাল। তহঁতে টালি-টোপোলা বান্ধ; মই ভৱিষ্যদ্বাণী কৰি যাওঁ, তহঁত আৰু সৰহ দিন থাকিব নোৱাৰ। দেশে দেশে মুক্তি যুদ্ধ হৈছে, ভাৰতবৰ্ষও বহি থকা নাই······

বঢ়মপুৰৰ বৰ চাপৰিত সিহঁতে গুলি কৰি কাক মাৰিলে ক'ব পাৰে ৰাইজ? ষাঠী বছৰীয়া আইতা ভোগেশ্বৰী ফুকননীক। বুকুত গুলি লাগিল, কিন্তু মুখত জয়ধ্বনি ফুটিল "জয় মহাত্মা গান্ধীৰ জয়।" লক্ষী হাজৰিকা আৰু ঠগী সুত আগবাঢ়ি আহি বুকু পাতি দিলেহি বন্দুকৰ আগত। ঢলি পৰিল, মুখত বিন্দুমাত্ৰও ভয় নাছিল। মুক্তিৰ পতাকা হাতত লৈ ছুয়ো শুলে, কিন্তু শোৱাৰ আগতে লক্ষী হাজৰিকাই ক'লে, "ৰাইজ, জেপত সাঁচি থোৱা ছটি পইচা আছে, স্বৰাজৰ পুঁজিলৈ দিলোঁ।" এই ছটি পইচাৰে শ শ বছৰ যুঁজ চলিব, ৰাইজ শ শ বছৰ······

আৰু গহপুৰৰ কথা কি ক'ম! হেজাৰ বিজাৰ খেতিয়ক ৰাইজ থানা দখল কৰিবলৈ আহিল। সকলোৰে আগত মুক্তিৰ পতাকা হাতত লৈ থানা সোমালগৈ থল পত্নমৰ দৰে শুৰনি জাগ্ৰত যৌৱন ······কনকলতা আইদেউ সকলোৰে আগতে গ'ল, আগতে গ'ল। গুলি লাগি ঢলি পৰোঁতে তেওঁৰ বুকুৰ কেঁচা তেজ ওলাই ব্ৰহ্মাজান নৈ ব'লে······ফুৰ্-ফুৰিয়া বিপ্লৱী যৌৱনৰ সুগন্ধ চৌদিশে উটি গ'ল মোৰ গোসাঁই! সি আন ঠাইতো যৌৱন জগালে—ঢেঁকীয়াজুলি, জোঙাল বলহু, বেবেজীয়া, বজালী, গোৱালপাৰা, বাৰপূজীয়া কোনখন ঠাইৰ কথা ক'ম? মনটো দেখোঁন উগুল-থুগুল লাগিছে। চেনিচম্পা ফুলৰ দৰে সুকোমল তিলেশ্বৰী—ভাইৰ চেমনীয়া বুকুও সিহঁতে শালিলে! গজলীয়া ল'ৰা মুকুন্দ, ৰতন, মনবৰ কছাৰী সিহঁতেও গা পাতি গুলি ল'লে। কামৰূপৰ বজালীও জকি উঠিল। মদন, ৰাউতা ৰামৰড়ো ······ইহঁতো বলি গ'ল। গোৱালপাৰাতো মৃত্যুঞ্জয় জাগিল—মৃত্যুক নেওচি আগবাঢ়ি দেহ দিলেহি নিধন কোঁচে। জোঙাল বলহু গড়ো সিহঁতে তেজেৰে বোলালে, ঢলি পৰিল গুণাভিৰাম। ইহঁতৰ কথা কওঁতেই মোৰ দেহটো জিকাৰিছে ৰাইজ, ······নহয় নহয় ৰণ্ জিত ৰণ্ জিত কৰিছে······ ক'বলৈ বহুতৰে কথা আছে। বেবেজীয়াতো জাক জাক ডেকা ৰণলৈ ওলালে······কানাই কোঁচ, হেমৰাম ইহঁতে তেজ দিলে। বাৰপূজীয়াত মৃত্যুঞ্জয়ী

বীৰ তিলক ডেকায়ো ৰণ-শিঙা ফুকি দেশৰ শুই থকা ৰণুৱাক জগাই দিলে, লগে লগে তেওঁৰ মৰণ জয়ী প্ৰাণ আমাক দান দি গ'ল……আৰু হেম ৰাম পাণ্ডৱ……

আটাইবোৰৰ কথা মই জানো ক'ম? নেলাগে। এটা কথাই কওঁ। অসমৰ নগৰে চহৰে গাঁৱে-ভূঁঞে ৰাইজৰ পো-জীয়ৰীয়ে জীয়াতু ভুগি মুক্তিৰ যি অক্ষয় বন্তি জ্বলাইছে—এই বন্তি হুমুমায়, ৰাইজ, হুমুমায়। বৰপেটা সত্ৰৰ পাঁচশ বছৰীয়া দীপশিখাৰ দৰে এই গছি চাকিও জ্বলি থাকিব। কোনোবাই নুমাব খুজিলেও নুমাবলৈ নিদিবা……মই কুশল কোঁৱৰে কৈছোঁ……নুমাবলৈ নিদিবা……

লুইত তেজেৰে ৰাঙলী হ'ল, গঙ্গা যমুনাও হৈছে। তেজৰ নৈ এক হৈ মিলি মহাসাগৰত পৰিছেগৈ। মুক্তিৰ জোৱাৰ আহিছে।……আৰু বেলি নাই, বেলি নাই……আহিছে……

কিন্তু লুইত তেজেৰে ৰাঙলী হ'ল নে এখন তেজাল লুইতৰ জনম হ'ল? মই ধৰিব পৰা নাই। গোটেইখনতে তেজৰ ঢল। যৌৱন জাগিছে……সেন্দুৰীয়া আলি সাজিছে। আকাশত তাৰে ৰঙা ৰঙ জিলিকিছে।

মোৰ গোসাঁই বৰ ভাল। অতবোৰ মানুহ থাকোতে চিপ্ জৰি গছি লোৱাৰ সন্মান তেওঁ মোকহে দিলে। ল'ম, নলম কিয়? মোক এটাকহে মাৰিবি, মোৰ ঠাই ল'বলৈ শ-টা ওলাব। সংসাৰখন মানুহেৰে ভৰি আছে। সিহঁতে মোৰ কাম কৰিব, মোৰ গোসাঁই ঐ। জাতি বাঁহ জুজুপিবে হুচলি খৰি হ'ব। খৰি ফুড়ালৰ জুয়ে হনুমন্তৰ নেজৰ জুইৰ দৰে অসুৰৰ লঙ্কা পুৰি ছাৰখাৰ কৰিব।—সিহঁতৰ ৰক্ষা নাই।

শুন শুনৰে সুৰ বৈৰী প্ৰমাণা
নিশাচৰ নাশ নিদানা
ৰাম নাম যম সমৰক সাজি
সমদলে কয়লি পয়ানা।

গাঁওখনৰ ওচৰৰে সত্ৰৰ বুঢ়া ভকতে বৰগীতটি গাইছিল। বহুতদিন হ'ল শুনা। আমাৰ গাঁৱতো জানে বহুতে। আমাৰ তেওঁ জানে। কিন্তু তেওঁ বাৰু এই আধুনিক ধাম বাৰণৰ যুদ্ধখনৰ কথা বুজিছেনে? কালি তেওঁ আহিছিল। ল'ৰা ছুটাও আহিছিল। ওজা ভটিজাটোও ওলাই-ছিলহি। মই তাহানিখন কাম কৰা চাহ-বাগিচা-খনৰ বাবু-বহুৱা জনদিয়েককো দেখিলোঁ।……আৰু কোন আহিছিল? অঁ, মনত পৰিছে। ভৈয়ামৰ হাটত আদা জলকীয়া-কচু বেচিবলৈ চাঙৰপৰা নামি আঠোঁতে ঘৰত সোমাই চাহ-জলপান খাই যোৱা ৰেংমা নগা ছুটাও আহিছিল। আৰু তুকং গাঁৱৰ মানুহখিনিকো দেখিছিলোঁ। শিক্ষাগুৰু আৰু বাপুদেউকো থিয় হৈ থকা দেখি মই অবাক হৈ গৈছিলোঁ। মোৰ লগত গ্ৰেপ্তাৰ হৈ বিচাৰত সাৰি অহা মানুহ কেইটাও কাঠৰ মূঢ়াৰ দৰে জেলৰ বাহিৰত বহি থকা দেখিলোঁ।…· আৰু ইন্দ্ৰবংশী আহোম ৰজাৰ তেজাল ফুটি যাওঁ ফাটি যাওঁ চেহেৰাৰ পূজনীয় বৰদেউতাও আশীৰ্বাদ দিবলৈ আহিছিল। ……সকলোৰে মুখত বেজাৰ, কিন্তু চকুত খং। বৰদেউতাৰ চকুৰেদি অগ্নি বৰষিছিল: মই দেখিবলৈ পাইছিলোঁ বুটিছে বঞ্চনা কৰা আহোম স্বৰ্গদেউসকলৰ সকলো খং। এই চাহাববোৰেই

এদিন ৰজাক সিংহাসনৰপৰা নমুৱাই নতুন ৰজা পাতিলে। সিংহাসনত বহিল বৰচাহাব। বিষয়াৰ ঠাইত আমোলা হ'ল। বেল মটৰ-জাহাজ-টেলিগ্রাফ-কল কাৰখানা আনি ইহঁতে দেশখন লুটিবলৈ ল'লে। চাহগছ হ'ল, সোণৰ গছ। মাটিৰ সীতা তেল হ'ল, পনীয়া সোণ। চাহাব হ'ল ধনী; ৰাইজ হ'ল লাও লোৱা। খাজনা বাঢ়িল, কৰ-বাঢ়িল, ধান বাঢ়িল, দাম বাঢ়িল, দাৰিদ্র্য বাঢ়িল,—দুঃখৰ ঢলে দেশ উটাই নিলে। বাৰী গ'ল, মাটি গ'ল, সম্মান গ'ল, জীৱিকা গ'ল······মাটনিস খৰত ৰাইজৰ প্ৰাণ শুকাল। ৰজকৰা শিক্ষাই আমাক ব-ছেৰা কৰিলে······ দেশৰ ডেকা ল'ৰাখনক কাম খোজা মগনীয়া কৰিলে। গাঁও হ'ল মৰিশালি, নগৰ হ'ল ধনী-দৰিদ্রৰ অঁৰিয়াঅঁৰিৰ ঠাই। ৰৰদেউতাই ক'লে, "দেশৰ কাৰণে মৰিলে ভাল যা, তোৰ সদ্গতি হ'ব।"

কথা শুনি ৰাইজখনেই জিকাৰ খাই উঠিল। মোৰ গোসাঁই দি, গাটো জ্বৰ ঘমাদি ঘামিলে। ৰাইজৰ চকুত মই দেখিবলৈ পালোঁ জুইৰ আখৰ, মুখত দেখিবলৈ পালোঁ স্বাধীনতাৰ দুৰ্জয় সংকল্প, কপালত দেখিবলৈ পালোঁ লাহে লাহে পোহৰবলৈ অহা দৃঢ়তাৰ ৰেখা······মই মনে মনে ক'লোঁ, এইবাৰেই শেষবাৰ নহয়, আৰু আছে······আগত আৰু ৰণ আছে······সেইবোৰ পাছৰবোৰে কৰি-বাহঁক······

আমাৰ তেওঁ ৰৰনামঘৰৰ প্ৰসাদ লৈ আহি-ছিল, লগোঁ। আকতো এই প্ৰসাদ খাবলৈ নেপাওঁ! হঠাতে মোৰ মনটো বিচলিত হৈ গৈছিল। তেওঁক মাতিবৰ মন গৈছিল সেই মাতেৰে যি মাতেৰে মই তেওঁক কোনেও নেদেখা লুকুনাত মাতোঁ। কিন্তু ইমানবোৰ মানুহৰ আগত মাতোঁ কেনেকৈ? থাওক, অহাজনমত মাতিম। 'মোৰ অবিহনে কোনে চাব তোমালোকক'······সোধাৰ লগে লগে যেন উত্তৰ পালোঁ। 'ৰাইজে চাব।'

ৰাইজক মই চাম। সৰগৰপৰা চাম।······ আপোনালোকে শেহ নিশা সক পথাৰৰ বেলখনৰ উকি শুনিলে, গম পাব মই আপোনালোকক চাবলৈ আহিছোঁ। এই ৰেলেদি যাতে সাম্রাজ্যবাদৰ সিধা নাহে তাৰবাবে মই সদায় তাত পহৰা দি থাকিম। বানপানী, বা-মৰলী, খৰ, মহামাৰী আহিলে মই আপোনালোকৰ লগত থাকি প্ৰকৃতিৰ বিৰুদ্ধে সংগ্রাম কৰিম। আপোনালোকে আনন্দ পালে মই আনন্দ পাম, আপোনালোকে বেজাৰ কৰিলে ময়ো বেজাৰ কৰিম। মই গাঁৱৰ জীয়ৰী-বোৱাৰীৰ তাঁতলৈ মাকো হৈ আহিম, ঘৰলৈ লখিমী ওভোতাই আনিম, পানীৰ কলহত বিশুদ্ধ জল দিম, মই পথাৰলৈ ভুঁই আৰু পকা ধান হৈ আহিম, ভঁৰাললৈ ঐশ্বৰ্য হৈ উলটিম, বেমাৰত দৰৱ যোগাম, ল'ৰা-ছোৱালীৰ মুখত গাখীৰ দিম, পঢ়াশালিলৈ সৰস্বতীক মাতিম, ওৱাদানিকৈ আহাৰ যোগাম, বস্ত্ৰ যোগাম, বছৰি বছৰি ঘৰবোৰলৈ সমৃদ্ধি আনি দি যাম। মই সদায় আহিম। বিহু, পূজা, তিথি, নাম গোৱা, ঈদ, বৰদিন, বুদ্ধপূৰ্ণিমা, স্বাধীনতা দিৱস মে দিৱস—বাৰ মাহৰ তেৰ পৰৱতে মই আহিম—মই আহিম—

ঘৰে ঘৰে গৈ সুধিম—কঠিয়া পাৰিলে নে নাই, ধান পকিলে নে নাই, ভঁৰাল ভৰিল নে নাই, মাটি পালে নে নাই, কাম পাইছে নে নাই, দাম কমিছে নে নাই, পঢ়াৰ সুবিধা পাইছে নে নাই, খাজনা-

কিবৰ বোজা কমিছে নে নাই, ধাৰবপৰা খেতিয়কে বেহাই পাইছে নে নাই, পঢ়াশালি আছে নে নাই, ল'ৰা-ছোৱালী স্কুললৈ গৈছে নে নাই, ফিজ দিব পাৰিছে নে নাই,··· · বেমাৰ আজাৰ কমিছে নে নাই······সুধিম, ৰাইজ ৰজা হ'ল নে নাই। মই আৰু সুধিম ভাৰতৰ দুমলী জী অসমৰ সংস্কৃতিয়ে বিশ্ব সভাত স্থান পাইছে নে নাই? সেয়াটিহে ৰাইজ।

বৰ ল'ৰাটিযে কান্দিছিল। সি জনা হৈছে, কওঁনো কি? সকটো অজান হৈ আছে, সি ভেৰা লাগি চাই আছে। সিহঁত যেন মানুহ হয় মোৰ গোসাঁই। তুমি—তুমি—সেৱা কৰিছা। কৰা। আশীৰ্বাদ দিছোঁ। সকলো নাৰী যাতে তোমাৰ-দৰে দেশব্ৰতী হয়। তুমি ভাগ্যৱতী, প্ৰভাৱতী। তোমাৰ কাৰণেই মই ইমান কাম কৰিব পাৰিলোঁ— তুমি······অঁ······কাইলৈ পুৱাতে কপালৰ সেন্দুৰ কণ উষা আইদেউক দিব লাগিব। তাৰ পিছত নিশ্চিন্ত হ'বা। চিৰকালৰবাবে মোক পাবা। ময়ো তোমাক পাম······সেই সেন্দুৰ আকাশত —মনৰ আকাশত মুক্তিৰ সেন্দুৰীয়া আলি হৈ থাকিব।

গাটো দেখোন পুৰিছিল। ছিঃ মানুহে কন্দা দেখি ময়ো কান্দিছিলোঁ। নিষ্ঠুৰ জমাদাৰটোৱে কথা পতা ঠাইৰপৰা মোক লৈ আহিল। মই আন্ধাৰ চেলত সোমাই মনে মনে গুণ গুণাবলৈ ধৰিলোঁ:

ঠাট প্ৰকট পটু কৌটি কৌটি কপি
গিৰি বৰ সব পদ ধাৰে।
বাৰিধি তৰি তৰি কৰে গুৰুতৰ গিৰি
ধৰি ধৰি সমৰক ধাৰে।
হাট ঘাট বহু বাট বিয়াপী
চৌগড়ে বেড়লি লঙ্কা।
গিৰি ঘন ঘন ঘোৰ ঘৰিষণ গৰ্জন
শ্ৰৱণে জনময় শঙ্কা।

এই জনময় শঙ্কা আজি সিহঁতৰ মনতহে। ৰাৱণৰ পৰাজয় অনিবাৰ্য। সিহঁতে এই দেশ এৰি যাবই লাগিব। ভগৱন্তক পাবলৈ প্ৰহ্লাদে যিমান কষ্ট ভুগিলে আমিও সিমান কষ্ট ভুগিব লাগিব, তেহে মুক্তি পাম। মুক্তিয়েই আমাৰ ভগৱান। চেলৰ আন্ধাৰৰ মাজত হঠাতে চাবি কুৰি পাঁচ বছৰৰ আগত এই যোৰহাট চহৰতে চিপ জৰি লোৱা মণিৰাম দেৱানক দেখিলোঁ। শান্তচিত্তে তেওঁ মোৰ মুখলৈ চাই আছে। আপোনাক ইহঁতে চিপ্ জৰি পিন্ধাইছিল, নহয়নে দেৱান? কিন্তু আপোনাক জানো মাৰিব পাৰিলে? আপুনি আত্মা হৈ, আমাৰ মাজত জী ৰ'ল? আপোনাৰ চিতাৰ জুইয়ে সিহঁতৰ সিংহাসনৰ ভেটি পুৰিছে। জুই জ্বলিয়েই আছে। মই জুই কুৰা বঢ়াই দিছোঁ। এই কুৰা জুইত ডেৰশ বছৰীয়া বৃটিশ শাসন-শোষণ পুৰি ভস্ম হ'ব। সিহঁতৰ দিন উকলিল।

আন্ধাৰ নিজান চেলৰ মাজত মই বহুত সময়ত দেৱানৰ মূৰ্তি চাই ৰ'লোঁ। হঠাতে চেলৰ বাহিৰত দেখিলোঁ তল মূৰ কৰি মোৰ লগৰীয়া ৰাজবন্দী-সকল থিয় দি আছে। তেওঁলোক সান্ত্বনা দিবলৈ আহিছে। আপোনালোকে মোক কি সান্ত্বনা দিব? বানে জানো কপিসকলৰ ক্ষয়ৰ কথা ভাবি ৰাৱণৰ লগত যুঁজ নিদিয়াকৈ থাকিব পাৰে? আমাৰ ৰামচন্দ্ৰয়ো যুঁজ নেৰে। আপোনালোক থাকিল, মই আহিলোঁ। গোসাঁয়ে মোৰ আত্মাৰে আপোনা-লোকৰ বাবে পাশুপাত অস্ত্ৰ গঢ়িছে। এতিয়া

শোক কৰিব নেলাগে। মোৰ আধকৰা কাম আপোনালোকে কৰিব। মই ভাগ্যবান, গোসাঁয়ে অন্তৰোৰৰ মাজৰপৰা নহ'লে অকল মোক বাছিব কেলেই? সকলো যাব লাগিব, মাথোঁন এদিনৰ আগ-পাছ। মই যে সকলোৰে হৈ মৰিছোঁ, এইটোৱেই মোৰ ভাগ্য। শুনিছেনে?

—শুনকচোন, আপোনালোকে শুনকচোন, ৰাইজক এষাৰ কথা ক'বলৈ পাহৰি গলোঁ। মই এসময়ত দৰ্জী আছিলোঁ। ওজা ভতিজাটোক এটা ওজাৰ চোলা চিলাই দিছিলোঁ। সি খোল বাই নিজেও মজে, ৰাইজকো মজায়। সিহঁতৰ দৰে ওজা গাঁৱলীয়া শিল্পীবোৰক যেন ৰাইজে সদায় মৰম কৰে। সিহঁতে বাস্তু নবজোৱাকৈ থাকিলে মই কষ্ট পাম। আৰু শুনক নামঘৰে নামঘৰে যেন সদায় সবাহ-ভাওনা হয়, তেওঁলোকৰ ভাওনাৰ বচন যেন মই স্বৰ্গতো শুনিবলৈ পাওঁ। আই সৰস্বতীয়ে যেন এই দেশ নেৰে। জ্ঞান-বিজ্ঞা-সাহিত্য-শিল্পত এই দেশ যাতে নদন-বদন হৈ উঠে। নহ'লে মুক্তি আহিলেও দেশ অসুৰৰ কৱলৰপৰা ৰক্ষা নপৰে……আৰু এসময়ত মই চাহ-বাগিচাৰ কেৰাণী আছিলোঁ। দেখিছিলোঁ বনুৱাসকলক মালিকবোৰে জন্তুৰ দৰে ৰাখে। সিহঁতক আপোনালোকে নেৰিব। খেতিয়ক আৰু বনুৱাক সমানে ব্যৱহাৰ কৰিব, আৰু তেওঁলোকৰ হাততে এদিন শাসন-ভাৰ দিব পৰাকৈ তেওঁলোকক জগাই তুলিব।

ভলণ্টিয়াৰ হওঁতে এটা যঁতৰ লৈছিলোঁ। সেইটো আমাৰ তেওঁক লবলৈ ক'ব। মোৰ যঁতৰ যেন তেওঁ নিয়মিতভাৱে ঘূৰায়। শুনক, বাপুজীয়ে কোৱা কথাটো নেপাহৰিব। যঁতৰ ঘূৰোৱাৰ অৰ্থ কি জানে? সকলোকে এটা এটা কাম দিয়া। আমাৰখন শ্ৰমিকৰ সমাজ কৰিব লাগিব। ভলণ্টিয়াৰৰ সাজ এজোৰো নিজে কটা সূতাৰে চিলাই লৈছিলোঁ। সেইজোৰ নতুন ভাৰতৰ ডেকা ভলণ্টিয়াৰক দিব। সেইজোৰ পিন্ধিলে সি বল পাব, কোনো কালে নোপোৱা বল। মুক্তি যুঁজৰ পৰম্পৰা তাৰ মনত প্ৰত্যক্ষ হ'ব।

—ঘৰৰ চাঙত কঁঠাল কাঠৰ এটা নাঙল আছে। মই নোহোৱাত কোনোবাই হাল বাইছে! তাতে সিহঁতে গোহালিৰ গাই, হালৰ গৰু, তিৰোতাৰ কেৰু-মণি-থুৰীয়া, ভঁৰালৰ ধান, বজাদিনীয়া বাতি-কাঁহী, মোহৰ সোপাকে ক্ৰোক কৰি লৈ গ'ল। আমাৰ তেওঁ কান্দিছিল। ল'ৰাটোৰ বোলে পঢ়া নহ'ল, ফিজ দিব পৰা নাই।···বৰ ল'ৰাটোক ক'ব, সি খেতিয়কৰ ল'ৰা, নাঙলৰ মুঠিত নধৰিলে তাৰ নচলিব। শিক্ষা পালেও মোৰ সোণায়ে যেন হাল খতি নকৰে। মই বেলি হৈ চাই থাকিম। স্বাধীনতা আহিলে খেতিৰ উন্নতি হ'ব। তেতিয়া নিশা পাটীলৈ জোন হৈ আহি মই তেওঁৰ কাণত ফুচফুচাই ক'ম, "এয়ে স্বাধীনতাৰ প্ৰথম সোৱাদ।" সকলো কালে পোহৰ হ'ব। ঘৰে ঘৰে সুখ হ'ব। তেওঁ তাঁত-শালত বিহুৰ গামোচা লগালে, মই কুলি চৰাই হৈ গীত গামহি। খুৱলিত চিৰা বানিলে, মই পকৰা পিপৰা হৈ খামহি।

—আমনি নেপায় যদি শুনকচোন। মোৰ ক'বলগীয়া কথা আৰু আছে। শাওণ ভাদ মাহত বানপানী আহিলে গাঁৱৰ ৰাইজৰ বৰ বিলৈ হয়। সিহঁতৰ বিলৈ হ'বলৈ যেন নিদিয়ে। বানপানী বোধ কৰিব। আৰু চাব—মাটি নাইকিয়াটোৱে মাটি, কাম নাইকিয়াটোৱে কাম, মন নাইকিয়া-

টোৰে মন, জ্ঞান নাইকিয়াটোৰে জ্ঞান, মৃদঙৰ বোল চিনি নোপোৱাটোৰে মৃদঙৰ বোল, ভাত নাইকিয়াটোৰে ভাত আৰু হাঁহি নাইকিয়াটোৰ যেন হাঁহি হয়। গাঁওবোৰ যেন আনন্দৰ মন্দিৰ হয়। মই মৰাৰ পিছতো ধনশিৰি, দিখৌ, ভোগদৈ, সোৱণশিৰি, ভৰলী, পাগ্‌লাদিয়া আৰু মানাহ একেদৰে ব'ব। একেদৰে নগা নামিব, ৰেল চলিব, উৰাজাহাজ উৰিব। লুইত সকলো ৰাইজৰ বাবে ব'ব। মহাসাগৰ আৰু মহাকাশৰ তেজ আছি আমাৰ মানুহক সকলোতকৈ চিকুণ, সকলোতকৈ ডেকা, সকলোতকৈ জ্ঞানী কৰিবহি।

—মই যি গছি বন্তি জ্বলালোঁ, এই গছি কোনেও নুমাব নোৱাৰে। ইয়াৰ পোহৰত বাট বুলি বাটকৰাসকল যাব। দেশলৈ লক্ষ্মী, সৰস্বতী, অন্নপূৰ্ণা তিনিও গৰাকী আই আহিব। ভোগালী বিহুত হ'ব ভোগ, ৰঙালী বিহুত ৰঙ, কঙালী বিহু নাইকিয়া হ'ব। একো অভাৱ নেথাকে দেশত।

—বাপুজীয়ে ঠিকেই কৈছে, এইখন যুঁজত মৰাবোৰহে জীৱ। যি বাচিব খোজে সিহে মৰে। এতেকে সঙ্গীসকল, বেজাৰ নকৰিব। মই বাঁচিলোঁ।

* * *

আকাশৰ সেন্দুৰীয়া আলিটো ঠিক তেওঁৰ শিৰৰ সেন্দুৰৰ দৰে জিলিকিছে। কালি নিশা বহুত সময়লৈকে গীতা আৰু কীৰ্ত্তন পাঠ কৰিছিলোঁ। বাহিৰত গৰম, আকাশত বৰষুণৰ ভাব আছিল। পাঠ শেষ কৰি শান্তি পাই নিশ্চিন্ত মনে শুইছিলোঁ। উঠাৰ পাছতো মন শান্ত, নিৰুদ্বেগ। এই সংসাৰত মোৰ আৰু কোনো কাম নাই।

মই আৰু অলপ পৰ মানুহ হৈ থাকিম। তাৰ পিছত দেৱতা হ'ম। এইখন পৃথিৱীত থাকিব ছুচলি খৰিব দৰে দেহাটো আৰু এডাল ফঁই। মণিৰাম দেৱানকো এনে ফঁইৰেই সিহঁতে ফাঁচী দিছিল। আচলতে ফঁই এডাল। যেয়ে মুক্তিৰ বাবে প্ৰাণপণে যুঁজিব, তাকে সিহঁতে ইয়াতে ফাঁচী দিব। সিহঁতৰ জাতো এটা। বৃটিশ সাম্ৰাজ্যবাদ পৃথিৱীৰ সকলো অন্যায় অসাম্যৰ প্ৰতীক। মোৰ কামনা, গোসাঁই, মোৰ পিছত যেন আৰু কাকো পৃথিৱীত ফাঁচী দিব লগা নহয়। মানুহে এদিন যীশুখৃষ্টকো পিণ্ডত দি মানুহক অপমানিত কৰি গৈছে। এই অপমানৰপৰা মানুহক, মানৱ ধৰ্মক —তোমালোকে বচোৱা,……

ৰাতি পুৱাইছে। চৰাই চিৰিকতিবোৰে মাতিছে। সিহঁতো আহিছে। শব্দ শুনিছোঁ। আহ, সোনকাল কৰ।

অলপ পিছতে ব'দ ওলাব। সুমথিৰা ৰঙৰ এইকণ ব'দ আৰু মই চাবলৈ নেপাম। মই ব'দৰ লগত বিয়পি বিশ্বব্ৰহ্মাণ্ডত মিলি যাম।

—কি?

—যাবৰ হ'ল?

—মই সাজু। তোমালোক ঘাটক, কি কৰিবলৈ ওলাইছা, তোমালোকে জানো জানা? তোমালোক মূৰ্খ। তোমালোকে একো নেজানা। ইয়াতকৈ এগছি টান জৰি আজি মইহে তোমালোকৰ ডিঙিত পিন্ধাই থৈ যাম। তোমালোক সকলো একে চোঁচতে মৰিবা। আৰু বেছি পৰ নাই। এই ইটাৰ বেৰখনৰ সিফালেই তেওঁলোক বৈ আছে। তেওঁলোকে বেৰ ভাঙিছে……মই শব্দ শুনিছোঁ। তোমালোকৰ ডিঙিৰ চোঁচনি গাঠি টান হ'ব। তেওঁলোক আহিছে……

—চিপ্‌জৰিভাল এনেকৈ পিন্ধাবা যাতে মোৰ চকু থাকে মুকলি আকাশত, যাৰ পাৰ নাই। সেই আকাশলৈ চাই চাই মই মৰণ বৰণ কৰিম। কাণ কিন্তু সজাগ থাকিব। স্পৰ্শেন্দ্ৰিয়বোৰে পৃথিৱীখন চুই থাকিব। দধিচী মুনিৰ দৰে মই বজ্ৰ হ'ম—চিৰদিনৰ বাবে মই মানুহৰ হাতৰ মুঠিত থাকিম।

এই ৰঙা উষাকে চাই এদিন পুণ্যময় ভাৰতবৰ্ষিযে খোজ লৈছিল। সেই ৰঙা ৰ'দকণ চাবলৈ দিয়া। সেই একেটা মন্ত্ৰকে পঢ়োঁ, নিজৰ ভাষাত পঢ়োঁ......

আন্ধাৰ নাশি মই পোহৰ আনিছোঁ

অজ্ঞান নাশি মই জ্ঞান আনিছোঁ

মৃত্যুক বিনাশি মই অমৰত্ব আনিছোঁ

—চৰৈৱেতি চৰৈৱেতি চৰৈৱেতি।

মোৰ গোসাঁই,

পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে।

[ সঙ্গীত ]

# লাৰুগোপালৰ প্ৰেম

মহিম বৰা

অলপ অনভিজ্ঞ লাৰুগোপাল প্ৰেমত পৰাৰ বিৱৰণ

চৰিত্ৰ ঃ

নৰেন্দ্ৰ
অসীম
উৰ্বশী
মাক
দেউতাক ( দাস )
ভাইটি

অসীম : এৰা এতিয়া মুখ-হাত ধোৱাতহে ভাল লাগিছে তোক। ধুলিৰে চকু-মুখ পোতখাই আঁহিছিল। ইজি চেয়াৰখনতে বহি আৰাম কৰ।

নৰেন্দ্ৰ : এৰা দে, বৰ টায়াৰ্ড। চাহ একাপৰ ব্যৱস্থা হ'বনে ? কাপ্তা জাতীয় প্ৰাণী কোনো নাইনেকি ?

অসীম : হহঁৰালি লাক, মাষ্টৰৰ 'বিয়াবাৰ' নাথাকে নহয়, তহঁতৰ দৰে অফিচাৰৰহে থাকে। তই কি বুলি কলি, ফিল্ড পাৱলিচিটি অফিচাৰ ? গাড়ী নাপায় জানো ?

নৰেন্দ্ৰ : ভানখন আছে। কেনেকৈ লৈ ফুৰাৰ ! লাক নামটো তোৰ ভাল মনত আছে।

অসীম : কিয় নাথাকিব ? চক্ৰৱৰ্তী ছাৰে দিয়া নাম। লাক গোপাল—কচোন তোৰ আৰু কি খবৰ ?

নৰেন্দ্ৰ : কি খবৰ ! তহঁত একেবাৰতে পাৰ হৈ আহিলি। মই ছুবাৰ অঙ্কতে ফেল—তৃতীয়-বাৰত জানিবা কোনোমতে সৰকিলোঁ। তাৰ-পিছত বাতিৰ কলেজৰপৰা বি, এ, পাছ কৰি, চিলঙত খাটি-খুটি পাৱলিচিটিত সোমালোঁ। গোৱালপাৰালৈ ট্ৰেন্সফাৰ হৈ আহিছোঁ, এমাহ হ'ল, তোৰ ঠিকনাটো উলিয়াই এয়া স্বয়ং হাজিৰ।

অসীম : অন্তত ফেল কৰিও যেনে হোক অফিছাৰ, আমি অন্তত চোকা হৈও এই গোৱালপাৰাৰ খোকোট পুঠিমাৰী গাঁৱত মাষ্টৰ। লাক্তি।

নৰেন্দ্ৰ : মাজতে শুনিছিলোঁ বিয়া-বাৰু কৰালি। বিয়া কৰোৱা হ'লে চাহ একাপ ইমান সময় আহি গ'লহেঁতেন—

অসীম : এই অফিছাৰটোৱেই বিয়া কৰোৱা নাই, মই মাষ্টৰে বিয়া কৰাও কেনেকৈ ? উচিত হ'ব জানো ?

নৰেন্দ্ৰ : ননচেন্স, তেনেহ'লে বাতিৰ সাজৰ কি হ'ব। চাহ বাৰু এৰিলোৱেই। মই হ'লে ভাত বান্ধিব নোৱাৰোঁ।

অসীম : স্কুলৰ চকিদাৰটোৱেই ৰান্ধে। মোৰ লগত এই বৰ্ডিং ঘৰতে থাকে। এই ছদিন স্কুল বন্ধ পাই সিও ঘৰলৈ গ'ল।

নৰেন্দ্ৰ : ছেঃ। ট্ৰেজেডি। আৰু এই ভগাঘৰত আছ কেনেকৈ ? বিয়া কৰালেও কোনে ছোৱালী দিব ?

অসীম : স্কুলৰ প্ৰেছিডেণ্ট কোন বুলি ভাবিছ ? স্বয়ং গোবিন্দ বল্লভ দাস। বৰ্ডিং মেৰামতি কৰি দিব ?

নৰেন্দ্ৰ : কি ক'ত কিয় বিখ্যাত ?

অসীম : তাহানিৰ ছুটা কৃপণৰ সাধু জান নহয় ?

নৰেন্দ্ৰ : সেই যে ঘিউ-নাৰিকলতেল পৰিস্কাৰ পানী ?

অসীম : তাৰে এটা কৃপণ জানিবি।

নৰেন্দ্ৰ : কোনটো ?

অসীম : কৃপণালী শিকি ঘৰলৈ ঘূৰি অহাটো। এই পুঠিমাৰী গাঁৱতেই আছিল তেওঁৰ ঘৰ।

নৰেন্দ্ৰ : তহঁতৰ স্কুলৰো প্ৰেছিডেণ্ট ?

অসীম : তাৰউপৰি বিল ডাকে, বজাৰ ডাকে। তিনিমাহ ল'ৰা-ছোৱালী ছুটাৰ প্ৰাইভেট টিউচন কৰিলোঁ—ছকুৰি টকা।

নৰেন্দ্ৰ : তেনেহ'লে কৃপণ হ'ল কেনেকৈ ?

অসীম : নিদিলে। কেতিয়াবা বিলৰ মাছটো পুঠিটো হাতৰ লাও-বেঙেনা, জহাচাউল ৫ সেৰ, এবাৰ খৰি এগাড়ী, কেইসাজমান ভাত···অ' ···অ'···গাঁৱৰ ছোৱালী বিয়া কৰাবিনে ? উৰ্বশী খুব ভাল ছোৱালী।

নৰেন্দ্ৰ : ঠাঁ ? উৰ্বশী ? উৰ্বশী কোন ?

অসীম : কৃপণ সম্রাটৰ একমাত্ৰ কুঁৱৰী—অৰ্ধৰাজ্য নাই, কিন্তু যৌতুকত তক্তাপোচ এখন পাৰ পাৰ। চৰ্কাৰী অফিছাৰ বুলিলেই বলিয়া। মোক কৈ আছে, ডাক্তৰ, ইঞ্জিনীয়াৰ, অফিছাৰ এটা চাই দিব লাগে।

নৰেন্দ্ৰ : উৰ্বশী—ইমান ধুনীয়া নাম। পঢ়া শুনা ?

অসীম : ক'লোৱেই নহয় তিনিমাহ ছকুৰি গ'ল—এইবাৰ মেট্ৰিক দিছে।

নৰেন্দ্ৰ : অঙ্কৰ মাষ্টৰটো—তোৰ মুখত কবিতা আছে জানো ? উৰ্বশীক পঢ়াই পইচা বিচাৰ ? মই তিনিবছৰ এনেয়ে পঢ়াওঁহেঁতেন।

অসীম : এইবাৰ ফেল কৰিলে পঢ়াবি।

নৰেন্দ্ৰ : কিন্তু অঙ্ক ?

অসীম : ডমেষ্টিক চায়েন্সেহে। সক সক ঐকিক, বৰ্গমূল।

নৰেন্দ্ৰ : হঁা ? বান্দৰ তেলদিয়া খুটাত উঠাটো ?

অসীম : হোঃ হোঃ হোঃ—নাই সেইটো নাই।

নৰেন্দ্ৰ : কিন্তু উৰ্বশী—ইমান ধুনীয়া নাম উৰ্বশী··· "নহ মাতা, নহ কন্যা, নহ বধূ, সুন্দৰী ৰূপসী"।

অসীম : তেনেহ'লে তই কবিতা ভাব। মই চাহৰ কাৰখানালৈ যাওঁ। চাহপাত আছেনে নাই ? আগতে হাবিকেনটো জ্বলাই দিওঁ। সন্ধ্যাও হৈ আহিছে।

নৰেন্দ্ৰ : নালাগে লেম্প নালাগে—মই অলপ ঠেং ঠুং মেলি আৰাম কৰো—কোনো নাহে নহয় ?

অসীম : কোনো নাহে। আনকি তই গান এটাও গাব পাৰ। কোনেও নুশুনে।

নৰেন্দ্ৰ : ওঁ—ওঁ—। বাক চাহকাপ আনচোন। হুঁ-হুঁ-হুঁ······

বহু দিনৰ আগতে
সন্ধিয়াযে পৰতে
হুঁ হুঁ হুঁ হুঁ···।

[ কন্তেক বিৰতি ]

উৰ্বশী : ছাৰ, লেম্প চাকি নজ্বলোৱাকৈ বহি আছে দেখোঁন ? চকিদাৰ নাইনেকি ?

ভাইটি : নহয় অ' বাইদেউ, ছাৰৰ টোপনি হ'বলা। এঁ। বাইদেউ, ছাৰ নহয় হ'বলা—স্কুলৰ চকিচাৰ ককাইহে।

নৰেন্দ্ৰ : [ধপহকৰে উঠাৰ দৰে] নাই—[ কাঁহে ], নহয় [ কাঁহে ]

উৰ্বশী : অ' চকিদাৰ কাই ! ছাৰৰ চকিত বহি মৌজ কৰিছা নহয় ?

নৰেন্দ্ৰ : [ কাঁহে ]—নাই [ কাঁহে ] মইহে।

অসীম : লাক, বহুত দেৰি হৈ গ'ল অ'—চাহপাত নাছিল—কোন সেয়া ?

উৰ্বশী : [ ওচৰলৈ গৈ লেহাই ] মইহে ছাৰ আৰু ভাইটিও।

অসীম : উৰ্বশী ? ভাইটি ? ক'ৰপৰা আহিলা ?

নৰেন্দ্ৰ : মই মুখখন ধুই আহোঁ, চাহকাপ লচোন টোপনি গ'লো······

উৰ্বশী : [ লেহাই ] কোন ছাৰ ?

অসীম : মোৰ বন্ধু লাকগোপাল, মানে নৰেন্দ্ৰ খনিকৰ। কিন্তু পাৱলিচিটি অফিছাৰ।

ভাইটি : ছাৰ, আমি যে চকিদাৰ বুলিলোঁ।

উৰ্বশী : কি হ'ব ছাৰ, ছিঃ ছিঃ ছিঃ মায়ে মোক গালি পাৰিব—

অসীম : একো নহয়—সি বেয়া নাপায়। মই বুজাই ক'ম।

উৰ্বশী : আপুনি চাহ কৰিছে, চকিদাৰ ক'লৈ গ'ল?

অসীম : পুৱাতে ছুটী লৈ গ'ল।

উৰ্বশী : সেয়েহে দেউতাই ক'লেনেকি। আপোনাৰ আজি ভাতৰ নিমন্ত্ৰণ। মই মল্লিকাৰ ওচৰলৈ আহিছিলোঁ, পেইণ্টিং ডিজাইন এটাৰ কাৰণে। সন্ধ্যাই হ'ল।

অসীম : আজিলৈ বাদ দিয়া—আলহীও আহিল।

উৰ্বশী : কোনে বাদ্ধিব? আলহীকো লগত ল'ব।

অসীম : সি ক'ত যাব। এনেয়ে তাৰ সংকোচ।

নবেন্দ্ৰ : দে অসীম। চাহকাপ তোৰ ঠাণ্ডাই হ'ল চাগৈ।

উৰ্বশী : ছাৰ গাখীৰ আছে যদি ময়ে নতুনকৈ কৰি দিওঁ—

নবেন্দ্ৰ : নাই নাই নালাগে অসীম।

অসীম : লাক, মোৰ ছাত্ৰী উৰ্বশী, মেট্ৰিক দি কমোৱা তুলাৰ দৰে ঘূৰিছে।

উৰ্বশী : ই ছাৰ!—নমস্কাৰ।

অসীম : মোৰ বন্ধু লাক মানে......

নবেন্দ্ৰ : নবেন্দ্ৰ খনিকৰ। নমস্কাৰ।

অসীম : এয়া ভাইটি, ক্লাছ ফাইভত পঢ়ে। ভাইটি, লেম্পটো ক'ৰবাত ওখত তুলি থবা।

উৰ্বশী : আমি তেন্তে যাওঁ ছাৰ, আন্ধাৰ হ'ল।...... নমস্কাৰ।

ভাইটি : নমস্কাৰ ছাৰ নমস্কাৰ।

অসীম : বেছ, আগবঢ়াব লাগিবনেকি?

উৰ্বশী : নালাগে, সোৱাহে।

[ বিৰতি ]

অসীম : এতিয়া আৰু সেইটো কথাকে ভাবি থাকিবিনে? ব'ল, তই ওচৰতে মূঢ়া এটাত বহি গান গাই থাকিবি—মই মাৰ ভাত বান্ধি থাকিম। অথনি গোৱা গানটোকে গাবি—

তোমাৰ কপত শিখা দেখা
আজিও পৰে মনতে।

নবেন্দ্ৰ : মনে মনে থাক। তোৰ নিচিনা শুকান অন্তৰ মাষ্টৰে গান নালাগে শুনিব। হুঃ লাক, লাকগোপাল...চকিদাৰ!

অসীম : কিয়, লাক ধুনীয়া নাম আৰু তোক দেখিলেই মানুহে তোৰ নাম যে লাক জানিবই। আৰু আন্ধাৰতহে চকিদাৰ, পোহৰত চমজদাৰ।

নবেন্দ্ৰ : কোনো নাহে বুলি কোৱাতহে তেনেকৈ ঠেং ঠুং মেলি আছিলোঁ।

অসীম : মইনো কেনেকৈ জানো অ' লাক।

নবেন্দ্ৰ : ঈৰ্ষা, আচলতে, 'জেলাচি'। ভাতলৈ নিমন্ত্ৰণ দিলে—"সি নাযাব নহয় সংকোচ কৰে"—কেনেকৈ জানিলি মই নেযাম?

অসীম : গ'লিহেঁতেন জানো?

নবেন্দ্ৰ : মুখেৰে ক'লোহেঁতেন নাযাওঁ নাই—নাই নালাগে বুলি। তইতো তেতিয়া ক'ব পাৰিলিহেঁতেন—"একো নহয়, যাব যাব বুলি"—ব্লক হে'ডটো অধামূৰ্খ ৰাস্কেলনিকচ্।

অসীম : ভুল মানুহে কৰেই লাক। তইতৰ কৰিয়েও কৈ যোৱা নাই জানো? কি কৈছিল কৰিয়ে?

নবেন্দ্ৰ : [ গোটোৱা তাৰ আওঁৰাই ]

মনুষ্য বিকাশ সাধনাৰ
জীৱনৰ ঘটে ভুল।

অসীম : এবা, এতিয়াহে খং পাতলিল চাগৈ! উস্—তাহানি লোকৰ কবিতাবিলাক যে নিজৰ বুলি স্কুলৰ আলোচনীত উলিয়াইছিলি।

নৰেন্দ্ৰ : একো ভুল কৰা নাছিলোঁ। এতিয়া দেখিছোঁ বহুতেই চোৰ।

অসীম : সেইবুলি তোৰ সমান নহয় দেই। মনত আছে গগৈৰ ছাৰৰ অঙ্কৰ পালত যে এঘণ্টা বেঞ্চৰ ওপৰত তোক থিয় কৰি থৈছিল?

নৰেন্দ্ৰ : এঘণ্টা নহয় দেই, ৪৫ মিনিট।

অসীম : অঁ'—বাৰু—বেঞ্চৰপৰা নামি যে তই মস্ত সাহিত্যিক লাইন এটা মোক কৈছিলি?

নৰেন্দ্ৰ : তেনেকুৱা বহুত লাইনেই কৈছিলোঁ—লোকৰ গল্পৰপৰা—কোনটো এতিয়া—

অসীম : "বুজিছ অসীম, মানুহে মদ খাই কিয় জান? কিবা পাহৰিবৰ কাৰণে।"—আমি যে পিছত পাইছিলোঁ, সেইটো এটা কাৰবাৰ গল্পৰ লাইন।

নৰেন্দ্ৰ : হোঃ হোঃ হোঃ তোৰ ভাল মনত আছে।

অসীম : মাজে মাজে মোৰ আজিও উকটি উকটি হাঁহি উঠে।

দাস : [ দূৰৰপৰা ] মাষ্টৰ বোপা আছানে, অ' মাষ্টৰ বোপা।

অসীম : হাঃ—স্বয়ং গোবিন্দবল্লভ। দৰমহাৰ কথা সুধিলে দুগুণ কৰি।

দাস : [ ওচৰৰপৰা ] অ' মাষ্টৰ।

অসীম : আহক ছাৰ, আহক, এয়া আপোনাৰ কথাই পাতি আছোঁ।

দাস : ক'তা, তোমাৰ অফিছাৰ বন্ধু এজন আহিছে বোলে—

নৰেন্দ্ৰ : নমস্কাৰ।

দাস : নমস্কাৰ—বহা বহা, মোৰ কথাকে পাতিছিলা?—মই যে বান্ধ কেৰেপ্ কৃপণ সম্রাট।

অসীম : নাই ছাৰ, শ্ৰীবিষ্ণু।

নৰেন্দ্ৰ : নহয় নহয়, আপুনি কৃপণ নহয়।

দাস : এ—বোপা তুমি নুবুজা—এওঁলোক মাষ্টৰ-সকলে মোক তেনেকৈয়ে কয়—'তুমি' বুলিয়ে মাতিলো। বেয়া নাপাবা।

নৰেন্দ্ৰ : নাই নাই, কিয় নামাতিব হেঃ হেঃ।

অসীম : আপুনি ছাৰ স্কুলৰ কাৰণে বৰকৈ ভাবে বুলিহে কওঁ—

দাস : হেৰা, নহ'লে তুমিনো তোমাৰ বন্ধুজনক মোৰ ঘৰত ভাত এসাজ খাবলৈ লৈ যাব নোৱাৰানে? কৈছা চাগৈ কৃপণ মানুহ ভাত এসাৰ্জ······

নৰেন্দ্ৰ : অসীম : ইচ্ ৰাম—নহয় নহয়—

দাস : নহয়—বুজিছা বোপা। মাষ্টৰ মোৰ ঘৰৰ ল'ৰা। ছোৱালীজনীকে ল'ৰাটোকে তিনি চাৰিমাহ পঢ়াই দিছে এনেয়ে—

নৰেন্দ্ৰ : নাই নাই—মাষ্টৰে পঢ়ায়ে—আৰু দিছেও নহয়—চাউল—খৰি।

অসীম : নহয় মানে—আপুনি যে লোকক কিমান সহায় কৰে।

দাস : হেঃ হেঃ হেঃ কাৰো পান-পাত এখিলাও ধাৰ নাখাওঁ—মোৰহে খায় মানুহে হঁা—খৰি কটালোহে মাষ্টৰ—কৰতীয়াল পালে ফলাই তক্তা কৰিম—কেনে দেখা?

নৰেন্দ্ৰ : বৰ ভাল হ'ব—তক্তাত বহুত লাভ, খৰি কৰিলে কিনো লাভ।

দাস : ওঁ—এঁ—ভালকৈ গোৰাই ল'লে ঘুণেও নধৰে।

অসীম : ঘৰৰ চিলিঙৰ কাৰণে বৰ ভাল—
আপোনাৰ সেইজোপা বুঢ়া আম।

নৰেন্দ্ৰ : হয়, হয়, চিলিং বৰ ভাল হ'ব, মাটিতেল দিব লাগে।

দাস : ঠিক কৈছা মাটিতেল···ভাল মাটিতেল পালে এটিং যোগাৰ কৰি আনিবাচোঁন, মই ধাৰ নাখাওঁ—

নৰেন্দ্ৰ : শ্ৰীবিষ্ণু কিয় তেনেকৈ কয়—

দাস : নহয়, মই আকৌ কৃপণ মানুহ নহয়নে—

নৰেন্দ্ৰ : কৃপণ হ'বহে লাগে আপদালৰ [ গহীনকৈ ] গৰু-ম'হ, কৃপণৰ ধন বস্তু।

দাস : কিন্তু মই জানো কৃপণ? হয়নে মাষ্টৰ, মই হিচাপীহে।

নৰেন্দ্ৰ : হয় হয়, হিচাপীহে—মানুহ সদায় হিচাপী হ'ব লাগে।

দাস : হেঃ হেঃ হেঃ শুনিলা নহয় মাষ্টৰ। বাৰু বাৰু মই উঠোঁ এতিয়া—গধূলাৰ সাজ দুখীৰ দুখী ভাবেই আমাৰ ঘৰতে নিমন্ত্ৰণ। মাষ্টৰ, —অফিচাৰ বোপাক লৈ যাবা।

নৰেন্দ্ৰ : নিশ্চয় যাম, নিশ্চয় যাম—

দাস : হেঃ হেঃ হেঃ মই তাকে ছোৱালীজনীক বকিলোঁ—তইনো বাৰু আলহী বোপাকো নিমন্ত্ৰণ কৰি যাব নাপাৰনে—এইবিলাক ছোৱালীয়ে কেনেকৈ ঘৰ ধৰিবগৈ।

নৰেন্দ্ৰ : নাই নাই—তেওঁৰ গাত দোষ নাই আমিহে ইচ্ছা কৰা নাই—নহয়নে অসীম।
[ অসীমে নকৰৈ গলা পৰিষ্কাৰ কৰে ]

দাস : হেঃ হেঃ হেঃ—বাৰু যাওঁ—সোনকালে যাবা।

নৰেন্দ্ৰ : হুঁ হুঁ হুঁ—
হুঁ, হুঁ হুঁ······
জাক পাতি পানী আনে মেনকা নে উৰ্বশী
খোজৰ ভৰত কঁকাল হালে জালে চিনিছোঁ
ঐ চিনিছোঁ হুঁ হু হুঁ······

অসীম : হে ব্ৰহ্মা, বিষ্ণু, গোপাল, গোবিন্দবল্লভ লাক, এক বাজিল খবৰ আছেনে? শুবলৈ নিদিবি?

নৰেন্দ্ৰ : শুম? কেনেকৈ শুম? তাহানিৰ গোটেই গান আৰু কবিতাবোৰে জুমুৰ নাচ দিছে মনৰ মাজত—মানে "তাঁতৰ দোৰেপতি, চলাই ঘনেপতি" গানটো মনত আছেনে? তাহানি যে।

অসীম : ওচৰত লাইটপ'ষ্ট থকা হ'লে এটা উঠাই আনি তোৰ মুৰটো মই দুডোখৰ কৰিলোঁ-হেঁতেন। তই এটা ব্লাডিভণ্ডক্।

নৰেন্দ্ৰ : এঁ্যা!

অসীম : হামবাৰ্গ···

নৰেন্দ্ৰ : এঁ্যা! কিয় তেনেকৈ কৰ অসীম। মোৰ বৰ দুখ লাগে অ'।

অসীম : অথনি দাসৰ লগত তোৰ ডায়লগ্‌খিনি টেপৰেকৰ্ড কৰি তোক শুনাবৰ মন আছিল।

নৰেন্দ্ৰ : টেপৰেকৰ্ড কিয়, পাৰ যদি ৰেডিঅ'ত প্ৰচাৰ কৰি দে। ড্ৰামা কৰি দে।

অসীম : লোকে জীয়েকৰ দোষ ধৰি কিবা এষাৰ কৈছিল, তোৰ বাৰু কি গৰজ পৰিছিল— [ ভেঙুচালি কৰি ] "নাই, নাই, তেওঁৰ গাত দোষ নাই নহয়"—বুলি দিকেও কৰিবলৈ।

নৰেন্দ্ৰ : ঠিক ঠিক। ছি, ছি, ছি—মই তেনেকৈ কৈছিলোঁনেকি?

অসীম : জানোৱাৰ। নট ঢিলা হৈ গ'ল খন্তেকতে। দেউতাকে ছাগৈ কি ভাবিলে।

নৰেন্দ্ৰ : ছি, ছি, ছি, মই···ছি···ছি

অসীম : ভাত খাবলৈ নিমন্ত্রণ দিছে ভদ্রতাৰ খাতিৰত—"নাই নালাগে—এইবাৰ থাওক" বুলিহে ক'ব লাগিছিল—"নিশ্চয় যাম নিশ্চয় যাম" বুলি জঁপিয়াই উঠিছিলি কিয় ?

নৰেন্দ্র : ছি ছি ছি—অ' তই কাঁহ এটা মাৰোতেই মোৰ গাটো চেবাইছিল—ক'ৰবাত কিবা লেঠা লাগিল—ছি ছি ছি

অসীম : আৰু ফটকৰে তেল এটিঙ—সেই পইচা পাবিনে ?

নৰেন্দ্র : প্ৰেমৰ কাৰণে কবিয়ে বোখৰা চমৰকণ্ড দিব পাৰে—মইনো তেল এটিঙ···

অসীম : চুপ থাক। কবিৰ নাই কাৰণে দিব পাৰিছিল, তোৰ জেপৰ যাব। আঁকো— অথনি ভাত খাবলৈ যাওঁতে দৰ্মহা আৰু বাহিৰা পইচা কিমান পোৱা বুলি সোধোতে মই ৰেছিকৈ কৈছোঁ সি আধা কৰে।

নৰেন্দ্র : তই চুগুণ বঢ়াইছিলি নহয় ! ভাবী শহুৰক—

অসীম : ভাবী শহুৰ ? তোৰ দৰে কম দৰ্মহা পোৱা এটাক জোঁৱাই কৰিব গোবিন্দবল্লভে ? ফুঃ ! আৰু মোক টিউচনৰ বাবদ দিলেনে, তই জানিলি কেনেকৈ ? বুঢ়াই কি ভাবিলে মোক ?

নৰেন্দ্র : তই কিবা এটা কব অসীম,—বহুত ভুল হ'ল। গোটেই জীৱনটো ভুলেই কৰি আহিলোঁ/ অঙ্কৰ ভুল, জীৱনৰ ভুল। কিন্তু উৰ্বশীক পালে সকলো শুদ্ধ হৈ যাব।

অসীম : হেৰৌ মূৰ্খেশ্বৰ, মূৰ্খসম্রাট। তইনো বাৰু ভাইটিয়ে ক'লে বুলিয়েই গান গাইছিলি কিয় ? কবিতা মাতিলি—ভাল হ'ল। গান গালি কিয় ? জাননে তোৰ গলাতকৈ আমাৰ চকিদাৰৰ নেলু বহুত ওপৰত ?

নৰেন্দ্র : নাজানো। মইতো শুনা নাই। কিন্তু গান গোৱাৰ অধিকাৰ জানো ৰেডিঅ' আৰ্টিষ্টৰহে আছে। ঈশ্বৰে জানো আমাক সেই অধিকাৰ দিয়া নাই ?

অসীম : তই ৰেডিঅ'ত গোৱা হ'লেও ভাল আছিল। অফ্ কৰি থ'ব পাৰিলোঁহেঁতেন। কিন্তু তিনি চাৰিটা মানুহৰ কি যন্ত্রণা গ'ল—উৰ্বশী আৰু ভাইটিৰ ফিচিঙা-ফিচিঙি ভাগ্যে নেদেখিলিয়েই।

নৰেন্দ্র : অসীম—বন্ধু [ আবেগত ]

অসীম : কি ?

নৰেন্দ্র : [ শঙ্কিত সুৰত ] মোৰ গান শুশুনিলে যে তেওঁ ? [ আবেগ দি ]

"উজাৰ কৰিলো সাধনাৰ ধন
জানো যি গান
শুনিলেনে তেওঁ ?
শুনিলেনে বাৰু ?
দিলেনে কাণ ?

অসীম : আও—এয়া তোৰেই কবিতানে ?

নৰেন্দ্র : আজি আৰু কি ফাঁকি দিম ; কবি ৰবকাকতীৰ।—বুজিছ অসীম, উৰ্বশী সঁচাসচি উৰ্বশী।

অসীম : কেনেকৈ জানিলি ?

নৰেন্দ্র : নহ'লেনো এই পুঠিমাৰী গাঁৱত ধুলিৰ মাজলৈ আহেনে ?

নামিলা সিদিনা ধৰাৰ ধুলিত
আকাশী ৰূপৰ জেউতি
পৰশত তুমি ফুলালা সিদিনা
চম্পা, শেৱালি, সেউতী···

মন্দাকিনীত ঢউ নাচে হেৰা
ধাননিৰ ঢউ কঁপাতে
হাঁহি উঠে সউ পাৰিজাত বন
তুমি মোত হিয়া সঁপাতে···

অসীম : তেনেহ'লে এতিয়া ছুবন্টামান শুব পাৰো ?

নৰেন্দ্ৰ : এয়া দেৱকান্ত বৰুৱাৰ "উৰ্বশী মিলন"।

অসীম : ওঁ এটা লিখি লৈ আহিবি—এমাহ দুমাহ আহি গৈ থাক—গমৰ লাকও মাজে মাজে আনিবি।

নৰেন্দ্ৰ : কবিতা আৰু গমৰ লাৰু ?

অসীম : কাঞ্জিভৰম চে'ট এটাও—এতিয়াই নহয় এমাহ মানৰ পিছত।

নৰেন্দ্ৰ : আৰু শুৱালকুচি ?

অসীম : পিছত। লগতে হৰ'চক'পৰ নকলটোও

নৰেন্দ্ৰ : নকল হৰ'চক'প ?

অসাম : ওঁ চৰ্কাৰীটো হ'লেও হ'ব। এতিয়া শুই থাক।

বিৰতি

[ জীপ এখন আহি ৰয়। দৰ্জা খোলাৰ শব্দ ]

ভাইটি : বাইদেউ, বাইদেউ, লাক দাদা আহিছে।

উৰ্বশী : লাক বুলি নকবি, শুনিব। যাচোন বহিবলৈ দে।

ভাইটি : আ মোলৈ ফুটবলো আনিছে—মইযে কৈছিলোঁ।

নৰেন্দ্ৰ : ভাইটি

ভাইটি : আহক আহক দাদা,—সেইটো কি ? আপুনি নালাগে আনিব।

নৰেন্দ্ৰ : এইয়া কিবা কাঠত লগোৱা তেল। গধুৰ তুমি নোৱাৰিবা নিব।

ভাইটি : পাৰিম পাৰিম, মোৰ গাত খুব জোৰ আছে জানে ?

নৰেন্দ্ৰ : তেখেত ক'ত আছেনো ?

ভাইটি : বাৰীত। কৰতীয়ালৰ লগত কিবা হিচাপ কৰিছে। আমডাল কলাইছে নহয় !

নৰেন্দ্ৰ : বাৰু বাৰু, মা ক'ত ?

ভাইটি : চাহ কৰিছে কৰতীয়ালৰ কাৰণে।

নৰেন্দ্ৰ : বাৰু বাৰু,

ভাইটি : সোৰা বাইদেউ আহিছে আপুনি বহক, মই মাক খবৰ দিওঁ।

উৰ্বশী : আপুনি দেখোঁন বহা নাই। ভাইটি বিচনী এখন দিয়া। এয়া কি ?

নৰেন্দ্ৰ : নাই একো নহয়, গমৰ লাৰু কেইটামান। যোৱা ভাইটি মাক দিয়াগৈ।

উৰ্বশী : এয়া আকৌ কেলৈ ? এইটো দেখোঁন কাঞ্জিভৰম্ চে'ট। বাঃ পিঁয়াজি ৰংটো মোৰ বৰ পছন্দৰ।

নৰেন্দ্ৰ : সঁচা ? ময়ো ভাল পাওঁ—বুজিছা মানে বৰ ভাল পাওঁ। বুজিছা ?

উৰ্বশী : বুজিলে কি হ'ব ? দেউতাতহে কথা। আপুনি দৰ্মহাৰ কথাটো সেইবাৰ ইমান কমাই ক'লে কিয় ? ছাৰে ইমান চকু টিপিয়ালে।

নৰেন্দ্ৰ : এইবাৰ কৈ দিম ডাবল ইনক্ৰিমেণ্ট হৈছে। [ খৰমৰ শব্দ ]

উৰ্বশী : অ' সোৰা দেউতা আহিছেই। মই যাওঁ, চাহ আনোগৈ।

[ আঁতৰৰপৰা ওচৰ চাপি ]

দাস : অ' অফিছাৰ যোপা আহিছা বোলে ? উস্ বৰ বক্কা কৰিলা, বৰ বক্কা কৰিলা, ঠিক

সময়তে আহিছা। মাষ্টাৰ বোপাকো খবৰ কৰালোঁ, ঘৰত নাই।

নৰেন্দ্ৰ : হয়, ময়ো সোমাইছিলোঁ, অসীমক নাপালোঁ। বজাৰলৈ গ'ল বুলি ক'লে চকিদাৰে।

দাস : বাক তুমি আহিলা যেতিয়া কিহৰ ভয়। এই বোজা লৈ ফুৰাইছোঁ। লোৰা ডেৰটকা ধৰিবা কিউবিকত।

নৰেন্দ্ৰ : এইবিলাক—এইবিলাক কিহৰ কাগজ?

দাস : সেই যে আমজোপা, আজি ফলোৱা হ'ল। বহুত তক্তা ওলাল। অ' এইটো আকৌ কি?

নৰেন্দ্ৰ : মাটি-তেল।

দাস : হাঃ ঠিক সময়তে আনিছা। বেছ মনত ৰাখিছা দেই। বেছ, বেছ। ক'তা! তোমাক চাহ দিয়া নাই। হেবা ক'তা?—বোপাক চাহ জলপান দিয়া নাই? নতুন দৈৰ টেকেলিটো ভাঙা, মুখৰ দৈ দিবা। শুনিছানে? উৰ্বশী।

উৰ্বশী : গৈছোঁ; দেউতা,

দাস : ক্ৰীমখিনি। কালি অনা ক্ৰীম আছে নহয়? ওঁহ ওঁহ, বোপা কৰতীয়াল বৈ আছে লাগি যোৱা। সিহঁতে ভাবিছে মোক ঠগিব পাৰিব? হেঃ হেঃ হেঃ স্বয়ং ফিল্ড পাৰলিচিটি অফিচাৰ মোৰ ঘৰত হুঃ। চকু কেইটা বাদ দিবা সিহঁতে তাকো ধৰিছে।

নৰেন্দ্ৰ : নাই, নাই, চকু কিয় ধৰিব।

দাস : ঠিকেই কৈছা। চকুকেইটাৰ কিন্তু ভাল খুবলি হ'ব।

নৰেন্দ্ৰ : নিশ্চয়, আক খুবলিৰ দামো আছে।

দাস : ঠিক কৈছা, ঠিক কৈছা। বাকলি কেইখনো বাদ দি ধৰিবা। কাপোৰ খোৱা পাট হ'ব কিন্তু।

নৰেন্দ্ৰ : হয় হয়, কাপোৰ খোৱা পাট বৰ ভাল হ'ব।

দাস : অ' সৌৱা চাহ-জলপান আনিছে। তুমি খোৱা—হিচাপটোও কৰা—মই কৰতীয়ালৰ ওচৰলৈ যাওঁ।

[ খৰমৰ খোৱাৰ শব্দ ]

মাক : চাওঁ উৰ্বশী, টেবিলখন কাষ চপাই দে। ভাইটি ক'লৈ গ'ল—বিচনীখনেৰে মাখিবিলাক খেদি দে। মাখিৰ বৰ উৎপাত।

নৰেন্দ্ৰ : হয় হয়, ক'ব লাগিছেনে বৰ উৎপাত, মানে উপদ্ৰৱ।

মাক : বোপা বৰকৈ ঘামিছা—গৰমো পৰিছে বৰ —খোঁৱাচোন বোপা, দৈখিনি আগতে খোৱা।

নৰেন্দ্ৰ : হয়, বৰ গৰম, বেছ গৰম।

মাক : চাহৰ কাপটোহে লৈছা দেখোঁন, দৈখিনিহে খাব লাগে।

নৰেন্দ্ৰ : মানে দৈৰ আগতে চাহ খাব লাগে।

উৰ্বশী : গৰমেহে গৰম কাটে মা।

মাক : আগধৰি খাই লোৱা। পিছত সেইবিলাক হিচাপ-পত্ৰ কৰিবা। দেউতাৰো যে কি আই, ল'ৰাজন আহি পাইছেহে, ইমান দূৰৈৰপৰা, দিছে হিচাপ লোপা।

নৰেন্দ্ৰ : নাই, নাই, একো নহয়······

উৰ্বশী : নহয়নো কি, দেউতা যে কি মানুহ, দৈ দে ক্ৰীম দে—সাতখন গাঁৱে শুনাকৈ চিঞৰিব লাগেনে, যেন আমি নিদিমহে।

মাক : বেয়া নাপাবা বোপা, মানুহজনৰ এই স্বভাৱ আহিবৰ দিনৰপৰা দেখিলোঁ। ইপিনে মানুহে কয় কৃপণ।

নৰেন্দ্ৰ : নাই নাই, একো নহয়। সবল মানুহ। কোনে কৈছে কৃপণ?

মাক : সেয়া দেখিছনে উৰ্বশী—বোপাই ভালকৈ খাবই পৰা নাই—কি হিচাপবিলাক দিছে—সকলোৰে সকলো অঙ্ক ভাল নেপায় নহয়।

নৰেন্দ্ৰ : নাই—নাই—অঙ্ক মই বৰ ভাল পাওঁ—কাঠৰ অঙ্ক যে পানী খোৱাদি খাওঁ—হেঃ গগৈ ছাৰৰ অঙ্কহে······হে অৰণ্যে বান্দৰে বাঁহত উঠা, তেলদিয়া বাঁহত—তেল নিদিয়া বাঁহত হ'লে কথা নাই।

মাক : গমৰ লাকটো খোৱাই নাই। তুমি অনা গমৰ লাক। এইবাৰৰখিনি ডাঙৰ আৰু ৰংটোও ভাল। ইয়াত এইবিলাক বস্তু নেপায় নহয়। দামো পৰিছে ছাগৈ।

নৰেন্দ্ৰ : অ' অ' দাম? নাই, কিউবিকত ডেৰ-টকা।

উৰ্বশী : কিলোত ডেৰটকা? বৰ সস্তা দেখোঁন।

মাক : মই শুনিলোঁ কিলোত ডেৰটকা।

নৰেন্দ্ৰ : নহয় নহয় গোটে বাৰ অনা মান ছুটাত ডেৰটকা।

মাক : বাৰু তুমি খোৱাচোন, মই দেউতাকলৈ চাহ পঠিয়াওঁ।

উৰ্বশী : আপুনি নোখোৱা দেখিলে দেউতাই আমাক বাকিব। যদি হিচাপটো খেচেৰা পাইছে, ছাৰক মাতি দিওঁ। ভাইটিও গ'ল ফুটবল লৈ—

নৰেন্দ্ৰ : নাই নাই অসীমে যি পাৰে ময়ো সেইখিনি পাৰোঁ। বুজিছা উৰ্বশী, সেই প্ৰথম দিনা যে তোমাক দেখিছিলোঁ সেই ৰাতি মই শুবই নোৱাৰিলোঁ।

উৰ্বশী : ময়ো।

নৰেন্দ্ৰ : তুমিও?

উৰ্বশী : ই—মান দাঁতৰ বিষ, নতুনকৈ গজিছে।

নৰেন্দ্ৰ : উ উ উ—'উইজডমটুথ'?

[ খৰমৰ শব্দ ]

উৰ্বশী : দেউতা আহিছে—আপুনি খাওক, মই তামোল আনো।

দাস : হ'লনে বোপা হ'লনে? চাহ খালানে? দিয়া মিস্ত্ৰিক লাগেই—এইবিলাক দেখোঁন একো খোৱা নাই।

নৰেন্দ্ৰ : খাইছোঁ খাইছোঁ, বহুত খালোঁ।

দাস : হিচাপটো খেচেৰা পাইছা যদি কোৱা মই মাষ্টৰক মতাওঁ—

নৰেন্দ্ৰ : নাই নাই—অঙ্ক মই বৰ ভাল পাওঁ।

দাস : ঠিক কৈছা, মোকো তাকেহে লাগে। মই উৰ্বশীক কওঁ—ল'ৰাটোকো কওঁ—অঙ্ক জনা মানুহেই আচল—কাঠৰ হিচাপো এটা অঙ্কনে?

নৰেন্দ্ৰ : হয় হয়, কাঠৰ হিচাপনো কি?

দাস : মিস্ত্ৰিয়ে মুখে মুখেই উলিয়াই—

নৰেন্দ্ৰ : মুখে মুখেই পাৰি চকু আৰু বাকলিৰ কাৰণেহে।

দাস : বাৰু বাৰু, হ'লেই তুমি পঠিয়াই দিবা মই যাওঁ—

[ খৰমৰ যোৱাৰ শব্দ ]

উৰ্বশী : গ'লনে দেউতা? কৈছো নহয়, দেউতাৰ-পৰা আমাৰ উপায় নাই—দি দিয়ক কিবা এটা কৰি—দেউতাই ভৰক এসোপা।

নৰেন্দ্ৰ : ছিঃ নাপায়—এয়া হৈছেই নহয়। তুমি এটা কাম কৰা—মই হিচাপটো টুকি লৈছোঁ—অসীমকো দেখুৱাম। মানে কনচাণ্ট্ কৰিম। তুমি এই হিচাপটো দেউতাক দিয়াগৈ।

উৰ্বশী : আপুনি যায় তেনেহ'লে?

নৰেন্দ্ৰ : আকৌ আহিম—অসীমৰ তালৈ যাওঁ।

উৰ্বশী : আহিব কিন্তু।

নৰেন্দ্ৰ : নিশ্চয়—নিশ্চয়।

[ বিৰতি ]

[ গাড়ী ৰখাৰ শব্দ—হৰ্ণ ]

নৰেন্দ্ৰ : অসীম আছনে? অসীম?

অসীম : নাক? আহ, আহ।

নৰেন্দ্ৰ : ক'ত মৰিছিলি?

অসীম : এই বজাৰ অলপ।

নৰেন্দ্ৰ : [ নাসি কাৰ চাপি ] হোঁ—ল—এই সোপা। পানী এগিলাচ—আগতে।

অসীম : পানী কলহতে আছে। লৈ খা। এইয়া কি? হৰচকোপ্?

নৰেন্দ্ৰ : [ পানী দিঙিত বাকি ] হৰচকোপ্? মাই দিয়াৰ ফ্ৰেণ্ড! কাঠৰ তক্তাৰ হিচাপ। চাচোন হিচাপটো। এজোপা গছত ইমান কাঠ থাকেনে? তাকো এই ব্ৰহ্মকুপণৰ ঘৰত? উস কি কৰাইচ-কাঠৰ চেন্দেল পিন্ধি খটপ্ খটপ্ কি চেঙেলিং। অন্ধ পৰা মানুহহে খাটি মানুহ—বাকীবিলাক নকল।

অসীম : এইখন—এইখন তই কি হিচাপ কৰিলি? খালি......খালি......

নৰেন্দ্ৰ : কি হ'ল? বহুত হ'লনেকি? মই ছুইৰে হৰণ কৰি দিছোঁ নহয়।

অসীম : খালি, খালি, খালি, বৰহমবধী, গোবিন্দ-বল্লভক ভাল এই কামোৰ মাৰিলি।

নৰেন্দ্ৰ : কামোৰ? এঁ? তই কামোৰ বুলি কৈছ?

অসীম : মোৰ ছকুৰি ৰূপৰ ধাৰ শুজিলি ঐ এইখন দেখোন বৰ্গফুট কৰিলি!

নৰেন্দ্ৰ : তত্তাযে!

অসীম : সৰ্বনাশ টকা দিলেইনেকি?

নৰেন্দ্ৰ : জানো দিব পায়। তই লৰমাৰচোন পাৰ যদি কিবা এটা কৰ। মইতো আৰু সেইখন ঘৰত মুখ দেখুৱাব নোৱাৰোঁ।

অসীম : [ হো হোৱাই হাঁহি ]—ছুইৰে হৰণ কৰিলি কিয়?

নৰেন্দ্ৰ : বহুত হোৱা যেন লাগিল। তই লৰদে। অসীম, বধ লাগে। মই আৰু নমস্কাৰ, চিৰ বিদায়।

অসীম : ধেৎ এতিয়াও সাহিত্য? কিয় উৰ্বশী? "হাঁহি উঠে সৌ পাৰিজাত বন, তুমি মোত হিয়া সঁপাতে" বুলি গাইছিলি নহয়?

নৰেন্দ্ৰ : নহ'ল ভাই—উৰ্বশীক কবি—তেওঁ যেন মোক পাহৰি যায়—আৰু দাঁতৰ বিষহে।

অসীম : দাঁতৰ বিষ?

নৰেন্দ্ৰ : মানে উইজ্‌ডম্ টুথ।

অসীম : তেন্তে উৰ্বশী বিদায় হৈয়ে থাকিল, মিলন নহ'ল?

নৰেন্দ্ৰ : কৃপণ বুঢ়াই এই ভৰণী নক্ষত্ৰক জোঁৱাই কৰিবনে? নেভাৰ, নেভাৰ। তই আগতে ছকুৰিৰ এতিয়া কেইকুৰি ধন বাহি কৰি দিছ —তইহে আচল, আমি নকল।

অসীম : ( হো হোৱাই হাঁহে। )

নৰেন্দ্ৰ : হাঁহিছ তই?

অসীম : ধেৎ—হাঁহি উঠিছে—তোৰ কথাত। কিন্তু উৰ্বশীক কি বুলি কম?

নৰেন্দ্ৰ : ক'বি

"প্ৰেম নিবেদন কৰুণ আমাৰ
অক্ষমতাৰ লাজতে।"

অসীম : আঁ, আঁ, কি ক'লি?—অক্ষ নোৱাৰাৰ লাজতে?

# মৰাহাতী

ফণী তালুকদাৰ

অসমৰ এটা অতি পুৰণি কুটীৰ শিল্প হাতী-দাঁতৰ কাম। এই শিল্পক ব্যৱসায়িক ভেটিত লৈ পুৰুষানুক্ৰমে জীৱন নিৰ্বাহ কৰি আহিছে বৰপেটাৰ কীৰ্তনঘৰৰ দাঁতিৰে এটা চুবুৰীৰ কেইঘৰমান মানুহে। এই মানুহখিনিৰ জীৱন, বৰপেটাৰ কীৰ্তনঘৰক কেন্দ্ৰ কৰি গঢ়ি উঠা কলা সংস্কৃতি আৰু জীৱন ব্যৱস্থাৰ ঐশ্বৰ্যমণ্ডিত ঐতিহ্যৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত। বৰপেটাৰ সামাজিক জীৱনৰ পটভূমিত আৰু পৰিৱৰ্তিত সময়ৰ পৰিপ্ৰেক্ষিতত হাতী-দাঁতৰ শিল্পক জীয়াই ৰখাৰ সংগ্ৰামৰ কাহিনী।

চৰিত্ৰ ঃ

সভাপতি
সম্পাদিকা
কমৃলে
ৰাধা
নন্দ
মনো
মীনা
সীতা
মাক
হুৰ্ু
যাদৱ
ৰাঘৱ
বিলাস
অৰ্জুন

( বৰপেটাৰ স্থানীয় শিল্পীসকলেই এই নাটকৰ চৰিত্ৰসমূহ অভিনয় কৰে। আঞ্চলিক বৈশিষ্ট্য ৰক্ষাৰ কাৰণে পৰীক্ষা-মূলকভাৱে নাটকত বৰপেটাৰ কথিত ভাষাকে ব্যৱহাৰ কৰা হৈছিল। )

প্ৰথম প্ৰচাৰ ঃ ১৯৭২

ঘোষক-: আকাশবাণী, গুৱাহাটী: নিবেদন কৰা হৈছে বৰপেটাৰ হাতীদাঁত শিল্পৰ পটভূমিত ৰচিত এখন নাটক। বৰপেটাতেই স্থানীয় শিল্পীৰ দ্বাৰা অভিনীত কৰাই নাটখনিত আৱশ্যকীয় শব্দ আৰু সংগীতাংশ আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰত সংযোগ কৰা হৈছে। ৰচনা আৰু প্ৰযোজনা—ফণী তালুকদাৰৰ। নাটকৰ নাম মৰা হাতী।

[ শ শ শ্ৰোতাৰ হাত চাপৰিৰ শব্দ ]

সভাপতি: সমবেত ৰাইজ, কথাতে কয় যে মৰা হাতীৰ লাখ টকা দাম। অসমৰ বৰপেটা অঞ্চলত হাতীদাঁতৰ সূক্ষ্ম কাম কৰা শিল্পী-সকলেও অভাৱ অনাটনৰ মাজত, বিৰূপ পৰিস্থিতি নেওচি কেনেদৰে মৰি মৰি জীয়াই থাকি অসমীয়া শিল্পৰ খিয়াতি যাউতিযুগীয়া কৰিছে, সেয়া আপোনালোকে জানে। আমাৰ অসমৰে গৌৰৱময় কথা যে 'নন্দদুলাল'ৰ নিখুঁত কামৰ এই মূৰ্তিটোৰ বাবে বৰপেটাৰ ডেকাশিল্পী নন্দমোহনে সদৌ ভাৰত হস্তশিল্প প্ৰদৰ্শনীৰ প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰিছে।

[ শ শ লোকৰ হাত চাপৰি ]

তদুপৰি নন্দমোহনৰ গুৰু শিল্পী ৰাধাকান্তই গঢ়া 'গুৰুজনাৰ আসনে' এটি বিশেষ পুৰস্কাৰ পাইছে। এয়া আপোনালোকৰ সমুখত বৰ-পেটাৰ হাতীদাঁতৰ শ্ৰেষ্ঠ প্ৰবীণ শিল্পী ৰাধাকান্ত দাস।

[ হাত চাপৰি ]

সম্পাদিকা: ষাঠি বছৰীয়া এই শিল্পী গৰাকীয়ে কিমান ত্যাগ স্বীকাৰ কৰি এই শিল্প জীয়াই ৰাখিছে, সেই কাহিনী শুনিলে আচৰিত নহৈ নোৱাৰিব। ধৰ্মপ্ৰাণ ৰাধাকান্ত দাস বৰপেটাৰ কীৰ্তন ঘৰ, সত্ৰ আৰু নিজৰ হাতৰ কাম লৈ আজিও ব্যস্ত। তেওঁৰ অপূৰ্ব সৃষ্টিৰ আঁৰৰ কাহিনী প্ৰাণস্পৰ্শী অথচ উৎসাহজনক।

[ বহুতে 'কওক, কওক আমি শুনিব খোজোঁ' ]

পটভূমি: বৰপেটাৰ কীৰ্তন ঘৰৰ মঠৰ চোতাল। পুৱাৰ প্ৰসঙ্গৰ সামৰণি পৰিছে। এজন দুজনকৈ ভকত ওলাই মঠৰ চোতালত কঠ পাৰি বহি কথা পাতিছে, কোনোৱে ঘৰলৈ গৈছে। কীৰ্তন ঘৰৰ প্ৰসঙ্গত যোগ দিয়া 'বাপুসকল' আৰু 'আইসকলে' নিতৌ পুৱা মঠৰ চোতালত, জ্ঞানৰ খটখটিত বহি সুখৰ দুখৰ কথা পাতে, সাধাৰণ মানুহৰ দৰে ঘৰ-ঘৰোৱাহ, চাটী-চবুৰীয়াৰ বিষয়ে সু-কথা কু-কথা কোৱাকুই কৰে। এনে এচাম লোকৰ ভিতৰতে আমাৰ ৰাধাকান্তও এজন। বয়স পঞ্চাশৰ দাঁতি কাষৰত। মঠৰ চোতালত কথা পতাৰ লগতে তেওঁ কিন্তু হাতেৰে আন এটা কাম কৰি থাকে, সদায়। হাতীদাঁতৰ টুকুৰা, বেতি আৰু ধাৰ থকা কটাৰী এখন লগত লৈ আহে। তাৰে সৰু, ধুনীয়া, আপুকগীয়া কাম কৰে। তেওঁ জগন্নাথ পুৰী ভ্ৰমণ কৰি অহা আজি দহবছৰমানেই হয়। তেতিয়াই ক'ৰবাত এই হাতীদাঁতৰ কামৰ নিচাটো মগজুত সোমাল চাগে। লগৰ বাপুসকলে নানা কথা কয়, তথাপি তেওঁ সেয়া

নেৰে। তেওঁ কয় যে হাতীদাঁতৰ কলীয়া ঠাকুৰ-গোসাঁইৰ আসন এখন কৰি দিব পাৰিলেহে তেওঁৰ মনে শান্তি পাব। কিন্তু হাতীদাঁত কুটি কুটি গুৰুৰ আসন! তাতে আকৌ বছৰটোৰ তিনিভাগ সময় বেপাৰৰ কাৰণে নাৰেৰে আঁতৰত থাকিব লাগে। এভাগ সময়ত ঘৰখন চোৱা, স্কুলত পঢ়া ল'ৰা-ছোৱালীহালৰ কথা আছেই। বৈণীয়েক থকা নথকা একেই, বেমাৰী। তথাপি ঘৰপেটাত থকা দিনকিটা পুৰা কীৰ্তন ঘৰলৈ যাবই, প্ৰসঙ্গৰ পিছত মঠৰ চোতালত খন্তেক বহিবই।

[কীৰ্তন ঘৰৰ দামামাৰ শব্দ শুনা যায়]

কমলে : কি এ ৰাধাকান্ত, তোৰ হাতীদাঁতৰ গুৰু আসন কেথেন হব?

ৰাধা : হব একদিন।

কমলে : তয়ো আৰো। দিনে পুৱাৰ প্ৰসঙ্গৰ পাছতে মঠৰ চোতালত বহি হাতীদাঁতৰ কামতে ব্যস্ত। ভাতকৰি নাও এখনকে কাটলি আজি এক বছৰত বেপাৰতে লগাবা পাৰলিহে।

ৰাধা : তামুল আছে নাকি এ কমলে।

কমলে : আছে ৰ। পুৰী জগন্নাথ ঘূৰি আহাৰ পেনে লাগছা নহয়। কিমান বছৰযে হ'ল—

ৰাধা : দহ বছৰ, বহি লচুন।

কমলে : ক'ত বইহবা পাৰা ৰাধা। এই ডাঙৰ আপিটুৰ আহুজৰ সময়। মাতি পঠাইছে। মায়েকে খেচ্‌খেচে থাকে।

ৰাধা : কি কৰ্‌বি কমলে সংখাৰৰ ধৰ্মই সেনে—

কমলে : হইদে, কইলা ঠাকুৰে আমাৰ কালেহে মুৰ তুলি নাচই।

ৰাধা : চবৰে কিবা নহয় কিবা আছেই।

কমলে : স লো, ৰাধাকান্ত, চূণহে কম হ'ল নাকি?

ৰাধা : তই এখেনো চবে খাবা পাবা নাকি? মোৰ দাঁতকেইটা যাৱাবলিয়ে ধৰ। চাওঁ তোৰ চুৰিখেন দি তামুলখেন চুকি লউ।

কমলে : হাতত দেখুন এখেন চুৰি আছেই।

ৰাধা : বাপ্‌পাৰে কি কথা কৰা কমলে। গুৰু আসন কাটি থাকা ছুৰিখেনেদি খাৱা তামুল চুকিম? পাপত ডুবি মৰিম দেখুন।

কমলে : এই পাপ পাপ। পাপৰে দেখুন ৰাজ্য হ'ল। সেই কলা বেপাৰীক দেখছা? ভায়েকক ঠগ্‌লাক, [ফুচফুচাই] সিকালে দণ্ডি মাহাজনৰ লগ লাগি আফিঙৰ কাৰবাৰো কৰে বলে— [ডাঙৰকৈ] পাছে, পাছে কি হৈছে, তাৰ চুন ছলিয়ে পলিয়ে, টাকাই পইচাই জয়জয় ময়ময়।

ৰাধা : হকৃদে সিজন্মত পুণ্য কৰ্‌ছিল।

কমলে : থ ৰাধাকান্ত, তোৰ কথা। ঐ, সি জন্মত পুণ্য কৰ্‌লি, ইজন্মত চুৰ ডকাইত হৈ টাকা কৰ্‌বা সুবিধা পায়নাকি?

ৰাধা : হ তোৰ ছুৰিখেন। কইলা ঠাকুৰে চব দেখি আছে বুজ্‌ছা কমলে। চাইবি শেষত কি হয়।

কমলে : সিটুও সঁচা। তথাপি দেচু মোকে চা—কি হ'ল, ডাঙৰ আপিটু বিয়া দিলু, বাৰে বাৰে ছলি হয় আৰো মৰে। আজি এই পুৱাই ভাইৰ নামতে তেল একপোৱা দিলু। কিন্তু পাপ মই কৰ্‌চু ক তই জানাই। আৰো তোৰে কি হ'ল? ঘৰ্ণেটু জীয়াতে মৰা। আপাটু, কি নাম তাৰ?

ৰাধা : মনো।

কমলে : অ' মনো। কেইবাৰ ফেল মাৰ্‌লাক্‌? কৰ্‌বো কি সি? কিতাপ কিনি দিছাছু

কেইখন ? আৰো পৰেহু কেখন ? ভাত খাওঁতে ভাৰ দেহা কলা পৰি যাবা ধৰ্‌ছে।

ৰাধা : আপিটু সীতাই পাবা হৈছে—ৰান্ধ্‌বা—

কমলে : হৈছে দে, মুখ টিপ্‌লি গাধীৰ ওলৰ। সিদ্‌নাৰ আপি—

ৰাধা : হ'লদে বাৰ তেৰ বছৰ। অ' কমলে, বহ পাছে ভই এইবাৰ কিমান লাভ কৰ্‌লি—

কমলে : বেপাৰত ? এ চুৰ, চৰ চুৰ। ভাইগাৰ বেপাৰ ৰৰপেইটাই কৰবো ? কাক কুনি গলত ছুৰি বহবা পাৰে, তাকেহে চাই থাকে।

ৰাধা : এ সিটু আৰো কৰা লাগেনা ? পাছে ৰৰপেইটা বুলি নহয় দে, অসমীয়া জাতিৰে সিটু গুণ। সিখুস্তি নেদেখছা কাঞ্চা—মাৰোৱালী, দেহোৱালী, বাঙালীয়ে চৰ বেপাৰ হাত কৰি ফেলছে।

কমলে : অ' হবা পাৰে দে। ভইতো উজান ভাঠি চৰ মাৰ্‌ছা। যাৱাবছৰ উজানকো গেইছিলি নহয় ?

ৰাধা : অ' হাতীৰ দাঁত বিচৰি কাজিৰঙাৰ কাম পাইছিলু।

কমলে : কায়ো মৰে হাড়ে হাড়ে, কায়ো মৰে মাঙাহৰ ভাবে। আমি বেপাৰত ছুপইচা পাৱাৰ ভালতে বঙ্গালী ৰৰনগৰ ঘুৰি ফুৰু। আৰু ৰাধাকান্ত ভই যা হাতীৰ দাঁত বিছৰিবা।

ৰাধা : এ কম্‌লে, ভালকে যদি কৰবা পাবা, কুনবাদিনা এই হাতীৰ দাঁতৰ কামেও ছুটা পইচা দিব।

কমলে : তোৰ আথনখেন কৰাতে দেখুন ইমান দিন লাগিল।

ৰাধা : নহয় কনি, জঁটভঙা, বালা, সিন্দুৰৰ টৌৰা কৰি উজানত যাৱা বছৰ ছয়কুৰি পাইছু।

কমলে : এহ হইনাকি ? তেনেহলিচুন বয়া নহয়।

ৰাধা : পাছে কথা হ'ল দাঁত পাৱা টান। তাতে বহি লাগি থকা মানুহো নাই। ভাইটুতো বিয়া পাগলা। বোলু ৰ অলপ টাকা জমা হক। ছলিটুকে কৈছিলু শিখ, নাই, মন নাই। পাছে তোৰ ভাতিজাটুৰহে মন ৰেছি।

কমলে : নন্দৰ কথা কৈছা ? আমাৰ নন্দ।

[ হঠাৎ নন্দই হাত দিয়ে ]

নন্দ : খুড়া, মাতছিলি ?

কমলে : ঐ নাম কৰাতে কৰপেন ওল্‌লি এ ? পঢ়া-শুনা নাই ? মঠৰ চতলোত তোৰ কি কাম ?

নন্দ : নহয়, মই সদায় আহু নহয়।

কমলে : কিয়, কিয় আইহ্‌বি ? কেউলাৰ বাহাৰ দৈ বকা চাউল খাবা আহা। ঘৰত খাবাৰ নাই ? দেখছাহ না ৰাধা, এই মাউৰা ভাতিজাটুক লৈ, মোৰ মৰণহে হৈছে।

ৰাধা : কিয়নু কৰা সেনেকে ? মই হাতীদাঁতৰ কাম কৰা সি চাই থাকে। সি বলে শিখবা খুজে।

কমলে : হৈছে হৈছে উল্‌টবো। পোৰবা নৰে, বেপাৰ কৰ্‌বা নৰে, সি হাতীৰ দাঁতেদি মোক ৰাজা কৰ্‌বো।

নন্দ : মই যাউঁদে ?

কমলে : হেই ৰ, ক'ক যাবি এখেন ?

নন্দ : মনো আছে—সেই ভাতে।

ৰাধা : যাওক দে।

কমলে : যা, খাবি আৰো ঘুৰ্‌বি, আৰ কি আছে ?

ৰাধা : কিয়নু গালি পাৰি থাকা ? হবো দেচুন। কিমানহু বয়হ হৈছে ?

কম্‌লে : এহ বিয়া কৰি দিলি ছলিৰ বাপেক হ'ব। যোল্ল-সতৰ বছৰ হ'ল তথাপি এটা দায়িত্ব নাই।

ৰাধা : হ'ব ভাল ডাঙৰ হলি।

কম্‌লে : হ'ব হ'ব। বুজা গেইছে। যি মুলা বাবে, তাৰ চুই পাততে চিন। মই যাউ দে, তোৰ কথা বেলেগ।

ৰাধা : যা—কালি মই বেপাৰক যাম। লগ নাপম কেইদিনমেন। মনোকো লৈ যাম, বেপাৰ-চেপাৰকে শিকক।

কম্‌লে : আমাৰ বংশধ্বজকো নেনা কিয় ?

ৰাধা : নন্দক ?

কমলে : অ'—

ৰাধা : নিবা পাক। আমাৰ মনোবো বৰ লগ। যাবা দিয়া যদি, কালি পুৰাই অলে আইহ্‌বা দিবি। মৰা নদীৰ ঘাটত—ৰামপ্ৰসাদ উকিলৰ সিথিনিত।

কম্‌লে : চাউচোন।

মনো : [ সোৰি আহি ] খুৰা, যাবা দিবি নন্দক। বৰ ভাল হ'ব।

কম্‌লে : ব' ভাবি চাউ। সি বা কি ভাবে—ভাবে নাকি বেপাৰত লগোৱা বলি। আৰো আমাৰ হাটীৰ মান্‌হে বা কি কয় ?

নন্দ : [ দুৰৰপৰা ] কি ক'ব ? মই যাম। হাটীৰ মান্‌হে কিবা মোক খুৱে থাকৃব না। মই বেপাৰো শিকিম, ৰাধা খুৰাৰ হাতীৰ দাঁতৰ কামো শিখবা পাবিম।

কম্‌লে : হই নাকি ? অ' ভাবি চাউ বহ। ৰাধা যাউ দে। গোধ্‌লা তোক লগ ধৰি ক'ম—কি কক। পাছে বেপাৰৰ পেন ঘূৰ্‌বি কেথেন ?

ৰাধা : কীৰ্ত্তনৰ সময়ত, নাওখেলা বল্লি মৰ্‌বা পাৰে নহয় আহন।

কম্‌লে : নন্দ—আহ যাবি নাকি ?

নন্দ : পাছত যাম।

কম্‌লে : অ' হ'ব দে।

মনো : নন্দ নায় ?

নন্দ : তই যা। মই অলপ চাউ—খুৰাই আথন কাটা।

[ খুত খুত শব্দ ]

নন্দ : খুৰা, সঁচাই মোক নিবি ?

ৰাধা : অ'—তই আছাই নাকি ? অ' ক'ক যাবি ?

নন্দ : বেপাৰক—মনোৰ লগত।

ৰাধা : অ' কম্‌লে যাবা দিলি যাবি। পাছে দোতাৰাটু লবি, তই বলে ভাল গাইবা পাৰা—মনোই কৈছিল।

নন্দ : মোক হাতীৰ দাঁতৰ কাম শিখবি খুৰা ?

ৰাধা : শিখউ বল্লিতো শিখবা নবি। শিখ্‌বাৰ আগ্ৰহ থাক্‌বা লাগব। চাই থাক্‌বি আৰো নিজেও অলপ-চলপকে কিবা কাটি থাকবি।

নন্দ : হাতীৰ দাঁত ক'ত পাম ?

ৰাধা : সেয়েতো হৈছে কথা। আগে চৰকাৰে দিছিল অলপ-চলপ। পাছে আচামৰ বাহিৰৰ বেপাৰী গেলাখেনে বেছি দাম দি লৈ যায়। চুৰ-তাবি কৰি কিমান দিন চলবি ?

নন্দ : হলিও খুৰা, হাতৰ বিদ্যা জীয়ে ৰাখবাই লাগবো। বৰপেটাৰো নাম দেচুন। আচামৰ কতো নাজ্‌নে, একলা তুহাৰ ঘৰতে হে জানা।

ৰাধা : মনোৰ মন নাই সিমেন। মায়কে কয় পঢ়বা লাগে। পঢ়েন্থ কেথেন। সীতাই ভাতকেইটা বাহ্‌বা পাৰে বলিছে। তাক ইৰাৰ লগত নিবা খুজ্‌ছু।

নন্দ : [ হমুনিয়া ] দুইখা হৈ জন্মাই পাপ।

ৰাধা : যেত্ ছলি মানুহ তুহুন এনেকেন দুখ কৰলি হ'বনা। যা শিখম যা। কমলেক কৈ অলবি। বেপাৰক যান্নাতে সময়ো পাম। দুয়োকে হাতীৰ দাঁতৰ ফণি-চনি কাটবা শিখম যা। যা এথেন, মনোই একলাই বয়া পাব।

নন্দ : যাউ খুবা, তই ইমান ভাল। মোক শিখবি, মই বেপাৰক যাম। খুবাক কৈ যামেই। [ চিঞৰি ] মনো, মনো—এই ক'ক গেলিএ।

মনো : [ দূৰৰপৰা ] গা ধুইছু—খটখটিত। আহ।

নন্দ : খুবা যাউ। গেইছু ৰ।

[ খুত খুত শব্দৰ লগতে ৰাধাকান্তই গুণগুণাই গায়—'এ হৰি মোকে দয়া নাচাৰিবা, মই বৰ পাপেৰ পাপী।' এই সুৰৰ গুণগুণনিৰ পিছত দোতাৰাৰ লগত একে গীতটি স্পষ্টভাৱে গাইছে নন্দই। ডাৰ টনা শব্দ। পানীৰ কলকলনি। ধ্বনিৰে বুজাব ৰবপেটাৰ বেপাৰী নাও এখনে যেন ঘাট এৰিছে—সুদূৰ অঞ্চললৈ। ক্ৰমে গীতৰ সুৰ আঁতৰি যায়। নৈৰ পাৰত দুজনী ছোৱালীয়ে কথা পাতিছে। এজনী সীতা, দেউতাক ককায়েক বেপাৰলৈ যোৱা চাইছিল। হাতত স্কুললৈ যোৱা কিতাপ। লগত বান্ধৱী মীনা। তাইৰ দেউতাক পুলিচৰ এছ আই। ৰবপেটাৰপৰা কেইমাইলমান দূৰৰ গাঁও এখনত ঘৰ। মীনাহঁত পুলিচ কোৱাৰ্টাৰত থাকে। ]

মীনা : সীতা, এথেন ঘৰত তই আৰো মায়হে?

সীতা : আছে, বাদব খুবা —

মীনা : তেওঁ বলে ঘৰত নাথ্‌কে এ।

সীতা : মীনা, তাব কাৰণেতো পিতাই এই বুঢ়া বয়সতো বেপাৰক যাব লগা হৈছে।

মীনা : তেওঁ নাযই কিয়?

সীতা : কয়, সমান সমান ভাগ। তাক পঢ়োৱা নাই যেথেন, বিয়া পাতি দিবা লাগ্‌বো বলে পিতাই।

মীনা : একো নকৰে নাকি?

সীতা : কৰে মন গেলি। হাতীৰ দাঁতৰ কাম পিতাই অলপ শিখাইছিল। ফণি-চনি কিবা কৰি, বেচে আৰো। দোকানে বাজাৰে ঘূৰি ফুৰে।

মীনা : আমাৰ পিতাই কৈছিল গান বলে বৰ ভাল গায়।

সীতা : অ সিথিনিয়ে আৰো। ভকতপাৰাত বৈঠকীৰ দল খুল্‌ছে। বিয়াত বৈঠকী মাৰে। গাজা খায়। কেইখেনমান সক নিমৃকী আৰু একবাতি চাহ হলিয়ে বলে তাৰ হএ।

মীনা : হক দে, তথাপি এটা বিদ্যা দেচুন। গান জানাটু ডাঙাৰ কথা।

সীতা। সিগলাখেন ধনী মানুহৰ চখ।

মীনা : এহ্ ধনী হলিয়ে হবো না, মনৰ কথা। বুল, আমাৰ তাত বহু। আই নাৰিকলৰ লাৰু কৰ্‌ছে—খাবি আহ।

সীতা : পলম হ'ব।

মীনা : আৰো এটা বস্তু দেইখম আহ। আমাৰ দাদাই কলিকাতাত ইঞ্জিনীয়াৰিং পঢ়ে যে — বিলাছ দাদা—

সীতা : কি হ'ল?

মীনা : কেইখেনমেন ছবি পঠইছে। চাইবি আহ, কি ঠেউগা, চিনেমাৰ ছবি। তাৰ ফটোও পঠইছে, যি চথীন পোছক পিন্ধি উঠ্‌ছে। আহ—

সীতা : বল [ হাঁহি শুনা যায় ] নাচ খেলছে চা —

আপা হলি কেইটাই। লাজো নাই। [হাঁহি আঁতৰি যায়]।

[দোতাৰাৰ শব্দ। দৈৰ শব্দ। দাঁড়ৰ শব্দ]

ৰাধা : নন্দ, মনো ক'ত? সি কি কৰ্‌ছে?

নন্দ : দৈৰ তলত, সি সিন্দূৰৰ টেমাটুৰ গাত ফুল কাটছে।

ৰাধা : চক দে তেও, দুই তিন মাহতে যে হাতীৰ দাঁতৰ কামত মন বহিল।

নন্দ : নহয় খুৰা। ঘৰপেটাত থাকলি — বাজাৰক যায়া, সনলুৰ দোকনত কচুৰী খায়া, অম্বোৰ চন্দেচ, ৰাতি বস্তি পুৰা, বগ্‌লা দইলে মাৰা, পোল খেলা — ইগুলাখেনতে সময় যায়। ইয়াত কি কৰিম? বৰ ভাল হ'ল দে আহিঁ। কি ক মনো?

মনো : [দৈৰ ভিতৰৰপৰা] অ, আবো খটখটিত সাথ্‌ৰা, নাও বায়া। ৰবি [ওলাই আহি] এটা কথা নহয় নন্দ গুৰুজনাৰ তিথি পাবাৰ হ'ল। পানীও আছে। নাও খেলাতো হবই।

ৰাধা : দুমল না মুৰত নাওখেলা? খালি নাও, নাও।

মনো : কিয় যাৰাবাৰ সৰ্থেবাৰীৰ নাওৰ লগত কেন্‌কে চেহৰ বাইচাত ছাতৰ গুৰিত হুচ কৰি আগটু অইলে দিছিলু।

নন্দ : মণি বেপাৰীহে নাও খেলাৰ মাহুহ।

ৰাধা : অতো, সিবাৰ ঘাটি বাপেকে দিলাক কুঠৰেদি ইমান ঠউগা নাও খেন ফালি।

নন্দ : যাৰাবাৰ জিতিহে এবলাক।

মনো : ফাইনেল পালি আমিও চাইলুহৈ একবাৰ। পাছে হব কি? আগতিৰ বেন্টাই গুৰি ধৰে। খেজ্, পিছ্‌লা খাইছু পৰবা লাগেনা। তথাপি একুৰুজনেৰ আগহে হৈছে মণি বেপাৰীৰ নাও।

ৰাধা : এ বাপ, মণি বেপাৰী ধনী মাহুহ। ধনী সাদাগৰ মানুহৰ লগত জেদ কৰি কোত পাৰ পাবি?

মনো : ইঃ পিতাৰো কথা। চা নন্দ, খেলা-ধূলাত ধনী দুইখা কি আছে এ। লাগ্‌বো দেহাত শক্তি আৰু মনৰ বল।

ৰাধা : হুহ্‌ [হমুনিয়া] মনৰ বল ঠিকেই আছে বাপা, পাছে কি হবো? মায়েৰ বেমাৰ, যাদৱ খুৰেৰ মতিগতি আৰু তই, সীতা দুয়ো নাবালক দেচুন। একলাই চাম্ভ্‌লিবি কিমেন?

মনো : চাএ নন্দ, পিতাই কয় মই বলে নাবালক। তোৰ মোৰ একেদিনাই জন্ম হোৱা নাছিল? কমলে খুৰাই কৈছিল যে এখেনতো সত্‌ৰো বছৰ হ'ল।

নন্দ : হলিও মনো বাপেক মায়েকৰ মনত ছলি ছলিয়েই। আমাৰ আই মৰবাৰহু কিমান দিন হ'ল? লাজেই লাগিছিল লগত দৈহে বাগাৰ দেই। পাছে কি হব, গেল গুচি। পিতাও নাই, কমলে খুৰাইতো বিয়া-বাৰু নকৰালাকে।

ৰাধা : ঐ তুহন দেখুন একেবাৰে সংখাৰৰ ডাঙাৰ কথা আৰম্ভ কৰ্‌লি। তাংখু একছিলিমকে লগো।

মনো : পিতা ঘৰপেটাক ঘূৰ্‌বি কুনদিন? কীৰ্ত্তান আছেই চুন। নাওখেলা —

ৰাধা : মনত আছে ৰ। আজি ৰাতি হাতীৰ দাঁত একটুকৰা এটা মানুহে দিয়াৰ কথা। কালি পুৰাই যাম। চাউলখাৱাইদি জিনিষিনক

পামেই। নাওখেলা হব কীৰ্ত্তানতহে — আৰো সাতদিন আছে।

মনো : খেলাৰ দিনা পালিয়েতো নহব, অভ্যাস কৰবা লাগবোতো।

নন্দ : হব খুৰা। হকাটু নাপ্‌লু।

ৰাধা : হব দে ছিলিমটুকে দি।

মনো : [গুণগুণাই] অ' নেঠা নেঠা কৰে তাই,

মনো আৰু নন্দই : অ' নেঠা আনি দিলু মই —

[ক্ৰমে ফেদ' নাওখেলাৰ গীত বহু কণ্ঠত আনন্দ উত্তেজনাৰ মাজত :—'অ' মোৰ মলুৱাক কোনে মাৰিলা হায় অ' হৰি ' পৃষ্ঠভূমিত ৰাখি মাজে মাজে তলৰ সংলাপৰ টুকুৰাবোৰ আনি ক্ৰমে পৰিবেশ এটাৰ সৃষ্টি কৰিব। শেষত 'ৰাৱণে হৰি নিলাক সীতাটি এহে' আদিৰপৰা এটা করুণ সুৰেৰে ক্ৰন্দন ধ্বনিলৈ দৃশ্য বাগৰি যাব।]

মীনা : সীতা, নাওখেলা নাচ ? আমাৰ নাওত আহ।

সীতা : নহয় মীনা, পিতা আহা নাই। মনোদাদাও।

মীনা : [দুষ্ট হাঁহিৰে] আৰু নন্দ কুমাৰো, ও সেইকাৰণে মন মৰা। আচল কথা।

সীতা : ৰচুন, মনটু বয়া লাগি আছে। আই উচপিছে আছে। মনো দাদাইতো নাও খেলা বল্লি পাগ্‌লা। কিয়বে আহি নাপলাক ?

মীনা : পাছে যাবি ক'ক ?

সীতা : কমলে খুৰাক বিচ্‌বিছু।

[নাওখেলৰ গীত]

সীতা : কমলে খুৰা, আই বৰ অস্থিৰ হৈছে। পিতা, মনোদাদা নাই আহা।

কমলে : তাকেতো ভাব্‌ছু। যাউৰা নন্দটুও নাহিল। পিতেতো মোক কৈ গেইছিল কীৰ্ত্তানত আইহবই।

সীতা : খুৰা, কিবা হ'ল ? কইলাঠাকুৰে কি কৰ্‌লাক। [খোকাখুকি]

কমলে : নহয় মা, একো হোৱা নাই। তই যা। মায়েক কবি, মই বিচাৰ-খোচাৰ কৰি চাউ। কিবা কাৰণোত আইহবা নবলি খবৰ পঠবা পাৰে।

সীতা : খুৰা, [কান্দে]

কমলে : আই অ' নাকান্দবি মা—

[নাওখেলৰ গীত ওপৰলৈ উঠে, যেনিবা প্ৰতিযোগিতা আগবাঢ়িছে।]

কমলে : [চিঞৰি] ঐ ছুৰ্যু, ছুৰ্যু—

ছুৰ্যু : [দূৰৰপৰা চিঞৰি] কি এ কমলে কা—

কমলে : তই বেপাৰৰ পেন কেথেন অইহলি।

ছুৰ্যু : পৰ্‌হি দিনা।

কমলে : ৰাধাকান্তৰ নাৱও পাইছিলি নাকি ?

ছুৰ্যু : অহা নাই নাকি ? সিতো মোতকে তিনদিন আগতে নাও এৰছিল।

[গীত ওপৰলৈ উঠে]

সীতা : আই, কমলে খুৰাক কৈছু।

মাক : [কেকাই] কি কলাক ?

সীতা : ঘাটক গেইছে। কিবা খবৰ পায়নাকি ?

মাক : [কেকাই] কৰা নক দে। আৰোবা কাপালত কি আছে ? মনোতো নাওখেলা এবা ছলি নহয়। উঠ্‌বাও নবা হলু। এই বাপেকটুও হৈছে, কিয় তাক নিবা লাগে। নিছা আন তাৰ নাওখেলাত এটা চখ আছে। সিতো বুঢ়া হোৱা নাই। খালি হাতীৰ দাঁত আৰো বেপাৰ।

সীতা : আই অ' তই বেছি কথা নকবি। আইহ্ ব্ নহয়।

মাক : একে হৈছে। বাপেক পুতেক জীয়েকে মোক মাৰি নেকেল কিয় ? তুহাব ভাব হৈছু নহয়। কইলাঠাকুৰ মোক মাৰি নেনে কিয় ?

সীতা : আই, তই ৰবিচুন। মই খবৰ লৈ আহু।

| নাওখেলৰ গীত |

যাদব : সীতা—

সীতা : ওহ, যাদব খুৰা—

যাদব : কত যা একলাই একলাই ?

সীতা : মৰানদীৰ পাৰক।

যাদব : নাওখেলা চাবি ? কি চাইবি ? আমাৰ মনোকে নেদেখ্ লু। গুচি আইহ্ লু।

সীতা : খুৰা, অলপ বিচ্ ৰু আহ। আই অস্থিৰ হৈছে।

যাদব : অস্থিৰ হবই। ক'ত বিচ্ ৰি পাবি ?

সীতা : [ চমক্ খাই ] খুৰা—

যাদব : [ নিজকে ] যা, বিচ্ ৰি যা। মই গাজা খাউ, মই বৈঠকী কৰু, মদ খাউ, মই কি জানু ? কিন্তু আজি যেন কিবা এটা হৈছে। কইলাঠাকুৰ, ৰাধা দাদাক লৈ আহ, আৰো মনোক -

সীতা : খুৰা [ ভাঙি পৰে ]

যাদব : নাই, নাই, তেনেকৈ ভাঙি নপৰ্ বি। হাঁইহ্ ব, শত্ কই হাঁইহ্ ব। মোৰ যেনেকে চবে হাঁহে, যাদব ভাঙ্ ৰা, যাদব মদাহী, যাদবৰ একো নাই। অ' একো নাই, একো নাই।

সীতা : [ বিঙিয়াই ] পিতা—মনোদাদা—

[ নাওখেলৰ গীত চৰম পৰ্যায়ত। আনন্দত যেন গাইছে :—

"কি চাই আছিলি ভায়াটি এহে
ৰাৰণে হৰি নিলাক সীতাটি এহে
হা হা হা......"

লগে লগে 'হা হা হা ধ্বনিৰে বুকুভঙা কান্দোন — ৰাধাকান্তৰ। সীতাৰ উচুপনি'। নন্দৰ এবাৰ ছুযাৰ অস্ফুট ধ্বনি। সীতাৰ মাকৰ গোঁ গোৱনি।]

ৰাধা : হা হা হা [ কান্দোন ]

কমলে : ৰাধা চাউ নাকান্দ্ বি।

ৰাধা : হা হা হা কমলে মই নাকান্দু, মই হাঁহিম, ৰাধাকান্তই হাতীদাঁতেদি গুৰুজনাৰ আখন কৰি দিছে, সি নাহাঁহি কুনি হাইহ্ ব ? মঠৰ চতলত সদায় পুৰা পুৰা প্ৰসঙ্গ কৰি উঠি হাতীৰ দাঁত কুটি কুটি মই আখন কৰ্ ছু। নন্দই চাই চাই শিখ্ ছে। সিও একদিন কইলাঠাকুৰৰ মূৰ্তি কাটি থইলব। আৰো মনো —মনোই [ ফেকুৰি ] নাও খেলবা আইহ্ ছে।

কমলে : ৰাধা, তই সেনে কৰ্ লি, মায়েকে কি কৰবো ?

ৰাধা : মায়েকে একো নকৰে। দেখা নাই, ফেলফেলকে চাই আছে। কান্দা নাই, কথা কৰা নাই। মাত বন্ধ হৈ গেইছে।

যাদৱ : নাযাব নাযাব ? মইতো ভাঙ্ ৰা, মদাহী, জাতিকুল নামানা মাহুহ। কিয় কমলেকা দাদাই বৌক্ কিয় চিকিৎসা কৰ্ ৰা নৰ্ লাক ? কিয় মনোক বেপাৰক নিবা লাগ্ ছিল ? আৰো নিজে নাযৈ মনোক কিয় হাতীৰ দাঁত আনবা পঠৈ দিছিল ? জংগলত বাঘ সাপ থাকবই, সি নিজে কিয় যাবা নৰ্ লাক ?

ৰাধা : যাদৱ, তুৰো মোক্ জতাই সি তুৰো। কিয় মই নেযাল ? মনোকে অপকে কিয় পঠালু ?

যাদৱ : কিয় নপঠিৱি, তোৰ গুৰুৰ আখন কাটাত পলম হব। কমলেকা, মইতো জুৱাৰী, ভাঙুৰা, মদাহী।

কমলে : যাদৱ, যা এখেন এনেখেন নকৰৱি। দাদেৰ কথা অলপ ভাবচুন। আৰো ব'য়েক নাচ কিয় ?

যাদৱ : দাদাৰ কথা দাদাই ভাবক। আৰো বৌক কি চায়ে ? সেই মেলা চকুহুটা মেলাই থাকৃব ; দিনে ৰাতি, কইলাঠাকুৰৰ চখুৰ দৰে মেলা থাকৃব, মনো নাহাক লগিন।

ৰাধা : যাদৱ, সাপে খাই মনোক মাৰ্‌লাক্, আৰ ক'ত সি আইহ্‌ব।

যাদৱ : আইহ্‌বাই লাগবো। মনো ক'ত যাব ? ধনন্তৰী অ'জা আনিম। ভেল ভাহে দিম, বিহহৰিৰ দোহাই—মনো মোৰ বাচ্‌বা লাগব [ কান্দি ভাঙি পৰে ] মনোক মই বাচম, ধনন্তৰী —ধনন্তৰী—

কমলে : এ পাগলাৰ দৰে ক'ত গেল দাউৰি।

ৰাধা : যাবা দি, সি তাক কম ভাল পাইছিল। চৰ যাব, চৰ যাব [ নাওখেলাৰ গীতৰ টুকুৰা—"মোৰে মলুৱাক কোনে মাৰিলা হায় অ' হৰি।" নাওখেলৰ পৰা সভাৰ জনতালে। দুই এবাৰ কথা শুনা যায় — 'ইচ বেচেৰা, বৰ দুখ লাগে দে।]

সম্পাদিকা : দুবছৰ আগৰ সেই দিনটোৰ কথা সকলোৱে পাহৰিছিল। কিন্তু পাহৰিব পৰা নাছিল ৰাধাকান্তই, যাদৱে, সীতাই আৰু নন্দই। ৰাধাই বেপাৰ বাদ দিলে। বৈনীয়েক দুবছৰ আগৰ সেই দিনটোৰপৰা বাক্‌হীন, কথা-বতৰা নাই, খুৱাই দিলে খায়, বিছনাতে শৌচ-পেচাব কৰে। সীতাই আজলৈচায়, ধৰে। ৰাধাই ঘৰত বহি হাতীদাঁতৰ কিবা কৰিব খোজে, নোৱাৰে। অকলে বহি থাকে জুপুকা মাৰি। তাতেই শুই পৰে। নন্দই কিন্তু কাষতে বহি হাতীদাঁতৰ বিবিধ বস্তু কৰে, বজাৰত দিয়ে, ৰাধাকান্তৰ আগৰ ঘৰটোতে থাকে। কমলে মৰাৰ পাছত সি ৰাধাৰ ঘৰত থাকে। সীতাই ভাত ৰান্ধে। যাদৱ ৰাতি ঘৰত নাথাকে। কিন্তু সীতাক চাই যায় এবাৰ। সীতাক স্কুললৈ পঠিয়াই দিনটো বৌয়েকক আলপৈচান ধৰি, সীতা আহিলে গুচি যায়। কাকো নামাতে, একো নাখায়। যাদৱ থাকিলে ৰাধা সেই ঘৰত নোসোমায়, মুৰ তুলি তালৈ চাব নোৱাৰে। কেতিয়াবা মন গলে যাদৱে নন্দৰ দোতাৰাটো লৈ বৌয়েকক গীত গাই শুনায়।

[ সভাৰ জনতাৰ শব্দ নাইকিয়া হয় ]

যাদৱৰ গীত : 'ৰাতি পুৱাইলবে, এহে
কুকুৰাই পাৰে ৰাব
বালাতে ৰাগৰি কান্দে
ছুটি বাধৰ হায়—এহে
ৰাতি পুৱাইলবে—।'

ৰাধৱ : যাদৱ আছানাকি ? অ' যাদৱ ?

যাদৱ : কুনিএ ? ৰাধৱ নাকি ? ৰ গেইছু। তাতে থাক। আমাৰ আউহ্‌নাৰ জাতি যাবা পাৰে।

ৰাধৱ : যাদৱ, আজি ভকতপাৰাৰ দলক গান গাইবা মাত্‌বা আইহ্‌ছিল, সবতোমক। বোলু অবৰিন্দই কলাক—যাদৱক সুধি আহ। দি নেওলি বদনাম হ'ব—বৰপেটা থানৰ বদনাম।

ৰাধৱ : বৰপেটাৰ বদনাম হ'বা দিম কিয় ? যাম।

পাছে তুহন ভাব্‌ছা খানৰ বদনামৰ কথা।
খানতচুন সুমবাই নেদে তুহাক?

বাধব: হব দে, কইলাঠাকুৰেতো নেদাকে থাকা নাই। শ্ৰীশংকৰ গুৰুৰেও কৱা নাই, এথেন আজিকালিৰ বাপুসকলেহে নেদে। কুনুৰাদিনা ভগবানৰ অৱতাৰ হ'ব, তেথেনতো—

যাদব: নহই, অৱতাৰে নকৰে। নিজে কৰবা লাগব। ভাত নিজে নাখলি, কুনি খুৱে দিব এ? নিজৰ 'হক' নিজে আদায় কৰবা জানবা লাগবো।

বাধব: পাছে কি কম ৰাইজক?

যাদব: কৰি যাম। পাছে সীতাৰ স্কুল খতি হব নহয়। ৰবিবাৰেহে যাম। পাছে গেলিয়ে নহব। আখৰা লাগবো, আজিৰপেনী

বাধব: গধুলা আইহ্‌বা পাৰবি নহয়। আইহ্‌বি।

যাদব: অ পাৰিম। নাযম কিয় এ? যাদবতো বকধৰ্মী নহয়। চুৱা, চুৱা কৰি মানুহক ঘিণা কৰা দলত মই নাই। ময়ো নাখও নহয় তাউহনাৰ হাতে। যাদব তাঙ্‌ৰা, যাদব মদাহী —তাৰ কিহৰ জাতি-বিজাতি—[ পুনৰ দোতাৰা বজাই সুৰ ধৰি গায়— ]

'বালাতে বাগৰি কাঁদে ছুটি বাধৰ ছাৱ'। [ লগে লগে শুনা যায়—তবলাত খুব জোৰে চাটি মাৰিছে আৰু 'বাহ বাহ' যাদব ওস্তাদ' বুলি কেইজনমানে চিঁঞৰি উঠিছে। হাৰমনিয়ামৰ কৰ্কশ সুৰত যাদৰে গাইছে, অন্যবিলাকে মাজে মাজে ধৰিছে— ]

অ' ৰাধা যায় যমুনাৰ পাৰ
কাখত কলচী হাতত বালা
কাৰ বাঁহী শুনি মন মাতোৱালা
মাতোৱালা ॥

[ তবলাৰ মাত হঁাহিৰ খলকৰ মাজত দুৱত নমাথি। সম্পূৰ্ণ নীৰৱতা ]

॥ বেতিৰ শব্দ খুত খুত শব্দ ॥

সীতা: দাদা, ভাত ঠাণ্ডা হ'ল।

নন্দ: সীতা, এই হ'ল, হাতী দাঁতটু অলপ কাটমেলা। খোৰ সাবধানে কাটবা লাগা হৈছে।

সীতা: ইবাৰ কি কৰু বুলি ভাবছা?

নন্দ: ঠিক কৰা নাই।

সীতা: এটা কাম নকৰাছু কিয়? সেই কেলেণ্ডাৰ-খেনত যে আছে আঠুকাঢ়ি থাকা কৃষ্ণ হাতত লাক, তেনেকে হাতীদাঁতৰ কৰ্‌বা পাৰাচুন।

নন্দ: [চাই] লাকৱা গোপাল।

সীতা: নন্দ দুলাল!

নন্দ: পাৰি।

সীতা: কৰাচুন। অলপ ডাঙৰকৈ কৰবা। বৰ-পেটাৰ নাম কৰাকে।

নন্দ: খুৰাক সুধি চাবা লাগ্‌ব। তেওঁ দেইখে দিলিছে পাৰিম।

সীতা: পিতাক মই কম। কৰ্‌বাই লাগব।

নন্দ: হব দে। [ আৰু খুত খুত শব্দ ]

সীতা: চাউ আহা, আৰ দেৰী নকৰবা।

নন্দ: ব' ব' হাতত টানুছা কিয়? যাউ নহয়?

সীতা: পিতাই বৈ আছে। লেমটু লৈ গেলু।

নন্দ: এঃ হইনাকি? পিতাই কিয় খাৱা নাই। ব' ব'।

সীতা: লেমটু লুমে গেলচুন। ইহ ভয় লাগ্‌ছে।

নন্দ: চাউ মোৰ গাত ধৰ। আহ—

সীতা: দাদা—এটা কথা শুনাচুন।

নন্দ : আত্মাৰত নহয়, বুল—সিঁধৰত কথা পাতিম। আহ আহ—

[ জিলিৰ মাত। দূৰত শিয়াল আৰু কুকুৰৰ মাত। ক্ৰমে যেন ৰাতি পুৱাই আহিছে। ৰাধাকান্তই পুৱাৰ গীত একাকি গাইছে। শালিকা আৰু কাউৰীৰ মাত ]।

ৰাধা : 'তেজৰে কমলাপতি পৰভাত নিন্দ
তেৰী চান্দ মুখপেখু উঠৰে গোবিন্দ —'

সীতা : পিতা, আজিৰ পেনে লাকুৱা গোপাল কৰাৰ লাগ্‌ব। নন্দ দুলাল।

ৰাধা : কৰিম। মোৰ গুৰু আসন হ'ল। তাত ৰইহ্‌বা লাকুৱা গোপাল লাগব। চা আই, তই আৰম্ভ কৰি দিবি। বুল। এনে এটা মূৰ্তি কাটি অইলম যাতে আচামত ৰৰপেটাৰ নাম হৈ যায়।

সীতা : নন্দ দাদা শুনছা। পিতাই মত দিছে।

নন্দ : কিন্তু খুৰা, দাঁতহে কমি গেইছে। অৰ্ডাৰৰ কণি-জঁটভাঙা চাবিজৰা, খাব্দ তিনজৰা, হ'ল। পকেট কণি—৪ খেন, সিন্দূৰৰ টেমা দুটা। গুৰু আসন এখেনৰো অৰ্ডাৰ আইহ্‌ছে+ আউনীআটিৰ ফালৰ।

ৰাধা : কি কৰু? দৰ্খাস্ত দিছিলু। জানকী উকিলৰ তাকে কাদি গেলু, কলাক খবৰ কৰ্‌বো।

সীতা : পিতা যা পৰসজৰ সময় হৈছে।

ৰাধা : অ' যাউদে। নন্দ তই একবাৰ যাচুন জানকী উকিলক কৰি। আৰো সেই যাদৱ ভাঙ্‌বাকো দুখবিচুন কৰাত পায় নাকি। আগতে সিও আনছিল দুই-এক টুক্‌ৰা।

সীতা : কিন্তু পিতা, যাদৱ খুৰাই যজ্ঞে পৰিলতে তোক গুৰু আসন কৰা হাতী দাঁতটু মানাহৰ কামৰূপেন আনি দিছিল।

ৰাধা : তাৰ কথা কি কবি? পাগলাৰ গোবধে আনন্দ। কীৰ্তানঘৰত পৰহদ বিলয়া দৈ কল্‌তা-কেওতৰ মাজত কাইজা লাগা দেখি, আৰো সকলো জাতিৰ মানুহক কীৰ্তান ঘৰত সুমৰা নেদা দেখি তাৰ ৰলে আখন-চাখন কৰাৰ চখ চেহ হৈছে।

নন্দ : পিতা যাউ।

ৰাধা : সীতা, নন্দই কিবা খালাকনা?

সীতা : নাই খায়া একো।

নন্দ : উকিলৰ তাৰ্‌পে আহি খাম। যাউ—

ৰাধা : যা [ পজ ] কইলাঠাকুৰ, মনোতো গেলেই। নন্দকে বেটাৰ দৰে পাল্‌ছু। সীতা, তাৰ খায়া-চায়াত মন দ্বিবি। মৰবাৰ পৰত কমলে ৰৰকে কৈ গেইছে। মায়েক কিবা দিলি?

সীতা : কালিৰপে কেকে আছে। নন্দ দাদা কামতে ৰহি আছিল। এখেনহে অলপ ঘুমৃতি গেইছে।

ৰাধা : যাউদে। জয় গুৰু শংকৰ মাধৱ।

॥ পুৱাৰ প্ৰসঙ্গ ধ্বনি শুনা যায় ॥

যাদৱ : ঐ নন্দ, পুৱাই পুৱাই ক'ক যা। তয়ো পৰহণ্ডত লাগলিমাকি?

নন্দ : নহয়, জানকী উকিলৰ তাকে যাউএ যাদৱ খুৰা। আজি ইমান পুৱাই?

যাদৱ : ৰাতিয়ে শেষ হয়ো নাই এ নন্দ। গটৈ ৰাতি বৈঠকী। এখেন চুল্‌কিটু অলপ মেৰামত কৰবা যাউ ৰজাৰৰ কালে। নৰতোপক মাত্‌ছে আমাৰ তক্তপাৰাৰ দলৰ গান। ৰৰপেটাৰ নাম ৰাখবা লাগবো।

নন্দ : ফুল খুৰা, সিকালেদিয়ে যাউ।

যাদৱ : পাছে বৌৰ কেনে খবৰ? কেইদিন বাচ্‌ব আৰো?

নন্দ : একে। কালি গটে ৰাতি কষ্ট পাইছে। পুৱাহে অলপ জিৰইছে।

যাদৱ : পাব, গটে ৰাতি কষ্ট পাব। অথুৱন লগত থাকলি কষ্ট নাপব? আমাৰ ৰাতি ক'ত আছে এ? ৰাতি ডাউহনাৰ, যাৰ টাকা পইচাৰ ভাবনা নাই, তিৰি ছলিক ভাল খুওৱা পিন্ধৱা পাৰে, ভাল ডাক্তৰ দেখৱ পাৰে। তোৰ, মোৰ সেই ভকতপাৰাৰ গানৰ দলৰ মানুহমাখাৰ ক'ত ৰাতি আছে? ঘুমৃত্তি মাৰবো কেনেকে? দিন, জীৱন-ভৰ্ খাটনিৰ দিন।

নন্দ : যাদৱ খুৰা, হাতীৰ দাঁত নহ হৈছে। কাম বহুত পাইছু। কিন্তু—

যাদৱ : কিয় আমাৰ ঘৰ-পাহ্‌ৰা, কীৰ্তান ঘৰ—বেপাৰ আৰু হাতৰ কামৰ বাহাদুৰী দেখৱা ৰৰডেকাক ক। না সি বিচৰি যাবা নৰে? কুকুৰে মনোক মাৰ্‌ছে যেনেকে, ইবাৰ তোকো নন্দ—

নন্দ : যাদৱ খুৰা, তেনেকে নকৰি। আৰো সীতাই কৈছে লাক খাই থাকা কৃষ্ণ গোঁসাইৰ মূৰ্তি হাতী দাঁতৰ,—ডাঙাৰকে কাটি কংগ্ৰেছৰ কিবা হ'ব বলে পাগুত্ত-ভাতে পঠবা লাগে। আহা বছৰ হ'ব বলে।

যাদৱ : অ সীতাই কৈছে? অ লাগেতো — ৰৰ-পেটাৰ হাতীৰদাঁতৰ কামৰ নাম হ'ব। আৰো লাকৱা গোপাল কৃষ্ণক সত্ৰৰ মাজত বন্ধ কৰি ৰাখাৰ দলত মই নাই। সীতাই ঠিক কৈছে, লাকৱা গোপাল কৰি একবাৰ ৰৰপেটাৰ বাহিৰতো ৰৰপেটাৰ নাম কৰ্‌বা লাগ্‌বো, তাৰ পাছত—সক সক গোপাল কৰি ঘৰে ঘৰে, জাতি বিজাতি বিচাৰ নকৰি বিলবা লাগবো।

নন্দ : যাদৱ খুৰা, তই কীৰ্তান ঘৰক নায কিয়?

যাদৱ : কিয় যাম? মোৰ লগৰ চৰকে কিয় ভিতাৰত যাবা নেদৰ? আহুন মানুহ নহয়? জাতিৰ ডাঙাৰ সক কি এ? হাতৰ কাম একুটা কৰি খালি সক হয় নাকি? সিখুত্তি কীৰ্তান ঘৰৰ থাপনাৰ কইলাঠাকুৰে দিনে ৰাতি চখু মেলি ফেলফেলকে চাই থাকে — কি হ'ল বলি, বৌয়ে দিনে ৰাতি চখু মেলি চুপচাপ আমাৰ ঘৰৰ কাৰ্য চাই থাকাৰ দৰে। আৰে নন্দ চা, গুৰুজনা শংকৰে কোৱা নাছিল? 'কুকুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম' —

নন্দ : যাদৱ খুৰা, সঁচাই দে —

যাদৱ : সঁচাই মানে? আলবত্ সঁচা। মই কলি হাঁহি উৰে দেই। যাদৱ ভাঙুৰা, যাদৱ মদাহী, যাদৱ জুৱাৰী। ঐ বলু গুৰুজনাই থাপি যাৱা সত্ৰৰ ভেওঁৰ মত বদলৰাতকে ভাঙ খাই, মদ খাই, জুৱা খেলা কি বয়া? যাদৱ ভাঙুৰা, যাদৱ মদাহী। হাইটাৰ মেলত দণ্ডহে দিবা পাৰে, কিয় ছুইখা দৰিদ্ৰক টাকা দি সহায় কৰবা নৰে, কামাৰক লুহা, সুতৰক কৰত, আমাক হাতীদাঁত কিনা পইচা ধাৰে দিবা নৰে। ও সুতৰেছি দৈ চউৰাক টাকা দিয়া মাহাজন হলি বহুত পাবি। পাব মজা একদিন—

নন্দ : যাদৱ খুৰা, মই যাউ, উকিলৰ ঘৰ পালু।

যাদৱ : অ যা। নন্দ শুন, উকিলে ক'ত পাব হাতীৰ দাঁত? কালি বৈঠকীত অৰ্জুনে কৈছিল মঠৰ গুৰিৰ একপাল হাতীৰ হৰ্দাৰ আৰু জাৰ

লগৰ এটাৰ মত্ত যুদ্ধ হৈছিল। পাছে বুঢ়া ছৰ্দাৰ হাতীটুক খেদি অন্য এটা ছৰ্দাৰ হৈছে। ইটু গুণ্ডা হৈ বেঁকীৰ পাবেদি আহি ঘৰ ছুৱাৰ ভাঙি ফুৰ্‌ছে। ফৰেষ্টৰ মানুহে বিচ্‌ৰি পোৱা নাই।

নন্দ : পাছে কি হ'বহু ?

যাদব : কি হ'ব ? শুন, তই আমাৰ লগত যাবি আজি গানৰ পাৰ্টিত ? ওঁ, ক'ত যাবা দিব ? যাদব ভাঙ্‌ৰা, যাদব মদাহীৰ লগত। যা — এটা কাম কৰবি কালি গান শেষ কৰি চবকে পঠে দিম। মই, অৰ্জুন আইঠাবাৰীত থাকিম। যদি পাক, তাতে মানুহ জোগাৰ কৰি, গুণ্ডা-হাতীটোৰ পাছ লম।

নন্দ : মাৰ্‌বি কেনেকে !

যাদব : শুন, মৰবই বলে। তাৰ গাত বহুত জখম হৈছে। মৰা বলিয়ে এৰি গেইছিল লগৰটুই। পালটু গুচি গেইছে। গুণ্ডা হ'লে হ'ব কি ? মৰবাৰ সময়ত।

নন্দ : কেথেন বা মৰে, কোত মৰে ? আৰো ফৰেষ্ট গাৰ্ড।

যাদব : তোক কিয় সিগলান ? দাঁতটুহে লাগে। মৰাহাতীৰ খবৰ কুনি ৰাখে ?

নন্দ : ময়ো যাম দে, হাতীৰ দাঁতটু ঠিকমতে কাটবা লাগে —

যাদব : হাঃ হাঃ হাঃ তই শিখবি মোক ? হক দে যাদব ভাঙ্‌ৰা, যাদব মদাহী। আইহ্‌বা দেই যদি, আইহ্‌বি। নাইহলিও দাঁতছটা সীতাক দিম। বাউদে পলম হয়। কাটা চুল লৈতো ৰবপেটাৰ বদনাম কৰবা নবি।

[ কটা চোলত চাপৰ মাৰি মাৰি—গাই যায়... 'অ' বাধা যায় যমুনাৰ পাৰ।' 'মিমদ উইথ' ভাওনাৰ প্ৰবেশৰ গত। ভাওনাৰ বচন। শ্ৰোতাৰ মনত ভাওনা চলি থকাৰ আভাস। আঁতৰত যেন মীনা, ইঞ্জিনীয়াৰ ককায়েক বিলাস আৰু সীতাই কথা পাতিছে ]

মীনা : সীতা মইযে কৈছিলু বিলাস দাদা, ইঞ্জিনিয়াৰিং পঢ়ি আছে। দাদা, মোৰ লগত পঢ়ে, সীতা।

বিলাস : ওহ্‌, হইনাকি ? মীনা তোৰ বন্ধু সচায় থউগা।

মীনা : দাদাটুযে কি ? সীতা বয়া না পাবি। ই পাগলা।

বিলাস : হাঃ হাঃ হাঃ পাগ্‌লা ? আচ্ছা, সঁচা কথা কলি পাগলা হয়।

মীনা : হৈছে হৈছে। এথেন যাত্ৰা চা। চাহেৰ হবা নালগে।

বিলাস : ধেত্‌ ইহপা মান্ধাতা যুগৰ যাত্ৰাও চাবা পাবিনা। আমাৰ কলিকাতাত কি থউগা থিয়েটাৰ আৰু চিনেমা। ছবি ন পঠইছিলু ?

সীতা : মীনা মই আইসকলৰ লগত বহদে। জেঠী আহুনো আইহ্‌ছে।

বিলাস : তাৰ মানে তুমি সীতা—যাত্ৰা শেষ কৰি যাবা ?

সীতা : আমাৰ ভাল লাগে। সুৰ ঠাইৰ মানুহতো।

বিলাস : নহয়, সিটু ঠিক কথা নহয়। সক ঠাই, ডাঙৰ ঠাই কি ? আজিকালি যন্ত্ৰৰ যুগ, চিনেমাৰ যুগ। তই কি ক মীনা ?

মীনা : সেইবলি, চিনেমা হবাৰ আগতে কি আছিল ? যন্ত্ৰৰ লগতে মানুহবোতো বুদ্ধি লাগবো। সীতাৰ পিতেকে আৰু নন্দৰায়েই

হাতেদি যি সুন্দৰ হাতীৰ দাঁতৰ কণি-জটভাঙা, গুৰু আসন কৰে, যন্ত্ৰই কৰকচুন।

বিলাস : মীনা, তোৰো মনটো ঠেক হৈ আছে দে। জানা, যেনে হাতৰ কামত কৰি বহুত বেছি সুন্দৰ জিনিছ মেছিনত দিনে কিমান ওলাই? আৰো হাতেদি খুতখুতকে এটা মূৰ্তি কৰাতে একমাহ লাগে। আজিৰ দিনত সময় নষ্ট কৰা ঠিক নহয় বুইজ্‌ছা মীনা।

সীতা : কিন্তু পিতাই কৈছে যে মানুহে নিজৰ হাতেদি বস্তু এটা কৰি যি আনন্দ পায়, সিটু যন্ত্ৰই কৰি দিলি ক'ত পাব?

মীনা : অতো। অমি এখেন বৈহাগৰ সহমিতযে গামছা-তেলচ বুই তুহাক দেউ, আমাৰ কম ভাল লাগে? মাৰৰ দহমিত আই পিঠা লাক কৰি যে দেই, কিয় দোকনৰ পিঠে কিনিওতো খাব পাবি?

বিলাস : তুহাক নবি দেখছু। পাছে মীনা-সীতা তুহন হাইস্কুল শেষ কৰবা অলইছা যদিও, বৰ ঠেকমনৰ হৈ আছাদে। মই যাউ, যাত্ৰা-চাত্ৰা চাবা নক।

মীনা : মই থাকিম সীতাৰ লগত।

সীতা : বাবি কেনেকে ৰাতি?

মীনা : কিয় ৰাতি দুপুৰৰ যাত্ৰাত? পুৰা যাম হুয়ো?

বিলাস : বাপ্‌ৰে ৰাতি পুৰে দিবি। ঠিক আছে থাক। মই যাউ। অ — পৰহিদিনা মানাহৰ পিকনিকত সীতাকো লগত লবি।

মীনা : লমতো। মই ব'ত সীতাও ত'ত।

বিলাস : [ হাঁহি ] এক প্ৰাণ এক টিকট?

সীতা : পাছে আমি ঠেকমনৰ মানুহে পাবিমনা পিকনিকত বাবা? অহই মীনা?

বিলাস : এই মীনা তোৰ বন্ধু দেখছু তোৰ দৰেই।

মীনা : হবতো। যা এখেন। ৰাম ৰাৱণৰ যুদ্ধ আৰম্ভ হৈছে, চাউ। আহ সীতা। [ যুদ্ধৰ বোল খোলত বাজে ]

[ যুদ্ধৰ বোলৰ লগত মিহলাই দিব, এটা গুণ্ডা হাতীৰ চিঞৰ, গছ ভাঙি পৰা শব্দ, ঘৰভঙা শব্দ, কেবাজনো মানুহৰ চিঞৰ ]

'হেই হেই' [ যাদৱ ]

'জুইৰ মহলা' [ ৰাঘৱ ]

'হেই হেই' [ বহু কণ্ঠ ]

[ হাতীৰ চিঞৰি ]

নন্দ : পিতাক নকবি আচল কথাটু।

সীতা : মোৰ ভয় লাগছে।

নন্দ : কিয়?

সীতা : এই ৰাতি, একলাই যাবা, যদি—

নন্দ : ধেত্‌ কি হ'ব? যাদৱ খুৰা, ৰাঘৱ, অৰ্জুন আহুন—চ'ব ঠিক কৰি থ'ব। মই পুৰাই আইঠাবাৰীৰ চৌমাথাত ৰৈ থাকলি হ'ব।

সীতা : নহয়, গুণ্ডাহাতী। তাতে মনোদাদাৰ—

নন্দ : হক দে, সীতা মোৰদৰে মানুহ মৰলুইবা

সীতা : [ উচুপি ] মোৰ কি হ'ব?

নন্দ : চাউ, ভবিত ধৰ্‌ছা কিয়? উঠ। চাউ, অ' ইচ্‌ কান্দছা কিয়? চখুৰ পানী মই মুছি দিছু, নাকান্দবি।

সীতা : [ কেঙুৰে ]

নন্দ : সীতা—

সীতা : হুঁ

নন্দ : ভই মোক

সীতা : অ' তাৰ [illegible]

নন্দ : সীতা। [illegible]। [illegible]

সীতা : আইৰ কাৰণে হালাৰাই চাখেনত টুপ্‌নি গৈইছে।

নন্দ : সীতা

সীতা : ও

নন্দ : মই নমক সীতা। তোৰ কাৰণে মই বাচি থাকিম।

[ সংগীত সেতু ]

নন্দ : সীতা উঠ, যা। মই হাতীদাঁত লৈ আহিম। তই ক'ৰা লাকৰা গোপাল, নন্দদুলাল কাটি অইলবা নালগ্‌বো ?

সীতা : উ।

নন্দ : পিতেক কবি, হাতীদাঁতৰ খবৰ পাই, গৈইছে। বাজাৰত কুন্‌বাই আন্‌ছে বলি কবি।

সীতা : সোনকালে আইহ্‌বা।

নন্দ : আহিম সীতা।

সীতা : এটা কথা। মই মীনাৰ লগত পিকনিকত যাম নাকি ?

নন্দ : যাবি। ইচ্‌ সেৱা কৰলি কিয় ? যাউ দে।

[ হাতীৰ চিঞৰ ]

'হেই হেই' জুই ধৰ'

'যাদব, খোৰ অচৰক নাযবি।'

'বাঘৰ তই টিন বাজেদি'

॥ কেৰাচিনৰ টিন কোবোৱা শব্দ। হাতীৰ চিঞৰ গছ বাগৰা শব্দ। খোলত ঘুৰৰ বোল ॥

বিলাস : [ জীপচলাই ] হো হো হো মীনা, তোৰ বন্ধু সীতাও আধুনিক হ'ল। পিকনিক খাবা আহিছে জীপত। বান্ধবী আৰো বান্ধবীৰ [illegible] লগত আমাৰেই [illegible]—

সীতা : আধুনিক পোছাক কৰা আৰো [illegible] বয়া ভাবি এবাকে আধুনিক বলে নাকি বিলাস দাদা ?

মীনা : কি দাদা, উত্তৰ নেদা কিয় ?

বিলাস। কৈছুৰে নহয় মীনা, তই যেনে তোৰ বন্ধুও তেনে। পাছে কথা কাটলিয়ন্তো নহবো, চকু মেলি বাহিৰৰ জগতৰ ফালে চাইবা লাগ্‌বো।

সীতা : বুক্তি লাগবোতো ? আধুনিক মানে আমাৰ নিজৰখিনি আক বাহিৰৰ ভালেখিনি মিলে লোৱাহে ভাল বলি আমি মহানগৰ নেদ্‌খা বিলাকে ভাবু, কি কৰা মীনা ?

মীনা : অতো। দাদাইতো কয় হাতৰ কাম একো থাকবা নাল্‌গে। চব মেচিনে কৰি দিবা লাগে।

সীতা : মানুহ গুচি দেখুন আমি তেখেন গাছ একুদেলহে হবা লাগ্‌ৰ।

বিলাস : বাপ্‌ৰে, সমানে চলুছে ছুয়োবো মুখ। মই একলাই [ হঠাৎ ব্ৰেক মাৰি ] অই মীনা— সেইফালে জংঘলৰ মাজেদি ছুটামান মানুহে দাউৰ্‌ছে। কিবা অলইছে নাকি ?

সীতা : ইমান ভয়না নগৰৰ মান্‌হৰ ?

বিলাস : ভয় কিহৰ—বাঘ হলিও জীপ তুলি মাৰি দিম।

যাদব : অই কুনি, গাড়ী ঘুৰো, ঘুৰো। পাগলা হাতা—

সীতা : যাদব খুৰা দেখুন—

যাদব : কুনি।

সীতা : সীতা—

যাদব : সীতা, তই। খুৰা খুৰা, গাড়ী, [illegible] খুৰ্‌হা [ জীপ স্টাৰ্ট দৈ ঘুৰে ]।

সীতা : যাদব খুৰা, তই উঠ গাড়ীত, [illegible]—

যাদব : খুৰহে বা। মই বাঘবক [illegible] যাম।

অৰ্জুনো আছে।
—ৰাঘৱ
—অৰ্জুন
টিন কুবো—নন্দ [টিনকোবোৱা শব্দ] [হাতীৰশব্দ]
সীতা : নন্দ দাদা—
বিলাস : আমি যাও [জীপৰ শব্দ]
মীনা : বচুন দাদা,
বিলাস : পাগল হৈছা নাকি ?
সীতা : মই নাযাউ—
মীনা : সীতা নামলি কিয় জীপৰ পেন ?
বিলাস : আহ কি মুছকিল ? এখেন দেখছু মীনা, তোৰ বান্ধৱীৰ কাৰণে চবৰে প্ৰাণ যাব। বুল—[জীপ চলে]
যাদৱ : [চিঞৰি] নন্দ—
সীতা তই নেগলি ?
ৰাঘৱ : [চিঞৰি] যাদৱ, হাতীটু পৰি গেইছে। [হাতীৰ চিঞৰ, গোঙনি]
অৰ্জুন : হাতীটু মৰিল, আহ যাদৱ [দুৰৰপৰা]
যাদৱ : সীতা, তই ইয়াতে থাক। ঐ জীপৱালা বাবু, ৰ ভয় নাই, হাতী মৰছে। সীতাকো লৈ যা।
মীনা : [দুৰৰপৰা] সীতা, গেইছু ৰ। জীপ ঘুৰইছে। [জীপ আহি পায়]
যাদৱ : তুহুন যা।
সীতা : নন্দ দাদা—
যাদৱ : আছে, [চিঞৰি] নন্দ—
মীনা : সীতা, কান্দছ কিয় ?
সীতা : [কান্দি] মীনা, নন্দ দাদা—
মীনা : দাদা, অলপ ৰ, সীতাই নন্দ দাদাৰ খবৰ পাৱা নাই।
যাদৱ : [চিঞৰি] নন্দ।
[সংগীতেৰে দৌৰা ভাব, তাৰ পিছত উথলমাথল, আৰু নন্দৰ কোপনি]
যাদৱ : নন্দ, ইকি তেজ !
নন্দ : [কোপাই] খুৰা, কাটছু, দুয়োটা দাঁত কাটছু। আহ লো—
ৰাঘৱ : নন্দ—[ওচৰ পায়]
অৰ্জুন : নন্দৰ ভৰিত তেজ।
যাদৱ : নন্দ, নন্দ—
নন্দ : খুৰা, এই ল, এটা। আৰো ইটু [কৰতেৰে কটা শব্দ]
[সংগীতেৰে এটা উত্‌কণ্ঠাৰ পৰিস্থিতি]
খুৰা লো—
যাদৱ : কিন্তু তই ?
নন্দ : ৰাঘৱ, ধৰ, অলপ ধৰ অৰ্জুন।
যাদৱ : তোৰ ভৰি ভাঙিল—
নন্দ : হাতীটুই ভাঙা ডাল একদেল পৰিল—আহ—
যাদৱ : তই, তই কিয় ইমান আগত গেইছিলি ? মই—মই কি কম দাদাক ?
নন্দ : ভাল হৈ যাব। ধৰ অৰ্জুন, ৰাঘৱ।
যাদৱ : ৰ। সীতা—
সীতা : [দুৰৈৰপৰা] যাদৱ খুৰা—
যাদৱ : জীপ আনবাদি ইয়াকে-- নন্দৰ ভৰি ভাঙছে।
[জীপৰ শব্দ]
সীতা : নন্দ দাদা।
নন্দ : সীতা, ভাল হৈ যাব। ভয় নকৰবি। চা—হাতীটুৰ দাঁত দুটা চা, কিমান ডাঙৰ, তোৰ লাকৰা গোপাল — বহুত কৰিম।
সীতা : ভৰি — খেন।
নন্দ : বহি বহি কৰি থাকিম।

যাদৱ : মনে মনে থাক, চুন্নৰ, বহি বহি সি হাতীৰ দাঁতৰ লাকুৰা গোপাল কৰ্‌ব। উঠ, ৰ, লাহে লাহে। সি ৰাধা দাদাৰ লগত গুৰু আসন কৰব? চাউ, উঠ, যা—

মীনা : আপ্‌নালোকো উঠক।

নন্দ : আহ্‌ সীতা অলপ ধৰ। ঠিক আছে। উঠ—ৰাঘৱ দাদা, অৰ্জুন দাদা—

যাদৱ : উঠ, উঠ, তুহুন নহলি নন্দক নাপলুই হই। আৰো তাহুন কৰে তুহুন সক জাতিৰ—তুহুনহে আচল মানুহ।

সীতা : আহক যাদৱ খুৰা।

যাদৱ : মই, মই কি যাম? সেইটু মৰা হাতী। আৰু ময়ো এটা মৰা হাতী। মই নাযউ, মই কি কৰ্‌লু? ঠিকেই কয় মানুহে যাদৱ মদাহী, জুৱাৰী, ভাঙুৰা, মই নন্দৰ ভৰি ভাঙ্‌লু, সীতাক কন্দলু — মই মৰা হাতীটুৰ লগতে পৰি থাকিম।

নন্দ : যাদৱ খুৰা।

ৰাঘৱ : যাদৱ, তই সেইবলি আমাক ভকতপাৰাৰ অৰ্জুন অৰবিন্দ, তোৰ গানৰ দলক আৰো বৰপেটা থানক বাদ দিবি? আহ।

যাদৱ : [কান্দি দিয়ে] ৰাঘৱ, [হুকহুকাই]

ৰাঘৱ : চাউ উঠ। তই কান্দলি আমি কি কৰিম? আমাৰ হৈ একাবাৰ মাত্‌ৰ কুনি? চাউ উঠ।

নন্দ : মোৰ মূৰটো যাদৱ খুৰাৰ কলাতে ল —

যাদৱ : নন্দ [ফেকুৰি উঠে। জীপ চলাৰ শব্দই পৰিবেশ সলনি কৰে]

[সভাৰ জনতা : "ইস কিযে দুখ লগা কথা।"]

সম্পাদিকা : সেই ঘটনাৰ কেইমাহমানৰ ভিতৰত ৰাধাকান্ত আৰু নন্দৰ চেষ্টাত এটা নন্দ দুলালৰ সৰু মূৰ্তি আৰু এই ডাঙৰ মূৰ্তিটোৱে গঢ় ল'লে। ৰাধাকান্তৰ গুৰুৰ আসনৰ চাহিদা অসম জুৰি হ'ল। এয়া মূল সভাৰ সভাপতিয়ে মাঠি বছৰীয়া ৰাধাকান্তৰ হাতত নন্দই পোৱা সোণ খটোৱা শ্বিল্ড আৰু প্ৰমাণ-পত্ৰ দিছে।

কিন্তু সিদিনা গছ পৰি ভৰি ভঙা নন্দ চিৰদিনলৈ পঙ্গু হৈ গ'ল। ওচৰতে তাৰ সীতা সদায় থাকে। হাতীদাঁত আৰু যন্ত্ৰপাতিৰ যোগান দিয়ে আৰু শিল্পী নন্দকান্তই সৃষ্টি কৰি যায়। এয়া সভাপতিয়ে আগবঢ়াইছে জীৱন পণ কৰা শিল্পীলৈ ভাৰতৰ শ্ৰেষ্ঠ কলাকাৰ পুৰস্কাৰ।

[জনতাৰ হাত চাপৰি। হাত চাপৰিৰপৰা হোলী খেলাৰ ঢোল, হাত চাপৰিলৈ ৰূপান্তৰিত দৃশ্য।]

ৰাধাকান্ত : নন্দ, তই বৰপেটাৰ নাম ৰাখলি, মহাপুৰুষৰ সত্ৰৰ নাম ৰাখলি। সভাৰ মানুহে তোৰ কথা শুনি কিমান দুখ কৰ্‌ছিল, কিন্তু তোৰ কাম দেখি কিমান যে ৰাখনিছে। সীতা, মায় ক'ত? চাই সুখ পাব। যাদৱ তই আছা?

সীতা : আই, চা, এইখনে সোণাখটৰা শ্বিল্ড নন্দদুলালক কৰি এও পাইছে। আৰো গুৰু আসন কৰি পিতাই — আই —

যাদৱ : ওহ গুৰুজনা আছে, আছে, সীতা চা, বৌৰ চকুটো আজিহে জাপ খাইছে। চখুইদি পানী অলইছে।

সীতা : আই।

যাদৱ : বৌয়ে আজিহে শান্তি পাইছে। পুতেকে জীৱন দিছে হাতীদাঁতৰ কাৰণে। দাদা, তই এটা চেষ্টাতে লাগি আছা, গুৰু আসন, হাতীদাঁতৰ কাম আৰো বৰপেটা থানৰ নাম। কম

আনন্দৰ কথা। আজি ভকতপাৰাত কি ফূৰ্ত্তি। তাহঁনোতো একে থানৰে শিচ।

ৰাধা : যাদৱ, তোক মিছায়ে পাগলা বলু, আমিহে পাগলা।

যাদৱ : থেত থেত, বৌ শুন দাদাই কয় কি। মই কি কৰছু? অ' পাছে ইবাৰ ময়ো হাতীদাঁতৰ কাম কৰিম। আমি দুইভাই আৰু নন্দইহে জানু। ৰৰপেটাৰ নাম হ'ব। তোৰ নাম হৰ। আৰো বহুতক শিখবা লাগব। নহলি এই বিদ্যা একদিন শেষ হৈ যাবৰ?

ৰাধা : যাদৱ। [ কান্দি কান্দি ভাঙি পৰে ] আজি যদি মনো থাকিল হই।

যাদৱ : দাদা, নাকান্দবি। মনোই চৰ দেখিঁ আছে। শুনি আছে। আজি হাঁহাৰ দিন। আজি ফাকুৱা। নন্দদুলালৰ গাত চৰে ফাকু দিছে। দেউলৰ ভিতৰৰ পৰা বাস্তাত গোঁসাই ওলইছে। বাস্তাৰ ধূলাত পৰি থাকা জাতি বিজাতি সক বৰ চবে ফাকু খেলছে। সীতা, নন্দৰ মুখত ফাকু সানি দি, মই দাদাৰ মুৰত দিছু আৰু বৌৰো। খালি তোৰ মোৰ নহয়, আজি বৰপেটাৰ চবৰে হাঁহিৰ দিন। বাইজৰ ৰঙৰ দিন।

'অ আবে হো
লালা হো··· ···
ফাকু খেলাই নন্দলাল— —'

[ হোলী গীতৰ আৰু ঢোলৰ মূৰ্ছনা ওপৰলৈ উঠে। যাদৱৰ মুখৰপৰা কাঢ়ি যেন বঙজনে, বৰপেটাৰ সমূহ ভকতে একস্বৰে আনন্দত মাতোৱালা হৈ গায় হোলী গীত··· ··'আবে হো লালা··· ··' ইত্যাদি। ক্ৰমে হোলীৰ আনন্দৰ পৰিবেশ সৃষ্টি কৰি গীত যায় পৃষ্ঠভূমিলৈ। ঘোষকৰ কণ্ঠস্বৰ স্পষ্ট হৈ উঠে ]

# ঘৰত কোন আছে

দুৰ্গেশ্বৰ বৰঠাকুৰ

নগৰত নিম্নমধ্যবিত্ত পৰিয়ালৰ মানুহৰ কাৰণে ভাড়াঘৰ বিচৰা আৰু বিচাৰি পালেও সেই ঘৰত নানান অসুবিধাৰ মাজত বাস কৰা অতি জটিল সমস্যা। এনে সমস্যাত জুৰুলা হোৱা এজন হতভাগ্যৰ কাহিনী।

চৰিত্ৰ ঃ

অঘৰী

লক্ষ্মী

বসন্ত

কেইজনমান মানুহ

প্ৰথম প্ৰচাৰ—১৯৬৮

বসন্ত : ঘৰত কোন আছে ?

ব্যক্তি : কোনো নাই।

বসন্ত : কেলেই আপুনি ?

ব্যক্তি : অ' মই।

বসন্ত : তেনেহ'লে আপুনিয়েই ··· ···

ব্যক্তি : মই কি ?

অঘৰী : হেৰি। খং কৰিছে কেলেই ? ঘৰত কোন আছে বুলি মানুহে নোসোধেনেকি ?

ব্যক্তি : সোধে।

অঘৰী : তেন্তে ?

ব্যক্তি : সোধাটো বেছি হৈছে। মই বিৰক্ত হৈছো।

বসন্ত : তেন্তে ভাৰাঘৰ ৰাখিব নালাগে। 'টুলেট'টো উঠাই দিয়ক।

ব্যক্তি : এইটো মোৰ ভাৰাঘৰ বুলি আপোনালোকক কোনে ক'লে ? সময় নাই অসময় নাই 'ঘৰত কোন আছে' ? আপোনালোকে জানে এই ঘৰটোৰ কাৰণে আজি এমাহে মই কবিতা এটা লিখো লিখো বুলি লিখিব পৰা নাই। কলম ললেই ··· ···'ঘৰত কোন আছে' ? ল'ৰা-ছোৱালীয়ে পুৰা-গধুলি কিতাপ এখন মেলিব নোৱৰা হ'ল। ··· ··· 'ভাইটি, এই ঘৰটো তোমালোকৰ নেকি ?' মই কি এইটো ভাৰাঘৰৰ এনুকোৱাৰি অফিচ খুলি বহি আছোনেকি ?

অঘৰী : আমি আকৌ ভাবিছিলো ··· ···

ব্যক্তি : ভুল ভাবিছিল।

বসন্ত : তেনেহ'লে আপুনি ঘৰটোৰ বিষয়ে একো নাজানে ?

ব্যক্তি : জানো।

বসন্ত : থোৰতে গৃহস্থৰ নাম, ভাৰা কিমান আৰু ঘৰৰ চাবি কাৰ হাতত থাকে, সেই বিষয়ে কোৱাত আপোনাৰ আপত্তি আছেনেকি বাৰু ?

ব্যক্তি : নাই। ঘৰটোৰ বিষয়ে মই আৰু বহুত কিবাকিবি ক'ব পাৰো। কিন্তু এটা চৰ্ত আছে।

অঘৰী : যেনে ?

ব্যক্তি : ঘৰটো আপোনালোকে লবতো ?

বসন্ত : দাম দৰ মিলিলে নিশ্চয় লম।

ব্যক্তি : আপোনালোকে ক'ৰবাত কাম কৰে ?

অঘৰী : হয়।

ব্যক্তি : দৰমহা কিমান পায় ?

বসন্ত : কিয় সুধিলে ?

ব্যক্তি : সেইটো জানিলে মই হয়তো আপোনালোকক বেছি কথা নকলেও হব।

বসন্ত : তাৰ মানে হিচাপ কৰি চাব যে আমি পোৱা দৰমহাৰে ঘৰ লব পাৰিমনে নোৱাৰিম। কিন্তু আপুনি কওকচোন, এই গুৱাহাটী চহৰত ৩০০ টকা দৰমহা পোৱা মানুহটোৱে জানো ১৫০ টকা ঘৰ ভাৰা দি থকা নাই ? আপুনি থকাটো বোধকৰো আপোনাৰ নিজৰ ঘৰ।

ব্যক্তি : মোৰ দেউতাৰ দিনৰে ঘৰ।

বসন্ত : তেনেহ'লে আপুনি এই বিষয়ে আৰু কথা নোকোৱাই ভালনেকি ?

ব্যক্তি : মইতো ঘৰত কোন আছে বুলি কাকো চিঞৰি ফুৰা নাই। আপোনালোকেহে মোক মাতি আনিছে।

অম্বৰী : শুনক। আপুনি ২৬ টকা কিলোত বৌ মাছ বজাৰৰপৰা কিনে নে নিকিনে বাৰু ?

ব্যক্তি : কিনো। নিকিনি উপায় কি ?

অম্বৰী : কেতিয়াবা বেপাৰীয়ে আপোনাক সোধেনে বাৰু আপুনি দৰমহা কিমান পায় বুলি ?

ব্যক্তি : নোসোধে। কিয় সুধিব ?

অম্বৰী : তেনেহ'লে আপুনি আমাক দৰমহা কিমান পায় বুলি সুনুধিব। দৰমহাৰ আধা ঘৰভাৰা দি ইয়াত চখ্ কৰিবলৈ অহা নাই।

[ বিৰতি ]

বসন্ত : কবিতা লিখিব পৰা নাই মানুহৰ কাৰণে। এইটো মেজাজেৰে তোমাৰ ধৈৰ্য্য পুৰুষতো কবিতা লিখা নহব বুইছা। বাপেকে সাজি থৈ যোৱা ঘৰটোত সোমাই তাৰ ফুটনিটো দেখিলিনে ? আমি যেন মানুহেই নহয়। এটা কাম কৰো দে।

অম্বৰী : কি ?

বসন্ত : ইয়াক সদায় ৰাতি দহমান বজাত এবাৰ এবাৰ চিঞৰো দে—'ঘৰত কোন আছে' বুলি দুৱাৰ নোখোলালৈকে বাপেকে ঢকিয়াই থাকিম দুৱাৰত।

অম্বৰী : ধ্যেত।

বসন্ত : কি ধ্যেত অ' ? এইবোৰ মানুহক এনেকৈয়ে শিক্ষা দিব লাগে। অভদ্ৰ চৰ। বল, ৰাতিপুৱাই মেজাজটো গৰম কৰি দিলে।

অম্বৰী : বল।

দৃশ্যান্ত

অম্বৰী : ভুল কৰিলো বুইছ। মই সেই নৱগ্ৰহৰ ঘৰটোকে লব লাগিছিল।

বসন্ত : সেইটো আৰু' শ্মশানৰ ওচৰতে, মৈণীয়েৰে ভয় কৰিব বুলি কোৱা নাছিলি জানো ?

অম্বৰী : শেষ স্থান যেতিয়া সেই ডোখৰেই, মিছা মিছি ভয় কৰিলে কি হব ?

বসন্ত : তেনেহ'লে নললি কিয় ?

অম্বৰী : এ বাদ দে যি হ'ল হ'ল।

বসন্ত : নহয়। তই এটা ঠিক কৰি ল যে 'মই ঘৰ এনেকুৱা জেগাতহে লম।' আৰু মেক্সিমাম ভাৰা কিমান দিব পাৰিবি সেইটোও ঠিক কৰি ল। তাৰ পিছত ঘৰ বিচাৰি ফুৰ।

অম্বৰী : তয়ো কিবা যুক্তিহীন কথাবোৰ কোৱাত লাগিলি অ'। মই মনতে হিচাপটো কৰিলে কি হব ? যাঠি চনত যেতিয়া চাৰিটা কমৰ লাইট-পানী থকা সেই মেছটোত আমি আছিলো, তেতিয়া আমি চাৰিটা ল'ৰাই ভাৰা দিছিলো ৮০ টকা। মোৰ দৰমহা ১৬০ টকা। অৰ্থাৎ দৰমহাৰ আঠ ভাগৰ এভাগ খৰচ হৈছিল ঘৰ ভাৰাত। আৰু আজি মোৰ মুঠ দৰমহা ৩০০ টকা। এতিয়া সাধাৰণ দুটা কমৰ ঘৰ এটাৰ ভাৰা হ'ল ১৫০ টকা। তাৰ মানে দৰমহাৰ আধা। এতিয়া কচোন তই হিচাপ কৰ কেনেকৈ ? বল বল।

বসন্ত : মই কবলৈ গলে ঘৰ এটা ঠিক নকৰাকৈ তই মৈণীয়েৰক অনাটোৱেই ভুল হৈছে নহয়।

অম্বৰী : ঘৰ ঠিক কৰিহে মই চিঠি দিছিলো ভাইটোৰ লগত আহিবলৈ। কিন্তু হঠাৎ যে পোৱা ঘৰটো হেৰুৱাম কেনেকৈ জানিম ? আৰু মানুহো চাচোন, সমূলি মুখলজ্জা নাই। মোক দিম বুলি জোৰ দি কোৱাৰ পিছতনো যাক

চেনিটেৰী লেট্ৰিনটো নিজে সাজি লম বুলি কলতে সিজন ভাৰাতীয়াক দিব লাগেনে ঘৰটো।

বসন্ত : এতিয়া ঘৈনীয়েৰ কত আছে?

অঘৰী : ক'ত থাকিব আৰু? বাহু টেণ্ডৰ পৰা বাহিৰে বাহিৰেই মালিগাঁৱত মোমায়েক আছে নহয় তাত থৈ আহিলোগৈ। ভাইটোক সেই ৰাতিয়েই ৰেলত টিকট কাটি পঠিয়াই দিলো। এতিয়া এইবোৰ জুলুমৰ কথা জানো ঘৰভাৰা দিয়া মানুহে বুজিব?

বসন্ত : সেইটি আশা নকৰিবা। ভাৰাতীয়া আৰু ভাৰাদিয়াৰ সম্বন্ধ হ'ল দোকানী আৰু গ্ৰাহকৰ সম্বন্ধ। তাত এইবোৰ বিচাৰি হাবাথুৰি খোৱা লাভ নাই। সেইবোৰ মোৰ নিচিনা বন্ধু-বান্ধৱৰ আগত কৰা বুইছা?

অঘৰী : ঠিকেই কৈছ। পিছবেলা পাৰিলে মালি-গাঁৱলৈকো এপাক যাব লাগিছিল। আজি এসপ্তাহ খবৰেই কৰা নাই।

বসন্ত : থ থ মোমায়েকৰ ঘৰত আছে যেতিয়া সিমান চিন্তা কৰিবৰ একো কাৰণ নাই।

অঘৰী : কিবা তেল তুল, স্ন' আদি নাই যদিও চাগে কাকো কোৱা নাই নহয়।

বসন্ত : হেৰ স্ন' পাউদাৰ ঘহা মানুহে পেটত ভাত নপৰিলেও স্ন' পাউদাৰ ঘহে। তই চিন্তা কৰিছ কেলেই মিছাতে। যাবৰ মন গৈছে, তাকে ক। হে, হে—

অঘৰী : হেৰ আহি আহিচোন বহুত পালোহি। সিটো ঘৰ ক'ত বুলি কৈছিলি?

বসন্ত : প্ৰেছটোৰ কাষত।

অঘৰী : তেনে'হলে আহি থাক, আৰু যাব লাগিব।

বসন্ত : আজি দেওবাৰে তোৰ লগত ওলাইছো যেতিয়া আৰু ৰক্ষা ক'ত? বল গৈ থাকিম।

অঘৰি : হেৰ আমনি পায় কিয়? লগতে তয়ো কিজানি ভাল ঘৰ এটা পাব।

বসন্ত : হৈছে দেই। মোক আৰু ভাল ঘৰ নালাগে। আৰু ঘৰ বদলাবলৈ নাই।

অঘৰী : তেন্তে ঠিক আছে। মোকেই বিচাৰি দে।

বসন্ত : বল। এই হাজৰিকাৰ ঘৰ, বৰুৱাৰ ঘৰ, ডাক্তৰৰ ঘৰ, ঠিকাদাৰৰ ঘৰ, উকিলৰ ঘৰৰ মাজতনো তোলৈ থকা ঘৰ এটা বিচাৰি উলিয়াব নোৱাৰিমনে?

অঘৰী : [ হঠাৎ ] হল্ট। সোধচোন ঘৰত কোন আছে।

বসন্ত : খালি ঘৰটোত কাক সুধিবি?

অঘৰী : কোনোবা চূণ তেল দিয়া মানুহতো থাকিব পাৰে।

বসন্ত : কিন্তু সিহঁতে তোক মালিকৰ নামটো কব পাৰিব। আমাক লাগে প্ৰথমে ভাৰাৰ কথাটোহে।

অঘৰী : বাৰু সোধচোন ঘৰত কোন আছে।

বসন্ত : [ চিঞৰিবলৈ ধৰি ] ঘৰত কোন — [ অঘৰীয়ে মুখত সোপা মাৰি ধৰে ]

অঘৰী : হৈছে। নালাগে সুধিব।

বসন্ত : কিয়?

অঘৰী : পিছফালৰ তাঁৰদালত নাচায় কেলেই সেইবোৰ লেপ-তুলি ৰ'দত দি থৈছে। বল —

দৃশ্যান্ত

অঘৰী : কিন্তু তোৰ প্ৰেছৰ বেক চাইদটো ক'ত?

বসন্ত : এইটোৱেই বেক চাইদ।

অঘৰী : তেন্তে ঘৰ কোনটো?

বসন্ত : 'টু লেট' মবা থাকিব নহয়।

অঘৰী : মবা থাকিব বুলি ক'লে হবনেকি? উলিয়া ঘৰটো।

বসন্ত : উলিয়া বুলি ক'লেই সাউত্তকৈ উলিয়াই দিব নোৱাৰি নহয়। মোকো লোকে খবৰ দিয়াহে। ৰবি, সৌটো প্ৰেছ নহয় জানো? সেইটো যদি প্ৰেছ — এইটো হ'ল তোৰ বেক চাইদ। এইটো হ'ল ৰাস্তা, পাণদোকান হ'ল সোঁথন, আগচোন পাণদোকানখন পাৰ হৈ লওঁ।

অঘৰী : তাৰ মানে দোকান পাৰ হৈয়েই ঘৰটো দেখিম।

বসন্ত : ইমান অধৈৰ্য হৈছ কেলেই? শব মই মোলৈ বিচৰা নাই নহয়, ঘৰ তোলৈহে বিচাৰিছো।

অঘৰী : ধৈৰ্য হেৰুৱা নাই। কথা হ'ল মানে মই আজিয়েই এনেকৈ ঘৰ বিচাৰি ফুৰা নাই নহয়, ইয়াৰ আগতেও অকলে অকলে এমাহ ফুৰিছো। সেয়ে সোনকালে ঘৰটোৰ মুখখন দেখিলে ভাল লাগে আৰু।

বসন্ত : তেনে আহি থাক। ... হেৰি শুনকচোন ... হেৰি। তই তামোল দুখন লচোন ... মই সুখি আহো।

[ বিৰতি ]

অঘৰী : হো তামোল। ঘৰ সেইটোৱেই নহয় জানো?

বসন্ত : হয়।

অঘৰী : মালিকক পালি?

বসন্ত : নাই পোৱা যদিও পাইছো। বলচোন বজাৰৰ ফালে যাওঁ।

অঘৰী : ঘৰটো আগতে নাচাব নেকি?

বসন্ত : ঘৰ হৰ দেচোন। আগতে বজাৰৰ ফালে বল।

অঘৰী : মই একো বুজিব পৰা নাই পায়।

বসন্ত : বুজিবি আহ ...

[ বিৰতি ]

[ অলপ মানুহৰ কোলাহল এজন মানুহ লগ পাই ]

বসন্ত : হেঃ হেঃ নাছত কিমান ল'লে?

২য় ব্যক্তি : দহ টকা।

বসন্ত : সস্তাতেই পাইছে। এক কিলোমান নহবনে?

২য় : পুৰা এককিলো। আপুনি ঠিক ধৰিছে।

বসন্ত : পিছে ব্ৰহ্মপুত্ৰৰ ইলিহিত সিমান সোৱাদ নাই।

২য় : হ'লেও মাছ দিয়কচোন।

বসন্ত : ঠিকেই কৈছে। হেঃ হেঃ আপোনাৰ ঘৰটো চাই আহিছো।

২য় : কেনে দেখিলে?

বসন্ত : বঢ়িয়া হৈছে।

২য় : পিছে বহুত পৰিল বুইছেনে? প্ৰায় ৪৫ হেজাৰ।

বসন্ত : দুটা কমৰ ঘৰ এটাত অলপ বেছি পৰিলনেকি?

২য় : দুটা কম নহয় নহয়, চাৰিটা কম। এ ময়ো ভাল। কথা পাতি আছো কিন্তু পৰিচয়টোকে লোৱা নাই। আপোনাক আগতে ক'ৰবাত —

বসন্ত : চিটি বাছত —

২য় : হয় হয়। আপুনি প্ৰায়েই গুৱাহাটী ক্লাবৰ ওচৰত উঠে নহয়নে?

বসন্ত : হয় — মোৰ নাম হ'ল বসন্ত শৰ্মা আৰু এখেতৰ নাম হ'ল — অন্নপ্ৰাশনত ঘৰত মতা নামহে দেই — অঘৰী শৰ্মা। বাৰু আপুনি চৌধুৰী নহয় জানো?

২য় : মই বৰুৱাহে।

বসন্ত : ভাল বাক আহিছো দেই। আপুনিও মাছ লৈ আহিছে। ইপিনে ঘৰত হাগে—

২য় : অ' দেখিয়েই হ'ল।

দৃশ্যান্ত

অম্বৰী : ,তই মানুহ মাৰিবি দেই। এই দুটা কমৰ ঘৰটোৰ মালিক এখেত বুলি তোকেকোনে ক'লে?

বসন্ত : সেই মানুহটোৱে ঘৰৰ মালিকৰ বিষয়ে যিদৰে বিৱৰণ দিলে সেইমতে এখেতেইতো মালিক হব লাগিছিল। ধুতি পঞ্জাবী পিন্ধা, ক্ষীণ চেহেৰা। আগৰ দাঁত দুটা নাই। নাকটো জোঙা। এই-বোৰতো সকলো মিলিছে। ইপিনে সি কোৱা-মতে এখেততো বজাৰপৰাই আহিছে।

অম্বৰী : এইবোৰ ধেমালি নকৰিবি দেই।

বসন্ত : এতিয়া কি কৰ? ঘৰ সেইটোৱেই। কম দুটা। পাক ঘৰ নাই।

অম্বৰী : পাক ঘৰ মোৰ নহ'লেও হব।

বসন্ত : কিন্তু মালিকক লগ নাপালেওতো নহব।

অম্বৰী : বজাৰলৈ গৈছে যেতিয়া নিশ্চয় বাৰ বজাৰ আগতে আহিব।

বসন্ত : তেনেহ'লে কি কৰ? যাৱনে ৰয় ইয়াতে?

অম্বৰী : ৰওঁ দে অলপ।

বসন্ত : ঠিক আছে। [হমুনিয়াহ]

[বিৰতি]

বসন্ত : ইয়ালৈকে ডেৰঘণ্টা বৈ আছিলি নহয়? এতিয়া শুনিলি? তাৰ মানে এটা কমত কিমানকৈ পৰিল?

অম্বৰী : ৭৫ টকাকৈ।

বসন্ত : অই —

অম্বৰী : কি?

বসন্ত : হোটেলত থকাই ভালনেকি?

অম্বৰী : তোবো যে আৰু কথা!

বসন্ত : ১৫০ টকাই দে সেই ঘৰত। কিন্তু জলকীয়া পুলি, অমিতা পুলি এটা কৰলৈকো মাটি এহাত থাকিব লাগে। ইপিনে মালিকৰ ঘৰৰ নাওঘাৰ পানী আহি পৰিবহি তোৰ বাৰাণ্ডাৰ ওপৰত। কাপোৰ মেলা ভাৰডাল তৰিবলৈকে ঠাই অকণ নাই। ভাৰা লাগে ১৫০ টকা। দেখিম নহয় কোনে লয়!

অম্বৰী : সেইটো ফুটনি মাৰিছ কেলেই। দৰমহাৰ পইচা খৰচ নকৰাকৈ চলিব পৰা মানুহ এই নগৰত বহুত আছে। সকলোকে তোৰ মোৰ পৰ্য্যায়ত নলবিচোন।

বসন্ত : এইবোৰ মানুহেইতো ঘৰভাৰা বঢ়াইছে। নাই নাই এইদৰে মৰণাৰ গৰু ঘূৰাদি ঘূৰি ফুৰিলে ঘৰ পোৱাৰ আশা নাই বুইছ। মই এটা কথা ভাবি পাইছো।

অম্বৰী : কচোন।

বসন্ত : প্ৰথম কথা হ'ল, তোৰ যিমান চিনাকি মানুহ আছে সকলোকে এই কথাটো কাণ চোৱাই থ।

অম্বৰী : সেইদৰেও চাইছো নহয়। একো লাভ নাই। মানুহবোৰতো তই সদায় লগ পাই নাথাক। কেতিয়াবা ১৫ দিনৰ মূৰত পাই সুধিবি, কি হ'ল, কিবা খবৰ আছেনে ঘৰৰ? উত্তৰ দিব, ই, বাম বৰ ভাল ঘৰ এটা গ'ল বুজিছেনে আপোনাৰ। ইমান ভাবিলো, কোনে কৈছিল বাৰু মোৰ ঘৰ এটাৰ খবৰ লবলৈ? এতিয়াহে মনত পৰিছে—। কেতিয়াবা আকৌ দেখিবি তই মই চাই অহা ঘৰ এটাৰ কথাকে

দহোটাই কৰহি। এটাই কৰহি — ঘৰ এটা আছে অৱশ্যে, এতিয়া আপোনাৰ মন খায়নে নেখায়। ঘৰটো ভাল। আসাম টাইপৰ ঘৰ। তিনিটা কম। পানীৰ দিগদাৰি আছে যদিও ওচৰতে পাইপ আছে। আপুনি পানীৱালা এটা ৰাখিব পাৰে। কিমান লবনো? মাহেকত বৰ জোৰ ত্ৰিশ টকা। এ লাইট নাই যদিও তুমাহমানতে হ'ব। ভাবাৰ কথা যেতিয়া সুধিবা তেতিয়া কব, 'ডুশমান লয়নেকি?' আগব কিন্তু মিলিটাৰী অফিছাবজন দুশ টকাত আছিল বুলি মই জানো। এতিয়া লোৱা সেইটো ঘৰ। দুশ টকাদি তুমি তাত বতাহ খাই থাকিলেহে হব আৰু! মুঠতে বুইছ্ আমাৰ নিচিনা কেৰাণী মহৰীৰ মৰণ আহিল দেই। মই তোক ক'লো।

বসন্ত : নহ'লে পাহাৰৰ মাটি এডোখৰকে দখল কৰি খুটা চাৰিটা পুতি নলৰ কেলেই?

অম্বৰী : মই সেইবোৰত নাই দেই। ধাৰ ঋণ কৰি খুটা চাৰিটা পুতি জুপুৰি এটা সাজি তিনি চাৰি বছৰ থকাৰ পিছতো দেখিছো সেই মাটি থকাজনৰ নহয়গৈ। কিছুদিনৰ পিছত দেখিবি সেই মাটি এলটমেণ্ট হব কোনোবা বৰুৱাৰ নামত। তোৰ উচ্ছেদ হ'ল আৰু তাত বৰুৱাৰ বিল্ডিং উঠিল। মই এনে বিস্ক্ লোৱাৰ পক্ষ-পাতী নহয়।

বসন্ত : তেনেহ'লে গোটেই জীৱন ভাৰা ঘৰতে থাকিবি আৰু।

অম্বৰী : অই, তই মোক হঠাতে ইমান ছিৰিয়াছ কৰি দিবলৈ চেষ্টা নকৰিবি, বুজিছ। প্ৰথমে থাক ভাবাঘৰ এটা লৈয়েই সংসাৰখন পাতিবলৈ দেচোন। তাৰ পিছত চিন্তা কৰিম গোটেই জীৱনৰ কথা।

বসন্ত : সেইটোতো চেষ্টা কৰিয়েই আছো। এতিয়া নাপালে ক'বপৰা দিওঁ কচোন। মই বেচেলৰ হ'লেও তোৰ অৱস্থাটো বুজিছো দেচোন।

অম্বৰী : এনেকুৱাতে প্ৰেছেছন কৰিবৰ মন যায় বুজিছ।

বসন্ত : কি বুলি?

অম্বৰী : আমাক সস্তাত ভাৰা ঘৰ লাগে।

বসন্ত : সস্তাত চাউল খাবলৈ পাইছ?

অম্বৰী : নাই পোৱা।

বসন্ত : তেনে মনে মনে থাক।

অম্বৰী : ভাৰা ঘৰৰ সমস্যাটো সমস্যা নহয়নেকি? পানী নাই ছুনি নাই — ছুটা কম ১৫০ টকা। ইপিনে আকৌ এমাহৰ এডভান্স দিব লাগে। পিছ ফালৰ চকোৰাখনো দি লব লাগিব নিজে। ১৫০ টকা যে ভাৰা বিচাৰিছা সুবিধা দিছা কিমানখিনি?

বসন্ত : হেৰ চিঞৰিছ কেলেই? এইটো হ'ল এটা ব্যৱসায়।

অম্বৰী : ব্যৱসায়। কমিটি পাতি মিঠা তেলৰ দাম যে নিৰ্ধাৰণ কৰিবলৈ যোৱা, ঘৰভাৰাৰ নিৰিখ নিৰ্ধাৰণ নকৰা কিয়?

বসন্ত : মিঠা তেল সৰ্বসাধাৰণৰ বস্তু।

অম্বৰী : আৰু ভাৰা ঘৰটো কি? এই যে হেজাৰ হেজাৰ আমাৰ নিচিনা চাকৰিয়াল ভাৰা ঘৰত আছে সেইবোৰ সাধাৰণ মানুহ নহয়নেকি? আমিতো মটৰ গেৰেজ থকা বিল্ডিং ভাৰা লবলৈ বিচৰা নাই নহয়।

বসন্ত : তই দেখিছো ভাৰা ঘৰৰ থংটো এতিয়া

মোৰ ওপৰতে জাবিবি। বল বল এক বাজিল। আজিলৈ অভিযান বন্ধ কৰ।

দৃশ্যান্ত

মানুহ : আহক আহক। কালি মোৰ ল'ৰাটোৰ আগত আপোনালোকে কৈ যোৱা নাছিল জানো ৰাতিপুৱাই আহিম বুলি?

অঘৰী : হয়।

মানুহ : আঠ বাজি গ'ল। মই বোলো নাহেই নেকি? মানে মানুহ বহুতে ঘৰ বিচাৰিছে বুজিছে। মোৰ কথা হ'ল মানে মই যাকে তাকে ঘৰ দিব খোজা নাই। দুই এজনে আকৌ এক তাৰিখে আহিম বুলিও নাহিল।

বসন্ত : আমাক আপুনি তেনেকুৱা নাপাব। আহিম বুলিলে আৰু আহিমেই। আমিও ইতিমধ্যে ঘৰ নোপোৱা নহয়। কিন্তু আহিম নাহিম যাক যি কব লাগে আমি লগে লগে কওঁ।

অঘৰী : কেতিয়াবা ঘৰৰ মানুহজনীক ঘৰটো দেখুৱাই লওঁ বুলি মাত্ৰ এদিন সময় লওঁ।

মানুহ : মোৰ ঘৰ আপোনালোকৰ মিছেছহঁতক নেদেখুৱালেও হব। কোনো অসুবিধা নাপায়।

বসন্ত : আপুনি নিজেই সেই কথা কৈছে যেতিয়া ভাবিবলৈ আৰু কিটো আছে?

মানুহ : আগতে লাইট নাছিল। এতিয়া সেইটো অসুবিধাও নাই। সোটো চাওক মোৰ ঘৰৰ-পৰা মই লাইন টানি দিছো।

বসন্ত : মেইন চুইচ ক'ত? আপোনাৰ ভাগতনেকি?

মানুহ : মেইন চুইচ আপোনালোকৰ ঘৰতে আছে।

বসন্ত : মিটাৰ?

মানুহ : মিটাৰ মোৰ ভাগত।

বসন্ত : হিচাপটো কেনেকৈ হয়?

মানুহ : হিচাপটোলৈ ইমান ভয় কৰিছে কেলেই? মোৰতো এটা হিচাপ হৈয়েই গৈছে মাহেকত মোৰ কিমান ইউনিট খৰচ পৰে। গতিকে তাৰ ওপৰঞ্চিখিনি আপোনালোকৰ আৰু। আপোনালোকৰটো হিটাৰ, ইলেকট্ৰিক ইস্ত্ৰি নাই যোধকৰো?

বসন্ত : তোৰ আছেনেকি সেইবোৰ?

অঘৰী : লাইটৰ তলত থাকিয়েই পোৱা নাই আৰু সেইবোৰ লওঁ কিহলৈ?

মানুহ : খুব ভাল কৰিছে। নলব। ভীষণ বিস্কি বুইছে। কেতিয়াবা চক্ কৰিব লাগিলে কৈছো নহয় মই ভীষণ ভয় খাই থৈছো।

বসন্ত : হয়। বাৰু বলকচোন ঘৰটো এবাৰ চাই লওঁ।

মানুহ : হেঃ হেঃ ঘৰ নেচালেও হব। বাৰু চাব খুজিছে যেতিয়া আহক।
হেৰা, ঘৰৰ চাবিটো দিয়াচোন। আপোনালোক বহকচোন। মই চাবিটো লৈ গৈছো।

[ বিৰতি ]

বসন্ত : তাৰ মানে তোৰ লাইটৰ মিটাৰ কিমান উঠে ঠিক নাই দেই। সাৱধান।

অঘৰী : পানী আৰু সেই—

বসন্ত : বুজিছো, মই সুধিম নহয় ৰচোন।

অঘৰী : সেইটো যদি 'কমন' হয় তেনেহ'লে ঘৰ নোচোৱাই ভাল।

মানুহ : হেঃ হেঃ কেনে দেখিছে? পাৰিব যাব বলক। চাব ৰবমুণৰ বতৰ, ইটাৰ ওপৰত ভৰি স্লিপ কৰিব।

বসন্ত : তাৰ মানে ৰবমুণ দিলে দুৱাৰ মুখলৈকে পানী উঠে?

মানুহ : এইটো টেম্পবেৰী— । কি চাইছে ? সেই-বোৰ শামুক । একো অন্যায় নকৰে । সিহঁতৰ এয়েই কাম আৰু । বেৰে ভুৰাবে বগাই ফুৰে ।

অঘৰী : বৰ ডাঙৰ ডাঙৰ শামুক !

মানুহ : এয়া কি দেখিছে । ইয়াতকৈও ডাঙৰ আছে ।

অঘৰী : বসন্ত ।

বসন্ত : ওঁ—

মানুহ : চাওক এতিয়া । দৰজাবোৰ অলপ বেয়া আছে । বেয়া মানে কি আৰু—খিলিবোৰ ভালকৈ নাথায় । সেইবোৰ বদলাই দিব পৰা যাব দিয়কচোন ।

বসন্ত : এইখিনিত পানী পৰেনেকি বাৰু ?

মানুহ : ইয়ে ৰাম । এইখিনিত পানী পৰিছে কেনেকৈ ? আগৰ পৰিয়ালটোৱেতো এইটো কথা মোক কাহানিও কোৱা নাই । নাই নাই বুজিছে, নিজে নাচালে একো নহয় । তেওঁ-লোকেতো অন্ততঃ এইটো কথা মোৰ কাণ চোৱাব লাগিছিল । আপোনাৰ কিন্তু বেছ খবৰ আছে দেই । ছেঃ—তাৰ মানে আজি মই খোচা মাৰিবলৈ আকৌ মানুহ এটা বিচাৰিব লাগিব । বাৰু এইটো হব দিয়কচোন —আহক ।

বসন্ত : কোঠা তাৰ মানে এই দুটাই আৰু, নহয় জানো ?

মানুহ : আৰু এটা আছে, কিন্তু সেইটো ভাৰা নিদিওঁ কাৰণ তাত মোৰ বৰ ল'ৰাটো থাকে ।

বসন্ত : আপোনাৰ লগত নাথাকেনেকি ?

মানুহ : এ — তাৰ কথা নকব । সি বাৰি বিয়লি আহেতো সেইকাৰণে তাক বাহিৰে বাহিৰেই তাতে থাকিবলৈ দিছো ।

অঘৰী : ৰাতি বিয়লি আহে মানে— ?

বসন্ত : নাইট ডিউটি কৰে চাগে কৰবাত—সেইটো কোনো কথা নহয় ।

অঘৰী : আগৰ পৰিয়ালটো বাৰু কিয় গুচি গ'ল ?

বসন্ত : ক'ৰবালৈ ট্ৰেন্সফাৰ হ'ল চাগে ।

অঘৰী : তই জাননেকি ?

বসন্ত : জানোতো । [ মনে মনে ] তই চুপ থাক ।

মানুহ : এতিয়া খালি মোৰ প্ৰব্লেম হৈছে এইটো—

অঘৰী : এই ইটাবোৰ ?

মানুহ : অকল ইটাই নহয়, সৌৱা চাওক বালিও পেলাই থৈছো । আৰু এহেজাৰমান টকা পালে মোৰ হৈ যায় আৰু ।

বসন্ত : কি কৰিব ?

মানুহ : মানে চেনিটেৰীটো ।

বসন্ত : বৰ্ত্তমানৰ সুবিধা ?

মানুহ : বৰ্ত্তমানৰ কমন বুলিয়েই ধৰকচোন ।

বসন্ত : ভাৰা কিমান কৰিছে ?

মানুহ : আগৰ পৰিয়ালটো ১৪০ টকাত আছিল ।

বসন্ত : চেনিটেৰীৰ কাৰণে যে এহেজাৰ টকা আপোনাৰ প্ৰয়োজন, সেইটো সোনকালে পোৱাৰ সম্ভাৱনা আছে আপোনাৰ ?

মানুহ : সেইটো এতিয়া আপোনালোকেহে জানে ।

অঘৰী : মানে ? [ আচৰিত হৈ ]

মানুহ : আপোনালোকে সেই এহেজাৰ টকা এডভান্স দিয়ে যদি হ'ব আৰু —

অঘৰী : মই এডভান্স দিব লাগিব ?

বসন্ত : আৰু কোনে ? তেখেতেতো নাথাকে এইটো

ঘৰত, তইহে থাকিবি। পইচা পাতি খৰচ কৰি সুবিধাখিনি কৰিল। এনে সুবিধাজনক ঠাই ক'ত পাবি?

মানুহ : ঠাই ভাল। এই ঠাই ডোখৰৰ কাৰণেই আগৰজন মানুহ যাব খুজিছিল। ঘৈণীয়েকেতো কান্দিয়েই দিলে।

বসন্ত : কান্দিবতোন, ঘিয়েই আছে সিয়েই কান্দিব। খালি আমাৰ কথা হৈছে আমি ইতিমধ্যে বহুত কান্দিছো। আৰু কান্দিবলৈ ইচ্ছা নাই বুজিছে। ঠাই ভাল যেতিয়া কেতিয়াবা ফুৰিবলৈকে আহিম দিয়ক। আপুনি থাকিব নহয়?

অঘৰী : ভাল, থাকিব তেন্তে।

[ বিৰতি ]

বসন্ত : নাই নাই ভাই মোক নধৰিবি। মই তইঁতৰ সেইবোৰ ঘৰুৱা কথাত সোমাবগৈ নোৱাৰো।

অঘৰী : তই একো কৰিব নালাগে নহয়। তই মাথোন বহি থাকিবি।

বসন্ত : তই যাবি তোৰ ঘৈণীয়েৰৰ ওচৰলৈ। মোক টানিছ কেলেই?

অঘৰী : মই তোক শহুৰৰ ঘৰলৈ যাবলৈ লগ ধৰা নাই নহয়।

বসন্ত : শহুৰ নহ'লেও মোমা শহুৰ দেচোন।

অঘৰী : তই সুবুজা হৈছ কিয় বসন্ত। তই গ'লে মানে অলপ সাহস পাওঁ দেচোন।

বসন্ত : নিজৰ তিৰোতাজনীৰ ওচৰলৈ যাবলৈকে তোক আকৌ বেলেগে সাহস লাগেনে? এইবোৰ বাজে কথা মোক নকবি দেই।

অঘৰী : ঘৰ পালালে বুলি সুধিলে মই কি বুলি কাম কচোন!

বসন্ত : অ' তাৰ মানে সেইটো মই ক'ব লাগিব হ'বপায়?

অঘৰী : মযেই কম বাৰু। কিন্তু তই থাকিলে মানে দুয়ো মানুহজনীক ভালকৈ বুজাব পাৰিম কথাটো।

বসন্ত : এই সাধাৰণ কথাটো বুজাবলৈ তোক দুটা মানুহ লাগেনে? কৈ দিবি, ঘৰ বিচাৰি কেতিয়াবা পাওঁ ঠিক নাই, তুমি আৰু কিছুদিন ইয়াত থাকিব লাগিব।

অঘৰী : ছিঃ ছিঃ বসন্ত মই সেইদৰে ক'ব নোৱাৰো। মোৰ ইজ্জতটো ক'ত থাকিল কচোন।

বসন্ত : তেন্তে কৰি, তুমি গালি পাৰিছা যদিও আৰু ক'ব নোৱাৰো। ঘৰ এটা ঠিক নকৰাকৈ বাৰু মই কোনটো নাকেৰে তোমাৰ ওচৰলৈ আহো কোৱাচোন?

অঘৰী : তাৰ পিছত?

বসন্ত : আজি বন্দৰস্ত কৰি চিধাই তোমাৰ কাষলৈ আহিছোঁ।

অঘৰী : তাৰ পিছত?

বসন্ত : কি তাৰ পিছত তাৰ পিছত কৰি থাক অ'। মই পাতনি মেলি দিছোঁ যেতিয়া বাকীখিনি নিজে সজাই পৰাই লবি যা।

অঘৰী : বসন্ত মই মৰি যাম।

বসন্ত : মহা মস্কিল! ঘৰ বিচৰাৰপৰা আৰম্ভ কৰি ঘৈণীয়েৰক বুজোৱালৈকে গোটেইবোৰ তই মোৰপৰা বিচৰাটো ভুল হৈছে নহয়। ঘৰ পোৱাৰ পিছতে যে তোৰপৰা মই সুখেৰে থাকিব পাৰিম আশা নাই দেই!

অঘৰী : তোক তেতিয়া নাটানো। তই নিশ্চিন্ত থাক। এতিয়া ক। তাৰ পিছত কি কম?

বসন্ত : কবি ! কবি……কবি।

অঘৰী : ও……কম……কম।

বসন্ত : ঠিক আছে। তই কবি তোমাৰ কপালেহে এইটো ঘৰ পাইছোঁ দেই। বঢ়িয়া দেই ! বঢ়িয়া ঘৰ। দুটা কম। লাইট পানী সকলো আছে। চিটি বাছেৰে যোৱা, ৰিক্‌সাৰে যোৱা, বাতি চিনেমা চাই আহা—কোনো অসুবিধা নাই। খালি চূণ তেল নিদিয়াকৈ ঘৰটোত সোমাবলৈ মই বেয়া পাইছোঁ। আজি যাওঁতেই ফাচী বজাৰৰপৰা চূণৰ টিন এটা লৈ যাম। তোক সুধিব পাৰে, কেলেই মালিকে চূণ তেল নিদিয়েনেকি ? কবি আজিকালি আৰু মালিকে ভাৰাঘৰত চূণ তেল দিয়া প্ৰথা ইয়াত নাই। সেইটো কিয় আশা কৰিছা মিছাতে ? দেওবাৰে চূণ তেল দিয়া হ'লে সোমবাৰে তোমাক…

অঘৰী : মঙ্গলবাৰৰ পিছত কি কৰিম ?

বসন্ত : মঙ্গলবাৰৰ পিছত ? ওহো, এইবোৰ চেৱা-গুলিৰে নহব। তই এটা বুলেট লৈ যা বুইছ ?

অঘৰী : বুলেট !

বসন্ত : অ' বুলেট।

অঘৰী : দে তেনেহ'লে।

বসন্ত : বুলেট, তোক মই ঠিকেই দিম। ফুটাব পাৰিবিতো ?

অঘৰী : পাৰিম।

বসন্ত : ৰবি, চিগাৰেটটো জ্বলাই লওঁ।

দৃশ্যান্ত

অঘৰী : ইমানদিন থাকিলাই আৰু দুদিনমানো থাকিব নোৱাৰানে ?

লক্ষী : মইহে জানিছোঁ মই কি কষ্টত আছোঁ।

অঘৰী : মোৰ কষ্টতো তুমি দেখিব লাগিছিল। সপোনতো ভাৰাঘৰ দেখা হলো জানা ?

লক্ষী : ভাৰাঘৰ নেদেখি আৰু মোক দেখিবানে ?

অঘৰী : তেনেকৈ কিয় কোৱা বাৰু ? ভাৰাঘৰ এটা মই মোৰ কাৰণে বিচাৰি ফুৰা নাই নহয়, তোমাৰ কাৰণেই বিচাৰিছোঁ। এতিয়া পাইছোঁ কাৰণে আহিছোঁ তোমাৰ ওচৰলৈ।

লক্ষী : স্ন'ব বটল এটা কিনিবলৈকো তুমি মোৰ হাতত পইচা এটা দি যোৱা নাই।

অঘৰী : কেলেই মামীয়ে নদঁহেনেকি ?

লক্ষী : সেইটো শেষ হ'ল। ইপিনে মামাৰ খৰচ দেখি মোৰ বৰ বেয়া লাগি আছে। [ হঠাৎ ] অ' মোৰ বাচনৰ বাকচটো ক'ত থৈছা ?

অঘৰী : বসন্তৰ তাতে থৈছোঁ।

লক্ষী : গোটেইবোৰ কাঁহৰ বাচন। ক'ৰবাত কিবা হ'ব লাগিলে।

অঘৰী : সেই বিষয়ে তুমি নিশ্চিন্ত থাকা।

লক্ষী : স্তভ কিনিলা ?

অঘৰী : কিনিলোঁ।

লক্ষী : সক কেটলী এটা লাগিব নহয় ?

অঘৰী : অ' সেইটো পাহৰিলোৱেই। আজি যাওঁতেই কিনি নিম।

লক্ষী : হওক তেও দেউ, আজি এমাহৰ পিছত ঘৰটো হ'লগৈ। হেৰি নহয়, সৰু ল'ৰা বা ছোৱালী এজনী পাবানেকি বাৰু ? তুমি অফিচলৈ গলে মই অকলে কেনেকৈ থাকিম ?

অঘৰী : সেইটোও হয়। ওচৰত পিছে মানুহ আছে।

লক্ষী : তথাপি নতুনে নতুনে আচহুৱা লাগিব নহয়।

অঘৰী : চাওঁচোন বাৰু। মামা নাহিবনেকি এতিয়া ?

লক্ষী : মামাক কেলেই ?

অঘৰী : পুৰোহিত এজন লাগিছিল নহয় ?

লক্ষী : কেলেই ?

অঘৰী : পুজা-পাতল এভাগ নপতাকৈ জানো ঘৰটো ল'লে ভাল হ'ব।

লক্ষী : সেইবোৰ বাদ দিয়া দেই। পুজা-পাতল পাতিব নেলাগে। তাতকৈ কামাখ্যাতে নৈবেদ্য এভাগ দিম, হৈ যাব। মুঠতে কাইলৈ চূণ তেল দিয়া হ'লে পৰহিলৈ তুমি মোক লৈ যাবাহি। আৰু দেৰি হ'লে মই কিন্তু ইয়াত নাথাকো।

অঘৰী : মোৰ একো নাই। তোমাৰ কাৰণেহে কৈছিলোঁ। মইতো ভূত-প্ৰেত এইবোৰ একোকে বিশ্বাস নকৰোঁ।

লক্ষী : তাত ভূত-প্ৰেত আছে নেকি কিবা ?

অঘৰী : নাই।

লক্ষী : তেন্তে ?

অঘৰী : সেইবোৰৰ ভয় একো নাই। কথা হ'ল মানে ঘৰটোৰ যিটো বাথৰুম নহয়...তাতে বোলে আমাৰ আগতে থকা মানুহজনৰ ঘৈণীয়েক চিপ লৈ মৰিছিল......

লক্ষী : কি [ আচৰিত ]

অঘৰী : চিপ লৈ মৰিছিল।

লক্ষী : [ ভয়ত ] অ' মা—মই মৰি গলেও সেইটো ঘৰত নাথাকো দেই। তাতকৈ মোক ঘৰলৈ পঠিয়াই দিয়া। তুমিনো এনেকুৱা এটা ঘৰ বন্দবস্ত কৰি আহিব পোৰানে ? কৈছো নহয়, তুমি আচৰিত মানুহ !

অঘৰী : ঘৰ নেপালে মই কি কৰিম ? আমিওতো এদিন মৰিম।

লক্ষী : সেইবুলি মই তাত চিপ লৈ মৰিবলৈ যাব নোৱাৰোঁ।

অঘৰী : মহা মস্কিল ! তোমাক চিপলৈ মৰিবলৈ কোনে কৈছে ?

লক্ষী : ইচ বাম কি সাংঘাতিক ! অ' মামী—মামী—মামী—

অঘৰী : হেৰা শুনাচোন, মামীক চিঞৰিছা কেলেই ? সেইটো ঘৰ নলওঁ বাৰু।...হে ভগৱান এইবাৰলৈ জানিবা ৰক্ষা ! কিন্তু ইয়াৰ পিছত ?

# কুঠাৰৰ নাল

ৰমা বেজবৰুৱা

কুঠাৰৰ নাল এটা লৈ ভুল বুজাবুজিৰ মাজেৰে এক নাটকীয় সংকটপূৰ্ণ পৰিস্থিতিৰ সৃষ্টি কৰি কাহিনীয়ে এক অনুপম 'কমেডি অৱ এৰৰ্‌চৰ' ৰূপ লয়।

চৰিত্ৰ :

সোণাধৰ : গাঁৱৰ এজন হোজা নিমাখিত আদবয়সীয়া মানুহ

সোণাধৰৰ ঘৈণীয়েক

পিতৌ : গাঁৱৰ ল'ৰা, টেক্সীৰ হেণ্ডিমেন

দাৰোগা

প্ৰথম প্ৰচাৰ : ১৯৭২

সোণাধৰ : অই কুমুদৰ মাক! কুমুদৰ মাক! ……শুনছনেকি? অ'ই……

ঘৈণীয়েক : [ দূৰৈৰ পৰা ] কি হ'ল? এনেকৈ চিঞৰিছা কেলেই? আহিয়েই চিঞৰিবলৈ কিহে পালে?

সোণাধৰ : ই কেনি গ'ল? ই …কুমুদ? য'ৰে বস্তু ত'তে এৰি ভৰংকৈ কৰবাৰৈ ওলাই গ'ল……এইখন—এইখন দেখিছ নে নাই?

ঘৈণীয়েক : অ' দেখিছোঁ, কুঠাৰ। কি হ'ল পিছে?

সোণাধৰ : 'কি হ'ল পিছে'। বেছি খং তুলি নলবি দেই। সি ক'লৈ গ'ল সেইটো আগতে ক……

ঘৈণীয়েক : কেনেকৈ ক'বা কলৈ গ'ল? ভাত-কেইটা খাই কেতিয়াবাই ওলাই গ'ল। বস্তু ঠিকাদাৰৰ তালৈকে যাব পায়……আৰু নো কলৈ যাব?

সোণাধৰ : বস্তু ঠিকাদাৰ? ৰাতিপুৱাৰপৰা মাজ-ৰাতিলৈকে ঘূৰি ফুৰাৰ বাহিৰে আন কাম একো নাই নেকি তাৰ? আজিলৈকে ক'তো কাম-বন এটা যোগাৰ কৰিব নোৱাৰিলে! ধহুৱা…! এইটো বয়সতে দায়িত্বজ্ঞান নহ'ল ……কিবা এটা সামান্য কাম দিলেও সেইটোতে ফাঁকি মাৰি মুখ পুলুকা মাৰিব। মই যোৱাৰ আগতে শুনিছিলি নহয় তাক কি কৈ গৈছিলোঁ?

ঘৈণীয়েক : উস্ বাৰু কেলেই তেনেকৈ চিঞৰ বাখৰ কৰিছা? সি কুঠাৰৰ নাল লগাওঁ বুলি কৈছে নেকি? আজি লগাই দিম বুলি কৈছে, লগাই দিব। কেলেই চিন্তা কৰিছা? কিবা এটা জৰুৰী কাম আছে চাগে। সেই-কাৰণেহে লৰালৰিকৈ ওলাই গৈছে।

সোণাধৰ : জৰুৰী কাম? নিকৰ্মা-ধহুৱা এটাৰ আকৌ কিহৰ জৰুৰী কাম অ'? মোক সেইবোৰ কথা কৈ ঠগিবলৈ নাহিবি বুইছ …? …জাপিখজীয়া গাঁৱত পুলিচৰ যি ধৰপাকৰ চলিছে আজি দেখি আহিলোঁ। পুলিচে তোৰ কাম-বন নোহোৱা পুতেৰৰ জৰুৰী কাম উলিয়াই দিব। তেতিয়া গম পাবি বাপেকে…। যিদিনা পুতেৰক হাতকেৰেপা মাৰি পুলিচে বঙাঘৰত সুমুৱাবগৈ সেইদিনা কিন্তু মোৰ গাত দোষ নিদিবি।

ঘৈণীয়েক : কি আগ-গুৰি নোহোৱা কথাবোৰ কৈছা তুমি? কুমুদে কাৰ কি জগৰ লগালে —কাৰ ঘৰত সিন্ধি দিলে যে পুলিচে এনেয়ে তাক ধৰি নিব?

সোণাধৰ : নিছেই। নিহে কাৰণেহে কৈছোঁ। এই অমুকাই এনেয়ে এনেয়ে কথা নকয় বুইছ কুমুদৰ মাক! নিজ কাণেৰে শুনি আহিছোঁ — নিজ চকুৰে দেখি আহিছোঁ।

ঘৈণীয়েক : কি শুনিলা — কি দেখিলা? তুমি এতিয়া জাপিখজীয়াৰপৰা অহা নাই জানো? নে আন কৰবালৈহে গৈছিলা?

সোণাধৰ : জাপিখজীয়াৰপৰাহে আহিছোঁ। সেই-কাৰণেহে কৈছোঁ — পুতেৰক চম্ভাল। জাপিখজীয়া ইয়াৰপৰা ওচৰতে।

ঘৈণীয়েক : উস্ বাৰু, এই মানুহটোৰপৰা কঁপাত

নাই। আচল কথাটো নোকোৱা কেলেই? কি শুনিলা জাপিখজীয়াত? দেবেনৰ ঘৰত কিবা হ'ল নেকি?

সোণাধৰ : অকল দেবেনৰ ঘৰতেই হোৱা নাই। গোটেই গাঁওখনতেই। বিশেষকৈ যাৰ ঘৰত আমাৰ ইয়াৰ নিচিনাকৈ কাম-বন নোহোৱা উতন্তুৱাবোৰ আছে। মুঠৰ ওপৰত, জাপিখজীয়াত পুলিচে হালে হালে সাঙুৰিছে, গাড়ীত তুলিছে আৰু টাউনলৈ চালান দিছে। দেবেনৰ ভায়েক নবেনকো আজি তিনিদিনৰ আগতে ধৰি চালান দিলে।

ঘৈণীয়েক : নবেনক? সি দেখোন একেবাৰে ঠাণ্ডা ল'ৰা। সিনো কাৰ ঘৰত ···

সোণাধৰ : ঠাণ্ডা-গৰম বুলি কথা নাই বুইছ। মুঠৰ ওপৰত পুলিচৰ এবাৰ কাবোবাৰ ওপৰত সন্দেহ হলেই হ'ল। তাতে কান্দুৱাই এবাৰ নবেনৰ নামটো উচ্চাৰণ কৰিলে যেতিয়া নবেনৰ কত ৰক্ষা আছে। তই কি বুজিবি এইবোৰ? আজি ৩।৪ বছৰ মানৰ আগতে আমাৰ কুমুদৰ লগতো কান্দুৱাৰ এবাৰ ফেৰিয়া ফেৰি লগা নাছিলনে? সেইকাৰণেহে কৈছো ··· দিনকাল যেনে চলিছে কোন মুহূৰ্ত্ততে ···

ঘৈণীয়েক : হেৰা, তুমি কি কথাবোৰ কৈ আছা? কিবা কবৰ মন আছে যদি আচল কথাটো কৈ পেলোৱা। এইবোৰ ছালে-বেৰে কোবোৱা কথা কৈ মোক ভয় খুৱাই নেথাকিবা। পুলিচৰ কথা কৈ একে কোবেই ক'ৰ কান্দুৱানে কান্দুৱাৰ কথালৈ গ'লা। ক'ৰ কান্দুৱা সেইটো, মই হ'লে একো বুজা নাই।

সোণাধৰ : এইজনী ক'ৰ আকৰী অ'। ভু-ভাৰতৰ মানুহে কান্দুৱাৰ নাম ক'লে দুৰতে পলায়—এই আৰু' আজি চিনি নোপোৱা হ'ল? কেলেই জাপিখজীয়াৰ গেঞ্জোলাৰ পুতেক সেই গভাইত চোৰটো কান্দুৱাক চিনি নেপায়?

ঘৈণীয়েক : অ—অ—কান্দুৱা। তাক আৰু চিনি নেপাওঁনে? সেইটো জেলত পৰিছিল নহয়, আকৌ ওলাল কেতিয়া? নবেনৰ কথা আকৌ কি কি ক'লে? নবেন দেখোন ···

সোণাধৰ : তোৰ লগত কথা কোৱাৰ এইবোৰেই মস্কিল বুইছ? ৰামায়ণৰ একেবাৰে সীতাৰ জন্ম-বৃত্তান্ত ক'ব লাগিব। কেলেই, আজি ডেৰ মাহমানৰ আগতে নাওহলীয়াৰ ঘইগু মহাজনৰ ঘৰত ডাঙৰ ডকাইতি এটা হৈছিল, শুনিছিলি নে নাই?

ঘৈণীয়েক : শুনিছিলোঁ—শুনিছিলোঁ। কুমুদে কৈছিল। মহাজন আৰু ঘৈণীয়েকক হাতে-ভৰিয়ে বান্ধি কেবাহাজাৰ টকা, পাটৰ কাপোৰ-কানি আৰু গহনা-গাথৰি লৈ যোৱা নাই জানো? দলটোত হবলা কান্দুৱাও আছিল?

সোণাধৰ : ৰ। ছকুৰিমান আছিল বোলে। গোটেইবোৰে হেনো মুখত কাপোৰ বান্ধি বান্ধি গৈছিল। কোনেও চিনিব নোৱৰাকৈ ভেশচন ধৰি গৈছিল। পিছে বেজিৰ জলা মণি কুঠাৰৰ জলা নমনাৰ নিচিনা কথা হ'ল বুইছ। মহাজনৰ ঘৰত সিহঁতৰ চেণ্ডেল এপাট আৰু গামোচা এখন পৰি আছিল। পুলিচে সেই দুবিধ বস্তুৰ পম খেদি খেদি এই তোৰ এঞ্জাহৰ মুৰত জাপিখজীয়াৰ কান্দুৱাৰ ঘৰ ওলালহি। গামোচাখন

হেনো কান্দুৰাৰ আছিল। সিহঁতৰ পুখুৰীটোৰ পৰা কিবা-কিবি মালো উলিয়াইছে। আৰু তাৰ পিছৰ পৰাই পুলিচৰ ধৰ-পাকৰ আৰম্ভ হ'ল।

ঘৈণীয়েক : ৰবা, নৰেনে আৰু' কি কৰিলে? দল-টোত সিও আছিল নেকি?

সোণাধৰ : সি নাছিল অ' সি নাছিল। সন্দেহতে অৰ্থাৎ চোভামানি তাক ধৰিছে। নধৰিব কেলেই? কান্দুবাই তাৰ লগত নৰেন আৰু গাঁৱৰ কেবাটাও আছিল বুলি কৈছে। তাতে সেইদিনা ৰাতি নৰেন বোলে ঘৰতো নাছিল।

ঘৈণীয়েক : কলৈ গৈছিলনো সি?

সোণাধৰ : গাঁৱত সেইদিনা ৰাতি ভাওনা আছিল। সি চাবলৈ গৈছিল।

ঘৈণীয়েক : সেই চুৰাখোৰা দগধাটোৰ নো নৰেনৰ নাম লবলৈ কিহে পালে?

সোণাধৰ : আখেজ বুইছ আখেজ। আজি এবছৰ-মান আগতে বোলে এদিন নৰেনে কান্দুৰাক কিবা এটা কথাত খুব মৰিয়ালে। তাৰ পৰিণামটো কি হ'ল দেখিলি? সেইকাৰণেহে মই কৈছোঁ আমাৰ ই অৰ্থাৎ কুমুদৰো ··· সিও এদিন তাহানি কান্দুৰাৰ লগত ···

ঘৈণীয়েক : তুমি মিছাকৈ ভয় কৰিছা। সেইবোৰ ভয় একো নাই। আজি তিনি-চাৰি বছৰৰ আগতে কিবা এটা সৰু মুখ চুপতা চুপতি লাগিছিল। সেইটোত আৰু আজি ইমান দিনে কান্দুৰাই ধৰি থকা নাই বুইছনে ···

সোণাধৰ : চোৰক বিশ্বাস নকৰিবি বুইছ। লাজাত নাই সিহঁতৰ। ভাবোপৰি কান্দুবাই লগাওক বা নলগাওক, ইয়াৰ নিচিনা কামবন নোহোৱাকৈ মহলা মাৰি ধহুৱা কোৱাই কুৰা ল'ৰাবিলাকৰ ওপৰত পুলিচ-চুলিচৰ নজৰ যেছিকৈ পৰে তেহেলৈ সি ল'ৰা হাজাৰ ভাল হওক।

ঘৈণীয়েক : বাহিৰত অলপ ওলাই সোমাই ফুৰিবিনো সি কি কৰিব কোৱাচোন? কাম এটা পালেহে কাম কৰিব পাৰে। এইবেলি কাম এটা পোৱাৰ আশা আছে বুলি সিদিনা কৈছে।

সোণাধৰ : কোনটো কাম, কোনটো কাম?

ঘৈণীয়েক : কেলেই আজি এমাহমানৰ আগতে যে টাউনলৈ গৈ পৰীক্ষা দিছিল? সেই যে চৰকাৰী গাড়ীত···

সোণাধৰ : অ' সেই মেকানিক কামটো? এমাহেই হ'লনে পৰীক্ষা দিয়া?

ঘৈণীয়েক : অ' তোন, কেলেই জেঠৰ তেইশ তাৰিখে? পাহৰিলাই হবলা? আগদিনা সি মহেশৰ লগত গৈ টাউনত মহেশৰ বায়েকৰ ঘৰত থকা নাই? সেইদিনা ৰাতি টাউনত বায়োস্কোপ নে কিও চাইছে নহয়? ইমানকৈ পাহৰিলে কেনেকৈ হব?

সোণাধৰ : হ-হ। জেঠৰ তেইশ তাৰিখ। হ-হ। ধৰ এমাহ-তাতকৈ বেছিহে হ'ল। সোমবাৰ আছিল নহয়? তোৰ ইংৰাজী মাহৰ লেখেৰে জুন মাহৰ সাত তাৰিখ আছিল। তাৰ আগদিনা ··· তাৰ আগদিনা জুনৰ ছয় তাৰিখ। ···কি? তই ··· তই কোৱা নাছিলি কেলেই? খাই দিলি তই। সৰ্বনাশ হ'ল—

ঘৈণীয়েক : কি হ'ল? হ'ল কি? তেনেকুৱাখন কৰিছা কেলেই?

সোণাধৰ : হবলৈ কিটো বাকী আছে? ঠিক মিলি

পৰিছে। অহ্ অহ্…। নিৰ্ঘাত ইয়াকো পুলিচে ধৰিব। মহেশক পুলিচে বিচাৰি ফুৰিছে…

ঘৈণীয়েক : কি হ'ল নোকোৱা কেলেই? কেলেই এনেকৈ চিঞৰিছা? মহেশৰ আৰু'…

সোণাধৰ : ধেৎ তেৰী। মহেশৰ লগত সি জুনৰ ছয় তাৰিখে টাউনলৈ গৈছিল। হয় নে নহয়? আৰু সেইদিনাই ৰাতি নাওহলীয়াত যইগু মহাজনৰ ঘৰত ডকাইটি হৈছে। এতিয়া বুজিলি? যি ভয় কৰিছিলোঁ সেইটোৱে হ'ল—

ঘৈণীয়েক : কুমুদ সেইদিনা টাউনলৈহে গৈছিল। সি…সি কিবা সেইদিনা…

সোণাধৰ : এই চুপ থাক। একো বুজি নেপায় কথাবোৰ। তইঁত মাইকী মানুহবোৰেই বস্তকুটৰ ঘাই। পৰীক্ষাৰ আগদিনা টাউনলৈ যাবলৈ ওলোৱাত তই মানা নকৰিলি কেলেই? তই… তই…

ঘৈণীয়েক : কি কথাবোৰ কৈছা তুমি? সেইদিনা ৰাতি মহাজনৰ ঘৰত ৰাতি ডকাইত সোমাব বুলি মই জানো নেকি? আৰু…আৰু পুলিচে এনেয়ে এনেযে ধৰিলে হব নেকি? মহেশৰ তিনিহিয়েকে সাক্ষী দিব নহয়?

সোণাধৰ : হেট্, থৈ দে তোৰ মহেশৰ তিনিহিয়েকৰ সাক্ষী! হেৰ' সাক্ষী-বাদী পিছতহে হ'ব। প্ৰথমতে তাক হাত-কেৰেপা লগাই ধৰি নিব। সেইটো কম লাজৰ কথা নেকি? মই…মই কোনটো নাকেৰে গাঁৱত মুখ উলিয়াম? হোঁ?

ঘৈণীয়েক : অ' তেনেহ'লে কি হ'ব? তুমি মতা-মানুহটো হৈ কিবা এটা ক'বা। দাৰোগাৰ ওচৰলৈকে গৈ হাতে ভৰিয়ে ধৰি……

সোণাধৰ : এই চুপ থাক। মোক ভাবিবলৈ দে। তই…তই এইবোৰ কাৰোবাক কৈছ নেকি? কুমুদ টাউনলৈ যোৱা কথা…পৰীক্ষা দিয়াৰ কথা? তইঁতৰ মাইকী মানুহবতো ঠিকনা নাই…যতে পায় তাতে লেপলেপাই……

ঘৈণীয়েক : নাই কোৱা…নাই কোৱা। ক'তনো কৈছো? কেৱল সেই সিদিনা দেউকণৰ ঘৈণীয়েকৰ আগতহে……

সোণাধৰ : খাই দিলি! তই মোক এইদৰেই খাবি দেই। কি দৰকাৰ তোৰ তেনেকৈ চেলবেলাই ফুৰিবলৈ? খবৰদাৰ! আৰু কাৰো আগত এইবোৰ নকবি। এতিয়া তোৰ গাৰ নোমেই শত্ৰু। বুজিছনে নাই?

ঘৈণীয়েক : নকওঁ-নকওঁ বাৰু।

সোণাধৰ : আৰু শুন। কুমুদকো কৈ দিবি সাৱধানে যাতে থাকে। ৰাতি বিয়লি যাতে ঘূৰি নুফুৰে। মুঠৰ ওপৰত নিজক বচাই ফুৰিব লাগে। কিবা হৱলগীয়া হ'লে মই হ'লে তাক বচাব নোৱাৰোঁ। এতিয়াই কৈ থলোঁ। তেতিয়া মাৰ পুতেৰে যি কৰ কৰি থাকিবি…

ঘৈণীয়েক : তুমি এতিয়া তেনেকৈ ক'লে কেনেকৈ হ'ব। তুমি বাপেকটো হৈ……

[এনেতে বাহিৰত কোনোবাই 'কুমুদ'। অ' 'কুমুদ' বুলি চিঞৰে]

সোণাধৰ : [উচপ খাই উঠি] কোন? কোন??

পিতৌ : মই…মই মানে পিতৌ।

সোণাধৰ : পিতৌ? কোন পিতৌ?

ঘৈণীয়েক : কেলেই পিতৌক চিনি নোপোৱা? গজেনৰ পিতেক…

সোণাধৰ : অ… পিতৌ আহিছ? আহ আহ।

গোসাই আছে। আছে বহু, সেই টুলখনতে বহু। হেৰি নহয়, কুমুদ নাই নহয়? ভাত-কেইটা খায়েই হেনো ডেকালৰা বছৰা কোবাৰলৈ ওলাই গৈছে। সি ঘৰত থাকে নেকি? পিছে কেলেই লাগে নো তোক কুমুদক?

পিতৌ: কাম এটা আছিল দাইটি!···এ···কুঠাৰখন দেখোন মাটিত পেলাই থৈছে, কি হ'ল? নাল নাই দেখোন···কুঠাৰৰ নাল লগাব খুজিছে হবলা?

সোণাধৰ: ক'ত মই লগাব খুজিছো? কুমুদক আজি মই বাভিপুৰাই কৈ গৈছো নাল লগাবলৈ, পিছে কত লগাব তোৰ মেকানিক বাবুয়ে। ঘৰে বস্তু ততে এৰি ভাতকেইটা খাই ক'ৰবাত মহলা মাৰিবলৈ ওলাই গ'ল। মই জাপি-খজীয়াৰপৰা আহি······কি হ'ল তই দেখোন কুঠাৰখন বৰকৈ চাইছ? কৰভাৰপৰা অনা কুঠাৰ বুইছ। বৰ মজবুত হৈ আছে···

পিতৌ: কুঠাৰখন মই চোৱা নাই দাইটি! মানে হেৰি নহয়, কথা এটা হৈছে নহয়! সোনকালে আজিয়েই ভালকৈ নাল লগাই নালডালত কিবাকিবি সানি পুৰণি কৰি ৰাখক···ন'হলে কুঠাৰখনকে পুখুৰীত পেলাই দিয়ক···

ঘৈণীয়েক: কেলেই?

সোণাধৰ: কুঠাৰখন পেলাবলৈ কি হ'ল? তই কি কৈছ এইবোৰ?

পিতৌ: কাৰণ আছে দাইটি! আপোনালোকে ফুলীয়াৰ হালচাল নেজানে। নাওহলীয়াৰ ডকাইটি কেচটো শুনিছে নহয়? জাপি-খজীয়াৰ বহুত ডেকাল'ৰাক ধৰিছে শুনিছে নহয়? তাৰ পীতাৰ কান্দুৰা আছিল শুনিছে নহয়?

সোণাধৰ: শুনিছো শুনিছো-মই নিজে আজি জাপিখজীয়াত শুনি আহিছো। গামোচা আৰু চেণ্ডেল এপাতৰ পম খেদি খেদি···

পিতৌ: গামোচা আৰু চেণ্ডেলৰ মালিকক বিচাৰি বিচাৰি কান্দুৰাক ধৰিলে। কিন্তু আৰু এটা বস্তু পুলিচে বোলে বিচাৰি পোৱা নাই···

সোণাধৰ: কি?

পিতৌ: মহাজনৰ ঘৰত কুঠাৰৰ নাল এটাও পাইছে কিন্তু কুঠাৰখনহে বিচাৰি পোৱা নাই। ঘৰে ঘৰে খানাতালাচী চলাই···

সোণাধৰ: কি? মই দেখোন জাপিখজীয়াত একো শুনিলোঁ···

পিতৌ: সেইকাৰণেতো কৈছো এইবোৰ জঞ্জালত পৰাতকৈ কুঠাৰখনকে পেলাই দিয়ক পুখুৰীত···

ঘৈণীয়েক: সেইবুলি ইমান সুন্দৰ কুঠাৰখন পুখুৰীত পেলাই দিব পাৰি নেকি? এইখন কুমুদে নিজে গৈ কৰভাৰপৰা···

সোণাধৰ: চুপ থাক তই। সেই বুলি নিজৰ বিপদ এটা চপাই আনিব নোৱাৰোঁ নহয়। আজিয়েই পেলাই দিম···এতিয়াই······

পিতৌ: আপোনালোকে সেইবুলি খুব বেছি ভয় নকৰিব দাইটি! মই আছো যেতিয়া একো ভয় নাই······

ঘৈণীয়েক: তই পিছে এতিয়া আহিলি কৰ'পৰা? বুধখন শুকান শুকান দেখিছো। ভাত খোৱাই নাই নেকি?

পিতৌ: ক'ত ভাত খাব খুৰীটি? আজি বাভি-পুৱাৰপৰা টাউনত গাড়ীৰ পাৰ্টচৰ দোকানত

ঘূৰোতে ঘূৰোতে হায়ৰান হৈ গৈছোঁ। গাড়ীৰ 'কাৰব্ৰেটৰ' ঢাকন আৰু 'চকেটজৰাৰ' ছুটা বিচাৰি আনি এই অলপ আগতে আহি ঘৰ পাইছোঁহি। ঘৰ মানে মালিকৰ ঘৰ। আহি পোৱাৰ লগে লগে মালিকে ক'লে যা, কুমুদ আছে নে নাই, মাতি আন—বচ এয়া—

সোণাধৰ : বচোন ৰ। তই এইবোৰ কি গাইছ মই হ'লে একো বুজা নাই। কি মালিকৰ কথা কৈছ? কোন নো?

পিতৌ : অ' দাইটি, আপুনি নেজানে নেকি মই আজিকালি টেক্সীত কাম কৰোঁ।

সোণাধৰ : টেক্সা? মানে ভাৰা মৰা গাড়ী?

পিতৌ : অ' মানে দাইটি আজিকালি মই মানে পদ্মেশ্বৰ বৰাৰ ভাৰামৰা গাড়ী মানে টেক্সীত কাম কৰোঁ।

সোণাধৰ : মই বৰ আচৰিত পাইছোঁ পাই। তাহানিতে পঢ়া-শুনা এৰি মোমায়েৰৰ ঘৰত দুদিনমান থকা নাছিলি জানো? তাৰপিছত আহি বোলে টাউনৰ কোনোবা এখন চাহৰ দোকানত সোমাইছিলি বুলি শুনিছিলোঁ। তাৰপিছত নো গাড়ীৰ কাম শিকিলি কেতিয়া? কামত সোমালি কেতিয়া—এবা পাই আচৰিত পাইছোঁ—

পিতৌ : দাইটি, আপুনি বুজা নাই কথাটো। মই গাড়ীৰ কাম শিকিছোঁহে। আজি দুমাহমানহে হৈছে। এতিয়াও শিকি আছোঁ।

সোণাধৰ : অ' তাকে ক। ভাল হৈছে—বৰ ভাল হৈছে। ক'ৰবাত যে মূৰটো গোজা মাৰিবলৈ সুবিধা পাইছ, ই কম কথা নেকি? এইটো পুৰুষৰ লক্ষণ। আমাৰ ডোখৰবৰহে আজি ইমানদিনে সুবিধা এটা নোলাল। আই. টি. পাছ কৰিলে; আজি বোলে ইয়াত পৰীক্ষা কালি বোলে তাত পৰীক্ষা—কামৰ বেলিকা হ'লে টেক্‌টেকি। দেশৰ বিজুতৰীয়া বিলাকৰ লগত মহলা মাৰিব। বাপেকৰ ওপৰত বহি বহি খাবলৈ পাইছে, তাতকৈ আৰু কি লাগিছে!

পিতৌ : এহ্ দাইটি, আপুনি কুমুদৰ কথা কেলেই তেনেকৈ কৈছে? চাব—এদিন তাৰ ভাল চাকৰি হৈ যাব। একদম ফাষ্ট-কিলাচ মেকানিক। আপুনি ঠেঙৰ ওপৰত ঠেং তুলি আৰামচে বহি খাই থাকিব। কুমুদৰ নিচিনা চালাক, মানে দাইটি তাৰ নিচিনা গাড়ীৰ কামজনা ল'ৰা বৰ কম আছে—তাঁৰ লাক দেখিব এদিন দাইটি······

এহ্ খুৰীদেউ, আপুনি চাহকেই আনিলে। এইকিটা কি? পিঠা? ঠিক আছে। ভোকো লাগিছিল—

বৈণীয়েক : ভাতো আছে খাবি নেকি বাক?

পিতৌ : নাই, নাই খুৰীদেউ, সেইচব নেলাগে। আজিকালি গাড়ীত কাম কৰাৰ পিছৰপৰা কত দিন ভাত নোখোৱাকৈয়ে যায়······

বৈণীয়েক : ৰ তেনে। মই আৰু দুটামান পিঠাকে আনি দিওঁ······

সোণাধৰ : হয় নে পিতৌ, তহঁতৰ গাড়ীত ড্ৰাইভৰ নাই জানো? সি কামবন নেজানে জানো কুমুদক যে মাতিবলৈ আহিছ? আৰু কুমুদক বিনা পইচাত খটুৱাবলৈহে তোৰ গাড়ীৰ মালিকে মানে বেৰি পদ্মেশ্বৰে মাতিছে। সদা চাহ এটোপা খুৱাই পঠিয়াই দিব।

পিতৌ : নাই, নাই, দাইটি, আপুনি কি কথা কৈছে? মই মালিকক কৈ পুৰা দহ টকা আদায় কৰি দিম। ধেমালি পাইছে নেকি? আৰু আমাৰ ড্ৰাইভৰৰ কথা কৈছে? কোন জানেনে নাই? সেই মফিজ বুঢ়াৰ পুতেক হীৰাহে। একো নেজানে। মোতকৈও নেজানে। গাড়ীৰ চুইচ দি ষ্টাৰ্ট্ দিব, গিয়েৰ চেঞ্জ কৰিব 'একচিলেটৰ' দবাব—বছ। আৰু একো নেজানে। তাতেই তাৰ কি বাহাদুৰী দেখিব দাইটি! মোৰ ওপৰত যি চন্দাৰী—পিতৌ চিগাৰেট আন, পিতৌ চাহ আন, তামোল আন—ইটো কৰ—সিটো কৰ······

সোণাধৰ : তই নো কৰ কেলেই? নিজৰ মান-সম্মান বুজি নেপাৱ নেকি?

পিতৌ : চব বুজো দাইটি চব বুজো। মোৰ সম্মান মই বুজো। কিন্তু মোৰ স্বাৰ্থ আছে দাইটি। হীৰা ককাইটিক ফুচুলাই মেলি তেল-টেঙা দি দুদিনমান গাড়ীৰ ষ্টেৰিং পালেই মোৰ কাম ফিনিচ্। বছ ভাবপিছত, লাইচেন্স এখন কৰাই ল'লে হীৰা ককাইটিক কোনে কেয়াৰ কৰে। সেইকাৰণেইতো সি মোক যি কৰিবলৈ কয় তাকেই কৰোঁ। আৰু সেইকাৰণেই মোৰ ওপৰত তাৰ লাহে লাহে বিচাচ হৈছে। এদিনতো বুইছে দাইটি, ডেৰগাঁৱৰপৰা অলপ সময়ৰ কাৰণে সি মোক ষ্টেৰিং দিছিল। গাড়ীত সেইদিনা পেচিনজাৰ বেছি নাছিল। বেছি সময় চলাবলৈ দিয়া নাছিল! পিছে হ'লে হব কি? তাতে এটা সৰু ঘটনা মানে সৰু একচিডেন হ'ল।

সোণাধৰ : একচিডেন? মানে মানুহ মাৰিলি?

পিতৌ : নাই নাই, তেনেকুৱা ডাঙৰ একো নহয়। গিয়েৰ চেঞ্জ কৰি টপ গিয়েৰত বেছি সময় আহিবলৈ নেপালোৱেই—আগতে হঠাৎ চালা মানে ছাগলী পোৱালি এটা পৰি গ'ল। ষ্টেৰিং কাটিছোহে কাটিছো—বেৰেক কচিছোহে কচিছো—ওঁহো—ৰাখিব নোৱাৰিলোঁ।

সোণাধৰ : মৰিল হোঁ?

খৈণীয়েক : আই ঐ দেহি, তোৰ অকণো বেয়া নেলাগিলনে?

পিতৌ : কি বেয়া লাগিব খুৰীদেউ— গাড়ীৰ লাইনত কাম কৰিলে এনেকুৱা সৰু সৰু একচিডেন হৰদম হৈয়ে থাকে।

সোণাধৰ : সাবধান হবি বোপাই, সাবধান হবি। পুলিচে কোনোবা দিনা ধৰি নি জেল হাজতত পোৱাবগৈ। গমটো পাবি তেতিয়া।

পিতৌ : সেইখিনি নজৰ আমাৰ ঠিক আছে দাইটি! পুলিচক ক'ত কেতিয়া খাটিব পকাব লাগে পুৰা টেৰনিং আছে আমাৰ।

সোণাধৰ : তথাপি বুইছনে বেয়া কাম নকৰাই ভাল—সদায় নিজক বচাই ফুৰাটোহে বুদ্ধিমানৰ কাম।

পিতৌ : নিজক বচাই ফুৰিবৰ কাৰণেইতো সদায় ইমান ভাল-তুল মাৰি ফুৰিবলগীয়া হয়। আপুনি লাইনত নাই যেতিয়া কথাবোৰ বুজি নেপাব।···ছাগলী পোৱালিটো মৰাৰ দিনা কি হ'ল জানে? সেই সময়ত ৰাস্তাৰ কাষত গাড়ীৰ কাৰণে বাট চাই পুলিচ এজনো বৈ আছিল। পুলিচ দেখি মোৰ পিলাই চমকি গ'ল। কিন্তু তাৰ পিছ পাকতে বুদ্ধি এটা উলিয়াই তেওঁৰ ওচৰলৈ আহি ক'লোঁ, ককাইটি তোমাক

দেখি গাড়ীত তুলি লৈ যাওঁ বুলি হঠাৎ বেবেক কচি গাড়ী ৰাখি দিওঁতে হঠাৎ চালা ছাগলী পোৱালিটো আগত আহি গ'ল।

সোণাধৰ : তাৰ পিছত ?

পিতৌ : তাৰ পিছত আৰু কি হ'ব? পুলিচ ককাইটিয়ে ভাল পালে। হীৰা ককাইটিয়েও চিগাৰেট এটা দিলে। গাড়ীত তুলি লৈ আনিলোঁ। টাউনৰ পুলিচ-চুলিচ চব মোৰ হাতৰ মুঠিত বুইছে দাইটি। পিতৌ বুলি ক'লে আজিকালি চব পুলিচে চিনি পায়। খাটিৰ কৰে। সেইকাৰণেহে কৈছিলোঁ মই থাকোতে পুলিচৰ কোনো কথালৈ ভয় নকৰিব।

ঘৈণীয়েক : ভয় নকৰাকৈনো কেনেকৈ থাক? আজি দদায়েৰে জাপিখজীয়াত যিবোৰ শুনি আহি কৈছেহি আমাৰ কুমুদৰ কাৰণে ভয়ৰ কথাই হৈছে।

পিতৌ : সিতো একো কৰা নাই—ভয় কৰিবলগীয়া কি কথা আছে।

ঘৈণীয়েক : মানে সেইদিনা ৰাতি······মানে সেই নাওহলীয়া······

সোণাধৰ : চুপ থাক এইজনী!······নহয় অ' কথা আন একো নহয়। তোক কথাতো বিশ্বাসতহে কৈছোঁ; তই আৰু' কাকো নকবি।

পিতৌ : নকওঁ নকওঁ।

সোণাধৰ : নাওহলীয়াৰ ডকাইতি হোৱাৰ দিনা ৰাতি আমাৰ কুমুদো ঘৰত নাছিল।

পিতৌ : কুমুদ নাছিল? ক'ত গৈছিল সি?

সোণাধৰ : টাউনলৈ গৈছিল। সেইদিনা ৰাতি মহেশ্বৰ সৈতে ছুয়ো মহেশ্বৰ বায়েকৰ ঘৰত থাকি পিছদিনা সি মেকানিক কামৰ কাৰণে পৰীক্ষা দিছিল—কথা সেয়ে—

পিতৌ : অ' কথা সেইটো। এইটো একেবাৰে মামুলি কথা। আপুনিও দাইটি, বৰ সৰু কথাতেই ভয় কৰে।···আৰু যদি সন্দেহ কৰি পুলিচে পিছ লয় তেন্তে মোক কব। ইয়াকি পাইছে নেকি? কুমুদ সেইদিনা টাউনত চিনেমা চাবলৈ গৈছিল—বছ—।

ঘৈণীয়েক : শুনিছা? তুমিহে মিছাকৈ ঘৰত এইবোৰ চিঞৰ-বাখৰ কৰি থকা।···হেৰি নহয় পিতৌ, তই আমাৰ কুমুদক বস্তু ঠিকাদৰৰ ঘৰত চাইছিলি?

পিতৌ : তাত নাই খুৰীদেউ। তাতো চায়েই আহিছোঁ। বস্তু ঠিকাদাৰৰ গাড়ী পৰহি দিনাই চালু হৈ গ'ল। দেবেনৰ দোকানতো চালোঁ। তাতো নাই। তাত আৰু' কোনোবা এটাই ক'লে বোলে কুমুদ জাপিখজীয়াৰ পিনে গৈছে।

সোণাধৰ : কি? সি জাপিখজীয়ালৈ কেলেই গৈছে?

পিতৌ : কেনেকৈ ক'ব? মই পিছে বিচাচ্ কৰা নাছিলোঁ কাৰণেহে ঘৰত বিচাৰি আহিলোঁ।

সোণাধৰ : এই ল'ৰাটোৰপৰা উপায় নোপোৱাত পৰিলোঁ বুইছ পিতৌ। সি নিজে নিজে গৈ কেলেই বিপদৰ মাজত সোমাই পৰিব লাগে কচোন। ই নিজেতো মৰিবই—মোকো মাৰিব।

পিতৌ : ঠিকেই কৈছে দাইটি! সি যদি জাপিখজীয়ালৈ গৈছে তেন্তে ভাল কৰা নাই। আপুনি কি জানিছে দাইটি, পুলিচে অলপ কথাতে চোভা কৰে। তথাপি আপুনি ভয় নকৰিব।

সোণাধৰ : যি হ'বলগা আছে হবই। ভয় কৰিনো কিটো কৰিবি ? বাদ দে সেইবোৰ…।

পিতৌ : ময়ো যাওঁ দাইটি ! তাৰ কাৰণে আৰু মই কিমান ৰখি থাকিম ? সি আহে কেতিয়া ঠিকনাতো নাই।

সোণাধৰ : অ দেখিলিয়েই নহয়। একো ঠিকনা নাই।

ঘৈণীয়েক : আৰু অলপ সময় বহচোন। গৈনো কি কৰিবি ? আৰু এটোপা চাহ খাবিনে ?

পিতৌ : নাই নাই নেখাওঁ। চাদা আৰু চুণৰ টেমাটোকে দিয়ক। আপুনি ঠিকেই কৈছে খুৰীদেউ। অলপ দেৰী বহিছোৱেই বাৰু। আজি গাড়ী বন্ধ যেতিয়া কামো নাই। ইয়াত চাহ-পিঠাতো খালোৱেই। ভাতৰ ভোক চলি গ'ল। আৰু বুইছে দাইটি, ডেইলী ৰ'দে-বৰষুণে গাড়ীৰ কাষত খাৰা হৈ পেচিন্‌জাৰ আহিব আহিবকৈ ৰখি থকাতকৈ ইয়াত আপোনাৰ লগত বহি সুখৰ দুখৰ কথা পাতি কুমুদৰ কাৰণে ৰখি থকা বহুত ভাল।

সোণাধৰ : কেলেই ?

পিতৌ : কেলেই সুধিছেনে ? কেতিয়াবা মগজ একেবাৰে বেয়া হৈ যায়। এঘণ্টা, দুঘণ্টা ৰখাৰ পিছত পেচিন্‌জাৰ এটা দুটা আহিব আৰু সিহঁতৰো দেখিব কত দেমাক। টেবেণচপর্ট বাছ যোৱাৰ পিছত যি চাৰি পাঁচটা পেচিন্‌জাৰ বাকী থাকে সিহঁতক যে কিমান খাটিৰ কৰি আনিব লাগে। তাতে আজিকালি টেক্সী বহুত হ'ল আৰু ইফালে খুচুৰা বেপাৰী মানুহবোৰে মালে-বস্তুৱে অলপ ভাড়াত ডিজেল গাড়ীত উঠিহে ভাল পায়। এইবোৰ আজিকালি বহুত জঞ্জাল হ'ল দাইটি।

সোণাধৰ : কিন্তু তহঁতৰ গাড়ীবোৰত দেখোন চাৰি পাঁচটাৰ ঠাইত দহ বাৰটালৈকে লাদি নিয়া দেখো দেখোন। ভাৰাত যোৱা মানুহ কোনটো, ড্ৰাইভাৰ কোনটো, ধৰিবই নোৱাৰি। তহঁত কেতিয়াবা বৰ ডাঙৰ একচিডেনত মৰিবি দেই।

পিতৌ : উপায় নাই দাইটি, নহ'লে সুপুচায়। মালিককতো দিব লাগিবই, তাৰ বাহিৰেও অমুকক দিয়া, তমুকক দিয়া নিজবোতো দুই চাৰি পইচা উপকৰা এটা লাগে।…সেই দহ বাৰটা মানুহ যে তোলাৰ কথা কৈছে দাইটি, সেইকেইটা যোগাৰ কৰাও কম কথা নেকি ? দুই তিনি ঘণ্টা চিঞৰোতে চিঞৰোতেহে কোনোমতে—

ঘৈণীয়েক : তই আৰু' চিঞৰিব লাগে কেলেই ?

পিতৌ : মোৰনো কাম কিটো ? সেইটোৱেহে। নহ'লে পেচিন্‌জাৰ যোগাৰ হ'ব কেনেকৈ ?

ঘৈণীয়েক : কি বুলিনো চিঞৰ ? শুনাচোন অকমান।

পিতৌ : এহ্ এইবোৰ ঘৰৰ ভিতৰত নজমে খুৰীদেউ।

সোণাধৰ : খুৰীয়েৰে ইমানকৈ শুনিবলৈ ইচ্ছা কৰিছে যেতিয়া শুনাচোন অলপমান। কিনো বৰ ডাঙৰ কথাটো ?

পিতৌ : কথা মানে অন্য একো ডাঙৰ নহয়। চিঞৰি থাকিব লাগে। মানে এনেকুৱা আৰু— ডেৰগাঁও যাব নেকি, ডেৰগাঁও, ডেৰগাঁও…… দাদা ডেৰগাঁও যাব নেকি ? আৰু এজন লাগে —এজন পেচিন্‌জাৰ হ'লেই যাম আৰু……

বাবুজী ! দাৰোগা নেকি ডেৰগাঁও ?……কোন বাব ককাইদেউ……ডেৰগাঁও…আহক……

[ সোণাধৰ আৰু ধৈণীয়েকে হাঁহে। এনেতে বাহিৰত "সোণাধৰ আছা নেকি ?" বুলি চিঞৰে। পিতৌৰ চিঞৰ বন্ধ হয় ]।

সোণাধৰ : চা চোন পিতৌ কোন আহিছে ?

[ সোণাধৰ আছা নেকি ? ]

পিতৌ : [ ভয়ত ] সৰ্বনাশ দাইটি, আহিছে ! আহিছে !!

সোণাধৰ : কোন ?

পিতৌ : পু…পুলিচৰ দাৰোগা।

সোণাধৰ : [ থৰক বৰক ] পুলিচৰ দাৰোগা…? ?

পিতৌ : হাতত চুটি লাঠি এডাল……

ধৈণীয়েক : সেইডাল…সেইডাল কুঠাৰৰ নালেই হবলা…

সোণাধৰ : লুকুৱা লুকুৱা—এই, কুঠাৰখন আঁতৰা …আঁতৰা বুলিকৈছোঁ…নে…নে…তৎক্ষণাৎ।

দাৰোগা : সোণাধৰৰ ঘৰ হয়নে ? সোণাধৰ দত্ত ? …সেইখন কি লুকুৱাইছা আৰু' ? তুমি আকৌ কাৰ ল'ৰা ? ভিতৰলৈ ল'ৰ মাৰিব খুজিছা কেলেই ? কি হৈছে, কিবা এটা হৈছে নেকি ?

সোণাধৰ : নহয়…মানে…এইখন লেতেৰা হৈ আছে তাকে মানুহজনীয়ে আঁতাই থৈছে। দাৰ নাল এটা লগাব লাগে…তাকে উলিয়াই থৈছিলোঁ। মানে…

দাৰোগা : সেইখন কুঠাৰ যেন হে পাওঁ দেখোন। চাওঁ, চাওঁ, সেইখন দা নে কুঠাৰ চাওঁ।

সোণাধৰ : মানে দেউতা, ইয়াতে কুঠাৰখনো লগতে আছিল। সেইখনো তাই ভিতৰলৈ লৈ গৈছে …বহকচোন আগতে…এই পিতৌ, চকিখন আঁতাই দে…

দাৰোগা : থাক থাক।

সোণাধৰ : এই শুনিছ, তামোলৰ বটাটো লৈ আন …পিছে দেউতা কি মন কৰি বা আহিল ?

দাৰোগা : এনেয়ে অহা নাই। সকাম এটা আছে। এইটো তোমাৰ ল'ৰা নেকি ?

সোণাধৰ : নহয় দেউতা, এইটো মোৰ ল'ৰা নহয়।

দাৰোগা : তোমাৰ ল'ৰা এটা নাই জানো ?

সোণাধৰ : আছে, ল'ৰা বুলিবলৈ সেই এটাই। ছোৱালী এজনী আছিল তাইক কেতিয়াবাই উলিয়াই দিলোঁ।

দাৰোগা : সেইবোৰ বাদ দিয়া। তোমাৰ ল'ৰাটোৰ নাম কি ?

সোণাধৰ : নাম মানে তাক বাপুকণ বুলি গাঁৱৰ খেনোৱে মাতে খেনোৱে মৰমতে বাপু… খেনোৱে বোপাইটো……

দাৰোগা : কি বাজে কথা কৈছাহে ? তোমাৰ লগত মই ইয়াত চুপতি মাৰিবলৈ অহা নাই। মোৰ আৰু বহুত কাম আছে। ঘৰত মতা নামটো কোনে সুধিছে ? তাৰ আচল নাম কি ?

সোণাধৰ : আচল নাম মানে হেৰি নহয়, তাহানি স্কুলত নাম লগাওঁতে নাম কুমুদ দৈছিলোঁ— এতিয়া সেই একে নামেই আছেনে আকৌ বেলেগ হ'ল সেইটোহে……

দাৰোগা : হেৰা, পুলিচৰ মানুহৰ আগত চুপতি মৰা বৰ বিপদৰ কথা বুজিছা ? পুলিচৰ আগত মিছা কথা ক'লে কি হয় নেজানা নেকি ? মুঠতে ল'ৰাটোৰ নাম কুমুদ দত্ত হয় নে নহয় কোৱা।……বাৰু, তাৰ নাম এতিয়া কি হৈছে ?

সোণাধৰ : বয়সহে থাওকতে সঠিককৈ……

ঘৈণীয়েক : কেলেই, এই বহাগত বুৰি বছৰ উকলি যোৱা নাই জানো ?

দাৰোগা : ওঁ—ঠিক আছে। এতিয়া কেনি গ'ল তোমাৰ ল'ৰা ?

সোণাধৰ : ভাতকেইটা খাই কেনিনো ওলাই গ'ল। বস্তু ঠিকাদাৰৰ লৰীখনতে এইকেইদিন লাগি আছিল। সি আক' আপোনাৰ,……ভাল মেকানিক……

দাৰোগা : ল'ৰা হ'বলা বৰকৈ ঘৰত নেথাকে। ঘূৰি ফুৰে বোলে, শুনিছোঁ, হয নেকি ? ৰাতিও বোলে ঘৰত তেনেকৈ নেথাকে……

সোণাধৰ : কোনে ক'লে এইবোৰ কথা দেউতা ? মোৰ ল'ৰা কেতিয়াও তেনেকুৱা নহয়। ৰাতিপুৱা গধুলি এনেযে এপৰ ফুৰিবলৈ ওলাই যায় সঁচা। কিন্তু ৰাতি বিয়লি মোৰ ল'ৰা কেতিয়াও……নহয নে বাৰু পিতৌ ?

দাৰোগা : এওঁ কোন ? কাৰ ল'ৰা ?

পিতৌ : মোৰ নাম ছাৰ পিতৌ…সেই যে পিতৌ। মোক আপুনি টাউনত দেখিছে ছাৰ—সেই যে ৰবাৰ টেক্সীত কাম কৰোঁ। এদিন ছাৰ আপোনাক আমাৰ গাড়ীত ডেৰগাওঁলৈ লৈ গৈছিলোঁ……

দাৰোগা : অ' টেক্সীৰ হেণ্ডিমেন ? সাতবাটিৰ চেংেলী। ঘৰ ক'ত ?

পিতৌ : ঘৰ ইয়াতেই…মানে……

দাৰোগা : ইয়ালৈ কি কৰিবলৈ আহিছা ?

পিতৌ : মানে তাৰ জুহুদেক বিচাৰি আহিছিলোঁ।

দাৰোগা : বহা বহা। ক'ত যোৱা ? তোমাৰ লগতো কথা আছে। জুহুদেক মাত্ৰ দেখিলা……

পিতৌ : মই থাকি কি কৰিম ছাৰ ? মালিকে মোৰ কাৰণে বধি আছে কিজানি ?

দাৰোগা : বহা বহা। কথা বেয়া হ'ব কিন্তু……

পিতৌ : মোৰ গাত একো দোষ নাই ছাৰ। মইতো সেইদিনা ৰাতি……

দাৰোগা : মনে মনে থাকাহে।…এতিয়া বাৰু আচল কথালৈ আহো। বাৰু সোণাধৰ, এইখন তোমাৰ ল'ৰাৰ ফটো নহয়নে ?

সোণাধৰ : [ভয়ত] নহয়…মানে হয়…হয়। কিন্তু আপুনি মানে আপুনি এইখন …

ঘৈণীয়েক : চাওঁ চাওঁ॥ হৰি, হৰি। তাৰ ফটোখন নো আপুনি কেনেকৈ পালে ? আপোনালোকে তাক মিছামিছিকৈ সন্দেহ কৰিছে। তাৰ গাত অকণো দোষ নাই……কাৰো লগত তাৰ কাজিয়া নাই। কতো সি একো কৰিবলৈ যোৱা নাই……। আপোনালোকে মোৰ অকৰা ল'ৰাটোক মিছামিছিকৈ……

দাৰোগা : কি ক'লা অকৰা ল'ৰা ? হেৰা আই. টি. আই. পাছ কৰা ল'ৰাক অকৰা বুলি ক'লে কোনে বিশ্বাস কৰিবহে ? যোৱা বছৰ তোমাৰ ল'ৰাই আই. টি. আই. পাছ কৰা নাই জানো ?

সোণাধৰ : হয় পাছ কৰিছে।

দাৰোগা : ওঁ—ঠিকেই মিলিছে।…

ঘৈণীয়েক : [কান্দি] মই তোমাক তেতিয়াই কৈছিলোঁ নহয়—ল'ৰাক আই. টি. নে কোনাইটি সেইবোৰত পঢ়ুৱাব নেলাগে। তেতিয়া শুনিলা, বোলে ল'ৰা গাড়ী মেকানিক হ'ব—বহুত টকা পাব—ভবিষ্যত ভাল হ'ব…। এতিয়া ? এতিয়া ল'ৰাই মোৰ তাত থাক-লগীয়া হ'ল।

দাৰোগা : [ ধমকি দি ] হেৰা, কি হৈছেহে তোমাৰ কান্দিবলৈ ? মই কথাকিটা মিলাই গৈছোঁ। ···এতিয়া লাহে লাহে চব কথা ওলাব।··· বাৰু শুনা যোৱা জুন মাহৰ সাত তাৰিখে তোমালোকৰ ল'ৰা ক'লৈ গৈছিল ?

ঘৈণীয়েক : [ কান্দি কান্দি ] হৰি, হৰি ! ইমান মিছাকথা ছাব মাৰি মাৰি ধৰিবলৈ আহিছে। সি সেইদিনা গাঁৱতেই নাই। নাওহলীয়া দুবৈৰে কথা—জাপিখজীয়ালৈকে যোৱা নাই। মোৰ ল'ৰাৰ সকবেঁপৰা কাৰো ঘৰৰ বস্তু লবচৰ কৰাৰ অভ্যাস নাই সি এতিয়া লগত পৰি নাওহলীয়ালৈ যোৱা বুলি ছাব মাৰি ধৰিলেই মই মাকজনীয়ে মানি লম নেকি ? সেই মৰম নোহোৱা কান্দুৰাই ক'লে বুলিয়েই।

সোণাধৰ : এই, তই চুপ থাক। যি ক'ব লাগে মই কম নহয় ?

ঘৈণীয়েক : কেলেই চুপ থাকিম ? তুমি বাপেকটো হৈ যি কৰিছা—কৰিছা। এতিয়া মই মুখেৰে নেমাতিম নেকি ? পুলিচ হ'ল বুলি সঁচা মিছা একো নেমানিব নেকি ?

দাৰোগা : হেৰা, তোমালোকৰ কথা-বতৰাবোৰ কিবা কেনেবা কেনেবা লাগিছে দেই। কথা কিন্তু বেয়া হৈ যাব। সক কথাতেই এইবোৰ হুৰাহুৰা লগাইছা। আৰু পুলিচ বুলিয়েই সকলোৱে মিছা আৰু অন্যায় কামহে কৰে নেকি ? কি কথাবোৰ কোৱা ?

ঘৈণীয়েক : আপোনালোকৰ কাৰণেহে সেইটো সক কথা। মিছা কাৰণত ল'ৰা এটাক ধৰি নিয়াটো এতিয়া সক কথাহে হ'ল ?···উস্ আই ভগৱতী···

দাৰোগা : হেৰা সোণাধৰ, তোমাৰ ঘৈণীয়েৰক মনে মনে থাকিবলৈ কোৱা। নহ'লে, নহ'লে··· মই কিন্তু।···তুমি কোৱা সোণাধৰ···সেইদিনা তোমাৰ ল'ৰা···

সোণাধৰ : দেউতা, সেইদিনা অৰ্থাৎ ইংৰাজী মাহৰ জুনৰ সাত তাৰিখে বাত্তিপুৰাই কুমুদৰ টাউনত এটা কামৰ কাৰণে পৰীক্ষা নে কিবা এটা আছিল। সি তালৈহে গৈছিল।

দাৰোগা : সেইদিনা বাত্তিপুৰাই গৈ ইণ্টাৰভিউ পালেগৈনে ?

সোণাধৰ : মানে মানে···আগদিনাই সি গ'ল। গৈ বাতিটো মহেশৰ বায়েকৰ ঘৰত থাকিলগৈ।

দাৰোগা : ল'ৰা তেনেহ'লে টাউনত ইণ্টাৰভিউ দিবলৈ আগদিনাই অৰ্থাৎ ছয় জুন তাৰিখেই গ'ল, নহয়নে ?

সোণাধৰ : হয়। দেউতা আপুনি হাঁহিছে দেখোন। মোৰ কথাবোৰ বিশ্বাস হোৱা নাই নেকি ?

ঘৈণীয়েক : বিশ্বাস হোৱা নাই যদি টাউনৰ মহেশৰ ভিনিহিয়েকক সুধিব পাৰে দেখোন। তেতিয়াই পৰমাৰ্ণ হৈ যাব সি নাওহলীয়ালৈ গৈছিল নে টাউনলৈ গৈছিল।

সোণাধৰ : দেউতা, আপুনি মিছাকে মোৰ ল'ৰাৰ ওপৰত সন্দেহ কৰিছে। সৰুবেঁপৰাই মোৰ ল'ৰা ভাল দেউতা। আপোনাৰ আগত মই শপত খাই ক'ব পাৰোঁ। হওঁতে পঢ়া-শুনাত সিমান ভাল নাছিল সৰুবেঁপৰাই। দা কটাৰী লৈহে ভাল পাইছিল। তাকে চাই মেট্ৰিক ফেল কৰা দেখি তাক আই. টি.-ত গাড়ী মিস্ত্ৰিৰ মেকানিক শিকিবলৈ লগাই দিলোঁ। তাৰ পিছত······

দাৰোগা : তোমাক এইবোৰ কোনো সুধিছেহে ? মই সুধিছো নেকি ?

সোণাধৰ : নুসুধিলেও মই কবই লাগিব। অন্যায় অধৰম এইবোৰ বেছি হৈছে দেউতা। নহ'লে মোৰ ল'ৰাৰ নিচিনা নিমাখিত এটাক আপোনালোকে ধৰি নিবলৈ আহেনে ?

দাৰোগা : উস্ ৰাম ! তোমাৰ কি হৈছেহে ?

সোণাধৰ : আই. টি.-ত পঢ়ি অহাৰ পাছতো সি কেতিয়াও এনেয়ে শুই বহি থকা নাই। আজি বোলে অমুকৰ, কালি বোলে তমুকৰ এনেকৈ সি লোকৰ গাড়ী চাই মেলি দি সহায় কৰি ফুৰিছে। লোকৰ সহায় কৰাৰ ফল এতিয়া সি হাতে হাতে পালে। উপকাৰীক অজগৰে খালে······

দাৰোগা : মনে মনে থাকিবা নে নেথাকা ?

ঘৈণীয়েক : কেলেই আজি এমাহমানৰ আগতে পকা আলিত এওঁলোকৰ পুলিচৰ গাড়ী এখন বেয়া হৈ পৰি থাকোতে আমাৰ কুমুদেই জানো গৈ ভাল কৰি দিয়াগৈ নাই ? সেইবোৰৰ গুণ নাই নেকি ?

সোণাধৰ : সেইবোৰ চিঞৰি একো লাভ নাই। একো লাভ নাই···। তই মনে মনে থাক। নহ'লে আমাকো সাঙুৰি নিব।

দাৰোগা : হেৰা তোমালোকৰ কি হৈছেহে, কি হৈছে ? মাজতে এইবোৰ কি চিঞৰ বাখৰখন কৰি আছা ? চৰকে এৰেষ্ট কৰি লৈ যাম কিন্তু···মতা-মাইকী একো নেচাওঁ······

ঘৈণীয়েক : নিব তোন। নিবৰ কাৰণেইতো আহিছে।. আপোনালোকৰ কাম সেইটোহে। ······দুখীয়াৰ ওপৰত পৰ্‌তাপ······

সোণাধৰ : কিন্তু মোৰ ল'ৰা যে সিদিনা নাও-হলীয়ালৈ গৈছিল তাৰ কি পৰ্‌মাণ নিদিয়াকৈ এনেয়ে জবৰদস্ত ধৰি নিব খুজিলে হ'ব নেকি ? ······অই, লৈ আন কুঠাৰখন। আন তৎক্ষণাত আন······দেখুৱা······

দাৰোগা : হেৰা তুমি পগলা হোৱা নাই তো ? নে মোক তোমালোকে পগলা কৰিব খুজিছা ? কি কুঠাৰ গাইছা ?

ঘৈণীয়েক : এইখন কুঠাৰ—এইখন। পৰহিদিনা ইয়াৰ নালডাল ভাগিল—আজি লগোৱাৰ কথা আছিল।

সোণাধৰ : কি পৰ্‌মাণ আছে কওক দেউতা, এইখন কুঠাৰৰ নালডালেই যে আমাৰ কুমুদে নাওহলীয়ালৈ নিছিল তাৰ কি পৰ্‌মাণ আছে কওক। এই, ইয়াৰ পুৰণি নালডাল কি হ'ল ?

ঘৈণীয়েক : তুমি জুইত পুৰি দিয়া নাই ? মই কিবা জানো নেকি এই কুঠাৰৰ নালডালৰ পৰাই যে ইমান এটা ডাঙৰ কাণ্ড হ'ব ? আজি পিতৌৱে কওঁতেহে জানিছোঁ বোলে পুলিচৰ মানুহেহে নাল নোহোৱা কুঠাৰ বিচাৰি ফুৰিছে।

[ দাৰোগাই একো বুজি নেপাই চিঞৰি দিয়ে ]

দাৰোগা : [ খঙত ] তোমালোকে মনে মনে থাকিবা নে মই কিবা বেলেগ ব্যৱস্থা কৰিম কোৱা ? এফালৰপৰা কঁকালত পঘা লগাম। চিনি পোৱা নাই মোক ?···মনে মনে থাকা···। মোক কথা শেষ কৰিবলৈ দিয়া···কাৰোবাৰ ঘৰলৈ পুলিচ আহিলেই ধৰি নিবলৈকে অহা বুলি ভাবা নেকি ? কুঠাৰ উলিয়াই মোক ভয় দেখুৱাবলৈ আহিছে ??

সোণাধৰ : নহয় মানে⋯সেইদিনা ৰাতি⋯মানে কুঠাৰৰ⋯⋯

দাৰোগা : চুপ থাকা হে।⋯মুখেৰে নেমাতিবা। শুনা, মোৰা জুনমাহৰ সাত তাৰিখে তোমালোকৰ ল'ৰা কুমুদে টাউনলৈ ষ্টেট ট্ৰেন্সপৰ্টৰ মেকানিক কামৰ বাবে ইন্টাৰভিউ দিবলৈ গৈছিল নহয়? সেইদিনাৰ আগৰাতি সি ক'ত আছিল মই সুধিছোঁ নেকি?

সোণাধৰ : নহয় মানে⋯সেইদিনা ৰাতি মানে⋯ ৰইগু মহাজনৰ ইপিনে কুঠাৰ⋯⋯

দাৰোগা : ধেৎ তেৰি। কি মানুহহে তুমি? শুনা, তোমাৰ ল'ৰা কুমুদে সেই মেকানিক চাকৰিটো পাইছে।

ধৈণীয়েক : কি? চাকৰি পাইছে?

দাৰোগা : অ' চাকৰি পাইছে। তাৰেই পুলিচ ভেৰিফিকেচন অৰ্থাৎ তাৰ ঘৰৰ খা-খবৰবোৰ সঁচা নে মিছা তাকে লবলৈ আহিছিলোঁ। মই⋯ তাতেই তোমালোকে এনেকুৱাখন কৰি দিলা যে⋯কুঠাৰো দেখুৱালা⋯মই হ'লে⋯⋯

সোণাধৰ : [হাঁহি হাঁহি] অ' কথা তেনে সেইটোহে। মই আৰু' ভাবিছিলোঁ সেই নাওহলীয়াৰ ডকাইতিৰ কুঠাৰৰ পম খেদি ইপিনে কুমুদক বিচাৰি⋯এতিয়াহে কথাৰ গুৰি ওলাইছে⋯।

দাৰোগা : অ' কথা সেইটোহে। পুলিচ হ'ল বুলি এনেয়ে এনেয়ে মানুহ নধৰে নহয়।

ধৈণীয়েক : [আনন্দত] দাৰোগা দেউতা, আমাক আজি বৰ ভয় খুৱালে দেই। বহক, ভালকৈ চাহ এটোপা খাই যাব লাগিব।

# মুগাৰ মেখেলা

সতীশ দাস

অসমীয়া সমাজত মুগাৰ মেখেলা এখনৰ সমাদৰ কিমান সকলোৱে জানে। তেনে এখন মুগাৰ মেখেলাৰ গুৰুত্বৰ ওপৰত আধাৰিত এটি হাস্য-মধুৰ কাহিনী।

**চৰিত্ৰসমূহ**

**বিমল :**

মীৰা : বিমলৰ পত্নী

বীণা : মীৰাই বীণা

ধৰণী : বিমলেই ধৰণী

বীণা আৰু বীণাৰ মাক

ৰীণা : বীণাৰ ভনীয়েক

নৰহৰি : ৰূপচিঙৰ বাপেক

ৰূপচিং : নৰহৰিৰ পুতেক

ঘোষক : আকাশবাণী—গুৱাহাটী
আজিৰ দেওবৰীয়া নাট্যানুষ্ঠানত শুনক—
[ স্তব্ধক বিৰতি ]

মীৰা : কি হ'ল ? ৰেডিঅ'টো বন্ধ কৰি দিলে কেলেই ?

বিমল : নাটক নুশুনিলেও হ'ব দিয়া।

মীৰা : কিয় ?

বিমল : মানুহৰ জীৱনটোৱেই নাটক দেখোন। বেলেগে আৰু নাটক শুনাৰ প্ৰয়োজন কি ?

মীৰা : এ থওক, থওক।—চাওঁ ৰেডিঅ'টোকে সাবটি বহিছে দেখোন-গুচক। শুনিবলৈ দিয়ক, নিশ্চয় কিবা ধেমেলীয়া নাটক আছে আজি।

বিমল : উস্ শুনাচোন শুনা—। ৰেডিঅ' নুখুলিবা। আজিৰ নাটকখন ধেমেলীয়া হ'লেও আমাৰ কাৰণে সাংঘাতিক।

মীৰা : আমাৰ কাৰণে সাংঘাতিক ? কিয় ?

বিমল : আজিৰ নাটকখন এনেকুৱা এখন নাটক যিখনৰ নায়িকা এজনী নাৰী। [ কণ্ঠ নকঠৈকে ] নাৰী মানে···ধৰা···তুমিয়েই—

মীৰা : [ আচৰিত হৈ ] মই ?

বিমল : অ' তুমি। আৰু কাহিনীটোও এনেকুৱা যিটোৰ লগত তুমি ওতপ্ৰোতভাৱে জড়িত।

মীৰা : [ আৰু আচৰিত হৈ ] মোৰ কাহিনী ? তাকো ৰেডিঅ'ত প্ৰচাৰ ? অ' গোঁসাই—কি কৈছে আপুনি ?

বিমল : ঠিকেই কৈছোঁ। যিটো কথা আজিও তুমি নাজানা আৰুময়ো তোমাক কোৱা নাই—আৰু কি জানা ? সেই কথাটোৱেই হৈছে আজিৰ নাটকৰ বিষয়-বস্তু—।

মীৰা : [ প্ৰায় কন্দাৰ দৰে ] ঘৰুৱা কথা নি বাহিৰত—তাকো দহে শুনাকৈ ৰেডিঅ'ত প্ৰচাৰ—

বিমল : চোৱা মীৰা, তুমি মোক ভুল নুবুজিবা। কথাটো কি জানা ? মই বিশ্বাস কৰি ঘটনাটো এজন বন্ধুক ক'লোঁ—। তেওঁ ভাল পাই নাটক লিখি প্ৰচাৰৰ বাবে পঠালে। মই কি কৰোঁ কোৱা ?

মীৰা : ঘৰৰ কথা নি বাহিৰত চেপ্‌চেপাই ফুৰিব, মই এনেকুৱা তিৰোতা হলোঁ ; মোক লৈ এতিয়া নাটক ; তাকো ৰেডিঅ'ত প্ৰচাৰৰ বাবে উস্ মই মৰি নাযাওঁ কিয় বাৰু [ প্ৰায় কান্দিবলৈকে ধৰে ]

বিমল : উস্ কি মস্কিল ; সপ্তাহটোৰ এদিন—মাত্ৰ দেওবাৰটো ঘৰত থাকোঁ, তাকো কন্দা কটা কৰি। [ মীৰাই কন্দা দেখি ] চাওঁ শুনাচোন— !

মীৰা : নেলাগে। গুচক।

বিমল : শুনা, মই তোমাৰ কথা আন কাৰো আগত কৈ ফুৰা নাই বুজিছা—মই কৈছোৱেই নহয় মাত্ৰ এজন বিশ্বাসী বন্ধুক কৈছোঁ—আন কাকো কোৱা নাই। তেওঁ ৰেডিঅ' নাটক লিখি প্ৰচাৰৰ বাবে পঠালে—

মীৰা : [ খঙত কান্দি ] সেইজনেই হ'ল আপোনাৰ বিশ্বাসী বন্ধু— !

বিমল : নহয়, অৱশ্যে তোমাৰ বিৰুদ্ধে একো তেনেকৈ লিখা নাই। নাটকখন লিখাৰ পিছত মোক পঢ়িবলৈ দিছিলেও !

মীৰা : আপুনি তেতিয়া ৰেডিঅ'লৈ পঠাবলৈ মানা নকৰিলে কিয় ?

বিমল : ৰেডিঅ'লৈ যে পঠাব সেইটো তেওঁ মোক কোৱা নাছিল। আজি পুৱাহে তেওঁ লগ পাই মোক ক'লে—

মীৰা : [প্ৰায় কন্দাৰ সুৰত] উস্ কি হব মোৰ এতিয়া ? মোৰ কথা সকলোৱে গম পাব।

বিমল : নাই নাই তুমি চিন্তাই নকৰিবা, তোমাৰ কথা কোনেও গম নাপায়। তাত তোমাৰ আচল নামটো নাই নহয় ? নাটকত তোমাৰ নাম বীণা। আৰু মোৰ নাম বিমলৰ ঠাইত ধৰণী—আৰু নাটকৰ নাম কি জানা—'মুগাৰ মেখেলা।' নাটকৰ প্ৰথম দৃশ্যটো আৰম্ভ হৈছে, পূজাৰ পিছত তুমি মাৰাৰ ঘৰৰপৰা বিদায় লৈ ইয়ালৈ অহাৰ সময়ৰপৰা—

[দৃশ্যাৰম্ভ হ'ল এনেদৰে]

[কেইবাগৰাকীও তিৰোতা, আৰু দুই-এটা সৰু ল'ৰা-ছোৱালীৰ কান্দোন শুনা যায়]

মাক : [কন্দাৰ সুৰত] অ' আই বীণা; এইদৰে পূজাই-পাৰ্বনে, বিহুৱে-সংক্ৰান্তিয়ে আহি থাকিবি। [সৰু লৰাটোক চুমা এটা খাই] সোণটি আহিবি দেই—

বীণা : [উচুপি] বীণা যাওঁ—

বীণা : [ভাঙৰকৈ কান্দি] যা বাইদেউ।

বীণা : [উচুপি] নাকান্দিবি, আৰু কেতিয়া আহোঁ ঠিক নাই !

মাক : [কান্দিয়েই] বীণাৰ কথাটো ঠিক হ'লে আহিবি কিন্তু—

ধৰণী : [দূৰৰপৰা] বীণা, আহা বিক্সা পাইছোঁ পলম হ'লে আৰু বাছ নাপামগৈ।

বীণা : বাৰু যাওঁ দেই—[কান্দি কান্দি বীণা আৰু মাকে বিদায় দিয়ে]

[বিক্সাই হৰ্ণ বজাই আগবাঢ়ি থাকে। বিক্সাত ধৰণী, বীণা আৰু সোণটি বাটৰ পৰিৱেশ বুজাবলৈ মটৰগাড়ী আৰু অন্যান্য যান বাহনৰ শব্দ শুনা যায়]

ধৰণী : হৈ বিক্সাৱালা, এতনা জোৰকৈ যায়া হ্যায়, ক'ৰবাৰ গাড়ীয়ে চাৰীয়ে খুন্দা মাৰিলে ক্যা হোগা ?

বিক্সাৱালা : বাবু মই অসমীয়া দিয়ক। উত্তৰ পাবে ঘৰ !

ধৰণী : অ' হয় নেকি ? তাৰ মানে অসমীয়া ল'ৰায়ো গুৱাহাটীত……

সোণটি : দেউতা, ইমান ডাঙৰ ডাঙৰ এইবোৰ কাৰ ঘৰ ?

ধৰণী : কাৰ ঘৰ ? মানুহৰ !

সোণটি : এইবিলাকত ডাঙৰ ডাঙৰ মানুহ থাকে নহয় দেউতা ?

ধৰণী : উস্ এইটো আৰু। এইবিলাক মানুহৰ ঘৰ নহয় অ অফিচ-ঘৰ !

সোণটি : নহয় আৰু অফিচ—তোমাৰ অফিচটো দেখোন অকণমান—

ধৰণী : হেই এইটো তই যদি জানই সুধি আছ কিয় ? হেৰা বীণা ইয়ালৈ আহি ই বৰ কেপকেপাই থকা হ'ল হে।

বীণা : [অন্য মনস্কভাৱে] জানো··· ?

সোণটি : মা, আমি এতিয়া ক'লৈ যাম— ?

বীনা : ঘৰলৈ সোণটি।

সোণটি : মাহীদেউ, আইতাহঁত আমাৰ ঘৰলৈ নাযায় নেকি মা ?

বীণা : দেউতাৰে মাতিলেহে যাব।

সোণটি : দেউতা তুমি মাহীদেউহঁতক নামাতা কিয় ?

ধৰণী : মাতিলেই যাব নেকি ? ইয়াত আইতা-হঁতৰ ঘৰ আছে আইতাৰ মাহীদেউৰ ইয়াত থাকিব আৰু আমি আমাৰ ঘৰত থাকিমগৈ।

সোণটি : দেউতা, আমি আহোঁতে, আইতা, মাহীদেউ আৰু মায়ে কিয় কান্দিছিল ?

ধৰণী : হেৰি নহয় সোণটি, মাবক আজি আইতাৰ-হঁতে ন কইনা কৰি উলিয়াই দিছে নহয় সেইবাবে—

বীণা : ছিঃ সৰু ল'ৰাটোৰ আগত লাজো নাপায় !

ধৰণী : মিছা কথা নেকি ? আহিবলৈ ওলোৱাৰ সময়ত তোমালোকে যিখন কন্দা-কটা আৰম্ভ কৰিলা নহয়—শেষত মোৰে কান্দি দিবৰ মন গৈছিল— !

বীণা : আৰু যে কেতিয়া আহোঁ তাৰতো ঠিক নাই। আপোনাক কত বছৰ কুটুৰি কুটুৰি থকাৰ পিছত এইবাৰহে মাৰ ঘৰত পূজা চাবলৈ পাওঁহি।

ধৰণী : ক'ব নোৱাৰোঁ দিয়া, এইটো তোমালোকৰ কি ধৰণৰ চখ।

বীণা : কোনটো ?

ধৰণী : এই যে পূজা এটা আহিলে, মাৰ ঘৰলৈ আহোঁ, বিহু এটা আহিলে মাৰ ঘৰলৈ আহোঁ; আচ্ছা তোমালোকৰ কাৰণে মাকৰ ঘৰৰ সোৱাদটো অলপ বেলেগ নেকি হে ?

বীণা : হৈছে হৈছে—বাটে বাটে চুপতিখন মাৰিব নালাগে।

ধৰণী : এৰা চুপতিয়েইতো, এই গুৱাহাটীলৈ অহাই যোৱাই কিমান খৰচ পৰিল জানা ?

সোণটি : [ চিঞৰি ] দেউতা—সেয়া বোম্বাই মিঠাই—বোম্বাই মিঠাই—

[ টিলিঙা বজাই এটা মিঠাইৱালা পাৰ হৈ যায় ]

ধৰণী : ই ইয়ালৈ আহি বোম্বাই মিঠায়ো চিনি পোৱা হ'ল !

সোণটি : বোম্বাই মিঠাই খায় নেকি দেউতা ?

ধৰণী : নাখায়।

সোণটি : সৌৱা সৰু সৰু ল'ৰা-ছোৱালীয়ে খাইছে আকৌ !

ধৰণী : উঃ ই দেখোন বাটে-পথে যি দেখে তাকে খোৱা হ'ল ! বীণা, ই দেখোন বৰ লুটুৰা হ'লহে।

বীণা : ল'ৰা ডাঙৰ হৈছে, বুজিব পৰা হৈছে, হৰই।

ধৰণী : হোঁ—ল'ৰা ডাঙৰ হৈছে—হৰই। এই কেইদিন যি পায় তাকে কিনি খুৱাইছা হবলা —আইচক্ৰিম, চানাচুৰ—

বীণা: কিবা মই খুৱাইছোঁ নেকি ? আইতাক মাহীয়েকহঁতে দিছে মৰমতে, খাইছে।

ধৰণী : আইতাক মাহীয়েকহঁতে দিছে মৰমতে খাইছে, কিন্তু ইয়াৰ পিছত যে—ঘৰলৈ গৈ তোমাৰ আৰু মোৰ মূৰ খাব সেইটো গম পোৱা নাই হবলা।

বীণা : ছিঃ কি কথাবোৰ যে মুখলৈ আহে আৰু···

ধৰণী : কি কথা মানে ? যি দেখে তাকে লগা হব তাক।

বীণা : নানেতো নানেই, বছৰ দুবছৰৰ মূৰত এদিন আনিব, তাতো মৰম কৰিলে লেঠা। চিন্তা কৰিব নেলাগে আপুনি, মায়ে তাৰ এবছৰৰ কাপোৰ কানি দিয়েই পঠাইছে—কিনিব নালাগে।

ধৰণী : তাক বাৰু দিলে। তোমাক কি দিলে ?

বীণা : ইমান কেইদিন খুৱালে বুৱালে মাছে-মঙহে —এই দামৰ দিনত, আৰু কি দিব লাগে। তেও বুলি দিছে মেখেলা এখন।

ধৰণী : [ শুনিয়াহেৰে ] আৰু এবছৰলৈ তোমাৰ কাৰণেও চিন্তা নোহোৱা হ'ল তেনেহ'লে…

বীণা : মাৰ ঘৰলৈ আহিলে আৰু কত বস্তু নিব পাৰোঁ—আপুনিহে আহিবলৈ নিদিয়ে।

ধৰণী : মানাই যদি অহা-যোৱা ভাবাটো দিয়ে তেনেহ'লে সপ্তাহে সপ্তাহে আহিবা, মাহে মাহে আহিবা—মোৰ কোনো আপত্তি নাই।

[ বাছ ষ্টেশনৰ কোলাহল শুনা যায়—। মটৰ হৰ্ণ, মানুহৰ কথা-বতৰা ইত্যাদিৰ মাজত— ]

ধৰণী : কথাই কথাই বাছ ষ্টেশন্ পালোহিয়েই। বিস্তাৰাল্য এয়া তোমাৰ ভাবা লোৱা। সোণটি বলা—বীণা এটা কাম কৰো নেকি বেডিঙটো ময়েই কান্ধত লওঁ নেকি—নহ'লে আকৌ এই-খিনিতে আধলি এটা ভৰিব লাগিব।

বীণা : [ লাহেকৈ ] ছিঃ মানুহে দেখিলে কি ক'ব —! আমাৰ ওচৰৰে কেইবাটাও ইয়াত কাম কৰে—

ধৰণী : হেই বেডিং উঠাও—

[ লগে লগে মানুহৰ কোলাহলৰ মাজত সকলো হেৰাই যায়—আৰু ক্ষন্তেক বিৰতিৰ পিছত আন এটি দৃশ্যাৰম্ভ ]

বেণু : ওঁ তাৰ পিছত কচোন, কি কি হ'ল ?

বীণা : [ আশ্চৰ্য প্ৰকাশেৰে ] বেণু তই যাবিচোন এবাৰ। আগৰ গুৱাহাটী আৰু নাই বুজিছ—ইস্ ইমান যে মানুহ, ঘৰ-দুৱাৰ হ'ল—পুৰা-দুপৰীয়া, গধুলি বাটত ফুটপাথত মানুহৰ ভিৰ নকমেই।

বেণু : ব'চোন আচল কথালৈ আহ ! মাৰৰ ঘৰত কি কি খালি ক'চোন !

বীণা : খাওঁ আৰু কিবাকিবি !

সোণটি : মা, অ' মা—

বীণা : ৰ'চোন, এই ল'ৰাটোৰ এই স্বভাৱটোৱেই নগ'ল, মানুহৰ লগত কথা পাতিবলৈ ললেই খো খোৱাই থাকে। যা বেলুনটোলৈ খেলগৈ !

সোণটি : বেলুনটো ফাটিল।

বীণা : তেনেহ'লে মটৰখনকে লৈ খেলগৈ যা !

বেণু : ভাগ্য ভাল তোৰ—এটা ল'ৰা। মোৰ তিনিটা ল'ৰা-ছোৱালীয়ে জ্বলাই মাৰে। কোনোমতে ফুচুলাই থৈহে—ইয়ালৈহে আহিছোঁ।

বীণা : অ'—তই কি সুধিছিলি ?

বেণু : নহয় মাকে কিবাকিবি দিলেনে নাই ?

বীণা : ল'ৰাটোক তিনিজোৰ পূজাৰ কাপোৰ দিলে —মোক এখন মেখেলা দিলে—

বেণু : নাইলনৰনে ?

বীণা : হেঁ সেইবোৰ বৰ ফেৰফেৰীয়া কেনেকৈ যে পিন্ধে সেইবোৰ কৰবই নোৱাৰোঁ। মায়ে আৰু কিবাকিবিৰ কথা কৈছিল—মই বোলোঁ—নেলাগে দে সেইবোৰ মুগাৰ মেখেলা এখন দিলেই হব। আৰু বেয়াও লাগে নহয়—আমাৰ আৰু আগৰ দিন নাই। ভাৱাঘৰ কেইটাৰপৰাই খিখিনি টকা পায়—তাৰেই ভাইটোক পঢ়ুৱায় লাগে, বীণা আৰু মা চলি থাকে। তেও বুলি খিখিনি পাৰে দিছে আৰু—

বেণু : চাওঁ কোনখন মেখেলা ?

বীণা : বৰ উলিয়াওঁ—।

বেণু : [সোণটিক] তোমাক কি কি দিলে আইতাই ?

সোণটি : চোলা, পেণ্ট, গাড়ী, বেলুন—

বীণা : [বাকচ খুলি খুলিয়েই] সোণটি তই সো ভাত খেলি থাকগৈ যা [ওচৰলৈ আহি] এইখন অ' 'বেণু !

বেণু : বুটা বছা, ফুলটো বৰ ধুনীয়া !

বীণা : জমিনটোও ভাল নহয়নে ? যাব লাগে কিছুদিন—

বেণু : তোৰ সেই বগা পাৰীৰ চাদৰখনেৰে বঢ়িয়া মেট্‌ছ কৰিব।

বীণা : আমাৰজনে আকৌ একেবাৰে কাপোৰ কিনিব নাজানে।

[দূৰত সোণটিৰ মাত শুনা যায় "দেউতা দেউতা"]

বীণা : সেয়া আহিল হবলা।

বেণু : কিয় অফিচ ?

বীণা : দেওবাৰেনো কিহৰ অফিচ।

বেণু : পাহৰিছিলোঁৱেই। বাৰু মই যাওঁৱেই দে—

বীণা : বহচোন বহ।

ধৰণী : [সোমাই আহি] অ'—তুমি আহিছা !

বেণু : অ'।

ধৰণী : বহা—বহা বীণা, চাহ পানী এগিলাছ দিয়াচোন। এই ল'ৰাবোৰে যে য'তে ত'তে লাজত পেলায় !

বীণা : কি হ'ল ?

ধৰণী : লক্ষ্মীপূজাৰ চান্দা লাগে—পইচা থাকিলেহে দিবা। বাটতে ধৰিছে।

বীণা : পানী খাওক।

বেণু : বীণা, মই যাওঁদে তহঁতে ভাত-পানী খা।

বীণা : আবেলি এবাৰ আহিবিচোন।

বেণু : বাৰু চাওঁ দে !

[বেণু যায়গৈ]

বীণা : ওলাই গ'লে আৰু ঘৰলৈ মন নাযায় নেকি ? ভোক পিয়াহলৈ বোধ কৰোঁ মনত নপৰে।

ধৰণী : হয়, ভোকহে নালাগিব। বাঢ়া বাঢ়া, ভাত পানী বাঢ়া। [কিবা এটা দেখা যেন কৰি]—এ এইখন ক'ৰ মেখেলাহে ?

বীণা : ময়েই উলিয়াইছিলোঁ। বেণুৱে চাব খুজিছিল

ধৰণী : অ' মাৰাৰ ঘৰৰপৰা তোমাক দিয়া মুগাৰ মেখেলা—এইখনেই তেনেহ'লে—

বীণা : অ'—। কিয় বেয়া নেকি ?

ধৰণী : বেয়া নহয় ভালেই। পিছে কিমান দাম লোৱা বুলি ক'লে ?

বীণা : দামটো নক'লে মায়ে। আপুনিহে কি কাপোৰবোৰ আনে ? আপুনি অনাখন আৰু এইখন মেখেলা কিমান তফাৎ চাওঁকচোন। ইয়াৰ জমিনটো......

ধৰণী : বুজিছোঁ !

বীণা : টকাও দিব আৰু বেয়া বস্তুও আনিব। সেইবাবেই আপুনি অনা সেইখন ঘূৰাই দিলোঁ।

ধৰণী : কি কৰিবা বয়স হৈ আহিছে নহয়, ভাল বেয়া বস্তু চিনাও অলপ অসুবিধা পাই অহা হৈছোঁ।

বীণা : হৈছে বলক এতিয়া, ভাত চেঁচা হৈ শিল যেন হ'ল চাগে। [অলপ বৈ] কি হ'ল ? .এইখিনি কওঁতে বেয়াই পালে নেকি ?

ধৰণী : বেয়া পোৱা নাই, সেইদিনাৰ কাজিয়াখনৰ কথাহে মনত পৰিছে।

বীণা : কোন দিনাৰ ?

ধৰণী : সেই মুগাৰ মেখেলাখন অনাৰ দিনা—

[লগে লগে দ্রুত সঙ্গীতে দৃশ্যান্তৰ ঘটায়]

বীণা : [কান্দি কান্দি] নালাগে, নালাগে—মোক এনে মেখেলা, চখ কৰি বস্তু এটা খুজিলে সদায় এইখন কৰিব।

ধৰণী : আহা ৰবাচোন! ইমানকৈনো খং কৰিছা কিয়?

বীণা : আগতেও কি সেইটো ছেট্ আনি দিলে চাৰিবাৰমান ধোওঁতেই নষ্টই হ'ল। ৰেণু পুষ্পাহঁতে কি সুন্দৰ সুন্দৰ ছেট্ মাঠি-সত্তৰ টকাত কিনিছে।

ধৰণী : সিহঁতে পাৰিছে আনিছে।

বীণা : আমাৰ যেন চখ্ নায়েই। * নিজেতো নিপিন্ধেই ভাল কাপোৰ। আমিও পিন্ধিব নালাগে।

ধৰণী : হৈছে হৈছে থোৱা, মই বস্তু এটা আনিলে মাছ-মাংসৰ বাহিৰে তোমাৰ একোৱেই পছন্দ নহয়। তুমি নিজে গৈ কিনি নানা কেলেই?

বীণা : লগত নিলেহে পাৰোঁ কিনিবলৈ!

ধৰণী : ঠিক আছে। এইবাৰৰপৰা তোমাক লৈ যাম, নিজেই বাছি বিছাৰি কিনিবা।

বীণা : ঠিক আছে। এইখন মোক নালাগে। ৰেণুহঁতে হাঁহিবলৈ নিপিন্ধো এইখন!

ধৰণী : নিপিন্ধা নাই কিন্তু কিনি অনা বস্তু ঘূৰাই দিবলৈ ভাল নালাগে।

বীণা : বছিদ দেখুৱাই, অমলা, পুষ্পাহঁতে কিমান বস্তু ঘূৰাই আনে! আমাৰহে নোৱাৰে।

ধৰণী : বছিদ দিলেহে তাকে দেখুৱাই ঘূৰাই দিব পাৰিম।

বীণা : [আক খণ্ডেৰে] বছিদ নিদিয়া, পছামাৰ্কা দোকানৰপৰা কিনি আনিছে! নালাগে নালাগে মোক এইখন—মেখেলা—[কান্দে]

ধৰণী : নালাগে নাই—! কন্দাকটাখন নকৰিবা মনে মনে থাকা—!

[কন্দাৰ সুৰ সঙ্গীতেৰে মিহলি হৈ দৃশ্যান্তৰ বুজাব]

ধৰণী : এইবোৰ কথা তুমি পাহৰিলেও মই নাপাহৰোঁ নহয়!

বীণা : হৈছে বলক, ভাত খাওক গৈ আঠ়ে বাজিবৰ হ'বই এতিয়া।

[ক্ষন্তেক বিৰতি]

ধৰণী : আও আজি দেখোন বহুত কিবাকিবি ৰান্ধিছাহে—। চাওঁ পানীৰ ঘটিটো দিয়াচোন।

বীণা : মোক যে কৈছে এইখন মেখেলাৰ কথা—তাৰ পিছত জানো আন এখন আনি দিলে?

ধৰণী : আনি দিওঁ ক'ৰপৰা। তাৰ পিছৰ মাহতে দেখোন বীণাৰ বিয়াৰ বন্দৱস্তৰ কাৰণে আকৌ মই যাব লগা হ'ল……!

বীণা : আপুনি অকলে যাওঁতেই ইমানবোৰ টকা পইছা খৰচ হ'লনে?

ধৰণী : মই অকলে গ'লোঁ হয়, কিন্তু তালৈ কিনি নিয়া কাপোৰ-কানি—বীণাক দিবলৈ নিয়া মেখেলাখন……

বীণা : কি হ'ল? বৈ গ'ল যে—

ধৰণী : ববাহে জিভাৰ কামোৰ খালোঁ—

বীণা : কথা কৈ কৈ ভাত খালে এনেকুৱা হ'বই।

ধৰণী : কথা কৈ কৈ ভাত খালে—বহুত খাব পাৰি—। মাংসৰ জোল বঢ়িয়া ৰান্ধিছা! [অলপ বৈ] অ'—তাৰ পিছত কি কৈছিলোঁ! অ'—বীণাৰ বিয়াৰ বন্দৱস্তৰ কথা। তুমি নগৈ মোক যে কি বিপদত পেলালা বাপৰে বাপ—

## সঙ্গীত সেতু

[ বীণাই কান্দি আছে ধৰণীয়ে বুজাইছে ]

ধৰণী : সেয়া মুখুজা কেলেই বীণা।

বীণা : [ কান্দি ] উঃ ভিনদেউ।

ধৰণী : বিয়াৰ একো বন্দৱস্তই হোৱা নাই—কন্দা-কটা আৰম্ভ কৰিলাই। একেবাৰে উলিয়াই দিলে দেখোন চিঞৰত গগন ফালিবা।

মাক : বীণা, তইনো কি কৰি আছ, যা······ তেওঁলোক এতিয়া পাবহি নহয়।

ধৰণী : যোৱা বীণা, তেওঁবিলাক আহি কান্দি কান্দি উখহা এই চকু দেখিলে, ক'ব,—ছোৱালীজনীৰ চকু দুটা উখহা। আমাৰ আকৌ ছোৱালী চোৱাৰ নিয়ম হৈছে ক'ত খুট আছে সেইটোহে নিৰীক্ষণ কৰা।

বীণা : মই সিহঁতৰ আগত কেতিয়াও নোলাওঁ।

ধৰণী : ছিঃ সিহঁত নহয় তেওঁলোক তেওঁলোক। নোলালে কেনেকৈ হ'ব ওলাবই লাগিব। বাৰু মই যে মুগাৰ মেখেলাখন আনিছোঁ সেইখনকে পিন্ধিবা। বঢ়িয়া দেখিব।

মাক : বীণা, যাচোন, কাপোৰ-কানি পিন্ধগৈ। [ধৰণীক] বুজিছা ধৰণী, মই আৰু তাইক নোৱাৰিছোঁ। এইদৰে মানুহৰ আগত ওলাবলৈ লাজ কৰিলেনো কেনেকৈ হ'ব। কাৰ তিনি মাহ কাৰ লগত থাকে কোনে জানে? তেওঁ বুলি নিজে আহিছে যেতিয়া······

ধৰণী : নাই নাই—উলিয়াই দিব পাৰিলে ভালেই দিয়ক। তাৰ পিছত ৰবীনৰ বিয়াখন পাতি বোৱাৰী এজনী গোটালেই আপোনাৰ সকলো দুখ দুৰ হ'ব।

মাক : জানো বোপাই, কপা বিধাতাই এই বিধবালৈ চকু মেলি চায়েই নে নেচায়েই।

[ বাহিৰত হৰ্ণ বাজে ]

মাক : এ আহিলেই হবলা। [ চিঞৰি ] এই বীণা, [ খৰ ধৰকৈ-দুৱাৰ মুখলৈ যেন আগবাঢ়ি গৈ ] অ' আপোনালোক আহিলেই—আহক আহক।

[ নৰহৰি আৰু ৰূপচিং সোমাই আহে—নৰহৰি গঞা হোজা আৰু ৰূপচিং যেন উচ্চ শিক্ষিত যুবক বিশেষকৈ পিন্ধন-উৰণত ]

নৰহৰি : বৰ কষ্ট কৰিহে আপোনালোকৰ ঘৰটো বিচাৰি উলিয়াব পাৰিছোঁ।

মাক : কিয় মই চিঠিৰ সম্পূৰ্ণ ঠিকনা দি পঠাইছোঁ নহয়—কষ্ট হ'ব নালাগিছিল দেখোন। বহক থিয় হৈ থাকিলে যে—। বোপা বহা—

ৰূপচিং : থেঙ্ক ইউ—

নৰহৰি : ঠিকনা দিলেও কি হ'ব—আপোনালোকৰ গুৱাহাটী যিহে ডাঙৰ।

ৰূপচিং : ইয়েচ ফাদাৰ, বিগ্, বিগাৰ্, বিগেষ্ট্—

মাক : বহক বহক—[ ভিতৰৰ ফালে লক্ষ্য কৰি ] ধৰণী চাওঁ আহাচোন—

ধৰণী : কওক—

মাক : তুমি এওঁলোকৰ লগত কথা পাতা; মই অলপ ভিতৰৰ ফালে চাওঁগৈ। এওঁ হৈছে আমাৰ ডাঙৰ জোঁৱাই—

ৰূপচিং : অহ্ গ্লেদেষ্ট্ টু মিট্ ইউ!

নৰহৰি : এইটিয়েই মোৰ একমাত্ৰ ল'ৰা, ৰূপচিং কলিতা—ইয়াৰ বাবেই—[ নৰহৰিয়ে হাঁহে ]

ধৰণী : বুজিছোঁ—বুজিছোঁ।

নৰহৰি : পঢ়া-শুনাত ভালেই আছিল। এবাৰ মাজতে টাইফয়েদ হৈ কি হ'ল জানো? পৰীক্ষাত

পাহ কৰিবই নোৱাৰা হ'ল—সেইখাবে এতিয়া বিজনেছ্‌ত লগাই দিছোঁ। এতিয়া ভালেই চলিছে।

ধৰণী : হয়। কি বিজনেছ কৰে আপুনি ?

ৰূপচিং : জুট্‌ জুট্‌ মৰাপাট—গ্ৰেটেস্ট প্ৰফিট্! ইওৰচেল্‌ফ্ ?

ধৰণী : মই চাকৰি কৰোঁ নগাঁৱত।

ৰূপচিং : চাৰ্‌ভিছ, ভেৰী গুড্—প্লিজ ইওৰ ডিপাৰ্টমেণ্ট।

ধৰণী : কৰোঁ আক—

নৰহৰি : মোৰ ল'ৰা ইংৰাজীত বৰ চোকা আছিল, গাঁৱত বৰ নকয়! তাতনো ইংৰাজী কোৱা মানুহ কেইটা আছে? টাউনৰ মানুহ পালে কয় দুই-এষাৰ।

ধৰণী : ভাল, ইংৰাজী ক'ব লাগে।

ৰূপচিং : আৱাৰ ভিলেজ নো' মেন ইংলিছ স্পিকিং। আই ব'বেষ্ট—অনলি ভিলেজ আছামীজ্। আছামীজ লেঙ্গুৱেজ নো ক'ৰছ অনলি মানে—মানে—মাইলদেষ্ট্—মাইলদেষ্ট্......

ধৰণী : ৰবচোন দেই, মই এইমাত্ৰ ভিতৰৰপৰা আহোঁ—[ভিতৰ সোমাই ধৰণীয়ে একো নকৈ কেৱল হাঁহিবলৈহে ধৰে।]

মাক : [লাহেকৈ] কি হ'ল? হাঁহিছা দেখোন?

ধৰণী : নাহাঁহিব। উস্ আপোনাৰ ভাবী জোঁৱাইৰ কথা শুনি হাহিছোঁ।

মাক : কি কথা ?

ধৰণী : ইংলিছ কথা—[হাঁহিত যেন ধৰণীৰ চকুৰ পানী ওলোৱাৰ উপক্ৰম] উঃ কোনে আপোনাক এই ল'ৰাৰ খবৰ দিছিল ?

মাক : কিয়? বেয়া নেকি ?

ধৰণী : অকল ল'ৰা হ'লেই নহয়, নহয়, ল'ৰাটোৰ ডিঙিৰ ওপৰত থকা মুৰটোৰ ভিতৰত মগজ বোলা বস্তু এটাও থাকিব লাগে।

মাক : কিয় সেইবোৰ নাই নেকি ?

ধৰণী : নাই মানে—তাৰ এটাও স্ক্ৰু নাই যেন পাইছোঁ।

মাক : কিহৰ স্ক্ৰু নাই বুলিলা বোপা? অ' চাহ আনিলি বীণা, চুলিখিনি ভালকৈ ফণিয়াই লব নোৱাৰিলিনে? ইহ চকু দুটা চোৱা তাইৰ—

ধৰণী : নালাগে—আই, বীণাই চাহ দিবলৈ যাব নালাগে। ময়েই চাহ দিম!

মাক : [আচৰিত হৈ] কিয় ?

ধৰণী : এনেকুৱা ল'ৰালৈ ছোৱালী বিয়া দিয়াতকৈ বীণা ঘৰত থকাই ভাল।

মাক : কি কৈছা বোপা ?

ধৰণী : ঠিকেই কৈছোঁ। আপুনি পৰ্দাৰ ফাকেৰে চাই থাককচোন।

[বিৰতি—যেন ধৰণী সিটো কোঠালৈ গৈছে]

নৰহৰি : আপুনিয়ে চাহ আনিলে যে ?

ধৰণী : হয়।

নৰহৰি : কিয় ছোৱালীজনী ?

ৰূপচিং : উই আৰ কামিং টু ছি দি গাৰ্ল—নট্ ইওৰ ফেছ—

ধৰণী : ইউ প্লিজ টেক্ ইঅৰ্ টি, চাহ খাওক।

ৰূপচিং : উইদাউট্ ছিইং গাৰ্ল—ইটিং টি ইজ্ নট্ গুড্, ভেৰি বেড্!

নৰহৰি : ছোৱালীৰ নামটো কি আছিল জানো ?

ধৰণী : বীণা।

ৰূপচিং : অহ্ ভেৰি বিউটিফুল নেম্। আই মে ন' ছি বিড্‌হ্ ছোৱাট্ ক্লাছ ?

ধৰণী : তাৰ মানে বীণা কোন ক্লাছত পঢ়ে শুধিছে?

ৰূপচিং : ইয়েছ্।

ধৰণী : বি. এ. ক্লাছত।

ৰূপচিং : বি. এ. ক্লাছ? ভেৰি গুড্। লেট্‌ আছ্ ছি হাৰ ফেছ!

ধৰণী : বীণা আজি ক্লাছলৈ গৈছে।

ৰূপচিং : ক্লাছ? টু দে—ছান দে—হোৱাট ক্লাছ টু দে?

নৰহৰি : কি ক'লা বোপা! তাৰ মানে ছোৱালী এতিয়া ঘৰত নাই?

ধৰণী : তাই কলেজলৈ গৈছে।

নৰহৰি : দেওবাৰে কলেজ। মিছা কৈছে হবলা?

ধৰণী : মিছানো কিয় কম?

নৰহৰি : তেনেহ'লে আজি……

ধৰণী : এৰা, ছোৱালীৰ লগত দেখা নহবই!

নৰহৰি : আমিতো ৰব নোৱাৰিম, টেক্সী লৈ আহিছোঁ সিফালে কাৰবাৰো আছে……

ধৰণী : ৰব নালাগে আপোনালোক যাওকগৈ। পিছত আমি খবৰ দিম।

নৰহৰি : তেনেহ'লে কথাটো…ইমানবোৰ টকা খৰচ কৰি……

ধৰণী : কি কৰিব আৰু কেতিয়াবা হয়েই তেনেকুৱা ভাতে আপোনালোক কাৰবাৰী মানুহে অনাইকতে বহু পইচা খৰচ কৰাৰ অভ্যাস আছেই আপোনালোকৰ নহয় জানো?

নৰহৰি : আমি তেনেহ'লে—

ধৰণী : হয় যাওক।

মাক : ধৰণী—। ৰব আপোনালোক—। কি কৰিবলৈ ওলাইছা ধৰণী—

ধৰণী : ঠিকেই কৰিছোঁ!

মাক : ইমান দিনৰ মূৰত।

ধৰণী : ছোৱালীৰ মূৰ খাবলৈ ওলাইছে!

নৰহৰি : [খঙত] ছোৱালীৰ মাক আপুনিহে—এখেত—

ধৰণী : মই ছোৱালীৰ ভিন্‌নেউক।

মাক : শুনক। ধৰণীয়ে মিছাই কৈছে। ছোৱালী মই আপোনালোকক দেখুৱাম। বহক—

ধৰণী : আপুনি—[আচৰিত হৈ]

বীণা : [ভিতৰৰ পৰা] মা—তুমি মোক মাটিৰ পুতলা পাইছানেকি, যাকে তাকে দেখুৱাবলৈ? মই নাযাওঁ—!

ৰূপচিং : হাৰ চুইট্‌ ভইছ। বাট্‌ ইট্‌ ইজ বিগেষ্ট ইন্‌ছাল্ট—। ছি ডু নট্‌ কাম ইন ফ্রন্ট অব আছ্—

বীণা : [দূৰৰপৰাই] ইমান ইংৰাজী জানিলে, মেম বিয়া কৰোৱাই ভাল।

ৰূপচিং : ফাদাৰ, হাৰ ফেছ্ ইজ ভেৰি চাৰ্প।

মাক : তহঁতে যে কি কৰিবলৈ ওলাইছ—মই হ'লে একো বুজা নাই।

ধৰণী : আপুনি পৃথিৱীৰ আও-ভাও একো নাজানে-নেকি? এই মূৰ্খক বিলাকৰ লগত সম্বন্ধ কৰিবলৈ ওলাইছে।

নৰহৰি : আমি মূৰ্খক?

ৰূপচিং : [খঙেৰে] উই আৰ কামিং ইন্‌টু টেক্সি; ইন্‌ জুট বিজনেছ উই আৰ ম'ৰ প্ৰেক্টিচ্, উই হেভ্‌ মেনি মানি। ইউ হে আছ্ মূৰ্খক! গো, ফাদাৰ হিয়াৰ নো মেৰিজ মেকিং গো—গো—

[বিৰতি—হাঁহিৰে দৃশ্য আৰম্ভ হয়]

ধৰণী : [হাঁহি হাঁহি] উস্ মোৰ ভাবী শালপতিৰ

যে ইংৰাজী মনত পৰিলে কেতিয়াবা অকলে অকলে হাঁহি উঠে— !

বীণা : হৈছে এতিয়া মুখ খোৱক !

ধৰণী : তাৰ পিছত বীণাৰ বিয়া নোহোৱাৰ কাৰণে আইতাই কিজানি এতিয়াও মোক গালি পাৰি থাকে। যাৰ বিবাহ যাৰ লগত থাকে হৰই। যেনেকৈ তোমাৰ লগত মোৰ সেই সিদিনাৰ মাত্র……

বীণা : থওক সেইবোৰ এতিয়া।

ধৰণী : নহয় মই কৈছোঁ মানে বীণাৰ বিয়া দিয়াৰ সময় এতিয়াওতো পাৰ হৈ যোৱা নাই।

বীণা : বাক যেতিয়া যি হয় হ'ব। যাওক বটাতে তামোল আছে।

[ বিৰতি ]

ধৰণী : বীণা, চাওঁ শুনা।

বীণা : কি হ'ল কওক।

ধৰণী : তোমাৰ মাতৃ ঘৰৰ সম্পত্তি মুগাৰ মেখেলা-খন বিছনাতে পৰি থাকিল ভালকৈ থোৱা।

বীণা : থম দিয়কচোন পিছত।

ধৰণী : নহয় নহয় এতিয়াই থোৱা।

বীণা : কিয় ?

ধৰণী : এইখন দেখিলে মোৰ বহুত কথাই মনত পৰে।

বীণা : কি কথা ?

ধৰণী : কিছুমান পুৰণি কথা।

বীণা : কিনো ?

ধৰণী : বৰ পুৰণি নহয় অৱশ্যে। সিদিনা তোমাৰ মাবাৰ ঘৰৰ কথা এটাহে মনত পৰিছে।

বীণা : কি কথানো ?

ধৰণী : কথা সাংঘাতিকেই ! শুনি জানো ভাল পাবা।

বীণা : কওকচোন বাক।

ধৰণী : পূজাৰ দিন ! তুমি, মই আৰু সোণটি মাবাৰ ঘৰত। সেইদিনা বাতি ভালেমান হৈছে ; তুমি আৰু সোণটি শুই পৰিছা। কাৰণ পূজা চাই তোমালোকৰ বৰ ভাগৰ লাগিছিল। মই বিছনাত বাগৰিছোঁ যদিও টোপনি অহা নাই। কাৰণ গুৱাহাটীলৈ আহি ইমান টকা খৰচ কৰিলোঁ মাহটোৰ পিছৰ দিনকেইটা কেনেকৈ চলিম, দোকানীয়ে বাকী দিব ইত্যাদি ভাবনাই মোক অশান্তি কৰি আছিল—এনেতে সিটো কোঠাত ফুচফুচাই কোনোবা দুজনী তিৰোতাই কথা পাতি থকা শুনি কাণ পাতিলোঁ। তোমাৰ মাবাই কৈছে—

[ বিৰতি ]

মাক : বীণা অ' বীণা।

বীণা : হোঁ ! কি অ' মা ?

মাক : এতিয়া কি কৰ ? ইহঁতো আহিল বৰ বিপদত পৰিলোঁ।

বীণা : ময়ে যামনেকি কাইলৈ কুমুদ দাদাৰ তালৈ ?

মাক : কিয় ?

বীণা : টকা কেইটামান ধাৰে আনিবলৈ।

মাক : বচোন দুদিনমান। সোণটিকতো কাপোৰ-কানি দিলোৱেই, বীণাক কিবা এখুজলি নিদিলে ভাল হব জানো ?

বীণা : তুমি এটা কাম নকৰা কিয় মা ?

মাক : কি ?

বীণা : বীণা বাইদেউক সেই মেখেলাখনকে নিদিয়া কেলেই ? একেবাৰে নতুনে আছে।

মাক : কোনখন ?

বীণা : কিয় এবাৰ ভিনুদেউ অকলে আহোঁতে আনিছিল যে—মুগাৰ মেখেলাখন বুটা বছা।

মাক : ভালে আছে জানো ?

বীণা : কতা মই দেখোন পিন্ধাই নাই, ভিনুদেৱে দিয়া ভাগেই বাকচত থৈ দিছোঁ।

মাক : বাক কাইলৈ উলিয়াই চাবিচোন। আগতে বায়েৰক নেদেখুৱাবি।

[ ঘড়ীত বাৰ বজাৰ কোব পৰে ]

মাক : অ' আই নিশা বাৰ বাজিলেই, শুই থাক।

[ দ্রুত সঙ্গীতৰ সাকোঁৰে ]

বিমল : উৱা। নামাতা কিয় মীৰা ? সঁচা কথা, তোমাক দিয়া মেখেলাখন মাৰাই কিনি দিয়া নাই। ইংৰাজী কোৱা দৰাই বীণাক চাবলৈ আহোঁতে সেইখন মেখেলা মই লৈ গৈছিলোঁ বীণাক দিবলৈ।

মীৰা : আপুনি বোলে কিনিহে নিছিলোঁ সেইখন ?

বিমল : ক'ত কিনি নিলোঁ। টকা কম হোৱাৰ কাৰণে নিকিনি মোৰ বাকছত থোৱা মেখেলা খনকে লৈ গলোঁ।

মীৰা : আপোনাৰ বাকচত থোৱা মেখেলা ?

বিমল : অ' ! যিখন মেখেলা নিপিন্ধো বুলি কান্দি-কাটি মোক ঘুৰাই দিবলৈ দিছিলা। ক'ত ঘুৰাই দিম ! ঘুৰাই দিবলৈ লাজো লাগিল মোৰ কিতাপ-পত্ৰ থকা বাকচটোত পেলাই থলোঁ। সেইখনেই এইখন মুগাৰ মেখেলা যিখন তেতিয়া মই কিনি আনি দিওঁতে তোমাৰ মনত আছিল পছামাৰ্কা আৰু মাৰাৰ ঘৰৰপৰা আহোতে হ'ল সুন্দৰ, জমিনটো ভাল দেখিবলৈ ধুনীয়া। একেটা বস্তুৰে কত যে ৰূপ—নহয়নে মীৰা ? কি হ'ল—মনে মনে থাকিলা যে ? [ ক্ষন্তেক কৈ ] এতিয়া ৰেডিঅ' খুলিলে কি হব ? নাটক কি জানি শেষ হৈ গৈছে।

[ মীৰাই ৰেডিঅ খোলাত নাটকত শেষ সঙ্গীত আৰু ঘোষকৰ ঘোষণাহে শুনিবলৈ পোৱা যায়। যেনে "মুগাৰ মেখেলা" নাটকখনি শুনিলে ; ভিন্ ভিন্ চৰিত্র ৰূপায়নত আছিল···]

# কবৰতলীৰ আৰ্তস্বৰ

নগেন শইকীয়া

এদিন নিশা বিগত মহাযুদ্ধৰ এজন সৈনিক নগৰৰ উপকণ্ঠত থকা এখন কবৰতলীৰ প্ৰশান্ত পৰিবেশৰ মাজত কিছু সময় শান্তিৰে কটাবলৈ গ'ল। যোগমৰা আত্মাৰৰ এচুকত এটা কবৰৰ ওপৰত বিশ্ৰাম লৈ থকা অৱস্থাত সেই কবৰতলীত এটাৰ পিছত এটাকৈ এলানি ঘটনা ঘটিল : প্ৰবঞ্চিত প্ৰেমিকৰ প্ৰতিশোধপৰায়ণতা, চোৰাং ব্যৱসায়ীৰ স্বাৰ্থৰক্ষাৰ দাবীত নিষ্ঠুৰ অমানুষিকতা, ৰাজনৈতিক দালাল গুণ্ডাৰ হৃদয় পৰিবৰ্তন, আদৰ্শ-বিচ্যুতিৰ ভয়াবহ পৰিণাম—এটাৰ পিছত এটাকৈ সংঘটিত হ'ল ঘটনাৱলী।

চৰিত্ৰ

চৰিত্ৰ : মহাযুদ্ধৰ সৈনিক

ৰমেন : প্ৰেমিক

মনোৰমা : প্ৰেমিকা

ব্যৱসায়ী

কৰ্মচাৰী

অমৰেশ : ৰাজনৈতিক দালাল গুণ্ডা

বিকাশ : ৰাজনৈতিক কৰ্মী

ৰঞ্জিৎ : হিংসানীতিত বিশ্বাসী, চৰমপন্থী ৰাজনৈতিক ডেকা।

বিজয় : ৰঞ্জিতৰ দলভুক্ত, কিন্তু শেষত মত পৰিবৰ্তন হয়।

প্ৰথম প্ৰচাৰ : ১৯৭১

[ বহুত দূৰৈদি পাৰ হৈ যোৱা ৰেলৰ ঝক্ ঝক্ শব্দ আৰু দীঘলীয়া ক্ষীণ উকিৰ ৰেশ। বতাহৰ শব্দ। দূৰৈত শিয়ালৰ হোৱা আৰু কুকুৰৰ ভুক্-ভুকনিৰ শব্দ। ওচৰত গছৰ ডালত চৰাইৰ পাখিৰ চপ্-চপনিৰ শব্দ। চৰাইৰ দুই-এটা মাতে নিস্তব্ধতা ভংগ কৰিব। দূৰৈত ৰাতি বাৰ বজাৰ ঘন্টা। ]

চৰিত্ৰ : [ ঘন্টা-ধ্বনি শেষ হোৱাৰ লগে লগে এটা হামি মাৰিব আৰু লাহে লাহে ক'ব। ] ৰাতিৰ ঘড়ীত বাৰ বাজি গ'ল। এই ঘড়ীবোৰ চব ৰাতি বাৰ বজাৰ পিছত বন্ধ কৰি দিব লাগে—যাতে মানুহ শান্তিৰে শুব পাৰে। [ অকমান ৰৈ ] কি জঘন্য! যুদ্ধৰ কেম্পত ঘড়ীৰ কাঁটাত সময়ৰ বজা নিচান—তাৰ অৰ্থ থাকিব পাৰে; কিন্তু এই কবৰতলীত সময়ৰ হিচাপ কিয়? কবৰতলী হ'লগৈ অনন্ত জিৰণিৰ ঠাই। ইয়াত জীয়া মানুহো কফিনৰ ভিতৰত সোমোৱা উচিত। কিন্তু কথা হ'ল—মোৰ বাবে এটা কফিন নাই। সেইবাবে কবৰৰ এই পকা শ্লেৱ ছটাৰ ওপৰতে মই পৰি থাকিম। ভিতৰত কোন শুই আছ শুই থাক—মই তোৰ একো অপকাৰ কৰিব খোজা নাই। [ এটা মৃদু শ্লেৱৰ হাঁহিৰে ] আৰু মই তোক অপকাৰ কৰিমেই বা কেনেকৈ? তইতো জীয়া মানুহ নহয় যে মোক অপকাৰ কৰিবি! অৱশ্যে জীয়াই থাকোঁতে তই কাক কিমান অপকাৰ কৰিছি জনাৰ মোৰ দৰকাৰ নাই। শুই থাক—শুই থাক··· ··· [ অকমান বিৰতি ] আঃ পোহৰ ক'ৰপৰা সোমাইছে? কবৰতলীত পোহৰৰ প্ৰয়োজন নাই। লাইটবোৰ চব অফ কৰি দিব লাগে—যিদৰে যুদ্ধৰ সময়ত ব্লেক আউট কৰা হয়। তেতিয়াহ'লে কবৰতলীৰ গেটৰ সন্মুখৰ লাইট-টোৱে চকু টিপিয়াই থাকিব নোৱাৰে। [ বতাহৰ সোঁ সোঁ শব্দ ] কবৰতলীত বতাহৰ শব্দ কিয়? বতাহ বন্ধ কৰি দিব লাগে—যাতে কবৰতলীৰ দাঁতিৰ এই সৰল আৰু ইউকেলিপ্টাচ্ গছ কেইজোপাত বতাহে খুন্দিয়াই শব্দ কৰিব নোৱাৰে। যিদৰে চৰাইবোৰ শুই থাকে, গছৰ পাতবোৰো শুই থাকিব লাগিব।—কবৰৰ তলত কোন আছ শুই থাক—ময়ো শুই থাকোঁ। তইঁতৰ লগত শুলে—জীয়া মানুহৰ বিষাক্ত নিশ্বাসৰপৰা ৰক্ষা পাব পাৰি। আঃ নহ'লে কি দুৰ্গন্ধ! সিহঁতৰ নিশ্বাসৰ দুৰ্গন্ধ। বমি হ'ব খোজে। পেটত যি সামান্য খাদ্য পৰে, ওলাই আহিব খোজে—যিদৰে যুদ্ধৰ সময়ত হয়। এতিয়া চব শুই থাক—চব শুই থাক। কবৰতলী এতিয়া শান্তি শয্যা—শান্তি শয্যাৰ বাতি··· ···হিঃ হিঃ হিঃ [ এতিয়া হামি মাৰি শোৱে ]

[ নিস্তব্ধ। নিস্তব্ধতা বুজাবলৈ জলতৰঙ্গৰ দৰে দুই-এটা শব্দ কৰিব। গেটৰ মুখত মানুহৰ পদ শব্দ।

স্ত্ৰী-কণ্ঠ : [ ফুচ্ ফুচাই ] এয়া এয়া কলৈ আনিলা ৰমেনদা?

ৰমেন : মনৰ কথা ক'বলৈ ৰাতিৰ কবৰতলীতকৈ আৰু ভাল ঠাই নাই মনোৰমা। চোৱাচোন কি পৰিষ্কাৰ অথচ নিৰ্জন! কি জয়াল অথচ নিৰাপদ!

মনো : [ ফুচ্ ফুচাই বিহ্বলতাৰে ] মোৰ ভয় লাগে ৰমেনদা—মোৰ ভয় লাগে। [ গেট খোলাৰ শব্দ। গছৰ ডালত চৰাইৰ পাখিৰ চপ্ চপনিৰ শব্দ। গেট বন্ধ কৰাৰ শব্দ। ৰমেন আৰু মনোৰমাৰ কথা-বতৰাবোৰ আগবাঢ়ি আহিব। ]

ৰমেন : ভয় নাই ভয় নাই মনোৰমা। মানুহৰ মাজত মানুহলৈ ভয় থাকে। ইয়াত কিন্তু কবৰৰ তলৰপৰা কোনেও উঠি আহি আমনি নকৰে। আৰু কি মিহি পৰিষ্কাৰ ঘাঁহনি—পৰিষ্কাৰ কবৰবোৰ! ইংৰাজবিলাকে কিন্তু মৰাৰ পিছতো ভালকৈ থাকিব জানিছিল।

মনো : তথাপি মোৰ ভয় লাগে। মোৰ গাৰ নোমবোৰ দালি দালি হৈছে। তুমি মোক ধৰি থাকাঁ ৰমেনদা! নাই—নাই আমি ওলাই যাওঁ ব'লা। তুমি যিহকে কৰিবলৈ কোৱাঁ—মই তাকেই কৰিম—আমি মাত্ৰ ইয়াৰপৰা ওলাই যাওঁ ৰমেনদা।

ৰমেন : [ এটা স্নেহৰ হাঁহি ] ওলাই যাম—ওলাই যাম মনোৰমা। কিন্তু তাৰ আগতে আমি কেইটামান কথা পাতি লওঁ। ইয়াতকৈ নিৰ্জন আৰু নিৰাপদ ঠাই আৰু ক'ত পাম?

মনো : চোৱাঁ ৰমেনদা চেকেণ্ড শ্ব' চিনেমা শেষ হ'ল, চাৰ্কাচ শেষ হ'ল—ঘৰত কি ভাবিব—এই ৰাতি বাৰ বজাৰ পিছত—

ৰমেন : একো নাভাবে—একো নাভাবে। আহাঁ বহাঁ এই কবৰৰ ওপৰতে বহাঁ।

মনো : নাই নাই কবৰৰ ওপৰত মই বহিব নোৱাৰোঁ। [ এটা চেঁপা বিহ্বলতাৰ শব্দ ] মোক লৈ ব'ল লৈ ব'লা ৰমেনদা—

ৰমেন : লৈ যাম-লৈ যাম। তাৰ আগতে তেনে মই তোমাক স্পষ্টভাৱেই সোধোঁ—তুমি মোক ঠগিবৰ চেষ্টা কিয় কৰিছিলাঁ?

মনো : [ নিমাত, কথা-বতৰাৰ উত্তেজনাৰ উঠা নমাৰ লগে লগে এটা তীব্ৰ চেঁপা সুৰ উঠা নমা কৰি থাকিব। ]

ৰমেন : নেমাতা কিয়? [ অকস্মাৎ অন্যমনস্কহৈ ] তোমাৰ হাঁহি, তোমাৰ কথা-বতৰা, তোমাৰ মনৰ ইঙ্গিতেৰে তুমিয়েই মোক কাষলৈ চপাই নিছিলাঁ। তুমিয়েই মোৰ প্ৰাণত জগাই তুলিলাঁ প্ৰেমৰ তীব্ৰ নিচা। তুমিয়েই মোৰ কোলাত মূৰ থৈ কৈছিলাঁ নতুন জীৱনৰ স্বপ্ন। মোৰ প্ৰাণতো জগাই তুলিলা সুখ স্বপ্ন। মই কৈছিলোঁ—মোৰ একো নাই মই রিক্ত নিঃস্ব হৈ জন্ম লাভ কৰিছোঁ। তুমি কৈছিলাঁ—

মনো : ওঁ মই কৈছিলোঁ—পাৰ্থিৱ সা-সম্পদৰ ওপৰত আছে মানুহৰ হৃদয়ৰ সম্পদ। মোক সেই সম্পদ লাগে। কাৰণ তোমাৰ মাজত আছিল এটা সম্ভাৱনাময় ভৱিষ্যতৰ প্ৰতিশ্ৰুতি। তোমাৰ চকুত আছিল হৃদয়ৰ দীপ্তি আৰু আশাৰ আলোক। সেই আলোকত মোৰ হৃদয় আলোকিত হৈ উঠিছিল। কিন্তু ধীৰে—ধীৰে তোমাৰ চকুৰ দীপ্তি সলনি হৈছিল এক ভয়ঙ্কৰ ক্ষুধাৰ দৃষ্টিলৈ, আৰু তুমি মোক সম্পূৰ্ণকৈ পাবৰ কাৰণে হৈ পৰিলাঁ ব্যাকুল…

ৰমেন : ওঁ মই তোমাৰ দেহ-মন সৰ্বস্ব পাবৰ কাৰণে হৈ পৰিলোঁ ব্যাকুল, কাৰণ মই এটা তেজ-মঙহৰ মানুহ।

মনো : সেইখিনিতেই তুমি ভুল কৰিলাঁ। মই মোক তোমাৰ বাবেই উৎসৰ্গিত কৰিছিলোঁ।

কিন্তু তুমিয়েই কোৱা—কোন দেৱতাই পূজা শেষ নোহওঁতেই নৈবেদ্য ভোগ কৰিছে?

ৰমেন : নাই নাই-মই কোনো যুক্তি নাজানো, মই জানো মোৰ মন আৰু মোৰ তেজৰ বাসনা—। তুমি মোক ফাঁকি দিছা—নহ'লে অশোকৰ লগত—

মনো : অশোকৰ নাম মুখত নল'বা। [অন্যমনস্ক হৈ] তুমি নাজানা, তুমি মূৰ্খ,—মই যে অশোকৰ মাজত তোমাৰ অতীতক দেখা পাওঁ—

ৰমেন : ছলনাময়ী নাৰীৰ প্ৰতাৰণাৰ কথাত মই আৰু ভোল নাযাওঁ। [জেপৰপৰা এটা মদৰ বটল উলিযাই] মোক স্বপ্ন নালাগে, মই বাস্তৱত বিচাৰোঁ···

মনো : তুমি কি খাব খুজিছা? কি খাব খুজিছা?

ৰমেন : হাঃ হাঃ হাঃ অমৃত অমৃত [মুখত ঢলাৰ শব্দ]।

মনো : [উচুপি উঠে] তুমি তুমি এটা মাতাল, অন্ধ, মূৰ্খ—

ৰমেন : এই মাতালৰ লগত আজি তোমাৰ শেষ আলাপ হ'ব।

মনো : এৰি দিয়ঁা—মোৰ হাতত নধৰিবাঁ—মই—চিঞৰি দিম।

ৰমেন : চিঞৰা চিঞৰা—যিমান পাৰা চিঞৰা—তোমাৰ চিঞৰত কবৰৰ তলৰ মৰা মানুহ সাৰ পাই উঠি তোমাক ৰক্ষা কৰকহি। [উত্তেজিত হৈ] তোমাক [জোটা-জুটিৰ শব্দ "এৰিদে লম্পট"—আদি শব্দ]। তোমাক মই চাবই লাগিব—। মই চাম এই শৰীৰৰ মাজত কি ৰহস্য লুকাই আছে—কি ৰহস্য লুকাই আছে!

মনো : [ধীৰ কণ্ঠেৰে] এৰি দে, এৰি দে,—উস্ মোৰ উশাহ—এৰি—দে—আহ্ আহ্—আ ···[এটা তীব্ৰ সুৰ অকস্মাতে আৰম্ভ হৈ মাৰ যায়] নিস্তব্ধ জলতৰঙ্গৰ শব্দ। বতাহৰ শব্দ]।

চৰিত্ৰ : [সাৰ পাই এটা এঙামুৰি দিয়াৰ শব্দ কৰে—আৰু শোৱাৰপৰা উঠি সেৰ ছটাত বহি নাকেৰে গন্ধ লয়।]

ঠিক দুৰ্গন্ধ এটা পাইছোঁ—মানুহৰ গাৰ গোন্ধ, নিশ্বাসৰ গোন্ধ—। কিন্তু ৰাতি বাৰ বজাৰ পিছত কবৰতলীলৈ কোন জীয়া মানুহ আহিব! যদি কোনোবা আহে, তাক বন্ধ কৰিব লাগিব। জীয়া মানুহৰ বাবে কবৰতলীৰ দুৱাৰ বন্ধ। এইখন যুদ্ধক্ষেত্ৰ নহয়—অৱশ্যে মৰণৰ নিশ্বাস যুদ্ধক্ষেত্ৰৰ দৰেই ইয়াৰ বতাহত সদায় বলি আছে। কিন্তু ৰাতিৰ আন্ধাৰত কবৰতলীত জীয়া মানুহৰ গোন্ধ-অসহ্য-অসহ্য! এইটো বন্ধ কৰা উচিত। কবৰতলীৰ নিয়ম বেলেগে ৰচনা কৰা উচিত—যিদৰে যুদ্ধত কিছুমান বেলেগ নিয়ম থাকে, যিবোৰ সাধাৰণ মানুহৰ বাবে দৰকাৰ নহয়। নহ'লে কবৰতলী আৰু চহৰতলীৰ কি পাৰ্থক্য থাকিল? [দূৰত শিয়ালৰ হোৱা] আঃ শব্দ নকৰিবি—শুবলৈ দে—শুবলৈ দে। মোকো শুবলৈ দে আৰু সদায় কবৰৰ তলত শুই থকাবোৰকো চুপে চাপে শুবলৈ দে। [হাঁহিয়াই] ৰৰ—হাঁমি আহিছে, ভৰি-হাতবোৰ টনটনাইছে, কঁকালত এটা বিষ অনুভৱ কৰিছোঁ। মৃতকসকল, বুইছা—এইবোৰ হ'লগৈ তোমাৰ দ্বিতীয় মহা-সমৰৰ দান। থাক—থাক—বিষ-কোণ তইতো থাক। নহ'লে তইতৰ নাম যুগমীয়া কৰিবলৈ মই ক'ত ক্ৰ.চ.চিহ্ন বিচাৰি পাম? বেখা নাই

এই কবৰতলীৰ ক'ত ক্ৰুচ-চিহ্ন ভাগি-ছিগি গ'ল? ক'ত হাউলি আছে? ঠিক যিদৰে সজীনৰ খোচত মানুহৰ শৰীৰ হাউলি যায়—এটা আৰ্তনাদ, গেঙনি আৰু তাৰ পিছত হাউলি পৰি যোৱা—ঠিক যিদৰে বেচ্‌কেম্পৰপৰা দূৰত থকা পহৰা-চকীৰ এক ডজন যুঁজাৰুৰ ভোগৰ বাবে অনা এজনী তিৰোতাৰ শৰীৰ হাউলি ভাগি পৰিছিল—কোনোদিনে উঠিব নোৱৰাকৈ, আৰ্তনাদ—গেঙনি আৰু হাউলি পৰি যোৱা··· [ বৈ নাকেৰে গোন্ধ লয় ] কিন্তু এই মহাবাতি কবৰতলীত সেই আসুৰিক সম্ভোগৰ ক্লেদৰ গোন্ধ কিয়? এইখন কি ধৰ্ষণ-শয্যা, নে আজি ফুলশয্যাৰ বাৰ্তি? হিঃ হিঃ হিঃ ফুলশয্যাৰ বাতি···ময়ো শোওঁ, শুই থাক তইঁতো, হিঃ হিঃ হিঃ···

[ নিস্তব্ধতা। জলতৰঙ্গৰ শব্দ। ৰাতিৰ আবহাৱা বুজোৱা শব্দ। শব্দবোৰ যেন আগতকৈ তীব্ৰ। গেটৰ ওচৰত মানুহৰ পদ শব্দ ]।

কৰ্মচাৰী : [ শঙ্কা আৰু ভয় মিহলি ] কিন্তু এই কবৰতলীত আমি কি কৰিম?

ব্যৱসায়ী : [ গম্ভীৰ মাত ] কবৰতলীয়েই হ'ল ব্যৱসায়ৰ গোপন লেনদেন কৰাৰ বাবে আটাইতকৈ নিৰাপদ ঠাই। [ গেট খোলাৰ শব্দ। লগে—লগে এটা চৰাই উৰি যোৱাৰ শব্দ ] সোমাই ব'লা আমি ঠিক দক্ষিণৰ কবৰ। ছুটাৰ ওচৰতে বহোঁগৈ।

[ মাজে মাজে জলতৰঙ্গৰ শব্দৰ দৰে শব্দ, দুই-এটা পোকৰ মাত। থাইনিত গৈ থকাৰ শব্দ। ]

ব্যৱসায়ী : তোমাৰ মনত আছেনে—যিদিনা তোমাক দলত সুমাই লৈছিলোঁ—সেইদিনা তুমি কি প্ৰতিজ্ঞা কৰিছিলা? মনত আছেনে—এটা সামান্য চাকৰি বিচাৰি হাবাথুৰি খাই ঘূৰাবে ঘূৰাবে ঘূৰি ফুৰিছিলা? মনত আছেনে প্ৰেমত পৰি বিয়া কৰাই অনা ৰূপহী ঘৈণীয়েৰ আৰু ল'ৰা-ছোৱালী ছুটাৰ মুখত তিন দিনে এমুঠি ভাত দিব পৰা নাই বুলি হুক্-হুক্‌কৈ কান্দিছিলা? [ দূৰত এটা চৰাইৰ কিঁউট-কিঁউট শব্দ ] এতিয়া সেই ঘৈণীয়েৰে সপ্তাহত তিনিখন চিনেমা চায়। সেই ল'ৰা-ছোৱালীয়ে টেবিলিনৰ চোলা পিন্ধে।

কৰ্মচাৰী : সেইটো আপোনালোকৰ দয়া।

ব্যৱসায়ী : [ শ্লেষেৰে ] ফুঃ দয়া? ওঁ অৱশ্যে প্ৰথমতে তোমাক দেখি দয়া হৈছিল আৰু [ চেপা খেক্ খেক্ হাঁহি মাৰি ] আৰু পিছত ঘৈণীয়েৰক দেখি অলপ অলপ মনটো ভাল লাগিছিল—।

কৰ্মচাৰী : মোৰ তিৰোতাক লৈ আপুনি লেতেৰা ইঙ্গিত নকৰিব।

ব্যৱসায়ী : [ তীব্ৰ শ্লেষ ] তোমাৰ তিৰোতা? ফুঃ তুমি ঘৰত কেইদিন থাকিবলৈ পোৱাঁ? আৰু তোমাক কৈ দিয়াই ভাল হ'ব—তোমাৰ তিনি নং ল'ৰাটোৰ······

কৰ্মচাৰী : [ তীব্ৰ খং আৰু ঘৃণাৰে ] চুপ—

ব্যৱসায়ী : [ শ্লেষেৰে ] কি মাৰিবানেকি?

কৰ্মচাৰী : [ নিজকে কোৱাৰ দৰে ] ভাইক—ভাইক আজিয়েই শেষ কৰিম—বেইমানী—

ব্যৱসায়ী : ওঁ দবৰে দেখিছোঁ গুণ দিছে।—ঠিক আছে নকওঁ বাৰু তোমাৰ তিৰোতাৰ কথা।

কৰ্মচাৰী : মই সুধিব খুজিছোঁ—ৰাতি এই কবৰতলীলৈ মোক মাতি অনাৰ কি দৰকাৰ আছিল?

ব্যৱসায়ী : [ শ্লেষ ] ওঁ। তুমি দেখিছোঁ মোৰপৰাও কৈফিয়ৎ বিচাৰিব পৰা হ'লা!

কৰ্মচাৰী : চাকৰি কৰিছোঁ বুলি—মই কাৰো নিকিনা গোলাম হোৱা নাই—

ব্যৱসায়ী : নাই নাই—নিকিনা গোলাম কিয় হ'বা!

কৰ্মচাৰী : মই ইয়াত এক মিনিটো নাথাকোঁ। ক'ব-লগীয়া আছে ঘৰত হ'ব—[ যাব খোঁজে ]

ব্যৱসায়ী : [ শ্লেষৰ হাঁহি ] মোৰ হাতত এইটো দেখিছানে? মে'ড ইন ইউ-এচ-এ। তুমি লৰচৰ কৰিবলৈ চেষ্টা কৰিলে ময়ো ঘোঁৰাটো টিপি দিবলৈ বাধ্য হ'ম। বিশেষ শব্দ একো নহ'ব—কিন্তু তোমাৰ বুকুৰ শব্দ বন্ধ হৈ যাব।

কৰ্মচাৰী : [ নিমাত ]

ব্যৱসায়ী : কি? ভয় লাগিছেনেকি?

কৰ্মচাৰী : [ অলপ ভয়েৰে ] মোক যাবলৈ দিয়ক।

ব্যৱসায়ী : [ খেক্ খেক্ কৈ হাঁহি ] দিম দিম। যাবলৈ দিম। কিন্তু তাৰ আগতে অলপ খেলি ভাল লাগিছে। মেকুৰী আৰু নিগনিৰ খেলা! [ খেক্ খেক্ খেক্ ]

কৰ্মচাৰী : মই একো বুজা নাই—মোক কিয় এনেকৈ মাতি আনিছে—কিয় ভয় দেখুৱাইছে······

ব্যৱসায়ী : তেনেহ'লে আচল কথালৈ আহোঁ। কিন্তু কামটো মোৰ হাতেৰে কৰিব খোজা নাছিলোঁ। লটিক অহাৰ কথা আছিল। যাওক—তাকো দেখিছোঁ ময়েই শিক্ষা দিব লাগিব।—[ বৈ ] মই জানিব খুজিছোঁ—জগত সিং কেনেকৈ ধৰা পৰিল?

কৰ্মচাৰী : মই আহিয়েই কৈছোঁ সেই কথা।

ব্যৱসায়ী : আকৌ এবাৰ মই শুনিব খোজোঁ।

কৰ্মচাৰী : নতুন একো ক'বলৈ নাই—

ব্যৱসায়ী : চুপ্। বদমাচ—বেইমান—। মোহনৰ গাড়ীত পঞ্চাশ কেজি মাল আছে বুলি এক্সাইজক কোনে খবৰ দিছিল?

কৰ্মচাৰী : মই নাজানো।

ব্যৱসায়ী : জগত সিঙে কুৰি হাজাৰ কৌৰ মাল আনিছে বুলি পুলিচক কোনে খবৰ দিছিল?

কৰ্মচাৰী : মই নজানো।

ব্যৱসায়ী : তই জানিবই লাগিব। তই ক্ৰমাৎ দেশপ্ৰেমিক হ'বলৈ ধৰিছ—

কৰ্মচাৰী : মোৰা সপ্তাহতো ময়ে পতাসোণ পাব কৰি আনিছোঁ বৰ্ডাৰৰপৰা।

ব্যৱসায়ী : সেইটোও তোৰ দেশপ্ৰেম। লটিকে পঞ্চাশ কুইণ্টল চাউল লৈ যোৱা ট্ৰাকখনৰ খবৰ পুলিচক কোনে দিছিল?

কৰ্মচাৰী : মই কেনেকৈ জানিম?

ব্যৱসায়ী : তই জানিবই লাগিব। বেইমান আবকাৰী ইন্স্পেক্টৰটোক সুবিধাত পায়ো তই কিয় গুলি কৰা নাছিলি?

কৰ্মচাৰী : মই কোনোদিন মানুহ মৰা নাই—

ব্যৱসায়ী : ঠগ, জুৱাচোৰ, বদমাচ—তোক মই দেখুৱাই দিম কেনেকৈ মানুহ মাৰে। নিমখ-হাৰাম—বেইমান।

কৰ্মচাৰী : [ ভয় আৰু শঙ্কাৰে ] মই মই—একো দোষ কৰা নাই—মই একো নাজানো।

ব্যৱসায়ী : চুপ। তইযে জুইৰ লগত খেলা কৰি আছিলি—বুজা নাই।

কৰ্মচাৰী : মোক নামাৰিব—মোক নামাৰিব—

ব্যৱসায়ী : গোপন ব্যৱসায়ৰ গুপ্ত দুৱাৰৰ সন্ধান দিয়া কোনো কৰ্মচাৰীকে মই যোৱা কুৰিবছৰে জীয়াই থাকিবলৈ দিয়া নাই। তোক মই

মাজবাতিৰ কবৰতলীলৈ এনেয়ে মাতি আনিছোঁ বুলি ভাবিছ? ভাবিছিলোঁ তোক মই নিজ হাতে চাকা নকৰোঁ [ খেক্ খেক্ খেক্ ]। কাৰণ শুনিবি? কাৰণ তোৰ বৈণীয়েৰ মোহিনী মোৰ বক্ষিত্তা [ খেক্ খেক্ কৈ হাঁহে ]।

কৰ্মচাৰী : মই শুনিব নোখোজোঁ—মই শুনিব নোখোজোঁ।

ব্যৱসায়ী : তই শুনিবই লাগিব মূৰ্খ।

কৰ্মচাৰী : [ খঙত ফাটি পৰে ] জুৱাচোৰ চালা বেইমান

ব্যৱসায়ী : [ তীব্ৰ কণ্ঠেৰে ] চাট্ আপ্। বদমাচ—ইনফৰমাৰ নিমখ-হাৰাম। মুখ ঘূৰাই ল—মুখ ঘূৰাই ল—[ গুলিৰ এটা শব্দ হয়। আঃ সাঃ মোক বচোৱাঁ মোক বচোৱাঁ শব্দ হয়। গেওনিৰ শব্দ আৰু বাগৰি পৰাৰ শব্দ। ]

[ এটা তীব্ৰ সুৰৰ ঝঙ্কাৰ আৰু নিস্তব্ধ। ]

চৰিত্ৰ : যেন এটা বাৰুদৰ গোন্ধ—ঠিকেই বাৰুদৰ গোন্ধ হব লাগিব। কাৰণ, মোৰ ঘ্ৰাণশক্তিৰ লগত তাৰ ঘনিষ্ঠ পৰিচয় আছে। কিন্তু, মহাসমৰতো কেতিয়াবাই শেষ হ'ল বাতিৰ পিছত কত দিন, দিনৰ পিছত কত বাতি পাৰহৈ গ'ল। মানুহ শান্তিত শুব লাগে, ভাগৰ লগাৰ পিছত নিভাজ মাৰি শুব লাগে। গুলিৰ প্ৰয়োজন কিয়? বাৰুদৰ প্ৰয়োজন কিয়? যুদ্ধ নহ'লে বাৰুদৰ ধোঁৱাৰ গোন্ধ কিয় ওলাব? মোৰ নাকে সেই ধোৱাঁ কেতিয়াবাই শুহি ল'লে—কেতিয়াবাই। সেইবাবেইতো মই নীলকণ্ঠ হৈ পৰিলোঁ। সেইবাবেইতো মই মানুহৰ মাজৰপৰা কবৰতলীলৈ গুচি আহিছিলোঁ। কাৰণ কবৰতলী হ'লগৈ জিৰণিৰ ঠাই। ইয়াত সময়ৰ প্ৰশ্ন নুঠে, অনন্তকাললৈ শুই থাকা,—ইয়াত চকু মেলাৰ প্ৰশ্ন নাই, উঠাৰ প্ৰশ্ন নাই, শুই থাকা—কবৰতলীত অনন্ত টোপনিত তেওঁলোক টোপনি গৈ আছে—তেওঁলোকক আমনি নকৰিবাঁ। [ চৰাইৰ পাখিৰ চপ্ চপনি ] চৰাই-চিৰিকতি, তহঁত কিয় উঠিছ? তেনে তহঁতেও বাৰুদৰ গোন্ধ পাইছ? মৃত্যুৰ নিশ্বাস পাইছ? ময়ো নাজানো সেই গোন্ধ ক'ৰপৰা আহিছে? কবৰতলীৰ বাহিৰত কি এখন যুদ্ধ চলি আছে? তাত কি মানুহ মৰিছে? নহ'লে সত্তমৃত মানুহৰ শেষ নিশ্বাসৰ গোন্ধ কিয় পাম? নাই—নাই কবৰতলীৰ চাৰিওফালে এখন ৱাল দিব লাগিব—যাতে কোনো যুদ্ধৰ গোন্ধ ইয়ালৈ আহিব নোৱাৰে। মানুহবোৰে কিজানি কবৰতলীৰ কথা পাহৰি গৈ যুদ্ধৰ গোন্ধত মত্তলীয়া হৈ আছে। [ হাঁমি মাৰে ] মোক টোপনিয়ে ধৰিছে। কিন্তু বাৰে বাৰে মোৰ টোপনি অসহ্য ধোৱাঁৰ গোন্ধে ভাঙি দিছেহি। হে কবৰতলীৰ মৃতকসকল, তোমালোক সাৱধানে শুবা—কাৰণ কবৰতলী আৰু চহৰতলী যেন ক্ৰমাৎ একাকাৰ হবলৈ ধৰিছে। এখন নতুন যুদ্ধ অথবা পুৰণি যুদ্ধৰ নতুন আয়োজন সম্পূৰ্ণ-প্ৰায় হৈছে। তোমালোক সাৱধানে শোৱা—ময়ো শোওঁ—ময়ো শোওঁ—।

[ নিস্তব্ধতা। মাজে মাজে বাতিৰ নিস্তব্ধতাক জয়াৰ কৰি তুলিছে—বতাহৰ তৰঙ্গায়িত শব্দই, জলতৰঙ্গৰ দৰে শব্দই, পোক-পতংগৰ আকস্মিক শব্দই।—গছৰ ডালত এটা চৰাইৰ থৰ্ থৰ্ শব্দ হয়। দূৰত ক'ৰবাত হোৱা ঘণ্টা-ধ্বনিৰ ক্ষীণ বেশ শুনা যায়, কুকুৰৰ ডাকৰ ক্ষীণ বেশ। তাৰ মাজতে

পেটত এটা শব্দ হয় আৰু পদশব্দ শুনা যায়। পদ শব্দটো ক্ষীণ হৈ যায়। অলপ পিছতে আকৌ শব্দ হয় আৰু এটা গধুৰ পদশব্দ দ্ৰুতভাৱে আহে, এটা উত্তেজিত চেঁপা মাতো ক্ৰমাৎ আগুৱাই আহে।]

উত্তেজিত কণ্ঠ : তই পলাই সাৰিব নোৱাৰ। পৃথিৱীৰ ক'তো তই পলাই সাৰিব নোৱাৰ। মোৰ নাম অমৰেশ গুণ্ডা। মই যি কাম হাতত লওঁ—তাক নিয়াৰিকৈ পালন কৰাই মোৰ কাম। মই এবাৰ শপথ খাই ল'লে; এনেকুৱা শক্তি নাই যি মোক বাধা দিব পাৰে। তই, ফুঃ তই হ'লি এটা সামান্য নিগনি। কাঁইটিয়া চেহেৰা; দেখিলেই তোক গোৰ মাৰি দূৰলৈ পেলাই দিবলৈ মন যায়। মই ভাবি নাপাওঁ, মই ভাবি নাপাওঁ—ৰবৰকৰাৰ নিচিনা মন্ত্ৰী-মাফিক মানুহে তোক কিয় ভয় কৰে।—কিন্তু বাছাধন—যেতিয়াই মই ৰবৰকৰাক ৱৰ্ড দিলোঁ, আচলতে তেতিয়াই তই খতম্ হ'লি বুলি ধৰি ল। [পায়চাৰি কৰি বিচাৰি ফুৰাৰ শব্দ] — কিন্তু তই গ'লি ক'লৈ? মোৰ চকুৰে মই নিজে দেখিছোঁ—তই এই কবৰতলীলৈ সোমাই আহিছ। চালা! চকু মোৰ ঠিক আছেতো! নাই নাই—তোক খতম নকৰালৈকে মই এক ঢোকো মাল গিলাৰ কথা ভবা নাই। চকু মোৰ ঠিক আছে।—হোঃ দৰকাৰ হ'লে কবৰ খান্দি তোক বাহিৰ কৰিম—[হঠাৎ কিবা দেখি] আৰে—কবৰতলীত মাইকী মানুহ! ইহঁত চৰৰ পৰা পৃথিৱীৰ কবৰতলীও বাদ্ধি নাথাকিল। অঁা—খতম হ'ল যেন পাইছোঁ। হেৰ' তই কাক ভয় খুৱাইছিলি যে তোক মাৰিবলগীয়া হ'ল! কিন্তু মুখখন দেখিলে 'বুলি' যেন লাগি যায়। কাপুৰুষবোৰে মাইকী মানুহলৈ কিয় ভয় কৰে মই ভাবি নাপাওঁ। থাক, তই থাক, মই আগধৰি এই বদমাচ 'বিকাশ'টোক বিচাৰি লওঁ। তাৰ পিছত কি হয় দেখা যাব—[আগবঢ়াৰ শব্দ। ৰাতিৰ স্বাভাৱিক দুই-এটা শব্দ।]

[সি হঠাৎ ৰৈ দিয়ে আৰু স্বাভাৱিক কণ্ঠেৰে মাতে।]

বিকাশ, তই ক'ত আছ ওলাই আহ। নহ'লে কিন্তু মোৰ খুন গৰম হৈ যাব আৰু খুন গৰম হ'লে মই তোক বৰ বেয়াকৈ খুন কৰিম। তই ভাবি চা—তই কোনটো বিচাৰ। তইতো মৰিবি খাটাং--কিন্তু একে কোবে মৰিবলৈ বিচাৰ, নে ধীৰে ধীৰে? [ৰৈ] যদি তই ওলাই নাহ, তেতিয়া জানিবি তোৰ অঙ্গ-প্ৰত্যঙ্গ এটা এটাকৈ কাটি তোক লাহে-লাহে এটা কুকুৰা চৰাই মৰাদি মাৰি থাকিম। গতিকে তোৰ ভাগ্য তই নিজে ঠিক কৰি ল—মই এক দুই তিনি বোলাৰ লগে লগে তই ওলাই নাহিলে—মোৰ গাত দোষ নাই—[ৰৈ] এক—দুই—

বিকাশ : [অকমান দূৰৰপৰা] অমৰেশ—

অমৰেশ : ওঁ মই অমৰেশ—।

বিকাশ : মোকতো তই মাৰিবিয়েই, সেই বিষয়ে মোৰ সন্দেহ নাই।

অমৰেশ : তেনেহ'লে তই এনেকৈ পলাই ফুৰিছিলি কিয়? নাজান—অমৰেশ এবাৰ দাঙি লোৱা ছুৰি মানুহৰ বুকুত নোসোমোৱাকৈ পকেটলৈ ঘূৰি নাহে।

বিকাশ : জানো, জানো।—[মৃদু হাঁহি] কিন্তু, পৃথিৱীত জীয়াই থাকিবলৈ কোনে নিবিচাৰে

ক? তই নিৰিচাৰ, তোৰ মালিক ৰবৰকৰা চাহাবে নিৰিচাৰে?

অমৰেশ: [ ধমক দি ] চুপ্। ৰবৰকৰা চাহাব মোৰ মালিক নহয়। মোক হুকুম দিবলৈ ৰবৰকৰা চাহাবৰ কোনো পাৱাৰ নাই। মোৰ মালিক মই নিজে।

বিকাশ: [ শ্লেষৰ হাঁহিৰে ] আৰু সেইকাৰণে তই ৰবৰকৰা চাহাবৰ হুকুম আখৰে আখৰে পালন কৰিবলৈ মোক বিচাৰি এই মহাৰাতি কবৰতলী পাইছহি।

অমৰেশ: বিকাশ, মোৰ খুন কিন্তু গৰম হৈ যাব। চা—ৰবৰকৰাৰ হুকুম মই পালন কৰিবুলৈ অহা নাই। এইটো মোৰ বিজিনেছ্। আৰু মই বিজিনেছ্ নকৰোঁ বুলিলে ৰবৰকৰাৰ বাপেকৰ ক্ষমতা নাই, মোক হাত দিয়াৰ।

বিকাশ: ঠিক আছে। তই মোক মাৰিবিয়েই যেতিয়া আৰু ছুটামান কথা তোক কৈ লওঁ—কি কৰ?

অমৰেশ: বেছি সময় মই তোৰ বক্ বক্ শুনি থাকিব নোৱাৰোঁ। কি কৰ কৈ ল।

বিকাশ: মই কৈছো, তই নকৰো বুলিলেও ৰবৰকৰা চাহাবহঁতৰ দৰে মানুহে তোক কৰিবলৈ বাধ্য কৰিব।

অমৰেশ: মিছা কথা।

বিকাশ: একেবাৰে সঁচা কথা। [ তীব্ৰ কণ্ঠেৰে ] কাৰণ, তই ৰবৰকৰাৰ মানত এটা কুত্তাকা বাচ্চা, হাতিয়াৰ।

অমৰেশ: চুপ ৰও।

বিকাশ: [ হাঁহি ] তইতো মোক চুপ কৰিবিয়েই। [ অলপ দুখেৰে ] মই মৰিবলৈ কোনো দিন ভয় কৰা নাই অমৰেশ। আমিতো সদায় মৰি মৰি বাচি আছোঁ। কিন্তু মৰাৰ আগতে কিজানি এই মৰি মৰি বাচি থকা মানুহবোৰক মূৰ দাঙিবলৈ অকমান সহায় কৰিব পাৰিলোঁহেঁতেন। সেইটোৱেই দুখ। [ এটা মৃদু সুৰৰ ঝঙ্কাৰ ] তই কেতিয়াবা তোৰ লগৰ মানুহবোৰৰ কথা ভাবি চাইছনে? তই কেতিয়াবা তোৰ কথা ভাবি চাইছনে? মোক মাৰিবৰ কাৰণে ৰবৰকৰাই তোক পাঁচশ আগধন দিছে আৰু ডেবহাজাৰ কাম খতম হোৱাৰ পিছত দিম বুলি কৈছে। কাৰণ, মই ৰবৰকৰাৰ শত্ৰু। কাৰণ, ৰবৰকৰাই যাতে আমাৰ গৰীব মানুহক ঠগি ভোট জিকিব নোৱাৰে, তাৰ কাৰণে মই গৰীব মানুহবোৰক সঁচা কথা কৈ দিছোঁ। মই কৈ দিছোঁ ৰবৰকৰাই ইমানদিনে কিমান লাখ লাখ টকা মাৰিলে। তোৰ মোৰ দৰে মানুহৰপৰা চুহি লৈ যোৱা লাখ লাখ টকা। সেইবাবে মই ৰবৰকৰাৰ শত্ৰু। কিন্তু তই মোৰ কি কাৰণে শত্ৰু হবি?

অমৰেশ: [ মাতত সামান্য দুৰ্বলতা ]—এইটো মোৰ বিজিনেছ।

বিকাশ: [ হাঁহি ] ঠিকেই। মোকো ৰবৰকৰাই দহ হাজাৰ টকা দিব খুজিছিল।

অমৰেশ: [ অলপ আচৰিত হৈ ] দ-হ হাজাৰ।

বিকাশ: কি আচৰিত হলি দেখোন?

অমৰেশ: কিন্তু, কাক মাৰিবৰ কাৰণে?

বিকাশ: মোক নিজকে মাৰিবৰ কাৰণে।

অমৰেশ: তোক নিজকে? মৰাৰ পিছত তই টকাৰে কি কৰিবি? [ বৈ ] নাই—নাই তই মিছা কথা কৈছ। তই সাৰিব খুজিছ।

বিকাশ : তই যিদৰে তোৰ বিজিনেছত বেইমানী নকৰ, মযো মোৰ বিজিনেছত নকৰোঁ। গতিকে মোক মৰাৰ আগতে তই মোক বিশ্বাস কৰিব পাৰ। [ বৈ ] বৰবৰুৱাই মোক কৈছিল,— "বিকাশ তুমি এই ইতৰ মানুহবোৰৰ, কুলি-বোৰৰ লগত থাকি, সিহঁতৰ হৈ মাত মাতি একো কৰিব নোৱাৰা। তাতকৈ মই তোমাক দহ হাজাৰ টকা দিওঁ, তুমি কিবা এটা পাৰ্মানেন্ট্ বিজিনেছ্ কৰা। এই থাৰ্ডগ্ৰেড্ মানুহবোৰৰ লগত লাগি তুমি তোমাৰ ভৱিষ্যত নষ্ট কৰিব খুজিছা কেলেই ?"

অমৰেশ : আৰু তই টকা নল'লি—

বিকাশ : নল'লোঁ। কাৰণ টকাৰে তেওঁ মোক কিনিব খুজিছিল যিদৰে তোক টকা দি কিনি লৈছে মোক মাৰিবৰ কাৰণে।

অমৰেশ : মোক কোনেও কিনিব নোৱাৰে।

বিকাশ : [ দুখেৰে ] আমি ক'ব নোৱাৰাকৈ সিহঁতে আমাক কিনে অমৰেশ। মোক কিনিব খুজিছিল কি কাৰণে জান ? যাতে মই তেওঁৰ ভোট নাভাঙো। যাতে তেওঁৰ ষ্টিল-ইণ্ডাষ্ট্ৰীৰ লেবাৰবিলাকক বোনাচ বিচাৰিবৰ কাৰণে উচটাই নিদিওঁ, যাতে তেওঁৰ লাখ-লাখ টকা আত্মসাৎ কৰাৰ কথা প্ৰচাৰ কৰি নিদিওঁ। কিন্তু মোৰ বাবে মোৰ জীৱনটোৰ একো মূল্য নাই। সেইবাবে মই টকা নললোঁ। মোৰ কথাত যদি লেবাৰবোৰে দুপইচা প্ৰাপ্য বোনাচ আদায় কৰিব পাৰে, সেইটোৱেই মোৰ বাবে ডাঙৰ সম্পত্তি। মোৰ কথাত যদি বৰবৰুৱাৰ দৰে শোষকৰ মুখা-খুলি পৰে, সেইটোৱেই মোৰ লাভ। কাৰণ, মই মানুহক ভাল পাওঁ।

অমৰেশ : তাৰপৰা তোৰ কি লাভ হয়—

বিকাশ : মোৰ টকা-পইচা একো লাভ নহয় অমৰেশ। আমি যাক ভাল পাওঁ তাৰ কাৰণে যে মৰিও শান্তি লাভ কৰোঁ। বৰবৰুৱাই মোক মাৰিব খুজিছে তাৰ ব্যক্তিগত লাভৰ কাৰণে, তই ছুৰি লৈ মোক মাৰিব খুজিছ তোৰ লাভৰ কাৰণে। কিন্তু মই বৰবৰুৱাক মাৰিব খোজোঁ। সাধাৰণ মানুহৰ লাভৰ বাবে। চা তোৰ হাতৰ ছুৰিখনৰ লগত মোৰ শত্ৰুতা নাই, তোৰ লগতো নাই। মোৰ শত্ৰুতা বৰবৰুৱাৰ লগত। বৰবৰুৱাই সেইবাবে তোক হাতিয়াৰ কৰা নাই কি ?

অমৰেশ : তই মোক এইবোৰ কথা কিয় কৈছ বিকাশ ? মোৰ নাম অমৰেশ গুণ্ডা, মানুহ মৰাই মোৰ বিজিনেছ্—

বিকাশ : জানো জানো ভাই। কিন্তু তোৰ দেউতাৰৰ সম্পত্তিখিনি যদি কাকতি মণ্ডলে আত্মসাৎ নকৰিলেহেঁতেন, তোৰ ভাই এটা যদি খাবলৈ নেপাই বেমাৰত ভুগি নমৰিলে-হেঁতেন,···

অমৰেশ : [ তীব্ৰ কণ্ঠেৰে ] মই শুনিব নোখোজোঁ।— শুনিব নোখোজোঁ।—

বিকাশ : তই শুনিবই লাগিব। তোৰ যদি ভনীজনী হেৰাই নগ'লহেঁতেন, তই গুণ্ডা হলিহেঁতেননে ?

অমৰেশ : যিবোৰে মোৰ ভাই-ভনীক অত্যাচাৰ কৰিছে, সিহঁতৰ প্ৰত্যেককে এটা এটাকৈ এই ছুৰিৰে মই খতম কৰি দিম।

বিকাশ : [ হাঁহি ] নোৱাৰ। নোৱাৰ অমৰেশ। অকলে তই পৃথিবীৰ কেইটা বেয়া মানুহক খতম কৰিবি ? বৰবৰুৱাৰ কাৰখানাৰ ডেৰশ লেবাৰ

আৰু গাঁৱৰ হেজাৰ বিজাৰ মানুহক লগ লগায়ো এটা ববৰকৰাক আজি ইমান বছৰে ঠাণ্ডা কৰিব নোৱাৰিলোঁ। সিহঁতৰ হাতত শক্তি আছে, ক্ষমতা আছে, পোহনীয়া গুণ্ডা আছে—

অমৰেশ : মই পোহনীয়া গুণ্ডা নহয়—

বিকাশ : টোপ খুৱাই চৰাই পোহা আৰু পইচা খুৱাই গুণ্ডা পোহা—একে কথা।

অমৰেশ : তই—তই মোৰ মগজু গৰম কৰি তুলিছ কিন্তু—

বিকাশ : আঁ গৰম কৰি তুলিছোঁ। কাৰণ, যোৱা বাৰ এই ববৰকৰাহঁতৰ দৰে মানুহৰ উচটনি আৰু লোভত পৰিয়েই কবিমহঁতৰ গাঁৱত তইঁতে জুই দিছিলি, তাৰ আগৰবাৰ পৰিতোষহঁতৰ কলনী মানুহৰ তেজেৰে ৰঙা কৰিছিলি। মোক তই ক'ব পাৰিবি—পৰিতোষহঁতৰ কলনীৰ খাবলৈ নোপোৱা মানুহবোৰ মৰাৰ-পৰা, কবিমহঁতৰ গাঁৱৰ ল'ৰা-তিৰোতাবোৰক জুইত পৰি মৰাৰপৰা তোৰ কিবা লাভ হৈছিল! তোৰ পৰিয়াল, তোৰ আই-বোপাইক, খাবলৈ নোপোৱা ভাই-ভনীক যদি আনে জুই জলাই মাৰিলেহেঁতেন,তই সহ্য কৰিলিহেঁতেন? [ বৈ ] মই সেই মানুহবোৰক সেই সাহস দিব খোজোঁ। অমৰেশ, মই সিহঁতক এক গোট হ'বলৈ শক্তি যোগাব খোজোঁ। অমৰেশ।

অমৰেশ : [ মাতত দুৰ্বলতা ]—কিন্তু, তই, তই মোক চিনাই দিব পাৰিবি—কোনে মোৰ আই-বোপাই, ভাই-ভনীক অত্যাচাৰ কৰি মাৰিলে—

বিকাশ : যেতিয়া এটা সাপে মানুহ কামোৰে, তেতিয়া জানিব লাগিব, ওচৰত ক'ৰবাত সাপৰ গাঁত আছে। সেই গাঁতটো বিচাৰি পালেই সাপটোকো পাবি। কিন্তু, তই অমৰেশ গুণ্ডা। তোৰ বল আছে, সাহস আছে, কিন্তু তোৰ বুদ্ধি নাই, মগজু নাই—

অমৰেশ : [ চিঞৰি ] বিকাশ—[ এটা তীব্ৰ সুৰ ঝঙ্কৃত হৈ যাব যায় ]

বিকাশ : সেইবাবে তই তোৰ দৰে খাবলৈ নোপোৱা মানুহৰ আই-বোপাই, ভাই-ভনীক ববৰকৰাৰ হাতিয়াৰ হৈ পুৰি মাৰিছ; সেইবাবেই তই মোক মাৰিবলৈ আহিছ কাৰণ [ খোকাখুকি মাতেৰে ] মই-মই তইঁত তইঁত চবকে ভাল পাওঁ অমৰেশ। মই মাথোঁ ববৰকৰাৰ দৰে মানুহ-বোৰক উভালি পেলাবলৈ বিচাৰোঁ। [ সুৰৰ কঁপনি লাহে লাহে তীব্ৰ হয়। বিকাশ আগবাঢ়ি অহাৰ শব্দ ]—কিন্তু, তাৰ আগতে ববৰকৰাই মোক উভালি পেলাবলৈ তোক পঠিয়াই দিছে। কাৰণ সি জানে, মই জীয়াই থাকিলে যি পাত ছুৰি মোক মাৰিবৰ কাৰণে তোৰ হাতত তুলি দিছে, সেই একেপাত ছুৰি তাৰ বুকুলৈ ঘূৰি যাব পাৰে। দুহাজাৰ টকাৰে যদি তোৰ হেৰুৱা ভনীজনীক আৰু মৰা ভাইটোক ঘূৰাই আনিব পাৰিলিহেঁতেন, মই আনন্দেৰে বুকুপাতি দিলোঁহেঁতেন। দুখ মোৰ ইমানেই মই মানুহৰ বাবে একো কৰিবলৈ নৌ পাওঁতেই মৰিবলগীয়া হ'ল; মোৰ জীৱন এটা গুণ্ডাৰ মদ আৰু বেশ্যাৰ খৰচ যোগাওঁতে গ'ল। [ বৈ ] মোৰ ক'বলগীয়া কথা শেষ হ'ল। এতিয়া তই ববৰকৰাৰ ওচৰত কৰা প্ৰতিজ্ঞা ৰক্ষা কৰি মোৰ বুকুত ছুৰি বহুৱাই দিব পাৰ। দে—পলম নকৰিবি—পলম কৰি মোক আৰু শাস্তি নিদিবি অমৰেশ।

[ নিস্তব্ধ। হঠাৎ এটা তীব্ৰ করুণ সুৰ আৰু লগে লগে বুকু ভঙা চেঁপা কান্দোনৰ শব্দ। ]

অমৰেশ : [ তীব্ৰ কান্দোনৰ সুৰত ] তই—মোক কিয় শিকালি এইবোৰ কথা? কিয় শিকালি? মানুহ হ'বলৈ বিচৰা নাছিলোঁ—মই গুণ্ডা হৈ থাকিব খুজিছিলোঁ। মই মোৰ ভাই-ভনীৰ কথা পাহৰি যাব খুজিছিলোঁ—তই কিয় মোক সোঁৱৰাই দিলি? কিয় সোঁৱৰাই দিলি?

বিকাশ : [ কোমলভাৱে ] তইঁতক ভালপাওঁ কাৰণেই অমৰেশ। এতিয়াও বহুত সময় আছে, তোৰ শক্তি আৰু সাহসেৰে মানুহৰ বাবে তই বহুত কৰিব পাৰ—

অমৰেশ : নাই—নাই - নাই। মই নোৱাৰোঁ। মই নোৱাৰোঁ। মই বলিয়া হৈ যাম—বলিয়া হৈ যাম। কিন্তু মই গুণ্ডা হৈয়ে মৰিব খোঁজো। আৰু একো পৰিচয় মোক নালাগে।

[ হঠাৎ এটা তীব্ৰ সুৰ, এটা তীব্ৰ আঘাট আৰু আঃ আঃ শব্দেৰে বাগৰি পৰাৰ শব্দ ]

বিকাশ : অমৰেশ—অমৰেশ তই কি কৰিলি? তই কিয় আত্মহত্যা কৰিলি?

অমৰেশ : মই আৰু মানুহ হ'ব নোৱাৰোঁ—আঃ আঃ [ গেঙনিৰ শব্দ। ]

[ নিস্তব্ধতা। দূৰৈত শিয়ালৰ হোৱা। বতাহত পাত সৰাৰ শব্দ। মাজে মাজে ৰাতিৰ স্বাভাৱিক শব্দ। ]

চৰিত্ৰ : আহ্—কিজানি আৰু এপৰ ৰাতিও নাই। [নাকেৰে গোন্ধ লয়।] এটা তেজৰ গোন্ধ পাইছোঁ কেঁচা তেজৰ গোন্ধ—যেন কোনোবা চিনাকি মানুহৰ তেজৰ গোন্ধ, কাপুৰুষৰ তেজৰ গোন্ধ। যুদ্ধক্ষেত্ৰত শত্ৰুৰ গুলিৰ আঘাটলৈ ভয় কৰি নিজৰ গুলিৰে নিজৰ বুকু বিন্ধাই মৰাৰ কাপুৰুষালি। মূৰ্খ। চাই নল'লি কিয় মোৰ এই শৰীৰ? এখন হাত মহাসমৰে লৈ গ'ল, সেইবুলি কি পিছহুঁহকি আহিছিলোঁ! এখন হাতেৰে ট্ৰিগাৰ টিপি এটাৰ পিছত এটা শত্ৰু নিপাত কৰিছিলোঁ, কিন্তু যুদ্ধ বৰ ভয়ানক; বৰ জঘন্য। সেইবাবেইতো ইয়ালৈ আহিলোঁ! কিন্তু ইয়াতো শান্তি নাই। কবৰতলীৰ মৃতক সকলকো যুদ্ধৰ গোন্ধে স্পৰ্শ কৰিছেহি, টোপনি কাঢ়ি নিছে। যুদ্ধ যুদ্ধ আৰু যুদ্ধ। টোপনি হৰণৰ যুদ্ধ আৰু টোপনি লাভৰ যুদ্ধ। শুই থাক, টোপনি যা—আটাইবোৰ শুই থাক। কবৰতলী হ'লগৈ অনন্ত জিৰণিৰ ঠাই—হিঃ হিঃ হিঃ······

[ নিস্তব্ধতা। জলতৰঙ্গৰ শব্দ। দূৰত ঘন্টাৰ শব্দ। হঠাৎ ৰাতিৰ নিস্তব্ধতা ভঙ্গ কৰি গেট-খন ঘটংকৈ খোলাৰ শব্দ। লগে লগে উত্তেজিত ফুচ-ফুচনি। ক্ৰমাৎ মাতবোৰ ওচৰ চাপি আহে। ]

ৰঞ্জিত : নগৰখনত জুই অলাই দিওঁ বিজয়। সেই জুইত চব পুৰি মৰক।

বিজয় : নাই নাই সেইটো ঠিক নহ'ব। তেতিয়া আমাৰ নিচিনাবোৰো মৰিব।

ৰঞ্জিত : মৰাই ভাল। এইটো কি এটা জীৱন? সংস্থাহীন, নিৰাপত্তাহীন, ৰাস্তাৰ কুকুৰৰ দৰে ঘূৰাবে ঘূৰাবে ঘূৰি ফুৰিম?

বিজয় : নহয় ৰঞ্জিত—এনেকৈ জুই অলালে নহ'ব : পৰিকল্পিতভাৱে আন্দোলনৰ জুই অলাব লাগিব।

ৰঞ্জিত : পৰিকল্পনা নহয়—ষ্টিম ৰ'লাৰ চলোৱাদি চলাম। প্ৰথমে লগলৈ মাতি চাম। আহিলেতো ভালেই, নাহিলে নিজে মৰিব।

বিজয় : নাই নাই চব মানুহ জীয়াই থাকিবলৈ বিচাৰে। তেনে কৰা ঠিক নহ'ব।

বঞ্জিত : জীয়াই থাকিবলৈ বিচাৰিলেই কি মানুহ অমৰ হ'ব পাৰে? কোনোবা জীয়াই থাকিবৰ কাৰণে কি কোনোবা মৰিব লাগে?

বিজয় : ময়োতো তাকে কৈছোঁ—আন কোনোবা জীয়াই থাকিবৰ বাবে যিদৰে আমি মৰিবলৈ নিবিচাৰোঁ, আমি জীয়াই থাকিবৰ কাৰণেও কিয় আনক মাৰিবলৈ বিচাৰিম?

বঞ্জিত : সেইবাবে আমি কুকুৰৰ জীৱন যাপন কৰিম? আমি নগৰ জ্বলাই দিম, গুদাম লুটপাট কৰিম, ভোগৰ বস্তু কাঢ়ি আনি ভোগ কৰিম—

বিজয় : নাই নাই ঠিক নহ'ব বঞ্জিত। তোৰ দৰে মোৰ দৰে বহুত মানুহৰে আশা আছে, কল্পনা আছে, প্ৰেম আছে—

বঞ্জিত : তই হহুঁৱালি বিজয়—[ শ্লেষ ] প্ৰেম? হাঃ হাঃ প্ৰেম? অ'—আমি সেই গাভৰুবোৰো লুট কৰিম। মুঠতে ভাঙিম আৰু ভোগ কৰিম। আমাকো প্ৰেমৰ সোৱাদ লাগে।

বিজয় : কিন্তু প্ৰেমত কোনো অধিকাৰ নাথাকে, দাবী নাখাটে। সি মানুহৰ একান্ত হৃদয়ৰ ওপৰত নিৰ্ভৰ কৰে।

বঞ্জিত : চুপ। হৃদয়ৰ কথা নকবি। হৃদয়বান হৈ নেদেখুৱাবি। তোৰ মাজত এই পৰিবৰ্তন দেখিয়েই কবৰতলীলৈ মাতি আনিছোঁ। শেষ ফয়ছলা হ'ব লাগিব। তই বাৰে বাৰে আমাৰ কামত বাধা দি আহিছ—

বিজয় : লুট-পাত কৰি ভোগ কৰা নাযায় বঞ্জিত। মানুহক অকাৰণত মাৰি, তই কাৰো একো উপকাৰ কৰিব নোৱাৰ। কেৱল নিজৰ ভোগ-বিলাসৰ মত্ততাৰ বাবে বাট ওলাব।

বঞ্জিত : তেনে তই নগৰখন জ্বলাই দিয়াত নাই।

বিজয় : নগৰখনত দৰিদ্ৰ মানুহৰে সংখ্যা বেছি। মই বিনা বিচাৰে, নগৰখনত জুই লগোৱাত নাই। অৱশ্যে জুয়ে যদি কেৱল চাই চাই মানুহৰ শত্ৰুবোৰ পুৰিলেহেঁতেন বেলেগ কথা।

বঞ্জিত : তই এটা প্ৰতিক্ৰিয়াশীল, সংশোধনবাদী দালাল।

বিজয় : বঞ্জিত!

বঞ্জিত : ওঁ। তোৰ কথা আৰু কামে তাৰেই প্ৰমাণ কৰিছে আৰু তোৰদৰে হৃদয়বান নপুংসক এটাৰ তেজেৰেই প্ৰথম আৰম্ভ কৰোঁ।

বিজয় : [ বিচলিত হৈ ] আঃ নামাৰিবি—নামাৰিবি —বিশ্বাসঘাতক—

বঞ্জিত : ওহোঁ নহ'ব। কোনো যুক্তিক জীয়াই থাকিবলৈ দিব নোৱাৰি, প্ৰেমক জীয়াই থাকিবলৈ দিব নোৱাৰি। [ আঘাট কৰাৰ শব্দ। শব্দ কৰি বাগৰি পৰাৰ শব্দ। ]

বিজয় : আঁঃ মোক জীয়াই থাকিবলৈ—আঃ আঃ [ নিস্তব্ধ ]

[ নিস্তব্ধতা ভাঙি দূৰৈত এটা বন্দুকৰ গুলিৰ আৱাজ। তাৰ ৰেশ উপগুি থাকিল। কুকুৰাৰ ডাক শুনা গ'ল। দূৰৈত কুকুৰৰ ভুক্ ভুকনি শুনা গ'ল। ফেঁচাৰ শেষ ৰাতিৰ চিঞৰ শুনা গ'ল। ]

চৰিত্ৰ : আস্—ৰাতি পুৱাবৰ হ'লনেকি? কি দুঃস্বপ্নত ৰাতিটো পাৰ হৈ গৈছে। ধাৰণা হৈছে যেন এইখন কবৰতলী নহয়, যুদ্ধৰ থলি। ধৰ্ষণ, হত্যা, বন্দুকৰ গুলিৰ শব্দ আৰু ধোঁৱা, সজীৱ অথবা চুৰিৰ আঘাত আৰু ফিৰফিৰকৈ বোৱা

তেজৰ জোৱাৰ। তেজ আৰু বাৰুদৰ গোন্ধ, বাৰুদ আৰু মানুহৰ আৰ্তনাদৰ শব্দ। এইখন এখন যুদ্ধক্ষেত্ৰ নেকি? নে কোনোবা মৃত সৈনিকৰ কবৰতলী। [ বৈ ] হে কবৰতলীৰ মৃতকসকল, তোমালোকেই মোক আচল উত্তৰ দিব পাৰিবা—এইখন কবৰতলী নে যুঁজৰথলী। তোমালোকেই কব পাৰিবা—যুদ্ধথলীৰ সীমা বহল হৈ আটাইবোৰকে বুকুত সোমাই ল'লে, নে কবৰতলীৰ সীমাত পৃথিবী সোমাই পৰিল। তোমালোকেই কব পাৰিবা—মই ক'ত আছোঁ। কাৰণ এখন যুঁজৰ কথা মাত্ৰ মোৰ মনত আছে—মোৰ এই ছিগা হাতখন তাৰ সাক্ষী, মোৰ ভৰিৰ বিষ আৰু গাৰ বিষ তাৰ সাক্ষী। আঃ কি ভয়ঙ্কৰ, জঘন্য, আসুৰিক তোমালোকেই কব পাৰিবা—এই কবৰতলীত মই কিয় সেই যুঁজৰ পুনৰাবৃত্তি হোৱা দেখিছোঁ। কিয় বাৰুদ আৰু তেজৰ গোন্ধ পাইছোঁ, ধৰ্ষণৰ ক্লেদৰ গোন্ধ পাইছোঁ? নে এইবোৰ মানুহৰ মনত থাকি গ'ল? নে কেৱল মোৰ মনৰ মাজত? এইবোৰৰপৰা পলাই মই ইয়াত—এই অনন্ত শান্তি আৰু জিৰণিৰ ঠাইত আশ্ৰয় লৈছিলোঁহি। কিন্তু ইয়াতো দেখিছোঁ সময় ক্ষিপ্ৰগতিত ঘূৰিছে—ঘণ্টাৰ ধ্বনিয়ে সময়ৰ সংকেত ঘোষণা কৰি আছে। পোহৰ আৰু বতাহ সোমাই আহিছে, চৰাইৰ মাত আৰু পাখিৰ ঢপ্ ঢপ শব্দ হৈছে—জীৱনৰ স্পন্দন অনুভূত হৈছে। ইয়াতো যুদ্ধৰ প্ৰস্তুতি অথবা যুদ্ধ চলিছে। হে মৃতকসকল, তোমালোক যদি উঠিব পাৰা উঠাঁ। মই ইয়াত আৰু নাথাকোঁ—মই তোমালোকৰ ইয়াতো শান্তি আৰু জিৰণি নাপালোঁহি—

[ উঠাৰ শব্দ। লগে লগে এটা উত্তেজনাৰ সুৰৰ কঁপনি, বতাহৰ শব্দ, দূৰত অস্পষ্ট কোলাহলৰ শব্দ। ]

[ চৰিত্ৰৰ মাতটো আগবাঢ়ি আহে ]

এওঁ কোন? তুমি কবৰতলীত কিয় পৰি আছাঁ? আহাহা—তোমাৰ বুকুত তীক্ষ্ণ ছুৰি—আহাহা তুমি তুমি—তোমাক মই যেন ক'ৰবাত দেখিছিলোঁ। তুমি—তই—তই মোৰ সৰু—ভাইটি নেকি? হয়—হয়—তই মোৰ ভাইটি। কিন্তু তই তই কেনেকৈ ইয়াত ছুৰিৰ আঘাতত প্ৰাণ দিলিহি? কিয় আহিছিলি? কিয় আহিছিলি?—মোৰ ভাই—[ তীব্ৰ করুণ সুৰ ধ্বনিত হয়। ] পৰি থাক—পৰি থাক—তোক মৃতকসকলে একো অপকাৰ নকৰে। তোমাৰ নিষ্পাপ মুখ নিষ্পাপ হৈ পৰি থাকক—। হে কবৰতলীৰ মৃতকসকল—মোৰ চেনেহৰ এটা ভাইক তোমালোকক গটালোঁ—। [ সুৰ আকৌ তীব্ৰ হয় ] তুমি—তুমি কোন? তুমি কিয় পৰি আছাঁ? আহাহা তুমিও কি প্ৰাণ দিলাঁ? আহাহা তোমাৰ হাতত ৰক্তাক্ত ছুৰি আৰু তোমাৰ ৰক্তাক্ত বুকু! তুমি—তুমি—তুমি মোৰ যেন বৰ চিনাকি তুমি কোন? তুমি তুমি মোৰ বন্ধু নোহোৱানে? হয় হয়—নিশ্চয় তুমি মোৰ বন্ধু! কিন্তু তুমি ইয়ালৈ কিয় আহিছিলাঁ? কিয় আহি এই কবৰতলীত আত্মহত্যা কৰিলাঁহি মোৰ প্ৰাণৰ বন্ধু—তুমি কিয় এনে কৰিলা? [ বৈ ] হে কবৰতলীৰ মৃতকসকল,—তোমালোকৰ হাতত মোৰ এজন চেনেহৰ বন্ধুক গটালোঁ—তোমালোকে তেওঁক চাবা। [ দূৰৰ শব্দবোৰ মাজে মাজে স্পষ্ট হয়। ] তুমি শান্তিত পৰি থাকাঁ বন্ধু—পৰি থাকাঁ। [ সুৰ তীব্ৰ হয় ] তুমি তুমি কিয় পৰি

আছাঁ—তুমিও কি অন্নশেষত—কবৰতলীত শেষ নিশ্বাস পেলাবলৈ আহিছাঁ? কিন্তু তোমাৰ এই চিন্তাক্লিষ্ট মুখৰ আন্ধাৰ ছবিখন যেন মোৰ চিনাকি! তুমি তুমি মোৰ দাদা নেকি? ঠিক হয়। তোমাৰ মুখৰ উদ্বিগ্নভাই কয় তুমি তোমাৰ পৰিয়ালৰ কাৰণে কিমান চিন্তিত। কিন্তু তোমাৰ বুকুত এই গুলিটো কোনে মাৰিলে দাদা?—কোনে মাৰিলে? তুমি কিয় এনেকৈ প্ৰাণ দিলাঁ? কিয়?—মই তোমাৰ পৰিয়ালক কি ক'মগৈ?—আহাহা—মই এজন দাদা হেৰুৱালোঁ—মোৰ প্ৰাণৰ দাদা।—লোৱাঁ জিৰণি লোৱাঁ—তোমাক আৰু দ্বিতীয় গুলিটো ইয়াত কোনেও নামাৰে—[বৈ] হে কবৰতলীৰ মৃতকসকল তোমালোকৰ হাতত মোৰ এজন চেনেহৰ দাদাকো গটালোঁ। তোমালোকে তেওঁক চাবাঁ। [সুৰ তীব্ৰ হয়। দূৰত বন্দুকৰ গুলিৰ আৱাজ আৰু মানুহৰ কোলাহল শুনা যায়।]—আহাহা—তুমি কোন? তুমি কাৰ ভগ্নী, কাৰ প্ৰিয়া, কাৰ মাতৃ? তুমি এনেকৈ কিয় কবৰতলীত নিষ্প্ৰাণ হৈ পৰি আছাঁহি? আহাহা তোমাৰ মুখত যেন মোৰ ভাহানিৰ প্ৰিয়াৰ প্ৰতিচ্ছবি! আহাহা—মোৰ প্ৰিয়া—মোৰ প্ৰিয়া—তুমি কিয় ইয়ালৈ আহিছিলাঁ? কোনে তোমাক এনেকৈ পাশৱিক-ভাৱে হত্যা কৰি গ'ল—? মোৰ প্ৰিয়া—মোৰ চেনেহৰ প্ৰিয়া—শোৱাঁ—শুই থাকাঁ—এতিয়া তুমি নিশ্চিন্ত মনেৰে টোপনি যোৱাঁ—[বৈ] হে কবৰতলীৰ মৃতকসকল, মোৰ চেনেহৰ প্ৰিয়াকো তোমালোকৰ হাতত গটালোঁ—[বাহিৰৰ অস্পষ্ট কোলাহল স্পষ্ট হ'বলৈ ধৰিলে। জুই জ্বলাৰ শব্দ, বাৰুদ বিস্ফোৰণৰ শব্দ আৰু মানুহৰ আৰ্তনাদত নিস্তব্ধতা চূৰ্ণ-বিচূৰ্ণ হ'বলৈ ধৰিলে। এটা প্ৰাণকাতৰ সময়ৰ আৰ্তনাদ তীব্ৰ বেগেৰে আহিবলৈ ধৰিলে—"বচোৱাঁ—বচোৱাঁ" শব্দৰে ভৰি পৰিবলৈ ধৰিলে।]

চৰিত্ৰ: কি হৈছে? কি হৈছে? [দৌৰাদৌৰিৰ শব্দ] সেয়া জুই নগৰখনত জুই জ্বলি উঠিছে। [চিঞৰিবলৈ ধৰিলে] যুদ্ধ লাগিছে—যুদ্ধ লাগিছে। [ইফালৰপৰা সিফাললৈ আৰ্তনাদৰ শব্দৰ লগে লগে সি দৌৰে] তোমালোক পলাই নাহিবাঁ—পলাই নাহিবাঁ। মোৰ ভাই, মোৰ দাদা, মোৰ বন্ধু, মোৰ প্ৰিয়া তোমালোক পলাই নাহিবাঁ। নাই নাই ময়ো যাব লাগিব, ময়ো যুদ্ধ কৰিবগৈ লাগিব। মৃতকসকল তোমালোক থাকাঁ, তোমালোক শুই থাকাঁ। ['বচোৱাঁ-বচোৱাঁ'। শব্দ আহি থাকিবলৈ ধৰে] তোমালোক নপলাবা, ময়ো গৈছোঁ—ময়ো গৈছোঁ······

# নিগনি

মহেন্দ্ৰ বৰঠাকুৰ

প্ৰতিবেশী এখন গাঁৱৰপৰা বিপদাপন্ন হৈ আহিল। অনুপ্ৰৱেশকাৰী আহি, প্ৰথমে পদূলিত থিয় হোৱাৰপৰা, শেষত বৰঘৰৰ শোৱনি কোঠাত সোমোৱাৰ অধিকাৰ বিচাৰিলে। নিজ সমস্যাৰ সমুখত সাহসেৰে থিয় হৈ সমাধান কৰাৰ চেষ্টা নকৰি আনৰ বোজা আৰু সমস্যা হৈ পৰা এচাম মানুহৰ প্ৰকৃতিক লৈ ব্যঙ্গ-কাহিনী।

চৰিত্ৰ ঃ

পুৰুষ ( ভগুনীয়া )

গৃহস্থ

অফিচাৰ

বৰ্মন

১ম ঘোষক

২য় ঘোষক

২য় মানুহ

প্ৰথম প্ৰচাৰ—১৯৭২

[ নটবেবে আহি মাইক যোগে কৰা ঘোষণা ]

১ম ঘোষক : ৰাইজ, আপোনালোকে নিশ্চয় জানে যে পলসুৱা গাঁৱৰ ৰাইজৰ আজি নিগনিৰ অত্যাচাৰত পানীত হাঁহ নচৰা অৱস্থা হৈছে। আমাৰ নিচেই গাতে লাগি থকা এইখন গাঁৱৰ ৰাইজৰ কুলাই পাচিয়ে নধৰা দুখ-দুৰ্গতিত আমি সৰ্বস্ব দি হ'লেও সহায়ক হ'ব লাগিব। পলসুৱা গাঁৱৰ লগত আমাৰ গাঁৱৰ পৰম্পৰাগত কাজিয়া আছে যদিও, মানৱতাৰ কাৰণত সেই কথা আজি পাহৰি যাব লাগিব। আমি মনত ৰখা উচিত যে আমাৰ কোনোবা পুৰুষে লগাই থৈ যোৱা কাজিয়া আজিৰ পুৰুষে নিষ্পত্তি কৰি মকামিলা কৰিবলৈ ওলাইছে। ৰাইজ, নিগনিয়ে সৰ্বনাশ কৰা এই দুৰ্গত লোকৰ সাহায্যৰ অৰ্থে নিতে-নৱ কৃষ্টি সংঘই পৰশুৰাম থিয়েটাৰ হলত কাইলৈ সন্ধিয়া এখনি বিচিত্ৰানুষ্ঠানৰ আয়োজন কৰিছে। ইয়াত অংশ গ্ৰহণ কৰিব বোম্বাইৰ নৃত্য-পটীয়সী কুমাৰী অলক্ষ্মী দেৱী, পঞ্জাবৰ বিখ্যাত কৃপাল সিঙৰ ভাঙৰা নৃত্য দল, কলিকতাৰ সুখ্যাত কণ্ঠশিল্পী জলাঞ্জলি সোম, লক্ষ্নৌৰ প্ৰখ্যাত তবলাবাদক ওস্তাদ বকবুদ্দিন চাহাবে। আহক, দলে দলে আহি এই সন্ধিয়া ল'বা-ছোৱালী ঘৈণীয়েকসহিত লৈ উপভোগ কৰকহি। নাপাহৰিব, কাইলৈ সন্ধিয়া ৬ বাজি ৩১ মিনিটৰপৰা।

আগতীয়াকৈ টিকট পাবলৈ হ'লে—এই ঠিকনাত খবৰ কৰক—টকৌবাৰী টি ষ্টল, টকৌবাৰী; মিয়াঁ মাজিমুদ্দিন আহমদ, মিউজিক মার্ট, বৰবজাৰ; শৰ্মা এণ্ড ভট্টাচাৰ্য এজেন্সি, টেঙাপানী।

মনত ৰাখিব, এই সুযোগ এবাৰ হাতৰ-পৰা গ'লে সততকাই আৰু নাহে। এই সুযোগ আগবঢ়াইছে নিতে নৱ কৃষ্টি সংঘই।

আহক, আহক, দুৰ্গত লোকৰ সাহায্যাৰ্থে ......[ নটবৰ শব্দ আৰু ঘোষণা ক্ৰমশবিলীন হৈ যায়—এখন হিন্দী ছবিৰ গীতৰ আৰু অন্য এটি দলৰ প্ৰচাৰৰ ঘোষণাৰ ক্ৰম বৃদ্ধি হৈ আহে। ]

২য় ঘোষক : নিগনিৰ উতপাতত জৰ্জৰিত হোৱা আমাৰ চুবুৰীয়া পলসুৱা গাঁৱৰ সাহায্যাৰ্থে স্থানীয় নাট্য মন্দিৰত কলা সংঘই আগবঢ়াইছে, দুঃশাসনৰ ৰক্তপান। অহা শনিবাৰে নিশা ৯ বজাৰপৰা। দুঃশাসনৰ ভাৱত অংশ গ্ৰহণ কৰিছে শ্ৰীযুত নেত্ৰধৰ বৰঠাকুৰে, দ্ৰৌপদীৰ ভাৱত শ্ৰীযুত ভৃগুমোহন গগৈয়ে আৰু ভীমৰ ভাৱত 'বাত্তিৰ পাছত দিন' হয় কথাছবিৰ খ্যাত অভিনেতা শ্ৰীযুত মধুকণ কলিতাই।

আহক, আহক, টিকটৰ হাৰ—ফাৰ্ষ্ট ক্লাছ তিনিটকা, ইন্টাৰ ক্লাছ দুটকা আৰু থাৰ্ড ক্লাছ এটকা। সোণালী সুযোগ নেহেকৱাব। আহক, পলসুৱা গাঁৱৰ সাহায্যাৰ্থে কলা সংঘৰ অভিনয় —দুঃশাসনৰ ৰক্তপান—দুঃশাসনৰ ৰক্ত পা—

[ ক্ৰমবিলীন ]

২য় মানুহ : 'বাত্তিৰ পাছত দিন' হয় টকিত সকৰুণ কলিতা ক'ত আছিল অ'?

১ম মানুহ : কেলেই—সেই ভেবাইটো থ' দেখুৱা

দৃশ্যটোত দর্শকবোবৰ মাজত যে আছিল। বাক, সেইবোৰ কথা বাদ দি এতিয়া আমাৰ নিজৰ আলোচনালৈ আহোঁ। কি কৈছিলোঁ— অ'—লিখচোন, ৰবগোলাবপৰা পাম ৫১ টিন ঘিউ।

২য় মানুহ : ৫১ টিন? ঘিউ?

১ম মানুহ : ওঁ, গণেশপূজা আৰু যজ্ঞৰ কাৰণে সিমানখিনি ঘিউ লাগিবই।

২য় মানুহ : লাগিব! ৫১ টিন ঘিউকে লাগিব?

১ম মানুহ : ৰ, ৰবগোলাই ৫১ টিন ঘিউ দিলে, কিন্তু······

২য় মানুহ : পইচা নোলোৱাকৈ?

১ম মানুহ : কি কথাবোৰ সোধ অ'! সেই একাৱন্ন টিন শ্ৰীশ্ৰীগণেশ পূজা আৰু যজ্ঞৰ বাবে দান দিছে। পইচা কিয় লব?

২য় মানুহ : ফ্ৰি! তেনেহ'লে যজ্ঞ আৰু পূজা পাতিবই লাগিব?

১ম মানুহ : লাগিবই। ঘিউৰ টিনখিনি নহ'লে ঘুৰাই দিবি নেকি? কিন্তু অন্যান্য বস্তুৰ বাবে দুহেজাৰ মান টকা উঠাব লাগিব।

২য় মানুহ : দুহেজাৰ! একেবাৰে দুহেজাৰ টকা লাগিব?

১ম মানুহ : সেয়া কমকৈ ধৰিছোঁ। মই ভাবিছোঁ, ৰভা আদিৰ বাবে দৰকাৰ হোৱা বাঁহ আমি ঘৰে ঘৰে তুলিম। আমাৰ এই অঞ্চলৰ প্ৰতি-ঘৰৰপৰা পূজাৰ বাবদ পাঁচ টকাকৈ চান্দা লম। বাঁহ দিব নোৱাৰিলে সাত টকাকৈ দিব লাগিব।

২য় মানুহ : লাগিব? নিদিলে একেবাৰে আক্ৰমণ কৰাই ভাল হ'ব, নহয়নে?

১ম মানুহ : হয়চোন। এইখন আমি বিয়া পাতিব খোজা নাই নহয়! আমাৰ নিচেই ওচৰৰ এখন গাঁৱত এন্দুৰ নিগনিৰ উত্পাত হৈছে। ঘৰ শস্যৰ পথাৰ ধ্বংস কৰিছে। শুনিছোঁ বোলে নিগনিয়ে গাঁত খান্দি পলসুৱা গাঁওখন ইমান কোপোলা কৰিছে যে তাত মানুহে খোজ কাঢ়িও ওলাই সোমাই ফুৰিব নোৱৰা হৈছে। কঁকাললৈকে হেনো মানুহবোৰ সোমাই সোমাই যাবলৈ ধৰিছে। ভঁৰালত ধান নাইকিয়া হৈছে, পিন্ধিবলৈ কাপোৰ নাইকিয়া হৈছে। আলনাত কাপোৰ থবই নোৱাৰে, আনকি মানুহৰ গাতেই নিগনিয়ে কাপোৰ কুটিবলৈ ধৰিছে। নিগনিৰ উত্পাতত মূৰৰ চুলিও চন্তালিব নোৱাৰি বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলোৰেই মূৰবোৰ খুৰাই পেলাইছে।

২য় মানুহ : ছোৱালীহঁতৰ স্নো-পাউদাৰৰ খৰচ বাঢ়িছে চাগে···

১ম মানুহ : মানে?

২য় মানুহ : নহয়—চুলি খুৰাইছে যেতিয়া কপালখন বাঢ়িছে নহয় চাগৈ।

১ম মানুহ : শুন, সেইসকল দুৰ্গত লোকক সহায় কৰিব লাগিব। এই বিপদ আঁতৰ কৰিব লাগিব। এন্দুৰ, নিগনি, দালশলীয়াৰ ঈশ্বৰ শ্ৰীগণেশৰ পূজাপাতি এই বিপদৰপৰা হাজাৰ বাইজক আমি উদ্ধাৰ কৰিবলৈ ওলাইছোঁ। দুপইচা দান দিয়াটো বাইজৰ নৈতিক কৰ্তব্য। চাওক, ৰবগোলাবপৰা আমাক ইমান ডাঙৰ সহায় কৰিছে। তেওঁলোকনো আমাৰ কিহৰ কি হয়? অথচ আমাৰ উদ্ধাৰ হওক, বুলিয়েই ৫১ টিনকৈ ঘিউ···

২য় মানুহ : পূজাৰ কাৰণে দিছে। ইয়াৰ পিছত ঘিউৰ দাম অংক বাঢ়ি যাব নেকি ?

১ম মানুহ : এতিয়া আমি কথা পাতি থকাটো উচিত হোৱা নাই, বুজিছ। ব'ল, বৰগোলাত ভকত-বামহঁতো গোট খাবহি। চান্দা তোলাৰ ব্যৱস্থা এটা কৰিব লাগিব, পুকহিত বিচাৰিব লাগিব।

২য় মানুহ : পুকহিতৰ বাবে টেঙাৰ ক'ল কৰিব নোৱাৰনে ?

১ম মানুহ : ভাবি চাম। এতিয়া যা [ পুনৰ প্ৰচাৰৰ গাড়ীৰ শব্দ ক্ৰমবৃদ্ধি ]

ঘোষণা : ৰাইজ ! আমাৰ নিচেই চুবুৰীয়া পলমুৱা গাঁৱত নিগনিয়ে যি সন্ত্ৰাসৰ সৃষ্টি কৰিছে তাৰ প্ৰতিবাদ ৰূপে আমি কাইলৈ ২৪ ঘণ্টা জোৰা হৰতাল পালন কৰাৰ সিদ্ধান্ত লৈছোঁ। কাইলৈ পুৱা পাঁচ বজাৰপৰা ২৪ ঘণ্টা জোৰা হৰতাল পালন কৰা হ'ব। সকলো দোকান বজাৰ যানবাহন বন্ধ ৰাখিবলৈ ৰাইজক গোহাৰি জনালোঁ। দাইল, চাউল, নিমখ তেল যিসকলে কাইলৈ কিনিম বুলি বাট চাই আছে—সেই সকলে যেন আজিয়েই বজাৰ-সমাৰ কৰি থয়। মনত ৰাখিব, পলমুৱা গাঁৱৰ নিগনিৰ বিৰুদ্ধে আয়োজন কৰা এই প্ৰতিবাদ দিবসত সকলোৰে সহযোগ কামনা কৰিলোঁ। মনত ৰাখে যেন, আমাৰ কথা শুনি কোনোবাই যদি দোকান বজাৰ খুলিবলৈ যায়—তেনেহ'লে কথা বেয়া হ'ব। আমি কাকো স্পেয়াৰ নকৰোঁ।

## দৃশ্য পৰিবৰ্তন

[ দুই-এজন মানুহৰ কথা-বতৰা ]

অফিচাৰ : মিষ্টাৰ বৰ্মন, আঢৈ বজাতে মিটিঙ আছিল—অথচ এই চাৰিবজালৈকে দেখোন গাঁৱৰ মানুহ কুৰিজনমানহে আহিছে। এই কেইজন মানুহৰ আগত মই কি কথা কম ? এনে হ'ব বুলি জনা হ'লে ইমান কষ্টকৈ মই লেকচাৰ প্ৰিপ্ৰেয়াৰ নকৰিলোঁহেঁতেন নহয় !

বৰ্মন : কি কৰিব ছাৰ, গাঁৱৰ মানুহে মিটিঙৰ নামেই শুনে। সেয়েহে আমাৰ অফিচৰ মানুহখিনিকে আহিবলৈ বাধ্য কৰালোঁ। মিটিঙ ক'ল কৰা হৈছে যেতিয়া পাতিবই লাগিব। এই মানুহ-খিনিকে লৈ পাতক ছাৰ।

অফিচাৰ : আৰু অলপ সময় চাওঁনেকি ?

বৰ্মন : লাভ নাই।

অফিচাৰ : ঠিক আছে, আপুনি আয়োজন কৰক, মই লেকচাৰটো আৰু এবাৰ চকু ফুৰাই লওঁ। হেৰি অ', মাইকৰ স্পীকাৰ কেইটা ভাল নহয়।

বৰ্মন : বঢ়িয়া ছাৰ।

অফিচাৰ : তেনেহ'লে আৰম্ভ কৰোঁ কি বোলে ? বলক, আগবাঢ়ি যাওঁ... [ কিছুমান মানুহৰ কথা-বতৰা স্পষ্ট হয় ] হেৰি দুই চাৰিজন আৰু মানুহ অহা যেন দেখিছোঁ।

বৰ্মন : হয়, আপুনি কথা কবলৈ আৰম্ভ কৰিলেই আৰু মানুহ গোট খাবহি। [ চিঞৰি ] ৰাইজ, আহক এতিয়া আমাৰ শ্ৰদ্ধাস্পদ উন্নয়ন প্ৰতিবোধ বিষয়াই আপোনালোকক একেবাৰ ক'ব খুজিছে।

অফিচাৰ : পলমুৱা গাঁৱৰ ৰাইজ, নিগনিয়ে আমাৰ এই অঞ্চলটোত কি দুৰ্দশা কৰিছে—সেই কথা বুৰঞ্জীৰ ক'তো পোৱা নাযায়। সি সোণালী আখৰেৰে চিৰদিনলৈ লিখা থাকিব। পথাৰৰ শস্য, ভঁৰালৰ শস্য, মানুহৰ ঘৰৰ মূল্যবান কানি-কাপোৰ কিতাপ-পত্ৰ নিগনিয়ে খাই শেষ

কৰিলে। আনকি মোৰ নিশা আমাৰ অফিচৰো ভালেখিনি গোপনীয় কাগজ-পত্ৰ, ফাইল আদি খাই শেষ কৰিলে। এনে অৱস্থাতো আপোনা-লোকে যি মনোবল দেখুৱাইছে সেই কথা কৈ শেষ কৰিব নোৱাৰি। এই গাঁৱৰ সকলো বৰ্ণনা কৰি আমাৰ মুখ্যমন্ত্ৰীলৈ মই এখন ডাঙৰ চিঠি লিখিছিলোঁ। আৰু আজি সেইখন প'ষ্ট কৰাৰ কথা আছিল, কিন্তু সেইখনো নিগনিয়ে খাই পেলালে। তথাপি আজি মই আকৌ লিখিম। বাইজ, মই খবৰ কাগজত পাইছোঁ—ভাৰতবৰ্ষত নিগনিয়ে বহুতো হিংসাত্মক কাম কৰিছে। এই নিগনিয়ে ভাৰতত বছেৰেকত ২'৪ নিখুঁত টন খাদ্য-শস্য হজম কৰে। পিয়ল কৰি পোৱা গৈছে যে আমাৰ দেশত ২৪০০ নিযুত নিগনি বা এন্দুৰ আছে। হয়তো কোনোবা ৰাজ্যত খেদা খাই সেইবিলাক ভগনীয়া হৈ আমাৰ এই পলসুৱা গাঁও ওলাইছেহি। আমি উন্নয়ন বিভাগৰ ডবকৰপৰা সকলো কথা যথাস্থানত জনাবলৈ যত্ন কৰি আছোঁ আৰু ইতিমধ্যে স্থানীয়ভাৱে গোটেই সমস্যাটো অধ্যয়ন কৰিবলৈ এটি অধ্যয়ন আয়োগ গঠন কৰিছোঁ।

২য় মানুহ : অধ্যয়নৰ পিছত কি কৰিব ?

অফিচাৰ : প্ৰতিবেদন যথাস্থানলৈ পঠিয়াই তাৰ-পৰা সেই পৰামৰ্শ মতে এন্দুৰ মৰা সা-সজুলি, ঔষধৰ বাবে কেন্দ্ৰলৈ লিখিম।

২য় মানুহ : কেন্দ্ৰলৈ কিয় ?

অফিচাৰ : কিছুমান বস্তু আমি বিদেশৰপৰা আনিব লাগিব। সেইবোৰৰ······কথা আছে।

২য় মানুহ : সেইখিনি কৰোতে কিমানদিন লাগিব ?

অফিচাৰ : কিমান দিন মানে? অতি শীঘ্ৰেই কৰিম। এয়াৰ কৰিম, টেলেক্স পঠিয়াম, নিজেই যাম। য'লৈকে যাব লাগে তালৈকে যাম—দিল্লী, আগ্ৰা, লক্ষ্ণৌ, লণ্ডন, আমেৰিকা, আফ্ৰিকা, জাপান, ইণ্ডোনেচিয়া, পিকিং, হংকং, ৰাৱালপিণ্ডি······

২য় মানুহ : ভ্ৰমণটো ছাৰ একালৰপৰা কৰি যোৱাই ভাল হবনেকি ?

বৰ্মন : হেৰি, আপুনি বহি নাথাকে কেলেই ? আমাৰ ছাৰে আপোনালোকক ছুৰাব কথা কবলৈকে আহিছে। কিন্তু আপোনালোকে ছাৰৰ সহানুভূতিৰ সুযোগ লৈ তেখেতক জেৰা কৰাত লাগিছেহি দেখোন।

অফিচাৰ : সঁচা, সঁচা—খুব সঁচা কৈছে মিষ্টাৰ বৰ্মন। এইখন এখন মিটিংহে, প্ৰশ্নোত্তৰৰ অনুষ্ঠান নহয়। তথাপি সুধিছে যেতিয়া কৈছোঁ—এইখিনি কাম কৰোতে এবছৰো লাগিব পাৰে, পাঁচ বছৰো লাগিব পাৰে। কিছুমান ফৰ্মেলিটি আমি অৱজাৰ্ভ কৰিবই লাগিব। চাওক বাইজ—এই পলসুৱা গাঁৱত নিগনিৰ উত্পাত আৰম্ভ হয়—প্ৰকৃততে যোৱা কুৰি বছৰ মানৰপৰাই। আমি অৰ্থাৎ আমাৰ চৰকাৰৰ দৃঢ় বিশ্বাস, অহিংস উপায়েৰে আমি নিগনি দূৰ কৰিব পাৰিম আৰু সেই বাবেই আমি নিগনি হত্যা কৰাৰ পৰিকল্পনা লোৱা নাছিলোঁ। কিন্তু নিগনিয়ে এতিয়া আমাৰ লগত পোনপটীয়াকৈ যুঁজি গৰিলা কৌশল অৱলম্বন কৰিছে। আমাৰ অতৰ্কিতে আমাৰ সৰ্বনাশ কৰিছেহি। তথাপি আপোনালোকে ভয় নকৰিব। প্ৰয়োজন হ'লে ডি. ডি. টি, বিষাক্ত গেছ, বন্দুক, মেচিনগান, টেংক, দৰকাৰ হ'লে

অ্যাটম বোমা পেলায়ো আমি নিগনি ধ্বংস কৰিম। ইহঁতে আমাৰ অৰ্থনীতিত বাধা দিছে, প্ৰগতিৰ প্ৰতিবন্ধক হৈছে। সোণৰ সংসাৰ ছাৰখাৰ কৰিব খুজিছে।

২য় মানুহ : এমাহমান কাৰফিউ দি থওক নহ'লে ছাৰ। তেতিয়া সিহঁত ওলাব নোৱাৰিব।

অফিচাৰ : সেইকথা ময়ো ভাবিছিলোঁ। কিন্তু বৰযুগৰ বতৰ বাবে অলপ অসুবিধা আছে। সদাগৰ সংঘৰপৰাও দীঘলীয়াকৈ কাৰফিউ দিয়াৰ প্ৰস্তাৱ এটি গ্ৰহণ কৰি আমাৰ হাতত দিছেহি। আমি গোটেই পৰিস্থিতি ভালদৰে অধ্যয়ন কৰি লৈহে কামত হাত দিম।

[হঠাৎ এটা শব্দ হয় আৰু অফিচাৰৰ কথা বন্ধ হৈ যায়। তিনি চেকেন্দমান নিস্তব্ধতাৰ পিছত সমবেত বাইজৰ মাজত হাঁহি আৰু কিৰিলি শুনা যায়।]

অফিচাৰ : [ভয় খোৱাৰ দৰে] বৰ্মন—এইবোৰ, এইবোৰ কি—কি হৈছে এইবোৰ—

বৰ্মন : কি কৰিব ছাৰ—মাইকৰ স্পীকাৰটো যি দাল বচিৰে বান্ধি থৈছিল সেই বছিডাল নিগনিয়ে কোনোবা পৰকত কামুৰি ছিঙি দিলে আৰু স্পীকাৰটো সৰি পৰিল।

২য় মানুহ : হয় ছাৰ, নিগনিয়ে গণি গণি পালেগৈ যে সক সক কথাকে বজন জনাই সদৰী কৰা এই মন্ত্ৰীবোৰেই সকলোৰে কাল।

বৰ্মন : আপুনি কি ক'ব খুজিছে? আপোনাৰ কথাৰ অৰ্থ কি?

২য় মানুহ : আপোনাক একো ক'ব খোজা নাই ডাঙৰীয়া, আপোনাৰ সিজনকে ক'ব খুজিছো— যে এই পলসুৱা গাঁৱত নিগনিয়ে দৈনিক পাঁচ হেজাৰ টকাৰ খাদ্য কাপোৰ-কানি কাগজ-পত্ৰ লোকচান কৰিছে। গতিকে এনে এটা গুৰুত্ব-পূৰ্ণ বিষয়ৰ প্ৰতি হঠাতে কিবা এটা নকৰি আমি সুস্থিৰ মগজেৰে পাঁচ বছৰমান সমস্যাটোৰ ওপৰত চিন্তা কৰি থকাই ভাল হব।

[এটি উত্তেজিত পৰিবেশ, মানুহবিলাকৰ নিজৰ কথা-বতৰা; ঠিক যেন—মানুহবিলাক উঠি গৈছেগৈ।]

অফিচাৰ : [খঙত] বৰ্মন, কি নাম এই মানুহটোৰ?

বৰ্মন : মোৰো ছাৰ ইয়ালৈ অহা তিনিবছৰহে হৈছে। সকলোকে চিনি নাপাওঁ।

অফিচাৰ : পুলিচক খবৰ দি থব। সুবিধা পালেই হেন্দকাফ্ দিব লাগিব। সি বুজক, বাঘৰ নেজেৰে কাণ খজুৱাবলৈ গলে কি হ'ব পাৰে।

বৰ্মন : বাঘটো যদি মৰা হয় ছাৰ?

অফিচাৰ : মানে?

বৰ্মন : নহয়, মানে বাঘটো গৰালৰ ভিতৰত সুমুৱাই থোৱা বাঘ হয়।

অফিচাৰ : কি কৈছে?

বৰ্মন : নহয় ছাৰ, বাঘটো যদি নাকি লগোৱা হয়?

অফিচাৰ : আপুনি কি ক'ব খুজিছে?

বৰ্মন : নহয় ছাৰ—সেই সিহঁতিহে সেইদৰে প্ৰশ্ন কৰিব পাৰে, সেইকাৰণে সেইযাৰ কথাৰো উত্তৰ এটা বিচাৰি থব লাগিল।

অফিচাৰ : হোঁ—হোঁ—

## দৃশ্য পৰিবৰ্তন

১ম মানুহ : মই ডাঙৰ ডাঙৰকৈ পঢ়ি দিছোঁ। কাগজখন লৈ টনা-আজোৰা নকৰিবি।

২য় মানুহ : কাগজখন নিজে হাতত লৈ পঢ়িহে ভাল লাগে অ'। বাৰু পঢ়······

১ম মানুহ : পলসুৱা গাঁৱত মৃত্যু সংখ্যা একুৰি সোত্তৰজনলৈ বৃদ্ধি পাইছে। ক্ষিপ্র গতিৰে পলসুৱা গাঁৱৰ লোকসকলক নিৰাপদ স্থানলৈ আঁতৰাই নিয়াৰ ব্যৱস্থা কৰা হৈছে।

২য় মানুহ : তাৰ মানে?

১ম মানুহ : শুনি থাকচোন। এন্দুৰ মৰা ঔষধ প্ৰয়োগৰ ফলত পলসুৱা গাঁৱত বিষক্ৰিয়া হৈ এতিয়ালৈকে একুৰি সোত্তৰজনৰ মৃত্যু হোৱা আৰু ডেৰশ লোকৰ অৱস্থা উদ্বেগজনক বুলি চৰকাৰীভাৱে প্ৰকাশ কৰা হৈছে। বেচৰকাৰী বাতৰি অনুযায়ী মৃত্যুৰ গৰাহত পৰা লোকৰ সংখ্যা তিনিকুৰি পোন্ধৰজন।

২য় মানুহ : চৰকাৰীভাৱে মৰা আৰু বেচৰকাৰীভাৱে মৰাটোনো কি অ'?

১ম মানুহ : ৰচোন শুনি ল'।

২য় মানুহ : নহয়—সুধিছোঁহে সকলোৰে চকুৰ আগত। মৰাবোৰ কিজানি চৰকাৰীভাৱে মৰা হয় নে বাৰু?

১ম মানুহ : শুন, ইতিমধ্যে পলসুৱা গাঁৱৰ ভালেমান লোক আহি হাতীখোলা, সামৰণি, দিচৈকোষ, ৰজাহাউলি আদি গাঁওসমূহত আশ্ৰয় লৈছেহি। প্ৰকাশ যে এন্দুৰ মৰা ঔষধ প্ৰয়োগ কৰাৰ পাছত পথাৰৰ সকলো শস্য, গছ-গছনিবোৰ শুকাই যাবলৈ ধৰে, মানুহৰ ছালতো জুয়ে পোৰাৰ দৰে টোপা খহ উঠিবলৈ ধৰে আৰু কিছু সময়ৰ পিছতেই আক্ৰান্ত লোকজনৰ মৃত্যু হয়। পুখুৰী, কুঁৱা, আনকি দমকলৰ পানীও বিষাক্ত হৈছে বুলি কোৱা হৈছে। উল্লেখযোগ্য যে তৃণভোজী ঘৰচীয়া জন্তু, যেনে—হাঁহ-ছাগলী, গৰু-ম'হৰ মৰাশই পলসুৱা গাঁৱত দ'ম বান্ধিছে আৰু সেই শ খাবলৈ অহা শগুণো শ ভক্ষণৰ পাছতেই সেই ঠাইত চিৰদিনৰ বাবে শুই পৰিছে।

২য় মানুহ : সি যি নহওক, নিগনিবোৰ নিশ্চয় মৰিব চাগৈ।

১ম মানুহ : নিগনিবোৰ মৰিলেই যেনিবা, তাৰপৰা লাভ হব কিটো? দৰবে মৰাতকৈ নিগনিয়ে মৰাটো মানুহে সহিব পাৰিলেহেঁতেন।

২য় মানুহ : এঃ—মূল সমস্যাটো নিগনি মৰাহে। হব, পঢ়চোন আৰু কি লিখিছে—চাচোন চা, আয়োগ গঠন হৈছেগৈ নে নাই।

১ম মানুহ : মই আগতেই কৈছোঁ এইবিলাকৰ দ্বাৰা কাম নহব। এতিয়া সকলোৱেই শ্ৰীগণেশপূজা পাতিব লাগিব। বৰগোলাই ৫১ টিন ঘিউ।

২য় মানুহ : এই ৫১ টিন ঘিউ কাৰ মূৰৰপৰা উলিয়ালে বাৰু জাননে? তইঁতৰ মূৰৰপৰা নহয়তো।

১ম মানুহ : তই কথাবোৰ কিবা কিবা ধৰণেৰে কৰ? নিচেই ওচৰৰে গাঁও এখনত দুৰ্যোগ হৈছে—আমি চুবুৰীয়া হিচাপে পৰাখিনি কৰিব লাগিব। তাত তোৰ আপত্তি কিয়?

২য় মানুহ : আপত্তি মুঠেই নাই। পলসুৱা গাঁৱৰ মিটিঙলৈকো মই গৈছিলোঁ। বাঃ কি লেকচাৰ! হৈ যাব অ'। চেৰিটি খ' হ'ল; গণেশপূজা হব, মিটিং হৈছে, হৈছিল; হৰতাল, হৈছিল, হব; বহু সকলো ঠিক হৈ যাব - বুজিছ, ইমানবোৰ কৰাৰ পিছত ক'ৰ নিগনি ক'লৈ পলাব। গণেশপূজাৰ কাৰণে চাৰিটামান মাইকৰ যোগাৰ কৰিছ নে নাই? মাইকো লাগিব নহয়—হব পাৰ।

১ম মানুহ : লাগিব-তোন।

২য় মানুহ : ওঁ, লাগিব। নহ'লে পূজা কৰাৰ কথাষাৰ নিগনিয়ে গম পাব কেনেকৈ ?

১ম মানুহ : ঐ সেইকালে চাচোন, সৌৱা সেইবোৰ মানুহ নহয় নে ? বলচোন বল, আগবাঢ়ি যাওঁ।

[ দৃশ্য পৰিবৰ্তন ]

পুৰুষ : কি কৰিম ঈশ্বৰ, নিগনি মাৰো বুলি কি দৰবখন ছটিয়ালে ক'ব নোৱাৰোঁ। নিগনিৰ লগত মানুহো মৰিল, কিছুমান সঁচাসঁচিকৈ মৰিল, কিছুমান জীয়াই জীয়াই মৰিল। বোলো আমিবোৰ জীয়াই জীয়াই···মৰিলোঁ···।

গৃহস্থ : ৰবচোন, আপুনি অলপ শান্ত হওক।

পুৰুষ : শান্ত আৰু কি হব ঈশ্বৰ, গাঁৱৰ মানুহ-বোৰক ঘৰ এৰি যাবলৈ ক'লে। কিছুমানক আনি আপোনালোকৰ গাঁৱৰ স্কুল ঘৰত ৰাখিলেহি। মোকো তাতেই থাকিবলৈ দিছিল। পিছে দেউতা ঈশ্বৰ—সেই বেমাৰী মানুহজনী আৰু এই পানী-কেঁচুৱাটো লৈ মই বোলো সেই ঘৰত কেনেকৈ থাকিম ? দিয়ক ঈশ্বৰ, আশ্রয় দিয়ক—এই বাৰাণ্ডাখনত দিলেই হ'ল, তাতেই থাকিম। মানুহজনী আৰু কেঁচুৱাটোক আপোনালোকৰ পাকত পেলনি ৰোৱা কিবা এখুদ দিলেই হব। মই বাম আৰু য'তে ত'তে।

গৃহস্থ : বাৰু বাৰাণ্ডাত থাকিব নালাগে, মোৰ সেই চ'ৰা ঘৰতেই সোমোৱাগৈ। চাওঁ, হেৰ আই, কেঁচুৱাটো লৈ ভিতৰলৈ যা। বোলো হয়নে —হেৰা—হেৰা—গোবিনৰ মাক—বোলো ৰাহিৰলৈ ওলাই আহাচোন।

[ ৰাতি বাতি আঁতৰি যায় ]

[ দৃশ্য পৰিবৰ্তন ]

যোগেন : তাৰ পিছত আৰু কি হব, মই পলাইছোঁ। সিহঁতৰ কাৰণেই সকলোবিলাক গণ্ডগোল হ'ল।

২য় মানুহ : গোলমাল লাগিলে, পলোৱাটোৱেই বুদ্ধিমানৰ কাম নহয় জানো। ৰ'চোন মুৰত কি হ'লগৈ।

যোগেন : কি হব আৰু, নিতে নৱ কৃষ্টি সংঘই নিজৰ কামত থকা ঘৰটো আৰু মাটিখিনি বন্ধকত দিব লাগিব।

২য় মানুহ : পলসুৱা গাঁৱক সহায় কৰিব নোৱাৰিলি ?

যোগেন : তোৰ যে কথা আৰু, গাৰ চোলা বিক্রী কৰিব লাগিব এতিয়া, পলসুৱা গাঁৱক সহায় কৰা। তই চাচোন বোম্বাইৰ কুমাৰী লক্ষ্মীমেৰীক দিব লগা হ'ল প্লেন ভাৰাৰ গৈতে চাৰি হেজাৰ সাতাৰশ টকা। কৃপাল সিঙৰ ভাঙৰা নৃত্যৰ দলক দিব লগা হ'ল সাত হেজাৰ টকা, জলাঞ্জলি সোম আৰু ওস্তাদ বককদ্দিন চাহাবক দিবলৈ পইচা নাইকিয়া হ'ল। সেইকালে চাৰি হেজাৰ টকা ধৰি থ'। এতিয়া নপলাই কি কৰিবি কচোন। ইয়াৰ উপৰিও—ফটো-গ্ৰাফাৰক ডেৰশ টকা, মাইকৰ দুশ টকা, হলৰ ভাৰা······

২য় মানুহ : কাম কৰ—পলসুৱা গাঁৱৰ সাহায্যৰ বাবে চেৰিটি শ' আৰম্ভ কৰিবলৈ গৈয়েই তহঁতৰ এই কলৰ ৰূপৰ হ'ল যেতিয়া জাননী দি দে, পলসুৱা গাঁৱৰ প্ৰত্যেকেই পাঁচ টকাকৈ চান্দা দিব লাগিব আৰু তাকেই যদি কৰিব নোৱাৰ তেনেহ'লে ৰবগোলাৰপৰা কেইহেজাৰমান টকা চান্দা ল', ৰবগোলাই

সেই টকা দাইল, চাউল, মিঠা তেলত উঠাই ল'ব।

যোগেন : তোৰ কথাবোৰ পোন নহয় নেকি অ'?

২য় মানুহ : কিয়, একেবাৰে পৃথিৱীৰপৰা চন্দ্ৰ। মই ভাল বুদ্ধি দিছোঁ বুজিছ—মোৰ বুদ্ধি মতে কাম কৰিলে পইচা নাইকিয়া বস্তু কিনি খোৱা মানুহবোৰৰ বাহিৰে কাৰো একো লোকচান নহ'ব।

যোগেন : তোৰ পিছৰ বুদ্ধিটো অৱশ্যে বেয়া নহয়। আগৰ বুদ্ধিটো কামত লগাব নোৱাৰি। কাৰণ পলমুৱা গাঁৱত এতিয়া মানুহ নাই। সকলোবোৰ আঁতৰাই পঠোৱা হৈছে। পলমুৱা গাঁৱৰ বায়ু বিষাক্ত হৈছে। এতিয়া তাত নিগনি নাই যদিও মানুহ থাকিব নোৱৰা হৈছে। সেই গাঁৱত বোলে ঘাঁহ-বন এডালো নাইকিয়া হৈ পৰিছে।

২য় মানুহ : বল, তেনেহলে আমি এতিয়া তাৰ শাসনভাৰ লওঁগৈ।

[ দৃশ্য পৰিবৰ্তন ]

পুৰুষ : আপোনালোকৰ ঋণ মই জনমত কেনেকৈ সুধিম ঈশ্বৰ! আপোনসব মোৰ ইজন্মৰ বুকুৰ কুটুম আছিল।

গৃহস্থ : নাই নাই, তেনেকৈ কিয় কৈছে? নাপায়, নাপায়। কেতিয়াবা আমাৰ গাঁৱতো বিপদ-আপদ হ'লে আমিও আপোনালোকৰ ওচৰলৈকে যাব লাগিব।

পুৰুষ : তথাপি ঈশ্বৰ, আজিকালিৰ যুগত এনে মানুহ ক'ত আছেনো? পিছে হেৰি আপুনি যদি অসন্তোষ নকৰে কথা এষাৰ কওঁ......

গৃহস্থ : কওক, কওক......

পুৰুষ : বাৰাণ্ডাতেই পৰি থাকিম বুলি আহিছিলোঁ। দয়া কৰি আপুনি চ'ৰাঘৰটোত থাকিবলৈ দিলে। পিছে ঈশ্বৰ—চ'ৰাঘৰটোত বৰ ফেৰফেৰীয়া—বতাহ মাৰি থাকে। কেঁচুৱাটোৰ সৈতে মাকে বৰ কষ্ট পাইছে। যদি বেয়া নাপায়, সেই মাজৰ কোঠাটোতে থাকিবলৈ দিলে—ল'ৰা-পোৱালিটোৱে সৈতে মাকো বাচে,ময়ো বাচোঁ।

গৃহস্থ : মোৰ মাজু ল'ৰাটো আৰু সেইটো কোঠাত শোৱে। বাৰু হ'ব দিয়া। তাৰ বিছনাখনকে বাহিৰলৈ উলিয়াই দিম।

পুৰুষ : জানো ঈশ্বৰ জানো, আপুনি যে দেৱতুল্য মানুহ, সেইটো আৰু মোক ক'ব লাগিছেনে? আয়ে বেযা নাপাইতো?

গৃহস্থ : নাপাই, নাপাই, কিয় বেয়া পাব!

পুৰুষ : ঈশ্বৰে আপোনাক নদন-বদন কৰক।

[ দৃশ্য পৰিবৰ্তন ]

[ হঠাতে এটা শব্দ হয়—ঠিক যেনিবা দুখন মটৰৰ সংঘৰ্ষ। দূৰৰপৰা দ্বিতীয় মানুহ চিঞঁৰি চিঞঁৰি আহে। দৌৰি আহোঁতে ফোপাই আছে। ]

২য় মানুহ : যোগেন, বোলো হেৰেই যোগেন—যোগে—ঐ—ঐ যো—গে—ন। [ ফোপাই ] ইস্‌ইমান চিঞঁৰিছো, তই আৰু' কেনি দৌৰিছ?

যোগেন : সৌ এক্সিডেণ্টটো দেখিছ। মই আৰু' তোৰ নিচিনা এটা ল'ৰা তাত থকা যেন দেখি ভয়েই বুলি ভয়তে দৌৰিছোঁ, মই বোলো তই মৰিলিয়েই আজি।

২য় মানুহ : মোৰ নিচিনা! চাৰ্টটো কেনেকুৱা বাৰু?

যোগেন : হালধীয়া ষ্ট্ৰাইপৰ চাৰ্ট পিন্ধা।

২য় মানুহ : তেনেহ'লে মই নহয়। মই এইটো ইটা ৰঙৰ চাৰ্টহে পিন্ধিছো।

যোগেন : উস্ ৰক্ষা! পিছে দৌৰিছ কিয় ?

২য় মানুহ : দুঃশাসনৰ ৰক্তপান।

যোগেন : মানে মই কিন্তু দুঃশাসন হ'ব নোৱাৰোঁ।

২য় মানুহ : দুঃশাসন কোনো হ'ব নালাগে। থিয়েটাৰ হৈ গ'ল।

যোগেন : পলস্থুৰা গাঁৱলৈ কিমান পইচা দিলি ?

২য় মানুহ : ৰ, এতিয়া তেজ দিবলৈ ওলাইছোঁ।

যোগেন : মানে ?

২য় মানুহ : টিন ভাৰা, লাইট ভাৰা, ড্ৰেছ ভাৰা, চকি ভাৰা, একোৰে পইচা দিব পৰা নাই। গোটেইমখাই মোক বিচাৰি ফুৰিছে। এতিয়া ৰক্তপানৰ বাবে বুকুখননো কেনেকৈ পাতি দিওঁ বাৰু ?

যোগেন : ভাল হৈছে, তয়ো পলাইছ, ময়ো পলাইছোঁ।

২য় মানুহ : এস, তই তেও বোম্বাইৰ নাচনী নচুৱালি।

যোগেন : মই পইচা দেখুৱাই নচুৱালোঁ, মোক লাঠি দেখুৱাই নচুৱাইছে।

২য় মানুহ : ভাল হৈছে, বুজিছ, বল দুয়োটা পলস্থুৰা গাঁৱলৈ যাওঁ ; তাতে ইনাই বিনাই কান্দি থাকোঁগৈ। কবিয়ে কৈছে নহয়, পৰৰ দুখত কান্দিব পাৰিলে, কান্দোনতো সুখ পায় বুলি……

যোগেন : মই কি ভাৱিছোঁ জান—কটা আমাৰ গাঁৱতেই যদি পলস্থুৰা গাঁৱৰ দৰে নিগনি সোমালেহিহেঁতেন, তেতিয়া অন্ততঃ এইবোৰ জঞ্জালৰপৰা সাৰিবৰ উপায় এটা ওলালহেঁতেন।

২য় মানুহ : ঐ সৌটো মাইকৰ মানুহটো নহয়নে ? ইয়াৰপৰা যাওঁগৈ ব'ল। সেইদালে মোকেই বিচাৰি ফুৰিছে যেন পাইছোঁ। ব'ল, ঐ ব'ল।

[ দৃশ্য পৰিবৰ্তন ]

অফিচাৰ : এতিয়া কি কৰে বৰ্মন ! পলস্থুৰা গাঁৱলৈ আৰু এতিয়া যাব নোৱাৰি। গ'লে মানুহ-খিনিয়ে আমাক অপমান কৰিব। ইতিমধ্যে খবৰটো পাইছেনেকি ?

বৰ্মন : ক'বতো নোৱাৰিছোঁ ছাৰ। ভয় লাগিছে কাগজবিলাকলৈহে—সিহঁতে ঢোটোকে বৌটো কৰি লিখি দিব বোলে—নিগনি মৰাৰ ভুল ঔষধ প্ৰয়োগৰ ফলত সহস্ৰলোকৰ প্ৰাণহানি। আমিয়েই মৰিব লাগিব। মই সেইকাৰণেই কৈছিলোঁ বোলো ছাৰ, দুহেজাৰ চাৰি হেজাৰ-মান মেকুৰীকে পলস্থুৰা গাঁৱত মেলি দিওঁ, ক'ৰ নিগনি ক'লৈ পলাব খবৰেই নাপাব।

অফিচাৰ : ঔষধ ছটিয়াবলৈ দিয়া অৰ্ডাৰটো ক'ত থাকিল ?

বৰ্মন : সেইবোৰ নিগনিয়ে খাইছে বুলি খবৰ দিয়া হৈছে।

অফিচাৰ : ভাল কৰিছে। এ বৰ্মন—কাইলৈৰপৰা মই তিনি মাহ মানৰ বাবে ছুটী লওঁ। মোৰ হাৰ্টৰ বেমাৰ হৈছে। দেনা-পাওনাখিনি আপুনি চাই দিব।

বৰ্মন : সেইবোৰ কাগজ-পত্ৰও নিগনিয়ে খালে।

অফিচাৰ : আপুনিও আৰু ছাৰ। বৰ দৰকাৰী কাগজখিনি মই ঘৰত থৈছোঁগৈ। কিবা এনকুৱাৰি আহিলে আপুনি চম্ভালিব। এতিয়া

গোটেইখনে মোকেই দোষিবলৈ চাব। আপুনি ভালদৰে নিব লাগিব।

বৰ্মন : আপুনি তাৰ চিন্তাই নকৰিব। নিগনিয়ে আপোনাক মোক অপমান কৰিবলৈ অহা নাই।

অফিচাৰ : ভাল। মই তেতিয়াহ'লে নিশ্চিন্ত মনেৰে যাব পাৰিম।

[ দৃশ্য পৰিবৰ্তন ]

পুৰুষ : ঈশ্বৰ, আজিৰ আঞ্জাখন কেনে পালে?

গৃহস্থ : বৰ সুন্দৰ হৈছিলহে, বৰ সুন্দৰ হৈছিল। —যৈণীয়েৰে বৰ ভাল ৰান্ধে হে।

পুৰুষ : আপোনালোকৰ আশীৰ্বাদ ঈশ্বৰ। মই সেয়েহে ভাবিলোঁ বোলো আমি থাকোঁতে আয়েনো কিয় ৰন্ধা-বঢ়াখিনি কৰিব লাগে। আজিৰপৰা তায়েই কৰক। ৰান্ধনি ঘৰত আইৰ নোসোমালেও হ'ব।

গৃহস্থ : আয়েৰাই মান্তি হব জানো—

পুৰুষ : আপুনি এবাৰ ক'লেই হয় দেখোন ঈশ্বৰ। আইক আমাৰ গৰাকীয়ে একেবাৰে নিজৰ মাকৰ দৰেই জ্ঞান কৰে। কেঁচুৱাটোৱেও আইক বুঢ়ীমাকক পোৱাদি পাইছে। তায়েই কৈছে বোলে মই থাকোঁতেনো আই পাকঘৰলৈ যাব লাগিছে কেলেই? ময়ো বোলো সজ কথাকেই কৈছ।

গৃহস্থ : তোমালোকক মই বৰ ভাল পাইছোঁ।

পুৰুষ : জানো ঈশ্বৰ—হওঁতে আপোনাক কথা এষাৰ কম কম বুলি বহুত দিনৰপৰাই ভাবি আছোঁ। পিছে ঈশ্বৰ, সাহসে কুলুৱা নাই।

গৃহস্থ : কি কথানো? মোৰ আগত কথা কবলৈ আক' কিহৰ সাহস লাগে?

পুৰুষ : নহয় ঈশ্বৰ, আপুনি হওতে তেনে মানুহ নহয় জানো। আৰু আয়ো তেনেই দেৱী, তথাপি দিয়কচোন······

গৃহস্থ : কি কথানো ক'ব খুজিছা নোকোৱা কেলেই?

পুৰুষ : দুখত পৰি ঘৰ-দুৱাৰ এৰি আহিলোঁ ঈশ্বৰ। পাৰোতেনো বোপা-ককাৰ ঠাইখন এৰি আপোনাৰ ঘৰত আশ্ৰয় লৈছোঁহিনে? ঈশ্বৰে মোক ঈশ্বৰৰ ওচৰলৈকে আনিলে, নিগনিয়ে গোৰ মাৰি গঙ্গাতে পেলালে,······

গৃহস্থ : পিছে আচল কথাটোনো কি?

পুৰুষ : হয় ঈশ্বৰ মানে কথাটো হৈছে—মোৰ মানুহজনী দেখিছেই—গাভৰু মানুহ, লাজ চৰম অলপ বেছি। মাজৰ কোঠাটোৱেদি অহা-যোৱা কৰি থাকিবলৈ অসুবিধা পায়। ঈশ্বৰ আপুনিও থাকে, আপোনাৰ ডেকা ল'ৰাটিও থাকে, সেয়েহে বোলো আপোনাৰ শোৱনি কোঠাটোকে দিয়ক—একাষৰীয়া হ'ব, পাক-ঘৰলৈকে সহজে অহা-যোৱা কৰিব পাৰিব। আয়ে আৰু পাকঘৰত নোসোমালেও হ'ব। ৰন্ধা-বঢ়াখিনি তায়েই কৰিব। আপোনাৰে খাইছোঁ, আপোনাৰে পিন্ধিছোঁ···

গৃহস্থ : মোৰ পিন্ধিছা! এ, মিছা নহয়,—তুমি দেখোন মোৰ পোছাকী চুৰীয়াখনকে পিন্ধিলা!

পুৰুষ : হয় ঈশ্বৰ, নেদেখাজনে আপোনাক আঁতে মানে দিছে। আমি দেহা মাটি কৰি, তেজ পানী কৰি এমুঠি উলিয়াইছিলোঁ। তাকো ভোগ কৰিবলৈ নাপালোঁ—নিগনি সোমালহি, সকলো তছিলং কৰিলে।

গৃহস্থ : হেৰা, সেইবুলি বাবাওঁৰপৰা ৰবঘৰ—

আখলঘৰ পাবাগৈ নেকিহে ? ঠাণ্ডা লাগিছে বুলি লেপ কম্বল আনি প্ৰথমে কেঁচুৱাৰ গাত দিলা। এদেও দুদেও লোটা নিয়া চেও ধৰি পিন্ধা কাপোৰতো হাত দিলাগৈ। নিজেই দেখোন নিগনি হ'লাহে ?

পুৰুষ : 'সাগৰৰ পানী ঈশ্বৰ, বান্দৰে খাই কি অন্ত কৰিব ? কপাল ঈশ্বৰ, কপাল নহ'লেনো এনেদৰে পৰৰ মুখলৈ চাই দিন কটাব লাগেনে ?

গৃহস্থ : তুমি জানা প্ৰভু, মুকুতা দি শোকোতাই পাওঁ নে শোকোতা দি মুকুতাই পাওঁ।

[ দৃশ্য পৰিবৰ্তন ]

১ম ঘোষক : পলসুৱা গাঁৱৰ ৰাইজ, আপোনালোকে নিজৰ গাঁও এৰি আহি এই আশ্ৰয় শিবিৰত কিমান দুখেৰে দিন কটাব লগা হৈছে সেই কথা আমি বুজিছোঁ। পলসুৱা গাঁৱত ইতিমধ্যে নিগনি-মৰা ঔষধ ছটিওৱাৰ ফলত যি বিষক্ৰিয়া হৈছিল—সি শাম কাটিছে যদিও পুনৰ তাত নিগনি ওলাবলৈ আৰম্ভ কৰিছে। এই বিষয়টোৰ ওপৰত সমগ্ৰ বিশ্বৰে দৃষ্টি আকৰ্ষণ কৰি এটি সুস্থ জনমত গঢ়ি তোলাৰ প্ৰয়োজন হৈছে। তাত যি দুই চাৰিঘৰ মানুহ থাকি আহিল তেওঁলোকে গাঁওখনক চোৰা-চিতাৰ দায়িত্ব নিজৰ হাতলৈ নিয়াত চৰকাৰী কৰ্তৃপক্ষ অসন্তুষ্ট হৈ পুনৰ এন্দুৰ মৰা ঔষধ ব্যাপকভাৱে প্ৰয়োগ কৰাৰ পৰিকল্পনা কৰিছে। ইয়াৰ বিৰুদ্ধে মাত মাতিবৰ হ'ল। আমি তাত থাকি অহা সেই কেইঘৰ মানুহৰ কাৰ্যকলাপত নৈতিক সমৰ্থন আগবঢ়াইছোঁ।

২য় ঘোষক : আৰু ৰাইজ, মই কওঁ যে···

১ম ঘোষক : ৰবাচোন, কথাৰ ওপৰতে কিয় মাতা, মই কথা কৈ আছোঁ দেখা নাই ?

২য় ঘোষক : ৰবা মই কওঁ। ৰাইজ, মই ভাবোঁ এই বিষয়টোৰ প্ৰতি অন্যান্য গাঁৱৰ দৃষ্টি আকৰ্ষণ কৰাৰ বাবে আমাৰ এটা সজাতি দল বিভিন্ন গাঁৱলৈ যাব লাগে। কাৰণ এতিয়া আমি এই এখন গাঁৱে আপোনালোকৰ বোজা ল'ব লগীয়াত পৰিছোঁ। আমাৰ গাঁৱত আমাৰ নিজৰেই ঘৰ-দুৱাৰ নাই, খাবলৈ-বৰলৈ নাই, পিন্ধিবলৈ নাই—এনেস্থলত আমি আপোনালোকক ক'ত পুহিব পাৰিম ! এইখন গাঁৱৰ ৰাইজে পিছত আপোনালোককেই নিগনি হেন জ্ঞান কৰিব। গতিকে আমি এটি সজাতি দল গাঁৱে গাঁৱে লৈ আপোনাসৱৰ দুখ-দুৰ্গতিৰ কথা অন্যান্য গাঁৱৰ ৰাইজক জনাই কিবা সহায় কৰিব পাৰোনেকি চেষ্টা কৰোঁ।

১ম ঘোষক : এইবাৰ বৰ সজ কথা কৈছে। মই ভাবোঁ সজাতি দলটোত কমেও এধাৰজন লোক থাকিব লাগিব।

১ম ঘোষক : আপোনালোকে কথাৰ মাজত এনেদৰে হেতা ওপৰা লগাইছে কেলেই ?

২য় ঘোষক : শুনক ৰাইজ, ধৰক বাৰ সজাতি দলটোত এধাৰজন লোক যাব। তাৰ বাবে ৰেল, মটৰ, টেক্সি, ৰিক্সাৰ খৰচ, মটিয়াৰ খৰচ, খোৱা-মেলা, হোটেলত থকাৰ খৰচ লাগিব। মই ভাবোঁ আপোনালোকে প্ৰত্যেকে পাঁচ টকা মানকৈ চান্দা দিয়ক।

১ম ঘোষক : এইবোৰ কি কথা কৈছা, এই মানুহখিনিৰ এনেয়ে লাওলোৱা অৱস্থা। এওঁলোকে চান্দা দিব ক'ৰপৰা ?

২য় যোষক : কিন্তু আমি এখেতসকলৰ কামতেই যাম। যাৰ যি আছে দিয়ক। বৰগোঁহায়ে কৈছে আপোনালোকৰ কাণৰ ডিঙিৰ দুই এপদ বস্তু তাত চিকিউৰিটি হিচাপে থলেগৈও তেওঁলোকে আপোনালোকক কম সুদত টকা ধাৰলৈ দিব। এই বিষয়ে আমি বিস্তৃত আলোচনা কৰি আহিছোঁ। আপোনালোকে সমস্যাৰ গুৰুত্ব বুজি পাব বুলি আমি আশা ৰাখিছোঁ। এতিয়া আমাক ওৱাৰ্ল্ড অপিনিয়ন লাগে। ৰাইজ, বিশেষকৈ এই গাঁৱৰ ডেকাসকল, মই পলসুৰা গাঁৱৰ শৰণাৰ্থী নহয়, তথাপি ময়ো আজি এই শৰণাৰ্থী শিবিৰত ভৰ্তি হৈছোঁহি। মানুহজনীক মাকৰ ঘৰলৈ পঠিয়াই দিলোঁ, ল'ৰাটো ক'ত আছে কি কৰিছে ক'ব নোৱাৰোঁ। মই ইয়ালৈকে আহিছোঁ—মোকো এমুঠি খাবলৈ দিব। মোৰো ঘৰ এতিয়া আনৰ হাতত। পলসুৰা গাঁৱৰেই নিৰাশ্ৰয় এজনক দিছিলোঁ—কিন্তু যোৱা তিনিদিন মানবপৰা তেওঁৰ মিটিৰ-কুটুম সবহকৈ আহি থাকিবলৈ লোৱাত সন্তুষ্টহৈতে ময়েই ঘৰ এৰি গুচি আহিছোঁ।

[ খন্তেক সকলো নীৰৱ ]

ব্যক্তি : ৰাইজ, মানৱতাৰ খাটিৰত আপোনালোকে আমাক যি সাহায্য দিলে তাৰ বাবে আমি পলসুৰা গাঁৱৰ ৰাইজ কৃতজ্ঞ। আমাৰ গাঁও নিগনিয়ে সৰ্বনাশ কৰিলে। এই নিগনি মাৰিবলৈ আমি যিসকলৰ ওপৰত দায়িত্ব দিলোঁ সেই সকলেও নিৰ্বিচাৰে বিহ ছটিয়াই আমাক গাঁৱৰপৰা ওলাই আহিবলৈ বাধ্য কৰালে। পিছে আমি এতিয়া পুনৰ গাঁৱলৈ ঘূৰি যোৱাৰ সংকল্প লৈছোঁ।

১ম যোষক : নাই, নাই, সেইটো কেনেকৈ হ'ব? হেৰি, আপোনালোক তালৈ কেনেকৈ যাব? তাত বোলে আৰু নিগনি ওলাইছে।

ব্যক্তি : কিন্তু আমি সদায় আপোনালোকৰ ওপৰতে খাই বৈ থাকিলে—আপোনালোকেও আমাক নিগনি বুলি ভাবিব। গতিকে আমি পলসুৰা গাঁৱৰ এই শিবিৰত থকা ৰাইজে স্থিৰ কৰিছোঁ আমি ইয়াৰপৰা যামগৈ। নিগনিৰ লগত নিজেই যুঁজ দিম। আপোনালোকে মাথোন আমাক অলপ হাবিয়াস দিব লাগে। এনেয়ে যেদি দিলে আমি যাব নোৱাৰিম। এই বিষয়ে আমি কৰ্তৃপক্ষকো জনাইছোঁ। [ এনেতে এখন জীপ গাড়ী অহাৰ শব্দ ] কৰ্তৃপক্ষই আজিয়েই আমাক কিবা এটা সিদ্ধান্ত জনাবহি বুলি কৈছিল। অ' সৌৱা আহিছেই নেকি ? [ জীপ আহি ৰয়হি ] ৰাইজ, পলসুৰা গাঁৱৰ ৰাইজ, আপোনালোকে কওক—জয় পলসুৰাৰ জয়—

[ সকলোৱে জয়ধ্বনি দিয়ে ]

১ম মানুহ : আহক ছাৰ, আহক··· ··· ···

বৰ্মন : বিশেষ কাৰণত আমাৰ অফিচাৰ আজি আহিব নোৱাৰিলে বাবে ময়েই আহিছোঁ। [ সুৰ সলাই ] অ' সৌ গাড়ীত থকা বস্তুবোৰ নমাই আনিবলৈ কওকচোন [ আগৰ সুৰত ] মোৰ বিশ্বাস পলসুৰা গাঁও এৰি অহা সকলো ৰাইজ ইয়াতেই আছে।

গৃহস্থ : সকলো ৰাইজ ইয়াত নাই। কিছুমান অন্য মানুহৰ ঘৰত আশ্ৰয় বিচাৰি গৈছে।

বৰ্মন : আমি প্ৰথমে আশ্ৰয় বিচাৰি অহা ৰাইজৰ নাম ৰেজিষ্টাৰ কৰা নাছিলোঁ যদিও পিছত আমি ৰেজিষ্টাৰ কৰি ৰাখিছোঁ। [ কাগজ মেলি ]

এইয়া এইখন ৰেজিষ্ট্ৰীৰ বুক। ইয়াত পাঁচ হেজাৰজনৰ নাম আছে।

গৃহস্থ : কিন্তু পাঁচ হেজাৰতকৈ মানুহ বেছি আহিছিল।

বৰ্মন : আগতে অহাবোৰৰ কথা বাদ দিয়ক। নাম থকাখিনিকে ধৰকচোন। অ' শুনক—পলম্বুৰা গাঁৱৰ ৰাইজ নিজ গাঁৱলৈ ঘূৰি যোৱাটো সকলোৱেই কামনা কৰিছে বাবে আমিও আনন্দিত হৈছোঁ। আপোনালোক পলম্বুৰা গাঁৱৰ ৰাইজ, আপোনালোকৰ কাৰণে আমি এখন এখন নিগনি মৰা কুন্দা আৰু এটা এটা ঘিলা পিঠা আনিছোঁ। মনত ৰাখিব, ঘিলা পিঠাটো খাবলৈ অনা নাই, নিগনিক খুৱাই মাৰিবলৈহে আপোনালোকৰ হাতত দিম। আমি হিচাপ কৰি পাইছোঁ যে প্ৰত্যেকেই যদি এটাকৈ নিগনি মাৰে তেনেহ'লে ইয়াত থকা পাঁচ হেজাৰ মানুহে দিনে পাঁচ হেজাৰটা নিগনি মাৰিব পাৰিব আৰু ৩০ দিনত সেই হিচাপ হবগৈ একলাখ পঞ্চাশ হাজাৰ, এবছৰত হবগৈ ঢেৰ, বহুত। বুদ্ধিটো আপোনালোকে কেনে দেখে ?

গৃহস্থ : কি কবে সোনকালে কৰক, মোৰ ঘৰত থকা কেইজনৰ আৰু' মিটিঙলৈ আহিবলৈ সময়েই নাই। ৰব, মই মাতি আনোগৈ।

বৰ্মন : অ', এতিয়া মই এজন এজনকৈ নাম মাতি যাম, সেইমতে উঠি আহি এখন নিগনি মৰা কুন্দা, I mean 'ফান্দ', আৰু তাৰ লগত একোটাকৈ পিঠা আমাৰ হাতৰপৰা লৈ যাবহি। পলম্বুৰা গাঁৱৰ ৰাইজ, চুৰ্দিনত পৃষ্ঠভংগ নিদি সাহসেৰে থিয় হ'বলৈ খাদ্য আৰু হাডিয়াৰ আমি আপোনসবলৈ আগবঢ়ালোঁ। নিজৰ মাটিলৈ, নিজৰ গাঁৱলৈ ঘূৰি গৈ তাৰ নিগনি খেদকগৈ। আহক, মই নাম মাতি গৈছোঁ।

[ এটি হুলস্থুলীয়া পৰিবেশ ]

প্ৰথমে এয়া শ্ৰী আহত শইকীয়া, তেখেতৰ পত্নী শ্ৰীমতী খেপেশ্বৰীবালা শইকীয়া, তেখেতৰ পুতেক শ্ৰীমংগলচৰণ শইকীয়া ( pause )। ইয়াৰ পিছত শ্ৰীচুৰ্জয় শৰ্মা, তেখেতৰ পত্নী··· তেখেতৰ পত্নী···অ' তেখেতৰ পত্নী নাই নহয় ···তেখেতৰ কন্যা শ্ৰীমাইচেনা, পুতেক অগক শৰ্মা, মাজু পুতেক হেতা ওপৰা শৰ্মা, সৰু পুতেক শ্ৰী······

[ ক্ৰমে বিলীন ]

# খং

## ৰত্ন ওজা

পৰিচালকৰ খং আছে, তীব্ৰ প্ৰখৰ খং। বিদ্যুত প্ৰবাহৰ দৰে প্ৰতি মুহূৰ্ত্ততে তেওঁ শিহৰণশীল।

জ্যোতি নিৰুত্তাপ। চেঁচা শিলৰ দৰে বৈ থাকে। একোতে আমনি নাই। এদিন জ্যোতিয়ে উপলব্ধি কৰিলে জীৱনত উত্তাপ লাগে, ৰাগ-অনুৰাগ লাগে। তেওঁৰ নিৰুত্তাপ মনত একুৰা জুই জলিব লাগে।

পৰিচালকৰ ওচৰ চাপিল জ্যোতি। পৰিচালকৰ খঙাল স্বভাৱটোৰ মাজেৰে যেন ব্যক্তিত্ব আৰু পৌৰুষৰ স্ফুলিংগ নিঃসাৰিত হৈছিল। জ্যোতিয়ে আশা কৰিছিল সেই স্ফুলিংগই তাইৰ নিৰুত্তাপ মনত জুইৰ সঞ্চাৰ কৰিব।

জ্যোতিয়ে ক্ৰমে অনুভৱ কৰিলে তাইৰ মনত উত্তাপ সঞ্চাৰিত হ'ল সঁচা, কিন্তু তাইৰ সান্নিধ্যই পৰিচালকক যেন নিষ্প্ৰভ কৰি আনিছে, প্ৰশমিত কৰি আনিছে। পোৱা আৰু হেৰোৱাৰ মধুৰ বেদনাৰ ভাৰ সহিব নোৱৰা হ'ল জ্যোতিয়ে। তেওঁ এতিয়া ক'লৈ যাব? তেওঁ সিদ্ধান্ত ল'লে।

চৰিত্ৰ :

জ্যোতিকণা

পৰিচালক

বাইদেউ

প্ৰবীন

দাৰ্শনিক

ডেকা বন্ধু

ছয়না

নাইট ক্লাবৰ বিভিন্ন বয়সৰ কেইজনমান পুৰুষ মহিলা
চিষ্টাৰ ( নাৰ্চ )

প্ৰথম প্ৰচাৰ : ১৯৭২

[ বিশাল নদীৰ ঢৌ বাগৰি আহি পাৰত ঠেকা খোৱা শব্দ। দূৰৈত মগৰিবৰ আজান। অনতিদূৰত সন্ধিয়াৰ সংকেত স্বৰূপ মন্দিৰৰ ডবা-ধ্বনি। তিনিও-বিধ ধ্বনি বেলেগে কৰিব।
সময়ত এক গভীৰ সমলয়ৰ সৃষ্টি কৰি নীৰৱতাৰ মাজলৈ যাব ধৰে।
নীৰৱতা ভাঙি ওলাই আহিব ধৰে। নিবিড় অন্ধকাৰত বুৰি থকা এক নাৰীকণ্ঠ। ]

জ্যোতিকণা : দেখিছিলোঁ
জ্ঞাতে আহে—অজ্ঞাতে যায়
কান্দি আহে হাঁহি যায়।
ভাবিছিলোঁ।
অজ্ঞাতে অহা ময়ো
অজ্ঞাতেই যাম।
অহাৰ বতৰা নোপোৱা মই
যোৱাৰ বতৰাও নাপাম।
আনৰ অহাৰ পৰত
আনে হাঁহিছিল
আনৰ যোৱাৰ পৰত
আনে কান্দিছিল।
মোৰ বেলিকা পিছে
প্ৰবেশত যদি কান্দিছিলোঁ ময়ে
ময়েই কান্দিছোঁ প্ৰস্থান পৰতো—
ভাবো, তা—বো বহু বহুতো
পি-ছ-তো—এ—তি—য়া—ও।
মই বাৰু আহিছোঁ নে গৈছোঁ ?
নদীত বাগৰে ঢৌ—যায়
সোঁত বয়—যায় ;
মছজিদত মগৰিবৰ আজান
বেলি যায়— ;
মন্দিৰত ডবাধ্বনি
দিন যায় ;
পিছে মই ?  গইছোঁ আহিছোঁ ?
মই আন্ধাৰত দেখিছোঁ
মুশুনা দেশত শুনিছোঁ
পাহৰণি কোলাত সুঁৱৰিছোঁ— ।
এয়া বাৰু অহা নে যোৱা ?
নে যোৱাৰ নামত উভতি চোৱা ?
নে অহা-যোৱা যোৱা-অহা
ঘূৰা ঘূৰা ঘূৰা ?
[ এটা গীতৰ প্ৰথম কাঁকিটো শুনা যায় ]
"লুইতৰ সোঁতত লিখা ৰব মোৰ
জীৱনৰ য'ত কথা
বালি চাপৰিত বালিৰে লিখি যাম
পায়ো হেৰুৱাৰ বেথা ."
জীৱনত প্ৰথম দেখিছোঁ—
ঘূৰি ঘূৰি গীত জোৰা।
সেই ক'লা কাঁহীখন।
প্ৰথম শুনিছোঁ লুইতৰ সোঁতৰ ঢৌৰ
শৈশৱ কৈশোৰৰ কথা।
নিজৰ দেহত বিৰিঙিব ধৰা—
ঢৌবোৰলৈ চাওঁ—
নিজকে নিজকে নিচেই
চিনাকি, চিনাকি লাগিল।
ঘূৰি ঘূৰি গীত জোৰা—
ক'লা কাঁহীৰ গীতৰ তালে তালে

নাচি নাচি নিজকে পাহৰা আটায়ে—
মোক যেন চিনি পালে।
ময়ো যেন মোকেই চিনিলোঁ প্ৰথম—
[এখন গ্ৰামোফোন ৰেকৰ্ড এনেয়ে ঘূৰি আছে। কোনোৱে সলাই দিয়া নাই]

প্ৰবীন: [আঠৈ কুৰি বছৰীয়া কণ্ঠ] ভন্টি তোমাক বৰ চিনাকি চিনাকি লাগিছে, তুমি কাৰ লগত আহিছা? [কাপ-প্লেট থোৱা শব্দ]

ছয়না: [৫৮ৰ কুৰি বছৰীয়া নাৰীকণ্ঠ] প্ৰবীন চাচাই সেই ছোৱালীজনীক কি সুধিছে মই ইয়াৰ-পৰাই কৈ দিব পাৰোঁ।

আন এগৰাকী সমবয়সীয়া মহিলা: কি?-

ছয়না: ভন্টি তুমি মোক চিনি পাইছানে? তোমাক পিছে মোৰ খুব চিনাকি চিনাকি লাগিছে।

সমবয়সীয়া মহিলা: তোৰ লগতো চাগে তেনে-দৰেই চাচাৰ প্ৰথম পৰিচয়।

ছয়না: তোৰে মোৰে একেই বুলি ক'লে মই নিশ্চয় আপত্তি নকৰোঁ।

[হাঁহে আৰু গিলাচৰ শব্দ]

ছয়না-সমবয়সীয়া: চিয়াৰ্স!

[গিলাচত পানীয় ঢলা শব্দ]

মদাহি পুৰুষৰ কণ্ঠ: এয় ওয় বুঢ়াৰ কাণ্ড দেখিছ—বেচেৰী ছোৱালীজনীক ৰাতিটোৰ ভিতৰতে মেম্বাৰ বনাইহে এৰিব।

[চিগাৰেট জলোৱা শব্দ]

ডেকা ল'ৰা: আচৰিত হবৰ কিটো আছে? এইটো বয়সৰ ল'ৰা-ছোৱালী চকুত লাগেই। নাকত শেঙেনু লাগি থকা অৱস্থাত সুন্দৰীকো বান্দৰী বান্দৰী লাগে। আৰু শৈশৱৰ মোট সলাই কৈশোৰৰ ৰ'দ-কাচলিত থিয় হোৱাৰ লগে লগে বান্দৰীও সুন্দৰী হৈ উঠে। তেনে ছোৱালী এজনী সঁচাকৈয়ে সুন্দৰী হ'লে—আৰু দেখোঁতাৰ দেহত যৌবন ভৰা মন এটা থাকিলে স্বাভাৱিকতে চিনাকি চিনাকি লাগে।

আন এগৰাকী ডেকা: লাগিবৰে কথা।

দাৰ্শনিক: এই অচিনাকিক, মানে প্ৰথম দেখিয়েই চিনাকি চিনাকি লগা সম্পৰ্কে মোৰ এটা কিন্তু ব্যক্তিগত উপলব্ধিৰ কথা আছে।

আন এগৰাকী: Now our philosopher friend's turn. Listen—listen please, ladies and gentleman.

দাৰ্শনিক: মোৰ মতে আমি আটায়ে পৰমপিতা অৰূপ ৰূপৰ আকৰৰ ওচৰৰপৰা আহিছোঁ। আমি ইয়ালৈ আহি তেওঁৰ অস্তিত্ব পাহৰিব পাৰোঁ—কিন্তু সেই ৰূপ পাহৰিব নোৱাৰোঁ। তাৰ প্ৰমাণ এই চাওক—এই কিশোৰীজনী—তাই আমাৰ এই ক্লাবলৈ প্ৰথম আহিছে—যাৰ লগত আহিছে তেওঁত বাদে আমি কোনোৱে কাহানিও তাইক দেখা নাই। কিন্তু আমাৰ সকলোৱে তাইক চিনি পাওঁ, চিনি পাওঁ লাগিছে। ইয়াৰ অৰ্থ এইটো নহয় যে তাইক আমি ক'ৰবাত কাহানিবা দেখিছিলোঁ। ইয়াৰ অৰ্থ এইটোও নহয় যে কিশোৰীমাত্ৰেই চিনি পাওঁ চিনি পাওঁ লাগিবই। ইয়াৰ অৰ্থ তাইৰ দেহত, তাইৰ মুখমণ্ডলত অৰূপ ৰূপৰ আকৰ পৰমেশ্বৰৰ ৰূপৰ কণা আমাৰ বহুতভকৈ বহুত বেছি আছে। তাই ঈশ্বৰৰ জীয়ৰী হিচাপেই গৌৰৱান্বিতা নহয়, তেওঁৰ ৰূপৰ ভাগত সৰ্বসাধাৰণতকৈ বেছি

পোৱাৰ তাই অধিকাৰিণী। তাইক আমি আগতে দেখা নাছিলোঁ। এই কথাটো আংশিকভাৱে সত্য। প্ৰকৃত সত্য হ'ল তাইক আমি সম্পূৰ্ণভাৱে দেখিছিলোঁ। এতিয়া দেখিছোঁ আংশিকভাৱে—

ডেকা কণ্ঠ : আজি ময়ো খাম Same brand my philosopher friend takes.

দাৰ্শনিক : এয়া বন্ধু উপলব্ধিহে, ড্ৰিংকসৰ অবদান নহয়।

আন এগৰাকী : Carry on, don't disturb him.

দাৰ্শনিক : Thank you. এতিয়া প্ৰশ্ন হ'ল, আমি তাইক সম্পূৰ্ণভাৱে ক'ত দেখিছিলোঁ? দেখিছিলোঁ ঈশ্বৰৰ ওচৰত। আমি অহাৰ আগতে ঈশ্বৰক দেখিছিলোঁ। সেয়ে আছিল আমাৰ বাবে তাইক সম্পূৰ্ণ দেখা। আমি আহিলোঁ ঈশ্বৰৰ হাতৰ পৰশ লৈ ৰূপকণা লাভৰপৰা বঞ্চিত হৈ। তাই আহিল পৰশ আৰু ৰূপ দুয়োটা লভি। সেয়েহে তাইৰ মাজৰ অংশৰূপে সোঁৱৰাই দিছে সম্পূৰ্ণ ৰূপৰ কথা [কিবা এটা হঠাতে ঘটে] Nonsense, who has done this?

আন এগৰাকী : লাইটবোৰ কিয় কোনে নুমাই দিলে?

ডেকা কণ্ঠ : আস্ মই পোহৰত দেখিবলৈ আৰম্ভ কৰিছিলোঁ মাথোঁ, দিলে আন্ধাৰ নমাই। এতিয়াতো দেখিমেই—এই দেখাত কোনো আমেজ নাই।

[গিলাচত মদ পিয়া শব্দ]

কিশোৰী কণ্ঠ : পোহৰখিনি ক'লৈ গ'ল?

প্ৰবীন : মই লুকাই থওঁ ভণ্টি।

কিশোৰী : কিয়?

প্ৰবীন : তুমি মন কৰা নাই, সকলোৱে তোমালৈ চাইছে। সকলোৱে তোমাৰ কথাকে পাতিছে। পিছে মইহে তোমাক প্ৰথম চিনিলোঁ, গতিকে সিহঁতে তোমাক চোৱাতো মই পছন্দ নকৰোঁ, আৰু তুমিও চাগে সিহঁতৰ সেই চাৱনিবোৰত আমনি পাইছ।

কিশোৰী : উহু, নাই পোৱা। মই পোহৰতো আমনি পোৱা নাছিলোঁ—আন্ধাৰতো নাই পোৱা। সিহঁতৰ চাৱনি, আপোনাৰ চাৱনি কাৰো একো পাৰ্থক্য নাই।

ডেকা কণ্ঠ : [প্ৰবীনৰ নিচেই ওচৰত] Good morning চাচা!

প্ৰবীন : তুমি আহিলা!

বাইদেউ : [বেছ বয়সীয়া] এস্ এইজনীক পাহৰিয়েই আছিলোঁ। বাতি পুৱালেই একো এটা খাবলৈকো দিয়া নাই, মোৰ ওপৰত খং উঠিছে নে অ'?

কিশোৰী : নাই উঠা বাইদেউ।

বাইদেউ : বল।

[মটৰ গাড়ীৰ ষ্টাৰ্ট কৰা শব্দ আৰু যোৱা শব্দ মটৰৰ শব্দ কমে, ঢোৰ শব্দ বাঢ়ে, বিণি বিণি আজানৰ সুৰ, বৈ বৈ বাজে মন্দিৰৰ কাঁহ ঘন্টা। এই শব্দবোৰ দূৰৰপৰা অহা যেন লাগে।]

জ্যোতিকণা : এৰা বাইদেউ, খং উঠা নাই।
অ' উঠা নাই নহয়, উঠা নাছিল।
এৰা, প্ৰবীন চাচা, আমনি পোৱা নাই কাৰো চাৱনিতেই;
আন্ধাৰতো, পোহৰতো;

অ' পোৱা নাই নহয়, পোৱা নাছিলোঁ।
এৰা ডেকা দাৰ্শনিক ; মই ঈশ্বৰৰ ৰূপ লভা জীয়ৰী,
অ' নহয় জীয়ৰী আছিলোঁ।
তুমিয়েতো শিকাইছিলা বাইদেউ কাকোৱেই একোৰে খং খাব নালাগে, মানুহবোৰে ভেনেখন কৰেই, ভেনেদৰে কৰেই ;
তুমিয়োতো কৈছিলা প্ৰবীন চাচা কাকোৱেই একোতে আমনি পাব নালাগে। কিশোৰী এজনীক পুৰণি আপোন সকলো মানুহৰে চিনাকি চিনাকি লাগেই, সকলোৱে ভেনেখন কৰিবই—
ভেনেদৰে কৰই।
তুমিয়েতো শুনাইছিলা দাৰ্শনিক ডেকা, ঈশ্বৰৰ মই ওচৰৰ সম্পৰ্কীয়, গতিকে ঈশ্বৰৰ সকলো পুত্ৰৰে মোক আপোন আপোন লাগিবই সকলো পুত্ৰই ভেনেখন কৰিবই, ভেনেদৰে কৰই।
ভেনেহ'লে মোৰ আমনি ক'ত! খং ক'ত!
কিন্তু—কিন্-তু [ শব্দবোৰ বাঢ়ে ]
কি—ন্—তু—
আজি মোৰ দেহৰ ঢৌবোৰ চাই খং উঠে বাইদেউ
লুইতৰ ঢৌবোৰৰ কোলাত শুই দেহৰ ঢৌৰ আপোন পীড়ন অসহন লাগে বাইদেউ।
আজি মোৰ আমনি লাগে প্ৰবীন চাচা।
হয়গ্ৰীৱ মাধৱৰ মন্দিৰৰ
কলসীৰ চাৰনি চাই চাই আমনি লাগে আজি,
মোৰ আপোন আপোন নালাগে দাৰ্শনিক ডেকা,
পোৱামকাৰ পুৱাৰ আজান শুনি মোক নিজকে পলৰীয়া পলৰীয়া লাগে,
আজি মোক আন্ধাৰে আমনি নকৰে—
আজি মোক সৌৰৱণী খং তোলে
[ pause ] পোহৰ আহিল—
পুৱাৰ পোহৰ
ভাবিছিলোঁ—
মন্দিৰ মছজিদৰ নিচেই কাষৰ
এই বিশাল নদীয়ে মোক
পুৰা আশ্ৰয় দিব
নাই, নোৱাৰিলে
আন্ধাৰলৈ ঠেলি দিলে।
শিকাই দিলে
পোহৰলৈ খং থোৱা
আন্ধাৰক ভাল পোৱা
গতিকে পোহৰ আহিলে
গতিকে মোৰ যাবৰ হ'ল
আন্ধাৰলৈ—
এটা দিন, এটা যুগ, এটা কল্প
খং ক্ষোভ আমনিৰ মাজত নীৰৱে কটাবলৈ—

[ সকলো ধ্বনি ডাঙৰ হয়। কমি যায় ৫ চেকেণ্ড চাইৰেন বাজে। এটা ভাপ কল ষ্টাৰ্ট হয়। কমি আহে। এটা ডিজেল কল ষ্টাৰ্ট হয়, কমি আহে। এটা চৰাইৰ ডেউকাৰ ধ্বনি, ডেউকাৰ ধ্বনি তল পেলাই আকাশী যানৰ ধ্বনি ; ৰকেটৰ শব্দ, সাগৰৰ ঢৌৰ শব্দ, ডবাৰ ধ্বনি, আজান শব্দ ভেদ কৰি নাৰী কণ্ঠ। ]

জ্যোতিকণা : এটা দিন, এটা যুগ, এটা কল্প খং ক্ষোভ আমনিৰ মাজত নীৰৱে
নীৰৱে কটোৱা প্ৰতিটো ক্ষণ
অ' সৌৰৱণীয়।
শুনিছিলোঁ, গলে আহিব নালাগে—

শুনিছিলোঁ, যাব পাবিলে সকলো শেষ
শুনিছিলোঁ যোৱাৰ অন্তত—
মাথোঁ—আন্ধাৰ আৰু আন্ধাৰ।
ধ্বনি নাই, আমনি নাই, ক্ষোভ নাই।
শুনিছিলোঁ, মন্দিৰ, মছজিদ আৰু লুইভৰ
চৌৰে
সকলো একাকাৰ কৰি
বিৰাট অপৰূপ সুন্দৰ ৰূপৰ আকবৰ
অংশ ৰূপ আমিবোৰ
এক পিতৃ সম্পূৰ্ণ ৰূপৰ
নিচেই ওচৰ চপাই দিয়ে—
কিন্তু, কি—ন্—তু।
যোৱাৰ পিছতো
বহু ব—হু—তো—
পি—ছ—তো—এতিয়া—ও
শুনিবলৈ আহি শুনিছোঁ
নাচাবলৈ আহি দেখিছোঁ—
পাহৰিবলৈ আহি সুঁৱৰিছোঁ—
মই বাৰু আহিছোঁ নে উভতিছোঁ—
উভতিছোঁ নে আহিছোঁ—
নে ঘূৰিছোঁ—ঘূৰিছোঁ।
এদিন খং নোখোৱা—
এদিন আমনি নোপোৱা—
এদিন ক্ষোভ নকৰা।
সেই জেনেখন কৰা।
জেনেদৰে কোৱা সকলৰ
পিছে পিছে মই ঘূৰিছোঁ—
নে মোৰ পিছে পিছে
সিহঁতে ঘূৰিছে?
মই নে সিহঁতে?

কোনে?

[ এখন ইলেকট্ৰিক লিফ্‌ট উঠা শব্দ। বোৱা, দুৱাৰ খোলা, কোনোবা ওলাই অহা খোজৰ শব্দ ]

কোনে? [ দুৱাৰত নক্ ]

কোন?

ডেকা কণ্ঠ: আহিব পাৰোনে?

জ্যোতি: অ'— আহক।

ডেকা: চিট্টাৰ—

জ্যোতি: অ' আপুনি! আপোনাৰ কথাকে ভাবিছিলোঁ।

ডেকা: মোৰ ওপৰত নিশ্চয় খং উঠিছে!

জ্যোতি: খ—অ—অং—!

ডেকা: অ' মানে মোৰ কথাকে ভাবিব লগা হোৱা বাবে। জানো চিট্টাৰ, পৰহিৰপৰা মোৰো নিজৰ ওপৰত খং উঠি আছে—আহোঁ আহোঁকৈ সময়কে কৰিব নোৱৰা বাবে।

জ্যোতি: আপোনাৰ বচিদখন পিছে আজিহে বেডি হৈছে। এই—এই মাত্ৰ। আপোনাৰ কথাও এই মাত্ৰহে ভাবিছিলোঁ—

ডেকা: খংটো তাৰ মানে মোৰ ওপৰত ভালকৈয়েই উঠিছে। ময়ো তাকে আশা কৰিছিলোঁ জানা—

জ্যোতি: [ নিজকে নিজে ] জা—না—

ডেকা: এৰা, খঙেই পাতনি—বচিদখন নিবলৈ অহাটো এটা অজুহাত চিট্টাৰ। বেমাৰীটো বিলিজ কৰি নিলোঁৱেই। বচিদখন বৰ দৰকাৰী নহয়—দৰকাৰ আছিল পৰহিতে নিবলৈ আহিম বুলি আজি অহা বাবে—তুমি দেখুৱাও নেদেখুৱাওকৈ দেখুৱা খং।

[ কলিং বেল বাজে। ]

জ্যোতি : খ—অ—অং, পা—ত—নি—মানুহবোৰে তেনেকৈ ভাবেই, তেনেদৰে কৰেই।

[ কলিং বেল বাজি বাজি বন্ধ হয় ]

[ ডেকাক কয় ] এয়া এইখন আপোনাৰ ৰচিদ মোক এতিয়া তিনি নম্বৰ কেবিনৰ পেচেণ্ট বিচাৰিছে।

মই আহোঁ বাৰো দেই।

ডেকা কণ্ঠ : মোৰো বহুত কাম আছে। এতিয়া আহোঁ। চিষ্টাৰ ভুল নুবুজিবা, তুমি কৰা খণ্ডৰ বিনিময়ত মোৰ এই তুমি সম্বোধন। মোৰ পিছে খং উঠিছিল, এই হস্পিটেলত তোমাক দেখাৰেপৰা মোৰ নিজৰ ওপৰত—তোমাৰ খণ্ডে মোৰ খণ্ডক দিলে পূৰ্ণতা—অন্ততঃ পূৰ্ণতাৰ পথৰ প্ৰথম খোজৰ সন্ধান পালোঁ। আহোঁ দেই।

[ ডেকা যোৱা ভৰিৰ খোজ। জ্যোতিকণাৰ ভৰিৰ শব্দ, দুৱাৰত নক্ ]

দাৰ্শনিক : [ চিক্ বেডত ] আহক চিষ্টাৰ—

জ্যোতি : কিবা লাগে ?

দাৰ্শনিক : কিবা মানে অকলে অকলে থাকি বৰ আমনি লাগে। আপোনাৰো চাগে মই ইমান ঘনাই মতা বাবে বৰ আমনি লাগে।

জ্যোতি : নাই, কিয় লাগিব, এনেদৰে মাতি ভাল পোৱা পেচেণ্ট অকল আপুনিয়েই নহয় —নহয়। ইয়াৰ প্ৰায় সকলো পেচেণ্টৰে অকলশৰীয়া লাগে—মোক, আমাক পায় মাতে, আমি আমনি পোৱা বুলি ভাবে। আমাৰ পিছে এনে ধৰণৰ ডিউটি কৰি ভালহে লাগে।

দাৰ্শনিক : সদায় ভাল লগাৰ পিছত পিছে সদায় বেয়া লগলাগি থাকে। আমনিৰ পিছত হ'লে থাকে খং আৰু খঙেই যুগমীয়া ভাল লগাৰ মানে ভাল পোৱাৰ আৱৰ্তনী।

[ দুৱাৰত নক্ ]

আন চিষ্টাৰ : এয়া জ্যোতি—তোৰ Express আছে।

জ্যোতি : গৈছোঁ এতিয়া, আহিছোঁ বাৰু দেই।

দাৰ্শনিক : আমনি তেনে এতিয়াও নাই পোৱা চিষ্টাৰ—

জ্যোতি : তেতিয়া ডিউটি কৰা নহব ?

[ পোষ্টমেন গুচি যোৱাৰ শব্দ ]

মৰমৰ জ্যোতি ভণ্টি,

মোৰ জীৱন নাটৰ সামৰণি পৰো পৰো—

সচৰাচৰ সামৰণি হয় মিলনৰ—নহয় বিয়োগৰ বতৰা দিয়া হে।

মই কিন্তু নাপালোঁ, তোকো দিব নোৱাৰিলোঁ।

মোৰ জীৱননাটৰ নায়িকা—তই। তোৰ গ্ৰন্থ তই কোন—মই কোন ?

এয়েই এই নাটৰ উৎকণ্ঠাৰ চাবিকাঠি। কিন্তু কি হ'ল ? অবোধ শিশুৱে যিদৰে যাক মা-দেউতা বুলিব দিয়া হয়—তেওঁলোককেই মা-দেউতা—কয়—ময়ো মোৰ মনৰ শৈশৱত দেহৰ, যৌৱনত আনে কোৱামতে হঠাতে এদিনাখনৰ-পৰা তোক ভণ্টি বুলি মাতিছিলোঁ, মাতিয়েই থাকিলোঁ—

দেহৰ বাৰ্ধক্য আৰু মনৰ যৌৱনত ভাবিছিলো মই তোৰ বাইদেৱেৰ হৈ নাথাকো,

হ'ম—মা—দেউতা—সকলো।

তোক তোৰ হাবিয়াসমতে সম্ভৱ হোৱাৰ সুবিধা দিম। কিন্তু দেহৰ বাৰ্ধক্যই মনৰ যৌৱনত হেঁপাহৰ গতিৰোধ কৰিছিল। হ'লেও তোক

মই তোৰ মন আৰু দেহৰ আংশিকভাৱে খোৰাক পূৰণৰ অৰ্থেই নটি হোৱাৰ সুবিধা কৰি দিলোঁ।

মোৰ পিছে কি হ'ল ? তোৰ জীৱিকাৰ চলোৱা বঠাৰ চাবৰ চাম কাঢ়ি চলাব লগাত পৰিলো মোৰ জীৱনতৰী।

প্ৰতি মাহে পঠোৱা নিয়মিত পাই আছোঁ। এই মাহত এই চিঠি পায়েই আৰু কিছু পঠালে নদীৰ কেকুৰি এটা পাৰ হ'ব পাৰিম বা তই বিচৰাটি দিব নোৱৰা ক্ষোভৰ লগতে মই তোৰ-পৰা অযথা বিচাৰি থকা বাবে জন্ম হোৱা ক্ষোভ লগলাগি হয়তো বিক্ষোভৰ সৃষ্টি কৰিব; হ'লেও উপায় নাই। বাট চাই ৰলোঁ—মৰ মেৰে—তোৰ —বাইদেউ—

[ চিঠিত ভাজ দিয়াৰ শব্দ—শুনিয়াহ— ]

দাৰ্শনিক : আৰে ডেকাবন্ধু, তই—

ডেকা কণ্ঠ : এৰা, দাৰ্শনিক বন্ধু, তোৰ খবৰ ল'বলৈ আহিলোঁ—

দাৰ্শনিক : মোৰ খবৰ ল'বলৈ আহিছ নে তোৰ লগত চিনাকি হোৱা কোনো চিন্তাৰৰ প্ৰতীক্ষাৰ আমনি ভাঙিব আহিছ—

ডেকা কণ্ঠ : এয়্ দাৰ্শনিক, তাহানিখনৰ, মানে প্ৰথম তোৰ ব্ৰেন্দ ধৰাৰ চিনাকি চিনাকি লগা আৰু আজিৰ চিনাকিৰ মাজৰ পাৰ্থক্য কি অ' ?

দাৰ্শনিক : প্ৰশ্নটো দৰ্শন বিজ্ঞান সম্মত। তয়ো তাৰ মানে গভীৰভাৱেই আইনৰ থিয় হৈছে। শুন, তেতিয়া দেখিছিলোঁ সম্পূৰ্ণ, এতিয়া দেখিছোঁ অংশ। পূৰ্ণতাত লাভ নাই—অংশৰ ক্ষতি নাই। কৈশোৰত শৈশৱে পূৰ্ণতা পায়—যৌৱন বাৰ্ধক্যৰ অংশ। বাৰ্ধক্য আমাৰ অতি কাম্য, সেয়েহে যৌৱনে আমাক আকৰ্ষণ কৰিবলৈ আৰম্ভ কৰে।

ডেকা কণ্ঠ : মই এটা কথা কওঁ—কৈশোৰ উপলব্ধিৰ তোৰ কথাৰে, যৌৱন উপভোগৰ মোৰ উপলব্ধিৰে—

দাৰ্শনিক : বাঃ বাঃ ডেকা বন্ধু, মোৰ ব্ৰেন্দ-এ তোৰ বেছ কাম দিছে—[ দুয়ো হাঁহে। তাৰ পিছত এজন এজনকৈ হাঁহে, এবাৰ ডেকা কণ্ঠৰ হাঁহি আন এবাৰ দাৰ্শনিকৰ হাঁহি—ইত্যাদি ]

আন চিন্তাৰ : জ্যোতি তই কান্দিছ।

জ্যোতি : কান্দিছোঁ ?

চিন্তাৰ : তেনেহ'লে কি কৰিছ ?

জ্যোতি : ভাবিছোঁ। সুবিধা, সুবিধা এই চিঠিখনে দিছে।

চিন্তাৰ : ভাবি বৰ ভাল লাগে নহয়নে ?

সকলোৱে : আ-বা-আ-বা—মাক-দেউতাকৰ নাম কাঢ়িলেও খং উঠে। এয়-এয়-এয়-

[ সকলোৱে এয় এয়কৈ কাৰোবাৰ পাছে পাছে দৌৰে। ]

এটি অকণি : এইজনী যে কেনে ছোৱালী—বাইদেউ বুলি জোকাওঁতেই ঘৰ সোমাল।

জ্যোতি : বাইদেউ—সিহঁতে মোক মা-দেউতাৰ নাম কৈ নোজোকায়—তোমাৰ নাম কয়।

ডেকা কণ্ঠ : এটা নাম সম্পূৰ্ণভাৱে ক'ব পৰাকৈ তাইৰ সময় নাছিল।

দাৰ্শনিক : মৃত্যুৰ আগ মুহূৰ্তৰ একোটা মুহূৰ্ত একোটাহঁত যুগৰ সমান।

ডেকা কণ্ঠ : তথাপি তাই—তাইৰ নামটো নক'লে—

দাৰ্শনিক : ক'লে হয়তো আমাৰ মাজৰ কোনোৱে

আজীৱন কান্দিব লাগিলহেঁতেন—ত্যাগ—বুজিছ—প্ৰকৃত ত্যাগ—

জ্যোতি : এই চিঠি সেই প্ৰবন্ধৰ শেষ উত্তৰ। মাজতে নানাভাৱে চেষ্টা কৰিছিলো জানিবলৈ মোৰ মা-দেউতা কোন? কিন্তু বাইদেউৰ-পৰা আঁতৰি কোনে মোক তেওঁৰ ওচৰত লৈছিল—সেই কথাষাৰো জানিব নোৱাৰিলোঁ।

চিঙ্কাৰ : বৰ খং উঠি যায়।

জ্যোতি : খং! তোৰ খং উঠিছে। মোৰ অতীতৰ টুকুৰা এটা জানোতেই তোৰ খং উঠিছে। অথচ মোৰ জীৱনৰ শৈশৱৰ, কৈশোৰৰ বহুত হতাশাৰ ঘটনাই মই জানো। অকল জানো নহয়—সেইবোৰ মোৰ জীৱনতেই ঘটিছিল—ঘটি আছে। মই কেনেকৈ আহিলোঁ, নাজানিলোঁ, মই যি হ'ব খুজিছিলোঁ, সেয়া হ'ব নোৱাৰিলোঁ, মোক আনে কি দিছে নাজানো, কিন্তু আনৰ বাবে মই নিজকে কৈ দিছো তথাপি, তথাপি মই খং খোৱা নাই, তথাপি কাৰো ওপৰত মোৰ খং নাই—অথচ—তই মোৰ কথা অলপ শুনিয়েই খং খাব পাৰিছ কেনেকৈ?

চিঙ্কাৰ : কাইলৈ তোৰ মোৰ দুয়োৰে অফ আছে। তোক মই এঠাইলৈ লৈ যাম।

জ্যোতি : ক'লৈ?

চিঙ্কাৰ : এজন খঙাল মানুহ দেখুৱাবলৈ।

জ্যোতি : কিয়?

চিঙ্কাৰ : আকৰীজনী কৰবাৰ! তোৰ মনত তাপ দিবলৈ—সেই মানুহজনৰ বৰ খং। গোটেই অসমে জানে—খঙাল মানুহ বুলি; সময় গৈ আছে জাননে নাজান? সেই খঙাল মানুহজনৰ সময় গৈ আছে একমাত্ৰ খং খাওঁতেই। তোৰ সময় গৈ আছে—খং মান একো এটা নকৰোতেই—তই যদি নিকত্তাপ—তেনে তেওঁ উত্তাপ—

জ্যোতি : এনেবোৰ কথা শুনি ভাল লাগিব খোজে—পিছে জীৱনত কিবা হ'ল জানো।

চিঙ্কাৰ : এই নহ'লখিনি চোৱাবলৈ তোক উত্তাপ লাগে—উত্তাপ, খং, মান, অভিমান—এইবোৰৰ ৰূপত কালিলৈ ওলাবি—দুয়ো যাম—

জ্যোতি : [ নিজকে নিজে ]

সময় গৈ আছে—

মোৰো তেওঁৰো—

মোক উত্তাপ লাগে—

তেওঁ উত্তাপ।

সঁচা জানো।

পাম জানো?

পবি : কাট ইট, চিনেমা কৰিব আহিছে। আপুনি কৰিছে কি? আপুনি অসমীয়া শিল্পী হৈ অসমীয়া মানুহৰ খং প্ৰকাশ কৰিব নোৱাৰে। আপোনাক কিমানবাৰ বুজোৱা হ'ল—তাৰ বাবে ডায়লগ বাৰ বাৰ সলনি কৰা হ'ল—খং উঠাৰ বেক্‌গ্ৰাউণ্ড দিয়া হ'ল—তথাপি আসৃ—আপুনি নিজে জনা উচিত আছিল—অসমীয়া মানুহৰ খং তপৰাই নুঠে—আৰু এবাৰ উঠিলে মাৰ যোৱাত সময় লাগে। আপোনাৰ মুখৰপৰা কেমেৰা আঁতৰি পৰি খং বৈ থাকিব লাগিব। আপুনি জনা উচিত, অসমীয়া মানুহে প্ৰথমে আলহীক আদৰে, আলহীৰ অত্যাচাৰ সহ্য কৰে, অসহনীয় হ'লে খুলি কয়, তাৰ পিছতো আঁতৰি নগলেহে খং প্ৰকাশ কৰে। এই স্তৰবোৰ আপুনি আপোনাৰ প্ৰকাশভঙ্গীৰে ফুটাই তুলিব লাগিব। আপোনাৰ বাবে আৰু

কিমান ষ্টেজ নষ্ট কৰিম ? এতিয়ালৈ কিমান যে হ'ল খবৰ কৰিছে—অসমীয়া মানুহৰ খং ফুটাই তুলিব নোৱাৰে অসমীয়া শিল্পী ওলাইছে—অল লাইটচ্ অফ—এতিয়া আটায়ে যাব পাৰে—মই আজি কাৰো সতে কথা নাপাতো—জনাই দিয়া—[ উচুপনি ]

মোৰ হিৰোইনৰ এল্‌বামটো ক'ত ? [ উচুপনি ]

[ পাত লুটিওৱাৰ শব্দ ]

আ—হা—হা—কিবোৰ চিঠি—আদৰ্শ শিল্পী—বহুমুখী প্ৰতিভা ফোটাৰী ফোটাৰী ফোটাৰী—এই নাৰী জাতিটোৱে নিজকে জাহিৰ কৰাৰ বাবে পুৰুষক ফোটাৰী কৰাত বাদে আন আৰু একোকেই নিশিকিলে—

[ উচুপনি ]

কোন ? কাৰ উচুপনি ? কোন ?

[ উচুপনি বাঢ়ে। জোতাৰ শব্দ আঁতৰি গৈ আকৌ ওচৰ চাপি আহে। ]

কি লাগে ? [ খঙতে যায়। উচুপনি বন্ধ হয় ]।

জ্যোতি : খঙৰ উত্তাপ—

পৰি : কি—হ—হ—মোৰ এই—

[ প্ৰতিধ্বনি ] ননচেঞ্চ—খালী—

অসমীয়া শিল্পী ওলাইছে খং খাব নাজানে—চৰ চৰ, স্বাৰ্থপৰ—কাৰো ওপৰত বিশ্বাস নাই। ঠিক আছে। মোৰ ফিল্ম নোলায় নাই—মই —এই খং, এই ক্ষোভ, এই আমনি প্ৰকাশ কৰিছে এৰিম—মোৰ জীৱনলৈ আহে—নাৰী আহে—প্ৰেমিকা হৈ আহে, স্ত্ৰী হৈ আহে—তুইঁত আহিব খোজ ঠিক পিছে—জগত লৈ আহিবি—কি ? খং ক্ষোভ আমনি মাত্ৰ অভিমান—অহ—নো নো নো……

জ্যোতি : আপুনি নিশ্চয় মোৰ উচুপনি শুনি আছিছে—আগতে মোক নিশ্চয় দেখা নাই—

পৰি : এৰা—

জ্যোতি : গতিকে আপোনাৰ ওপৰত মই ভাৰসা কৰি খং খাব নিশ্চয় পাৰো—

পৰি : তুমি মোৰ কি জানা ?

জ্যোতি : উচ্ছৃংখল খঙাল যুবক হিচাপে—

পৰি : যুবক !

জ্যোতি : এজনী যুৱতীৰ দৃষ্টিত—

পৰি : তোমাক এই উচুপনি দিলে কোনে ?

জ্যোতি : যিয়ে মোৰ খং ক্ষোভ আমনি মান অভিমান সকলো কাঢ়ি নিলে।

পৰি : আছিল জানো ?

জ্যোতি : নাজানো।

পৰি : তেনেহ'লে কাঢ়ি নিয়া বুলি কিয় ক'লা ?

জ্যোতি : তেনেহ'লে নাই কিয় ?

পৰি : [ খঙেৰে ] এতিয়া মই কি কৰিব পাৰোঁ ?

জ্যোতি : মই আপোনাক সহায় কৰিব খোজোঁ। মোৰ নিৰুত্তাপ মন আৰু দেহত আপোনাৰ উত্তাপ আনি আপোনাক দিব খোজো শান্তি —জীৱনটো কৰিব খোজো সুস্থ।

পৰি : অস্বাভাৱিক—এবচাৰ্ড—অতি নাটকীয়। মোৰ—মোৰ কল্পনাতীত।

জ্যোতি : এই অস্বাভাৱিকেই যদি স্বাভাৱিক হয়—এহ এবচাৰ্ডেই যদি মৃত্যু হয়—এই অতি নাটকীয় যদি হুবহু জীৱন হয়—

পৰি : প্ৰমাণ ?

জ্যোতি : কবলৈ সাহস দিছে ?

পৰি : দিছোঁ—

জ্যোতি : আপুনি জীৱনটোত কেৱল খঙেই কৰিছে—সঁচানে ?

পৰি : হয়তো সঁচা—

জ্যোতি : মোৰ এদিনো খঙেই উঠা নাই—ভাবিব পাৰেনে ?

পৰি : আশ্চৰ্য ? সঁচানে ?

জ্যোতি : মই নিজে কৈছোঁ—ভাবি চাওক—আপুনি জীৱনটোত একমাত্ৰ খঙেই কৰা বুলি চৰিত্ৰ এটা কোনো নাটত চিত্ৰন কৰিলে সেয়া হব অতি-নাটকীয়—মই জীৱনটোত অকনো আমনি নোপোৱা বুলি, এদিনো ক্ষোভ প্ৰকাশ নকৰা বুলি—তেনে ধৰণৰ চৰিত্ৰ এটি নাটত সুমুৱালে সেই নাট হব এবচাৰ্ড—কিন্তু দুয়োটা সত্য।

পৰি : পিছে দুটা সত্য জানো মিলিব পাৰে ?

জ্যোতি : মানে ? অ' বিজ্ঞানত পঢ়িছিলোঁ—একেধৰ্মীয়ে বিকৰ্ষণ আৰু চিত্ৰধৰ্মীয়ে আকৰ্ষণ কৰে।

পৰি : পিছে আকৰ্ষণ বিকৰ্ষণৰ আধাৰ হ'ব লাগে—গ্ৰহণ সক্ষম।

জ্যোতি : মানে ?

পৰি : উত্তাপ গ্ৰহণ ক্ষমতাৰ এটা নিৰ্ধাৰিত সীমা থাকে—

জ্যোতি : মই বিচৰাৰ, পোৱাৰ আশাৰ মোহৰ অন্ধ, মই—ভালদৰে নেদেখোঁ—পোনাই কওক—

পৰি : পোন কথাত, উত্তাপ লাগে বুলি, উপলব্ধি কৰোঁতে পলম হৈ গ'ল—

জ্যোতি : কাৰ ? মোৰ ?

পৰি : এৰা তোমাৰ, তুমি এতিয়া যাব পাৰা—

জ্যোতি : [খঙেৰে] বৰ পৰিচালক ডাঙৰীয়া, এতিয়া যাব পাৰা বুলি কাক খেদি দিব খুজিছে ? মোক কি আপোনাৰ অনুগ্ৰহপ্ৰাৰ্থী শিল্পী বুলি ভাবিছে ? মোক কি আপুনি আপোনাৰ ফিল্মৰ হিৰোইন কিংবা প্লে-বেক হোৱাৰ আবেদনকাৰী বুলি ভাবিছে। আপুনি জানে, মই আহিছিলোঁ আপোনাৰ আশ্ৰয়-বিহীন উচ্ছৃংখল জীৱনক আশ্ৰয় দিবলৈ, শৃংখলা লগাবলৈ—কিন্তু,—কিন্তু আপুনি মোৰ খং ভৰাই ল'লে—

পৰি : মোৰ ওপৰত ?

জ্যোতি : [খঙেৰে] আপুনি, আপুনি মোৰপৰা ৰক্ষা পাব পাৰিব—কিন্তু মনত ৰাখক, আপোনাৰ যিদিনা উপলব্ধি হ'ব যে আপোনাকো উত্তাপ লওতা—এগৰাকী লাগে—সিদিনা পলম হৈ গ'ল বুলি কবলৈকো কোনো নোলাব। মোৰ—মোৰ আপোনাক শেষ কৰি দিবৰ মন গৈছে। এই মুহূৰ্ততে নিঃশেষ কৰি দিবৰ মন গৈছে।

পৰি : মই আৰু কোনো কথা শুনিব নোখোজোঁ—মোক—মোক অলপ জিৰণি লাগে।

[খন্তেক বিৰতি]

পৰি : তুমি আহিছা—

জ্যোতি : হয়, পৰহি মোৰ ডিউটি আছিল গতিকে আহিব নোৱাৰিলোঁ—ক্ষমা কৰিব।

পৰি : কোনো কথা নাই—মই মাত্তি পঠিওৱা খবৰটো তেনে পাইছিলা ?

জ্যোতি : কালি সন্ধিয়া শুক্ৰেশ্বৰ ঘাটত চাগে মোৰ বাবে বহুবাৰ অপেক্ষা কৰিছিল—

পৰি : এৰা—কিবা কাৰণত আহিব নোৱাৰিলা—কোনো কথা নাই—আহা—বহা—

জ্যোতি : আহিব নোৱৰা কাৰণটো জানিব নিবিচাৰে ?

পৰি : জানি কি লাভ ? এই যে এতিয়া তুমি আহিছা—তোমাক যে এখন্তেক পাম, কথা পাতিম, সেয়েই যথেষ্ট।

জ্যোতি : যদি মই কওঁ—আজি এটা ঠাইত বহি আপুনি মই কথা পাতিম—মনৰ কথা, খেলা খেলিম উত্তাপ দিয়া লোৱাৰ—ধেমালি কৰিম মাত্ৰ অভিমানৰ—কালি এই ঠাইতে—আন এজন যুৱকৰ লগত তেনেবোৰ কৰাৰ অৱসৰত আপোনাৰ অকলশৰীয়া জীৱনৰ কথা ভাবি পুতৌ উপজিছিল—তেতিয়াও কি কোনো কথা নাই বুলি উকৰাই দিব ?

পৰি : কি ? [ বৈ ] অ' অ' নিশ্চয় —

জানা জ্যোতি—তোমাৰ ভালপোৱাক মোৰ উত্তাপেৰে জীপাল কৰিলোঁ। এতিয়া মই তোমাৰ উত্তাপৰ প্ৰাৰ্থী। তোমাৰ কাষত মই খং ৰাগ মান অপমান সকলো হেকৰাই পেলাইছোঁ। মোক মাথোঁ জিৰণি লাগে। জিৰণি লাগে জীৱনত প্ৰথম মোৰ ওপৰত খং খোৱা তোমাৰ প্ৰেম বৃক্ষৰ একাজলি উত্তাপভস্ম ছায়াত।

জ্যোতি : মই যদি কওঁ, আপোনাৰ মাজৰ খঙাল মানুহজনক হে মই বিচাৰিছিলোঁ।

পৰি : সেইজন মই আছিলোঁ ? আজি কিন্তু সকলো তোমাৰ ওচৰত।

জ্যোতি : আপুনি কাপুৰুষ—

পৰি : তুমি যদি ভাবা—

জ্যোতি : এতিয়াও আপোনাৰ মোৰ ওপৰত খং উঠা নাই ?

পৰি : মোৰ সকলো খং ক্ষোভ আমাৰ তোমাৰ ওচৰত নিঃশেষ হৈ গৈছে—যি মুহূৰ্তত তুমিয়ে প্ৰথম কৈছিলা—উপলব্ধি কৰোঁতে পলম হৈ যাব বুলি—নিঃশেষ কৰি দিবৰ মন যায় বুলি—ঠিক সেই মুহূৰ্তৰপৰা।

[ চৌৰ ঠেকা খোৱাৰ শব্দ ]

জ্যোতি : [ নিজক নিজে ] মই বাৰু বিচাৰিছিলোঁ কাক ?

নিঃশেষ কৰিব বিচৰাজনক

নে নিঃশেষ হৈ যোৱাজনক ?

ভাল পোৱাজনে ভুল কৰিলে—

নিঃশেষ কৰি দিবৰ মন যায় সঁচা—

কিন্তু নিঃশেষ হৈ যোৱাজনক

ভাল জানো পাব পাৰি ?

পা—ৰি বা—নো ৱা—ৰি—

পৰি : কি হ'ল জ্যোতিকণা, নিমাতে বলাযে ? কিবা কোৱা—তোমাৰ কথা শুনো বুলিয়েই ইয়ালৈ আহিছোঁ। কি হ'ল ? তেনেখন কৰিছা কিয় ? মুৰ ঘূৰাইছে নেকি ? ড্ৰাইভাৰ গাড়ীখনক ওচৰলৈ আন—

জ্যোতি : নাই নালাগে—মোৰ একো হোৱা নাই। এই ঠাই দোখৰত বহি মোৰ বৰ ভাল লাগে, আহি পাইছোঁ মাথোঁ, ইমান সোনকালে নিয়েই নে ওভতাই ?

পৰি : তেনে তোমাৰ মুৰটো মোৰ কোলাত থোৱা—

জ্যোতি : হয়, জানে—আপুনি ঠিকেই বুজিছে—মই মোৰ মুৰটো কৰবাত থৰ বিচাৰিছোঁ—

পৰি : আহা—

জ্যোতি : অ' অ'—আ—স্ [ স্বস্তিৰ নিশ্বাস ] কথা এটা কওঁ ?

পৰি : এটা কিয়, যিমান মন যায় কৈ যোৱা—

জ্যোতি : কাট বুলি চিঞঁৰি উঠেঁতো ?

পৰি : তোমাৰ দায়লগ আৰু এক্সপ্ৰেচন এন-জিৰ বহুতো উৰ্দ্ধত—গতিকে—

জ্যোতি : থেংক ইউ—এই অলপ আগতে যে মোৰ মূৰ ঘূৰোৱা যেন লাগিছিল—সেয়া কিয়—জানে ? ঠিক এই ঠাইতেই আজি কিছুদিন আগতে হস্পিটেলৰ পেচেণ্ট এজনৰ কোলাত মূৰ থৈ শুইছিলোঁ। সেই কথা জীৱন্ত স্মৃতি হৈ ধৰা দিছিল। আপোনাক বিশ্বাসঘাটকতা কৰা যেন লাগি—মানসিক দ্বন্দ্বত মোৰ মূৰটো ঘূৰাই গৈছিল—

পৰি : [ নিজকে নিজে ] এয়া বাৰু সঁচা নে ছলনা ? এয়া বাৰু কল্পনা নে বাস্তৱ ?

যি গৰাকী নাৰীয়ে নাৰীসুলভ মনত প্ৰথম মোৰ আঘাত পাই—প্ৰথম মোৰ ওপৰত খং খাইছিল—

জ্যোতি : কি হ'ল, কি ভাবিছে—খং উঠিছে ছাগৈ!

পৰিচালক : নাই নাই, উঠা নাই, খঙৰ উত্তাপেৰে তোমাক পাইছোঁ, সেই খঙে যদি আকৌ কাঢ়ি নিয়ে সেই উত্তাপ! গতিকে খং মই কৰিব নোৱাৰোঁ জ্যোতি।

জ্যোতি : [ নিজকে ]

আচৰিত! যিজন মানুহৰ মাজত মই মোক নিজকে নিঃশেষ কৰিবলৈ বিচাৰিছিলোঁ, সেইজন মানুহ নিজেই নিজতে নিঃশেষ হৈ গৈছে। মই বাৰু পালোঁ কি ? যি মোৰ অতীত জানিব খোজে, যি মই সাজি কোৱা কলংক কাহিনী সঁচা বুলি ল'ব পাৰে, তেনেজনৰপৰা মই বাৰু পাব পাৰো কিটো! গতিকে—

পৰি : গতিকে এই ঠাই, এই পৰিবেশ মোৰ বাবে পুৰণি—

জ্যোতি : পুৰণিৰ মায়া মমতা মোহ জাল কাটি নতুনলৈ অহাটো বৰ কঠিন জানা! অ' মোক পাঁচমিনিট সময় দিবনে ?

পৰি : নিশ্চয়।

জ্যোতি : পাঁচমিনিট, মাথোন পাঁচমিনিট সময়! মই ইয়াত অকলে নীৰৱে গোপনে পুৰণিক সুঁৱৰিব খোজোঁ। স্মৃতি ৰোমন্থন কৰিব খোজোঁ। আপুনি আপোনাৰ গাড়ীখনেৰে এপাক ফুৰি আহকগৈ নহ'লে।

পৰি : এই সন্ধিয়া পৰত, নিৰ্জন নদীৰ পাৰত, তুমি অকলে—

জ্যোতি : আজিতো প্ৰথম নহয়।

পৰি : বাৰু। মই আহোঁ।

[ পৰিচালক আঁতৰি যায়। দূৰত মটৰ কাৰ চলি আঁতৰি যোৱাৰ শব্দ। নদীত ঢৌৰ শব্দ ক্ৰমে ওচৰ চাপি আহে ]

জ্যোতি : এতিয়া মোৰ কোনো প্ৰশ্ন নাই,
দ্বিধা নাই, দ্বন্দ্ব নাই,
মাথোঁ আছে পথ।
যোৱাৰ পথ।
ওভতাৰ পথ মোৰ ৰুদ্ধ।
উভতিলে দাৰ্শনিকে কাবোবাৰ আমনিত উম লোৱা, ডেকা বন্ধুৱে কাবোবাৰ খঙৰ জুইত জাহ যোৱা আৰু বাইদেৱে কাবোবাৰ বিক্ষোভত নতজানু হোৱা দেখা পাওঁ।
আৰু ইয়াতেই ক্ষন্তেক ৰৈ, গাড়ী লৈ তেওঁ উভতি আহিব,
মোক উভতাই নিবলৈ।

পিছে ঘাম ক'লৈ,
কাৰ সতে—
নৱজীৱন লভা মই, মৃতাত্মাৰ সতে গৈ লাভ নাই।
লাভ নাই উভতি চাই
বিচৰাটো পোৱাৰ, পায়ো হেৰুৱাৰ আনন্দতে,
অজ্ঞাতে অহা মই সজ্ঞানে যাওঁ।
আজিলৈ কোনেও নাকান্দিলে,
কোনেও নাকান্দক, মোৰ বাবে
এই হাঁহি মই চিনি পাওঁ,—
আৰু মই শুনিব নোখোজোঁ।
এই মুখ মই চিনি পাওঁ,
মই চাব নোখোজোঁ।
মগৰিবৰ আজান, মন্দিৰৰ ডবা ধ্বনি
আৰু লুইতৰ ঢৌ!
তোমালোকে মোক আশ্ৰয় দিয়া
মোক নেদেখা কৰি দিয়া—
শুশুনা কৰি দিয়া—

[দূৰত গাড়ী অহাৰ শব্দ]

সেয়া তেওঁ আহি পাওঁ পাওঁ।
সেয়া তেওঁৰ গাড়ীৰ শব্দ শুনা গৈছে।
মোক লোৱা, মোক আকোঁৱালি লোৱা।
তেওঁ বিচাৰিলে ক'বা,
তেওঁৰপৰা পোৱা উত্তাপেই মোক
খং, মান, অভিমান দিলে—
চাবলৈ, উভতি চাবলৈ সাহস দিলে।
গতিকে তেওঁৰ বাবেই মই যাবগৈ পাৰিলোঁ।
মই আহিলোঁ।

[পানীৰ ছুটামান ডাঙৰ ঢৌৰ শব্দ। লগে লগে এখন মটৰ কাৰ আহি ব্ৰেক কৰি বৈ যোৱাৰ শব্দ। মটৰৰ দুৱাৰ খোলা আৰু বন্ধৰ শব্দ। ঢৌ আৰু মটৰৰ দুৱাৰ বন্ধৰ শব্দৰ সৈতে সঙ্গীত মিশ্ৰিত হয়।]

# মন গুহাৰ অন্ধকাৰত

সুশীল গোস্বামী

মানুহৰ মনৰ গুহাৰ আন্ধাৰত এতিয়াও সুপ্ত হৈ আছে আদিম গুহা-জীৱনৰ একোটা হিংসুক মানুহ। সেয়ে সামাজিক অনুশাসন শিথিল হ'লেই উশৃংখলতাৰ সৃষ্টি হয়। হিংসা প্ৰকট হয়। একোখন দেশৰ ৰাজনৈতিক উশৃংখলতা আৰু হিংসাকাৰ্যসমূহৰো কাৰণ মানুহৰ সেই আদিম মনোবৃত্তি। সমাজ-বিজ্ঞানী ডঃ আচাৰ্যই এই সত্যকে প্ৰমাণ কৰি দেখুৱাবলৈ তিনিজন যুৱক আৰু এগৰাকী যুৱতীৰ এটা দল লৈ বিহাৰৰ কোনো এটা অঞ্চলত গৱেষণা আৰম্ভ কৰিলে। এদিন সেই সত্য প্ৰমাণৰ চৰম মুহূৰ্ত উপস্থিত হ'ল। সেই সত্য প্ৰমাণিতও হ'ল, কিন্তু এক অতি কৰুণ পৰিণতিৰ বিনিময়ত। সেই পৰিণতি হয়তো অভাৱনীয় আছিল।

চরিত্র ঃ

ডঃ আচার্য

অমল

মিহু দাস

রুমা

দেবজিত

নবীন

ডঃ রায়

[ এটা টাইপৰ শব্দ ]

ডঃ আচাৰ্য : অমল হ'ল ?

অমল : হ'ল ছাৰ। প্ৰফেচাৰ নাৰায়ণ গোস্বামীক পাৰ্চনেলি এড্ৰেচ কৰিছোঁ।

ডঃ আচাৰ্য : ভালেই কৰিছা। আনা, চহীটো কৰি দিওঁ।

অমল : এয়া।

ডঃ আচাৰ্য : ৰেজিষ্টাৰ্ড পোষ্টত পঠিয়াবা, বুজিছা ?

অমল : ভাল ছাৰ।

ডঃ আচাৰ্য : এয়া লোৱা। অ', ডঃ স্মিথৰ চিঠিখনৰ উত্তৰ দিয়া হোৱা নাই নহয় ?

অমল : নাই হোৱা ছাৰ।

ডঃ আচাৰ্য : আজিৰ ডাকতে চিঠিখন যেনে তেনে পঠিয়াব লাগিব, বুজিছা। যথেষ্ট দেৰি হৈছে। তুমি ড্ৰাফটটো লৈ লোৱা। মই কৈ গৈছোঁ।

অমল : কওক ছাৰ।

ডঃ আচাৰ্য : Dr. Bernard Smith
National Research Council
Ottowa, Canada.
Please refer to our discussion held in London during September last……

[ এনেতে টেলিফোনৰ শব্দ হয় ]

অমল : হেল্লো, পি. এ. টু ডঃ আচাৰ্য হিয়েৰ…… কি কৈছে ? বাৰু আপুনি ধৰক। মই তেখেতক দিছোঁ। ছাৰ, মিঃ ভট্টাচাৰ্যই আপোনাৰ সৈতে কথা ক'ব খুজিছে। প্ৰবন্ধটোৰ সম্পৰ্কে।

ডঃ আচাৰ্য : দিয়া, হেল্ল' ভট্টাচাৰ্য, কি খবৰ ? কওক, আলোচনীৰ কাম কিমানদূৰ আগবাঢ়িছে ? কি ক'লে ? মাৰ্চত ? হয়, মই প্ৰবন্ধটো লিখি শেষ কৰিলোঁ। শুনক, প্ৰবন্ধটো মই কলিকতাৰপৰাই আপোনালৈ বাই পোষ্ট পঠিয়াই দিম। .. হয়…মই ভূৰি আহোঁতে পলম হ'ব। কাৰণ কলিকতাত এসপ্তাহ থাকি মই তাৰপৰাই দিল্লীলৈ যাম। ভাল…থৈছো। [ ৰিচিভাৰটো ক্ৰেদেলত থোৱাৰ শব্দ ] অমল লিখা।

অমল : কওক ছাৰ।

[ মানুহৰ কোলাহল আৰু পুলিচৰ ঘন ঘন হুইচেলৰ শব্দ ]

ডঃ আচাৰ্য : বাহিৰত কি হৈছে হে অমল ? চোৱাচোন।

অমল : চাইছোঁ।

[ পদশব্দ আঁতৰি যায়। দুৱাৰ খোলাৰ শব্দ। ক্ষন্তেক পাছত পুনৰ উভতি আহে। ]

এইমাত্ৰ এটা খুন হ'ল ছাৰ। আলিবাটৰ ওপৰত আমাৰ হোটেলৰ ঠিক সন্মুখতে।

ডঃ আচাৰ্য : কোন ? কোন খুন হ'লহে ?

অমল : এজন ডেকা ল'ৰা। ডেলহাউচি স্কোৱাৰৰ কোনোবা এটা অফিচৰ ক্লাৰ্ক অফিচলৈ বুলি খোজকাঢ়ি গৈ আছিল। এনেতে চাৰি-জন সশস্ত্ৰ মানুহে আহি তেওঁক আগচি ধৰিলে আৰু কথা নাই বতৰা নাই—পেটত ওপৰা-ওপৰিকৈ ছুৰাৰ ছুৰি বহুৱাই দিলে। তাত গোট খোৱা মানুহবোৰে কোৱামেলা কৰা শুনি আহিছোঁ যে ডেকাজন হেনো তেওঁলোকৰ

দলব পবিচালিত ইউনিয়নব সমর্থক নাছিল; সেইবাবেই নিহত হ'ল। বব দুখলগা দৃশ্য ছাব! আপুনি এই খিবিকিখনব কাষলৈ আহিলেই দৃশ্যটো দেখিবলৈ পাব। [ খিবিকি খোলাব শব্দ ] চাওকচোন বাস্তাত সৌৱা তেজে দোভা বান্ধিছে।

ডঃ আচার্য : [ চিন্তাব সুবত ] এবা, তেজে দোভা বান্ধিছে। হুঁ হুঁ, এটা জীৱন শেষ হৈ গ'ল। কোন বিপ্লৱব বাবে এই নিৰীহ ডেকাজনব অৱশিষ্ট আয়ুস আৰু তেজব প্রয়োজন হ'ল মই বুজিব পৰা নাই। মই বুজিব পৰা নাই অমল, কি মহৎ উদ্দেশ্য সাধন হ'ল এই কামটোৰে।

অমল : ছাব, ইয়াত নিতৌ নির্বিচাৰে যিবোৰ মাৰ-পিট হত্যাকাণ্ড ঘটিব লাগিছে সেইয়া দেখি শুনি মোৰ ভাব হৈছে যে সন্ত্রাসক সমাজব প্রতিটো স্তৰতে প্রতিষ্ঠা কৰিবলৈ এচাম মানুহে উঠি পৰি লাগিছে।

ডঃ আচার্য : কিন্তু এই হত্যা আৰু সন্ত্রাসে আমাক কি দিব? সুস্থ সমাজ-ব্যৱস্থা? নতুন মূল্যবোধ? অর্থনৈতিক স্বাধীনতা? জীৱনব প্রতি নিষ্ঠা? প্রেম? ভালপোৱা?

অমল : ছাব।

ডঃ আচার্য : মোৰ মুভি কেমেৰাটো আনা। সৌ মৃতদেহটোৰ আৰু তেজদোভাব এখন জীৱন্ত ছবি ধৰি বাখোঁ।

[ বিবতি ]

[ এটা প্রচেচনব কোলাহল। শ্ল'গান। দৌৰা দৌৰিব শব্দ। ইত্যাদি ]

ডঃ আচার্য : মিঃ চেয়াৰমেন এণ্ড ফ্রেণ্ডচ, ইতিমধ্যে এটা কথা আমি স্বীকাৰ কৰি লৈছোঁইক যে আমাৰ নগৰীয়া সমাজত হিংস্রতাই আজি প্রকট ৰূপ ধাৰণ কৰিছে। এই হিংস্রতাই বর্তমান কি ৰূপ লৈছেহি সেইয়া কথাৰে বর্ণনা নকৰি মই ফিল্মব মাধ্যমেৰে আপোনালোকৰ আগত দাঙি ধৰিম। কলিকতা মহানগৰীৰ চুকে-কোণে ঘূৰি ফুৰি বাস্তৱ ঘটনাৱলীক মই এই ফিল্মত ধৰি ৰাখিছোঁ। এতিয়া প্রশ্ন হ'ল এই যে, থাকি থাকি চহৰৰ এই মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত তথাকথিত সভ্য আৰু শিক্ষিত মানুহখিনি এইদৰে হিংস্র হৈ উঠে কিয়? ধ্বংসাত্মক কার্যত লিপ্ত হয় কিয়? এইমাত্র ডঃ ভার্গৱে আগবঢ়োৱা মতামত মই মনোযোগ দি শুনিলোঁ। এজন মনোবিজ্ঞানী হিচাপে তেখেতে ক'ব খুঁজিছে যে—হিংস্রতা মানৱ প্রকৃতিৰ এটা অপৰিহার্য অংশ। তেখেতৰ এই মত মানি নলওঁ। মই বিশ্বাস কৰোঁ যে—এই হিংস্রতাৰ মাজেদি প্রকাশ পাইছে মাথোন এই মানুহখিনিৰ জীয়াই থকাৰ এক প্রতিযোগিতামূলক আকাঙ্ক্ষা। তেওঁ-লোকৰ অর্থনৈতিক নিৰাপত্তা ক্রমে লোপ পাই আহিছে, ফলত আৰম্ভ হৈছে সামাজিক অৱক্ষয়। ইয়াত এজনে তেওঁৰ প্রাপ্যখিনি জোৰ কৰি আদায় কৰি লবলগীয়া হৈছে। উপযুক্ত জীৱিকাৰ ব্যৱস্থা কৰি দিয়ক, কর্ম আৰু অর্থনৈতিক স্বাধীনতা দিয়ক, দেখিব এই হিংস্র মানুহখিনিৰ হিংস্রতা লোপ পাইছে। এইটো মোৰ দৃঢ় মত। অকল কোৱাই নহয়, মই এই কথা বাস্তৱত প্রমাণ কৰি দেখুৱাব খুঁজিছোঁ। মই······

[ বিবতি ]

অমল : ছাৰ, বিপ'টাৰ মিছ্ বজিতা দাসে আপোনাক এবাৰ লগ পাব খোজে।

ডঃ আচাৰ্য : আহিবলৈ দিয়া।

মিছ্ দাস : নমস্কাৰ ডঃ আচাৰ্য।

ডঃ আচাৰ্য : নমস্কাৰ, বহক। কওকচোন কি মন কৰি আহিল ?

মিছ্ দাস : যোৱাকালি চেমিনাৰত আপোনাৰ বক্তৃতা মই আগ্ৰহেৰে শুনিছো। ডঃ ভাৰ্গৱৰ থিয়ৰিৰ বিপৰীতে আপুনি যি মতামত প্ৰকাশ কৰিছে সি সকলোৰে মাজত এটা আলোড়নৰ সৃষ্টি কৰিছে। আমাৰ সম্পাদকে অহা দেওবাৰৰ সংখ্যাৰ কাকতত আপোনাৰ এটা বিশেষ সাক্ষাৎকাৰ প্ৰকাশ কৰিব খুজিছে। আৰু সেই সাক্ষাৎকাৰ গ্ৰহণৰ ভাৰ মোক দিছে। এতিয়া আপুনি যদি অনুগ্ৰহ কৰি মোৰ কেইটামান প্ৰশ্নৰ উত্তৰ দিয়ে···

ডঃ আচাৰ্য : নিশ্চয়, নিশ্চয় দিম। আপুনি সোধক।

মিছ্ দাস : ভাৰতবৰ্ষৰ সামাজিক জীৱনত দেখা দিয়া হিংস্ৰতাৰ বৰ্তমান ৰূপ আৰু কাৰণ সম্পৰ্কে আপোনাৰ মতামত মই যোৱাকালিয়েই নোট কৰি লৈছো। সেই সম্পৰ্কে মই আপোনাক এতিয়া আৰু একো নোসোধোঁ। এতিয়া কেৱল এটা কথাই মোৰ জানিবলগীয়া আছে। যোৱাকালি বক্তৃতাৰ মাজতেই আপুনি আপোনাৰ থিয়ৰি বাস্তৱত পৰীক্ষা কৰি দেখুৱাবৰ চেষ্টাত আছে। কিন্তু এই চেষ্টাটো কেনে ধৰণৰ সেই বিষয়ে আপুনি একো উল্লেখ নকৰিলে।

ডঃ আচাৰ্য : আপুনি উপযুক্ত প্ৰশ্নকেই কৰিছে মিছ্ দাস। এবা, এই বিষয়ে এটা পৰীক্ষা কাৰ্যৰ প্ৰস্তুতি মই ইতিমধ্যে শেষ কৰিছো।

মিছ্ দাস : কেনেধৰণৰ প্ৰস্তুতি সেই বিষয়ে···

ডঃ আচাৰ্য : চাৰিজন নিৰ্বাচিত ব্যক্তিক লৈ ভাৰতবৰ্ষৰ বিশেষ এটুকুৰা ঠাইত মই এই পৰীক্ষা কাৰ্য অলপতে আৰম্ভ কৰিম। মোৰ এই পৰীক্ষা হ'ব পৃথিৱীৰ সমাজ বিজ্ঞানৰ বুৰঞ্জীত এক অভূতপূৰ্ব ঘটনা। কিন্তু মোৰ পৰীক্ষাকাৰ্য শেষ নোহোৱালৈকে মই এই বিষয়ে বিশেষ কাৰণবশতঃ সম্পূৰ্ণ গোপনীয়তা অৱলম্বন কৰিব খোজোঁ। মিছ্ দাস, ক্ষমা কৰিব, মই এই বিষয়ে এতিয়া ইয়াতকৈ বেছি আৰু একো ক'ব নোৱাৰিম।

[ বিৰতি ]

[ টেলিফোনৰ শব্দ ]

অমল : P. A. to Dr. Acharjee hear······ Trunk call?······From Calcutta?··· Please connect me······Hello··· Hello······Please hold on. ছাৰ, কলিকতাৰপৰা দেৱজিত দত্তই আপোনাৰ লৈতে কথা ক'ব খুজিছে।

ডঃ আচাৰ্য : দিয়া। হেল্ল' দেৱজিত ভালে আছা নহয় ? মোৰ চিঠি পাইছা ? বেছ, বেছ, ক্ষমাৰ কি খবৰ ? ক্ষমালৈকো মই চিঠি দিছো। বাৰু, বাৰু, কি ক'লা ? আৰু দুজন উপস্থিত থাকিব। তোমালোক আটাইকেইজনৰে সুবিধালৈ চাই মই ইয়াত দিল্লীত লগ হোৱাটোকে থিবাং কৰিলোঁ, বুজিছা। অ' পৰহিলৈ বাড়িপুৰা ঠিক দহবজাত। তেনেহ'লে তুমি আৰু ক্ষমা দুয়ো একেলগে কাইলৈ বাড়িপুৰাৰ প্লেনত গুচি আহা। বেছ বেছ··· থৈছো।

অমল : চাহখিনি খাওক হাব। ঠাণ্ডা হৈ যাব।

ডঃ আচাৰ্য : তুমি লোৱাচোন। [চাহ খাই কথা পাতে।] সিবাৰ কলিকতাত তুমি দেৱজিত আৰু কমাক লগ নাপালা নহয়?

অমল : নাই, কলিকতা বন্ধ হোৱা বাবে দমদমতে বৈ যাবলগীয়া হওঁ। তেওঁলোকক কোনভহে কনটেক্ট কৰিলোঁ।

ডঃ আচাৰ্য : দুয়ো যাদবপুৰ বিশ্ববিদ্যালয়ৰ নাম কৰা ষ্টুডেণ্ট, বুজিছা। এম. এছ-ছি'ত ফাষ্ট' ক্লাছ লৈ উভয়ে একেলগে ডঃ জীৱিতেশ বেনাৰ্জীৰ অধীনত ডক্টৰেট বিছাৰ্চ আৰম্ভ কৰে। অলপতে থিছিচ চাবমিট কৰিছে।

অমল : চাবজেক্ট?

ডঃ আচাৰ্য : এগ্ৰিকালচাৰেল বোটানি। ডঃ বেনাৰ্জী হ'ল মোৰ অন্তৰঙ্গ বন্ধু। সেই সূত্ৰেই দেৱজিত আৰু কমাৰ সৈতে মোৰ চিনাকি। দুয়োকে মোৰ বৰ ভাল লাগে বুজিছা, অতিশয় অমায়িক আৰু পৰিশ্ৰমী। বেনাৰ্জীয়েও হালকে অতিপাত মৰম কৰে। গৱেষণাত দুয়োৰে নিষ্ঠা দেখি মই মুগ্ধ হৈছোঁ।

অমল : হাৰ, বাকী দুজন অৰ্থাৎ ডঃ জীৱন ৰায় আৰু নলীন চৌধুৰীৰ সম্পৰ্কে মই অলপ জানিব পাৰোনে?

ডঃ আচাৰ্য : নিশ্চয়। তুমি নাজানিলে কেনেকৈ হ'ব অমল? ডঃ জীৱন ৰায় এজন জিয়লজিষ্ট, প্ৰৌঢ় আৰু অবিবাহিত। ভূতাত্বিক গৱেষণাৰ ক্ষেত্ৰত তেওঁৰ যথেষ্ট অৱদান আছে। ভাৰতীয় বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণা সংস্থাৰ অধীনত চাকৰি কৰি অলপতে অৱসৰ গ্ৰহণ কৰিছে। বৰ্তমান নাগপুৰত আছে।

অমল : তাতে চেটেল কৰিছে বোধ হয়।

ডঃ আচাৰ্য : খুব সম্ভৱ। নলীন চৌধুৰী হ'ল মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ মাইনিং ইঞ্জিনিয়াৰিঙৰ স্নাতক। বৰ্তমান চালেমৰ লোৰ খনি এটাত কাম কৰি আছে। মোৰ অকাৰটো পাই—কোম্পানীৰ চাকৰি এৰি আহিব খুজিছে।

অমল : আমাৰ পৰিকল্পনা অনুযায়ী আটাইকেউজন উপযুক্ত মানুহেই পাইছো হাৰ।

ডঃ আচাৰ্য : এৰা অমল, এতিয়া চাৰিওজন আমাৰ টাৰ্মচত সন্মত হ'লেই হ'ল।

[বিৰতি]

[মটৰৰ শব্দ—হুলস্থুলীয়া পৰিবেশ]

কমা : ফুটপাথেদি খোজকাঢ়ি কি ফুৰিবা! ইমান ঠেলা-হেঁচা। অকণো ভাল লগা নাই। ব'লা, সৌ পাৰ্কখনতে অলপ বহোঁগৈ।

দেৱ : নিশ্চয়, তুমি য'লৈকে নিয়া, এই গোলাম যাবলৈ সাজু আছোঁ। এই ধুনীয়া আবেলিটো...

কমা : দেৱজিত আগতে কোৱাচোন, এইটো দায়েলগ কাৰপৰা ফাঁক মাৰিব খুজিছা।

দেৱ : ফাঁক মাৰিব খুজিছা মানে। নাটক ভাল পাওঁ কাৰণে তুমি ভাবিছা—মই আটাইবোৰ নাটকৰপৰা ফাঁক মাৰি কওঁ। তুমি মোৰ অৰিজিনেলিটি নাই বুলি ভাবিছা নেকি?

কমা : বাৰু, বাৰু, কিমান অৰিজেনিলিটি আছে, গম পাইছোৱেই নহয়। সিদিনা প্ৰফেচৰ ৰাওৰ ফেৰাৱেলত বক্তৃতা দিবলৈ উঠি তোমাৰ কি যে অৱস্থা! [হাঁহে] কথা নোলায়। ঘামি-জামি বগা-চগা পৰি কি যে এটা দুখ-লগা অৱস্থা তোমাৰ হৈছিল!

দেৱ : বাহ্‌, মোৰ বক্তৃতা দিয়াৰ অভ্যাস নাই, মই কি কৰিম। ছাৰে ক'বলৈ ইঙ্গিত দিলে কাৰণে মই উঠিলোঁ। আৰু মোৰ অৱস্থা দেখি তুমি খুব মজা লুটিলা নহয়। কবিয়ে ঠিকেই কৈ গৈছে—Frailty thy name is woman—

কমা : বাঃ তুমি দেখোন কোটেশ্বন দি কথা কবলৈ আৰম্ভ কৰিছাহে। বিছাৰ্চ শেষ কৰাৰ পাছত তুমি আজিকালি কাব্য-চৰ্চা আৰম্ভ কৰিছা নেকি ?

দেৱ : এই কমা, ঠাট্টা কৰি নাথাকিবা কৈ দিছোঁ। কথা বেয়া হ'ব।

কমা : বাৰু, হৈছে হৈছে। ব'লা, কাজিয়াখন সৌ পাৰ্কত বহিয়েই কৰোঁগৈ।

[ বাত্তাৰ হুলস্থুল ক্ৰমে ফেড্‌ হৈ যায় ]

দেৱ : কাইলৈ বাতিপুৱা মই তোমাক টেক্সিৰে পিক-আপ কৰিম নে তুমি নিজেই এয়াৰ-লাইনৰ চিটি অফিচলৈ আহিবা ?

কমা : বালিগঞ্জৰপৰা ইমানদূৰ তুমি মোক পিক-আপ কৰিবলৈ আহিব নালাগে। মই ঠিক ন' বজাত চিটি অফিচ পামগৈ।

দেৱ : বাৰু কমা, ডঃ আচাৰ্যৰ চিঠিখনৰপৰা তুমি স্পষ্ট কিবা ধাৰণা কৰিব পাৰিছানে ?

কমা : প্লেন এটা তেখেতৰ আছে, বিশেষ কাৰণত যিটো চিঠিৰে আমাক জনাব খোজা নাই। পৰহি দিল্লীত জানিবলৈ দিব।

দেৱ : তেখেতৰ প্লেনটো কি কাৰণে ক'ব নোৱাৰোঁ মোৰ ৰহস্যময় যেন অনুমান হৈছে।

কমা : শুনা, তেখেতৰ ওপৰত মোৰ আস্থা আছে। তেখেতে আমাক বিহকে কৰিবলৈ দিদিয়ক কিয়, তেখেতৰ ওপৰত বিশ্বাস ৰাখি আমি সেই কাম কৰিব পাৰোঁ।

দেৱ : তদুপৰি আৰু এটা কাম কমা। এম. এছ-চি পঢ়িবলৈ লোৱাৰেপৰা বিছাৰ্চ শেষ কৰালৈকে এই সুদীৰ্ঘ পাঁচটা বছৰ আমি হোষ্টেল, গৱেষণাগাৰ আৰু লাইব্ৰেৰীৰে এটা বৃত্ত সৃষ্টি কৰি লৈ তাৰ পৰিধিত আৱৰ্তন কৰিয়েই কটাই দিলোঁ। আমাৰ বাবে এটা পৰিবৰ্তনৰো আৱশ্যক হৈ পৰিছে। ডঃ আচাৰ্যৰ প্ৰস্তাৱটো এই এটা কাৰণেও মোৰ ভাল লাগিছে।

[ বিৰতি ]

ডঃ আচাৰ্য : মোৰ ওৱাৰ্ক প্লেন সম্পৰ্কে আপোনা-লোকক মই ইমান পৰে এটা থূলমূল ধাৰণা দিলোঁ। এইবাৰ আৰ্থিক দিশটোৰ কথা কওঁ। পাৰিশ্ৰমিক হিচাপে আপোনালোকে মোৰপৰা কিমান পাব সেই অংকটো এতিয়া এই মুহূৰ্তত মই নকওঁ। ইমানকে কৈ থওঁ যে আপোনা-লোকে প্ৰত্যেকেই এতিয়া যি পৰিমাণৰ অৰ্থ উপাৰ্জন কৰি আছে, তাতকৈ বহুগুণ বেছি অৰ্থ লাভ কৰিব। কিবা সুধিব ডঃ ৰায় ?

নলীন : কিন্তু আমাৰ কৰ্মস্থল ক'ত হ'ব সেই বিষয়ে আপুনি একো নক'লে।

ডঃ আচাৰ্য : ভাৰতবৰ্ষৰ বিশেষ এঠাইত মোৰ পৰিকল্পনা অনুযায়ী এটা study centre মই ইতিমধ্যে গঢ়ি তুলিছোঁ। তাত আপোনা-লোকে কাম কৰিব লাগিব। ঠাইডোখৰ ক'ত অৱস্থিত সেই কথা মই এতিয়াই আপোনা-লোকক নকওঁ। আগতে সেই বিশেষ ঠাইলৈ গৈ মোৰ কেইটামান বিশেষ নিৰ্দেশত সন্মতি প্ৰকাশ কৰি এখন চুক্তিপত্ৰত চহী কৰিব

লাগিব। যদিহে আপোনালোকৰ কোনোবাই চহী কৰিবলৈ মান্তি নহয় তেনেহ'লে সেইজনে ঠাইডোখৰ ক'ত নজনাকৈয়ে উভতি আহিব লাগিব। বিশেষ কাৰণবশতঃ মই এই গোপনীয়তা অৱলম্বন কৰিবলৈ বাধ্য হৈছোঁ।

নঃ চৌধুৰী: কিন্তু…কিন্তু…

ডঃ আচাৰ্য: এই বিষয়ে কিবা প্ৰশ্ন কৰাটো মই নিবিচাৰোঁ মিঃ চৌধুৰী। যিহেতু ঠাইডোখৰৰ অৱস্থান মই গোপনে ৰাখিব খুজিছোঁ। সেয়ে আপোনালোক তালৈ যোৱাটোও গোপনেই হ'ব লাগিব। অহা পোন্ধৰ তাৰিখে আপোনালোক পুনৰ ইয়াত লগ হ'বহি; সেইদিনাই নিশা এখন বিশেষ গাড়ীৰে অমলে আপোনালোকক গন্তব্য স্থানলৈ লৈ যাব। গন্তব্য স্থান সম্পৰ্কে বাটত অমলক আপোনালোকে একো প্ৰশ্ন কৰিব নোৱাৰিব। মই সেই বিশেষ ঠাইত আপোনালোকক লগ পাম। মোৰ ক'বলগীয়া এইখিনিয়েই। দেৱজিত কিবা সুধিবা?

দেৱ: নাই ছাৰ।

ডঃ আচাৰ্য: কমা?

কমা: এতিয়া মোৰ একো সুধিবলগীয়া নাই ছাৰ।

[ বিৰতি ]

ডঃ আচাৰ্য: অমল!

অমল: ছাৰ!

ডঃ আচাৰ্য: আহোঁতে বাটত তোমালোকৰ একো অসুবিধা হোৱা নাইতো?

অমল: নাই হোৱা।

ডঃ আচাৰ্য: কোৱাৰ্টাৰ কেইটাৰ ব্যৱস্থাত তেওঁলোকে একো আপত্তি কৰা নাইতো?

অমল: নাই ছাৰ। কোৱাৰ্টাৰ তেওঁলোকে খুবেই ভাল পাইছে।

ডঃ আচাৰ্য: বাক, এগ্ৰিমেণ্ট চাৰিওজনে চহী কৰিলেনে।

অমল: হয়, কৰিছে।

ডঃ আচাৰ্য: কিবা আপত্তি কোনোবাই তুলিছিল নেকি?

অমল: নাই। পাৰিশ্ৰমিকৰ পৰিমাণ জানিব পাৰি আনন্দ প্ৰকাশ কৰিছে।

ডঃ আচাৰ্য: বেছ। কৰা যে ব্ৰেকফাষ্টৰ পিছতেই মই চাৰিওজনকে একেলগে আমাৰ কনফাৰেন্স ৰুমত লগ পাম।

[ বিৰতি ]

ডঃ আচাৰ্য: আপোনালোক যিহেতু ইতিমধ্যে মোৰ সৈতে এগ্ৰিমেণ্টলৈ আহিছে, সেই হেতুকে এই ঠাইডোখৰৰ অৱস্থান সম্পৰ্কে মই আপোনালোকক এতিয়া ক'ব পাৰোঁ।

দেৱ: আমি জানিবলৈ ব্যগ্ৰ হৈ আছোঁ ছাৰ।

ডঃ আচাৰ্য: কৈছোঁ। আপোনালোক এই মেপখনৰ কাষলৈ আহক। এইদোখৰ ঠাই।

কমা: বিহাৰত।

ডঃ আচাৰ্য: এৰা। এইখন—এইখন হ'ল হাজাৰিবাগ। হাজাৰিবাগৰপৰা এইয়া দক্ষিণ-পশ্চিমে আমাৰ এই ঠাইডোখৰলৈ দূৰত্ব বহল তিনি শ' কিলোমিটাৰ। এইটো এটা অনুৰ্বৰ উপত্যকা। জনবসতি অতি পাতল। এই ঠাইডোখৰৰপৰা বিশ কিলোমিটাৰৰ ভিতৰত আমাৰ বাহিৰে আন কোনো মানুহৰ বসতি নাই। সৌ যে পাহাৰৰ চূড়াটো দেখিছে তাৰ সিকালে এটা পাৰ্বত্য উপজাতি বাস কৰে।

কমা : নাম কি হ'ব ?

ডঃ আচাৰ্য : আমাৰ এজন নৃতত্ত্ববিদে চৌডা নামৰ পাৰ্বত্য জাতিটোৰে এটা ঠেঙুলি বুলি কৈছে যদিও তাত সন্দেহৰ অৱকাশ আছে। এই উপজাতিটোৰ বিষয়ে অধ্যয়ন কৰিবলৈ আহিয়েই আজি সাত বছৰৰ আগেয়ে মই এই ঠাইত আজিৰ এই আচাৰ্য ষ্টাডি চেণ্টাৰ প্ৰতিষ্ঠা কৰোঁ। অৱশ্যে ইয়াৰ আৰম্ভণি অতি ক্ষুদ্ৰ আছিল। ইয়াৰ বৰ্তমানৰ ৰূপ দিবলৈ মোৱা ছ' বছৰে যথেষ্ট পৰিশ্ৰম কৰিবলগীয়া হৈছে।

ৰায় : ইয়াত লাইব্ৰেৰী, গৱেষণাগাৰ আদি প্ৰতিষ্ঠা কৰাত আৰু অন্যান্য ঘৰ-দুৱাৰ সজাত যথেষ্ট অৰ্থ ব্যয় কৰা হৈছে। চৰকাৰৰপৰা আপুনি সাহায্য পাইছেনে ?

আচাৰ্য : হয়, ভাৰতীয় নৃতাত্ত্বিক জৰীপ বিভাগৰপৰা মই কিছুপৰিমাণৰ সাহায্য লাভ কৰিছোঁ।

নলীন : উপজাতিটো সম্পৰ্কে আপোনাৰ মতামত কি ?

ডঃ আচাৰ্য : মোৰ মতে এই উপজাতিটো মধ্যপ্ৰদেশৰ গন্দ উপজাতিৰে এটা ঠেঙুলি।

দেৱজিত : উপজাতিটোৰ মুঠ জনসংখ্যা কিমান হ'ব ?

ডঃ আচাৰ্য : মাথোন দুহেজাৰ। অনুন্নত আৰু অতিশয় উগ্ৰ প্ৰকৃতিৰ। প্ৰথম বছৰটোত সিহঁতে মোক সিহঁতৰ গাঁৱৰ ভিতৰত সোমাবলৈকে দিয়া নাছিল। এবাৰ সিহঁতৰ গাঁৱৰ মুখিয়ালজনক মৰণাপন্ন অৱস্থাৰপৰা হাজাৰিবাগলৈ নি চিকিৎসা কৰি বচাওঁ। তেতিয়াৰেপৰা সিহঁতে মোৰ লগত মিলামিছা আৰম্ভ কৰিছে। বাহিৰলৈ বলক। ষ্টাডি চেণ্টাৰৰ চাৰি সীমাটোৰ লগত আপোনালোকক পৰিচয় কৰাই দিওঁ।

[ দুৱাৰ খোলাৰ শব্দ ]

ডঃ আচাৰ্য : আহক। চাব দেই ডঃ ৰায়, তলত এইডাল তাঁৰ আছে। কেনেবাকৈ উজুটি খাব। সোঁফালে ওচৰা-ওচৰিকৈ টিলা দুটা দেখিছে তালৈকে সীমা কৰিছে।

ৰায় : মাটি ডোখৰ লিজত লৈছে ?

ডঃ আচাৰ্য : হয়।

নলীন : ইয়াত ইলেকট্ৰিছিটিৰ ব্যৱস্থা আপুনি কেনেকৈ কৰিছে ?

ডঃ আচাৰ্য : সোঁফালে বাটটো দেখিছে সেইটোৱেই উপজাতিটোৰ গাঁৱলৈ যোৱা বাট। সেই বাটেৰে ইয়াৰপৰা আঠ কিলোমিটাৰ দূৰত এখন সৰু পাহাৰী নৈ জলপ্ৰপাতৰ আকাৰত তললৈ নামিছে। তাতে জেনেৰেটৰ বহুৱাইছোঁ।

কমা : ঠাইডোখৰৰ উৰ্বৰতা একেবাৰে নাই। মই গছপুলি ৰুই চাইছিলোঁ। গছ নাবাছে।

দেৱ : হয় !

ডঃ আচাৰ্য : তোমাক আৰু কমাক এইভাৱেই গটাব খুজিছোঁ। এটা গৱেষণাগাৰ ইয়াত পাতি লোৱা। তোমালোকে পৰীক্ষা কৰি চোৱা কি কাৰণে এই উপত্যকাৰ মাটি বন্ধা হৈ পৰিছে। লগতে কি উপায়েৰেনো এই বন্ধ্যা নাইকিয়া কৰিব পাৰি চোৱা। মই এই উপত্যকাত শস্য ফুলাব খোজোঁ। শস্যৰে বিশেষকৈ কাৰ উপকাৰ হ'ব জানানে ?

দেৱ : কাৰ হ'ব ?

ডঃ আচাৰ্য : সৌ উপজাতিটোৰ। শস্য উৎপাদন হ'লে সিহঁতৰ উগ্ৰতা হ্ৰাস পাব ; উন্নতি হ'ব।

কমা : আমি যথাসাধ্যে চেষ্টা কৰিম ছাৰ।

ডঃ আচাৰ্য : বেছ। আৰু এটা কথা। এই অঞ্চলটোত সোণ আছে।

ৰায় : সোণ ?

নলীন : সোণ ??

দেৱ : সোণ ? সোণ ক'ত আছে ছাৰ ?

ডঃ আচাৰ্য : সৌ টিলা দুটাৰ কাষেদিয়েই এখন নৈ বৈ গৈছে। এইটো হ'ল উত্তৰ দিশ। নৈখন বৈছে পুবৰপৰা পশ্চিমলৈ। পুবে ন কিলো-মিটাৰ উজাই গ'লেই সোণৰ চেকুৰা নৈৰ বালিত দম হৈ থকা দেখা যায়।

আজি এবছৰ হ'ল, ভূতত্ত্বৰ সাধাৰণ জ্ঞানৰ-পৰা অনুমান কৰিছোঁ এই সোণ এলুভিয়েল ডিপজিট। ডঃ ৰায় আৰু চৌধুৰী, এই সোণ আহৰণৰ দায়িত্ব মই বিশেষকৈ আপোনালোক দুয়োৰে ওপৰত দিছোঁ।

ৰায় : সোনতে গোটেই এৰিয়াটোৰ জিয়লজিকেল ষ্টাডি আৰম্ভক হব।

ডঃ আচাৰ্য : কাইলৈ বাতিপুৱা মই আপোনালোকক সেই ঠাইলৈ লৈ যাম। এটা বিষয়ত কিন্তু সাৱধান হব লাগিব।

নলীন : কি বিষয়ে ?

ডঃ আচাৰ্য : সৌ উপজাতিটোৱে যাতে কোনো-পধ্যেই গম নাপায় যে আমি ইয়াত সোণৰ সন্ধান পাইছোঁ। যি মুহূৰ্তত্তে সিহঁতে গম পাব সেই মুহূৰ্ত্তে সিহঁতে আমাক আক্ৰমণ কৰিব। আমি প্ৰাণ লৈ ইয়াৰপৰা সাৰি যোৱা টান হ'ব।

দেৱ : আমাৰ সিদ্ধান্তটো ভালেই হৈছে—কি কোৱা কমা ?

কমা : মইতো খুব ভাল পাইছোঁ। মনত অলপো খোকোজা নোহোৱাকৈ এগ্ৰিমেন্টত চহী কৰি দিছোঁ।

দেৱ : মেয়ো।

কমা : জানা, মোৰ আটাইতকৈ ভাল লাগিছে ছাৰে যিটো প্ৰব্লেমৰ ওপৰত আমাক ৰিছাৰ্চ কৰিবলৈ দিছে সেইটো। এই অপূৰ্ব্ব উপত্যকা—যাক ভূতত্ত্ববিদে নাম দিছে 'ঊষৰ' বন্ধ্যাভূমি। য'ত আজিলৈকে এডাল শস্য গজা নাই। গৱেষণা কৰি আমি যদি ইয়াত শস্য ফলাব পাৰোঁ, ভাবি চোৱাচোন, কিমান ভাল লাগিব। এই ৰুক্ষ উপত্যকাটোত এখন ডাঙৰ সেউজীয়া ধৈঁহৰ পথাৰ—পথাৰখনৰ যিটো সীমা তুমি চকুৰে মণিব পৰা নাই। ধৈঁহবোৰ বতাহত হালিছে, জালিছে……আঃ! কিমান সুন্দৰ লাগিব।

দেৱ : সেইয়াটো বঢ়িয়া লাগিবই। তদুপৰি সোণ সম্পৰ্কে ছাৰে যিটো প্ৰস্তাৱ দিছে সেইটোও মনঃপুত হৈছে।

কমা : কোনটো প্ৰস্তাৱ ?

দেৱ : কিয় ? কালি সন্ধিয়া যে কৈছিল ? তিনি বছৰৰ পিছত তেখেতে ইয়াত সোণ আৱিষ্কাৰ কৰা কথাটো চৰকাৰক জনাব। এই তিনি বছৰৰ ভিতৰত যিখিনি সোণ আহৰণ কৰি ইয়াত জমা কৰা হব সেইখিনি আমাৰ আটাই-কেইজনৰ মাজতে সমান অনুপাতত ভাগ হ'ব। চোৱা, তদুপৰি এই তিনি বছৰৰ বাবে আমাৰ মোটা মাহেকীয়া দৰমহা আছেই।

কমা : আমি যাতে আৰ্থিক সমস্যাত ভুব নযবাই একান্তমনে আমাৰ নিজ নিজ কাম কৰি যাওঁহক তাৰ বাবেই ছাৰে এই ব্যৱস্থা কৰিছে।

দেৱ : কমা !

কমা : কোৱা।

দেৱ : মোৰ ধাৰণা হৈছে অংশ হিচাপে আমি দুয়ো যিখিনি সোণ পাম, সেয়া যথেষ্ট পৰিমাণৰ হ'ব। জানা, সোণৰ কথা শুনিয়েই ডঃ ৰায় আৰু চৌধুৰী উত্তেজিত হৈ পৰিছে। কৈছে, তেওঁলোকে দিনে-নিশাই কাম কৰি নৈৰপৰা যিমান পাৰে সোণ আহৰণ কৰিব।

কমা : বুজিছোঁ।

দেৱ : কমা, তিনি বছৰ পাৰ হ'লেই আমাৰ এগ্রিমেণ্টৰ দিন উকলিব। তাৰে কৈছে, ইচ্ছা কৰিলে তাৰ পাছত ইয়াৰপৰা গুচি গৈ আমি বেলেগ জীৱিকা গ্ৰহণ কৰিব পাৰোঁ। শুনা। আঃ—কিতাপখন হাতৰপৰা নমাই থোৱাচোন।

কমা : এই থলোঁ। এইবাৰ কোৱাচোন।

দেৱ : ইয়াৰপৰা গুচি গৈ আমি দুয়ো কলিকতাত চেটেল্‌ড্‌ হ'ম দেই—আৰু...আৰু...তুমি নিজে নকৈ মোৰ মুখৰপৰা শুনিব খুজিছা, এনেতো ?

কমা : বাৰু, বাৰু, তোমাৰ মুখৰপৰাই শুনিব খুজিছোঁ—কোৱাচোন।

দেৱ : তাৰ পিছত ? তাৰ পিছত এগাল গহনা পিন্ধি আৰু মূৰত এহাত দীঘল ওৰণি লৈ বহি থকা টুকটুকীয়া কইনা মোৰ কমাজনীক হোমৰ গুৰিৰপৰা টুক কৰি তুলি লৈ গুচি আহিম —হাঃ হাঃ...[ দুয়ো হাঁহে ]

কমা : বাৰু, বাৰু, সেইপালি আগলৈ হ'ব। যি কেইদিন আমি ইয়াত আছোঁ সেই কেইদিন কিন্তু আন্তৰিক বিশ্বাসেৰে তাৰৰ কাম কৰিব লাগিব। অহা কালিৰপৰাই আমাৰ কাম আৰম্ভ কৰি দিওঁ আহাঁ।

দেৱ : মই সাজু আছোঁ।

কমা : প্ৰথমে কি আৰম্ভ কৰিবা ?

দেৱ : চইল্ চেম্পোল কলেক্ট কৰোঁ।

কমা : তাৰ পাছতে কেমিকেল এনালাইচৰ বাবে কেমিষ্ট এপাৰেটাচৰ দৰকাৰ হ'ব। গতিকে আমাক কি কি লাগিব তাৰ এখন লিষ্ট কৰি এতিয়াই তাৰক দিওঁগৈ বলা।

দেৱ : বলা।

[ বিৰতি ]

[ এখন নদী বৈ যোৱাৰ শব্দ ]

ৰায় : চৌধুৰী, চাব—লাহে লাহে খোজ দিব। শিলটো পিছল। তললৈ সৌখিনিত পানী বৰ দ। অঁ, অঁ—এইবাৰ জঁপিয়াওক। বেছ ! আহক। সৌ শিলটোত বহি অলপ জিৰাই লওঁ। তাৰ পিছত আমি আৰু তিনি কিলোমিটাৰ উজাই যাম।

নলীন : বলক।

ৰায় : গ্ৰেভেলকিটা আপোনাৰ হেভাৰস্যাকটোত থলোঁ। দিয়কচোন।

নলীন : এইকেটা।

ৰায় : সোণৰ বৰ বিচ কনচেনট্ৰেচন। এই কেইটাৰপৰা অনুমান কৰিব পাৰি যে সোণৰ যিটো উৎস মানে যিটো 'মাদাৰ ভেইন লোড' (mother vein load) সেইটো বহুত দূৰৈত আছে।

নলীন : ডঃ ৰায়।

ৰায় : কওক।

নলীন : আমি ইয়াত নৈৰ উপবিভাগত মিহি বালিৰ লৈতে সোণৰ চেকুৰা লেনচ্ কৰ্মত পাইছোঁ। উপত্যকাৰ সৌ নামনিৰ কালে

বালিৰ তলত কিছু গভীৰতাত এনেকুৱা সোণ থকা গ্ৰেভেলৰ ডাঙৰ পকেট পাব পাৰোঁ যি ইবোচনৰ হাত পাবিছে।

ৰায়: নিশ্চয়। সেইবাবেইতো মই সৌ নামনিলৈকে এই গোটেই এৰিয়াটো ইনভেষ্টিগেট কৰিব খুজিছোঁ। আৰু investigation শেষ হ'লেই Dr. Acharjee-ৰ ওচৰত report দাখিল কৰিব পাৰিম।

[ বিৰতি ]

ডঃ আচাৰ্য: ডঃ ৰায় আৰু চৌধুৰী, আপোনালোকৰ ৰিপ'ৰ্ট মই পঢ়িলোঁ। যি বুজিছোঁ, ইয়াত সোণৰ আঁকৰৰ প্ৰচুৰ সম্ভাৱনা আছে। সোণ আহৰণৰ বাবে আপোনালোকে planning আৰু draft mining-ৰ উল্লেখ কৰিছে কোনো কথা নাই। আপোনালোকে কাম আৰম্ভ কৰি দিয়ক। খৰচ আৰু লাগতিয়াল সা-সৰঞ্জামৰ বাবে চিন্তা নকৰিব। কেৱল আপোনালোকৰ আৱশ্যকৰ কথা মোক আগতীয়াকৈ জনাব।

ডঃ ৰায়: আমাৰ লাগতিয়াল বস্তুৰ এখন লিষ্ট ইতিমধ্যে আমি তৈয়াৰ কৰিছোঁ।

ডঃ আচাৰ্য: দিয়ক।

ডঃ ৰায়: এইখন।

ডঃ আচাৰ্য: এতিয়া সোণ আনি কত থোৱা হ'ব আৰু কেনেকৈ থোৱা হ'ব সেই বিষয়ে মই আপোনালোকক জনাব খুজিছোঁ। মই ইতিমধ্যে এটা গুপ্ত কক্ষ সাজি উলিয়াইছোঁ। সেই গুপ্তকক্ষৰ ভিতৰত এটা আয়ৰণ চেফত সোণখিনি ৰখা হ'ব। সেই আয়ৰণ চেফৰ একোটাকৈ ডুপ্লিকেট চাবি আপোনালোক প্ৰত্যেকৰে হাতত থাকিব। যিহেতু আমি আটায়ে ইয়াত জমা হ'বলগীয়া সোণৰ সমান অংশীদাৰ, সেয়ে আপোনালোকক বিশ্বাসেৰে সমান অংশীদাৰ কৰি লৈছোঁ। এই আলোচনাৰ শেষত মই আপোনালোকক গুপ্তকক্ষটোলৈ লৈ যাম। দেৱজিত আৰু কমা এইবাৰ তোমালোকৰ কি ক'বলগীয়া আছে কোৱা।

কমা: ছাৰ, আমি ইতিমধ্যে এই অঞ্চলৰ কেইবা ঠাইতো মাটিৰ নমুনা সংগ্ৰহ কৰি তাৰ analysis কৰি চাইছোঁ। বৰ্তমানে যি ৰিজাল্ট তাৰপৰা পাইছোঁ সেইটো হ'ল যে এই অঞ্চলৰ মাটিত alkaline salt প্ৰচুৰ পৰিমাণে আছে। তাৰ এই alkaline saltৰ উৎস হৈছে underground water। আমি আৰু অধিক নমুনা পৰীক্ষা কৰি চাম আৰু তাৰ পাছতহে মাটিৰপৰা কি উপায়েৰেনো এই salt আঁতৰ কৰিব পাৰি সেইটো পৰীক্ষা হাতত ল'ম।

ডঃ আচাৰ্য: বেছ বেছ! তোমালোকে কাম কৰি যোৱা। দেৱজিত?

দেৱজিত: ছাৰ।

ডঃ আচাৰ্য: অমল কাইলৈকে আকৌ কলিকতালৈ যাব। তোমালোকক আৰু কি কি বস্তু লাগে, এখন লিষ্ট কৰি আজিয়েই তুমি অমলক দিবা।

দেৱজিত: ভাল ছাৰ।

ডঃ আচাৰ্য: তেনেহ'লে আলোচনা আজিলৈ ইয়াতে সামৰিছোঁ। প্ৰত্যেক মাহৰ অন্তৰে অন্তৰে কাম-কাজৰ ফলাফল সম্পৰ্কে বিশদভাৱে আলোচনা কৰিবলৈ আমি এইদৰে একেলগ হ'মহক। বলক—এতিয়া গুপ্তকক্ষটোলৈ যাওঁহক।

[ বিৰতি ]

[ ভায়োলিনৰ সুৰ ]

ডঃ ৰায় : মিছ্ দত্ত।

কমা : অ' ডঃ ৰায়, আপুনি ? মোৰ পিছপিনে আপুনি থিয়দি আছেহি, মই গমেই পোৱা নাই। নৈলৈ যোৱা নাই ?

ডঃ ৰায় : নৈলৈকে যাবলৈ বুলি কোৱাৰ্টাৰৰপৰা ওলাই আহিছিলোঁ। হঠাতে আপোনাৰ ভায়োলিনৰ সুৰ শুনিলোঁ। আপোনাক লগ পাই যাবৰ মন গ'ল। সঁচাকৈয়ে ভায়োলিনত আপোনাৰ সুন্দৰ হাত মিছ্ দত্ত।

কমা : বলক ড্ৰয়িঙ কমত বহিবগৈ।

ডঃ ৰায় : নাই নাই—আপুনি উঠিব নেলাগে বজাওকচোন—মই আৰু এটা সুৰ শুনি যাওঁ।

কমা : ইচ্ ইচ্—আপুনি মুঢ়াটোতে বহিছে কিয় ? ৰব, চকি এখন ইয়ালৈকে আনি দিওঁ।

ডঃ ৰায় : ঠিক আছে মিছ্ দত্ত···। আপুনি একো ব্যস্ত নহ'ব। মই ইয়াত বহি একো অসুবিধা পোৱা নাই। জানে মিছ্ দত্ত·······।

কমা : কওক।

ডঃ ৰায় : আপোনাৰ সান্নিধ্যলৈ আহি মোৰ ভাব হৈছে যেন ইমানদিনে জীৱনত মই বহুতো কিবাকিবি হেকৰাইছোঁ। মই·······।

কমা : ডঃ ৰায়।

ডঃ ৰায় : বজাওক আকৌ। বৈ গ'ল কিয় ?

[ বিৰতি ]

ডঃ আচাৰ্য : দেৱজিত !

দেৱজিত : ছাৰ।

ডঃ আচাৰ্য : তোমালোকৰ problem-টোৰ কিবা solution পালানে ?

দেৱজিত : পাইছোঁ।

ডঃ আচাৰ্য : কি পাইছা ?

দেৱজিত : প্ৰচুৰ পৰিমাণে পানী পাম্প কৰি মাটিত থকা alkaline salt-খিনি ধুই উটাই দিব লাগিব। এই প্ৰক্ৰিয়া কিমানদূৰ কাৰ্যকৰী আৰু economic হয়—সেইয়া আমি এক একৰ মাটি লৈ পৰীক্ষা কৰি চাব খুজিছোঁ।

ডঃ আচাৰ্য : বেছ্।

[ বিৰতি ]

[ গৱেষণাগাৰৰ পৰিবেশ ]

ডঃ ৰায় : মিছ্ দত্ত।

কমা : [ চক্ খাই ] কোন ! ডঃ ৰায় ! আপুনি ?

ডঃ ৰায় : নিশা বাৰ বাজিল। কিমান বাতিলৈ আৰু কাম কৰিব ? খোৱা-বোৱাও কৰা নাই নিশ্চয় ?

কমা : আপুনি ইয়ালৈ এইদৰে······।

ডঃ ৰায় : মই ইয়ালৈ অহাত আপুনি বিৰক্তিবোধ কৰিছে। মোৰ অনুমান সঁচানে ?

কমা : এই নিশাখন আপুনি······।

ডঃ ৰায় : টোপনি নহা দেখি ঘৰৰ বাৰাণ্ডালৈ ওলাই আহিছিলোঁ ; দেখিলোঁ আপোনালোকৰ গৱেষণাগাৰত লাইট জ্বলি আছে। ভাবিলোঁ··· বাৰু। দেৱজিত ক'ত ?

কমা : তেওঁ অলপ আগেয়ে কোৱাৰ্টাৰলৈ গৈছে।

ডঃ ৰায় : মিছ্ দত্ত। আপুনি অতিপাত পৰিশ্ৰম কৰিছে। শৰীৰৰ প্ৰতি আপুনি যত্ন লোৱাটো উচিত।

কমা : আপুনি মোৰ স্বাস্থ্যৰ প্ৰতি আগ্ৰহ প্ৰকাশ নকৰিলেই মই ভাল পাম।

ডঃ ৰায় : কমা ! তুমি হয়তো মন কৰা নাই তোমাৰ স্বাস্থ্যৰ অৱনতি ঘটিছে।

কমা : [ কঠিন মাতেৰে ] ডঃ ৰায়! মোক নাম কাঢ়ি মাতিবলৈ মই আপোনাক কেতিয়াও অধিকাৰ দিয়া নাই।

ডঃ ৰায় : Oh, I see।

[ বিৰতি ]

ডঃ আচাৰ্য : কোন? অ' কমা! আহা আহা, বহা। কোৱাৰ্টাৰৰপৰা আহিলানে লেব বেটৰীৰপৰা?

কমা : কোৱাৰ্টাৰৰপৰা আহিছোঁ ছাৰ।

ডঃ আচাৰ্য : plantation কেতিয়া আৰম্ভ কৰিবা?

কমা : কাইলৈ কৰিম। ইতিমধ্যে মাটিখিনি প্ৰস্তুত কৰি থৈছোঁ।

ডঃ আচাৰ্য : যা হওক, তোমালোকৰ যোৱা নমাহৰ পৰিশ্ৰম সাৰ্থক হৈছে।

কমা : ছাৰ।

ডঃ আচাৰ্য : কিবা ক'বা ?

কমা : আপোনাৰ ওচৰলৈ মই এটা অভিযোগ লৈ আহিছোঁ। আপুনি মোক ভুল নুবুজিব। মই বহুতো চিন্তা কৰি দেখিলোঁ যে আপোনাক সকলো কথা জনোৱাই উচিত হ'ব। মানুহজন……।

ডঃ আচাৰ্য : কাৰ কথা ক'ব বিচাৰিছা?

কমা : ডঃ ৰায়।

ডঃ আচাৰ্য : কি হ'ল ?

কমা : বয়োজ্যেষ্ঠ হিচাপে ডঃ ৰায়ক মই সদায়ে শ্ৰদ্ধা কৰি আহিছোঁ। কিন্তু তেখেতে মোৰ প্ৰতি বেলেগ মনোভাব পোষণ কৰিছে।

ডঃ আচাৰ্য : কমা !!

কমা : মই নাৰী। পুৰুষৰ চকুৰ দৃষ্টি চিনাত আমাৰ কেতিয়াও ভুল নহয় ছাৰ। ডঃ ৰায় ক্ৰমে লোলুপ হৈ উঠিছে। মই অকলশৰীয়া হৈ থাকিলেই, তেখেত সময়ে অসময়ে মোৰ কাষ চাপেহি। ফলত মোৰ কাম-কাজ আৰু অধ্যয়নত মই বাধা পাইছোঁ। যোৱা কেইদিনমান ধৰি তেখেত অধিক বেপৰোৱা হৈ উঠিছে। দুই এদিন তেখেতে এনেকুৱা ব্যৱহাৰ কৰিছে যে সেই কথা……।

ডঃ আচাৰ্য : নাই, নাই, নাই, কমা। কথাটো তুমি সহজভাৱে লোৱা। ডঃ ৰায় তোমাৰ পিতৃ-স্থানীয় ব্যক্তি। তেখেতে তোমাক স্নেহ কৰে। তুমি তেখেতক বুজাত ভুল কৰিছাঁ।

[ বিৰতি ]

আচাৰ্য: [উত্তেজিতভাৱে] আহক আহক—বহকহি। Please—hurry up.

ৰায় : আপুনি দেখোন বৰ উত্তেজিত হৈ আছে।

ডঃ আচাৰ্য : উত্তেজনাৰ কাৰণ হৈছে। মই আপোনালোকক এই কথা জনাবলৈ পাই বৰ দুখ পাইছোঁ যে আমি এটা বিপদৰ সম্মুখীন হৈছোঁ।

ডঃ ৰায় : বিপদ !

নলীন : কি বিপদ ?

ডঃ আচাৰ্য : সৌ উপজাতিটোৱে কেনেবাকৈ জানিব পাৰিছে যে আমি ইয়াত সোণৰ সন্ধান পাইছোঁ আৰু যথেষ্ট পৰিমাণৰ সোণ জমা কৰি ৰাখিছোঁ।

ডঃ ৰায় : সৰ্বনাশ !

নলীন : তেনেহ'লে—তেনেহ'লে এতিয়া কি হ'ব ?

ডঃ আচাৰ্য : মই এতিয়া যিখিনি কথা কম সেইখিনি মনোযোগ দি শুনা। মই জানিব পাৰিছোঁ যে, আজি ৰাতি হোৱাৰ লগে লগে সিহঁতে আমাক ইয়াত আক্ৰমণ কৰিবহি।

অস্ত্ৰ-শস্ত্ৰ লৈ আজি গোটেই দিনটো গাঁওখনত আক্ৰমণৰ প্ৰস্তুতি চলিছে।

[ গুণগুণনিৰ শব্দ ]

[ Wall clockৰ শব্দ ]

শুনক। এতিয়া আবেলি চাৰি বাজিছে। সন্ধিয়া ছয় বজাৰ লগে লগে এন্ধাৰ নামিব। আমাৰ হাতত মাথোন দুঘণ্টা সময়হে আছে। মাত্ৰ কেইটামান জৰুৰী নিৰ্দেশ দিওঁ। শুনি লওক। সন্ধিয়াৰ আগে আগে মই আমাৰ electricity generatorটো যি ঠাইত আছে তাত বৈ থাকিমগৈ। উপজাতিটো সেই পিনেদিয়েই আহিব। ইয়াত সোণ নাই বুলি মই সিহঁতক বুজাই বঢ়াই ওভতাই পঠিয়াবলৈ চেষ্টা কৰিম। যদিহে সিহঁতক ঘূৰাই পঠিয়াবলৈ সমৰ্থ নহওঁ তেনেহ'লে মই লগে লগে power supplyৰ line কাটি দিম। সেয়াই হ'ব সঙ্কেত। ইয়াত অন্ধকাৰ হোৱাৰ লগে লগে আপোনালোকে জানিব যে মোৰ মৃত্যু হৈছে। কিয়নো মই জীয়াই থকা অৱস্থাত মোৰ সাধনাৰ এই প্ৰতিষ্ঠানৰ উপজাতিটোৰ হাতত ধ্বংস হবলৈ এৰি দিব নোৱাৰোঁ। I prefer death for it.

কমা : ছাৰ। আপুনি এয়া কি কৰিব খুজিছে? তাতকৈ—তাতকৈ আমি—

ডঃ আচাৰ্য : আঃ কমা-অদৰ্কাৰী কথা কৈ সময় নষ্ট নকৰিবা। ইয়াৰ পিছত আপোনালোকৰ কৰ্তব্য কি হ'ব শুনক। গেৰেজত এখন জীপ ৰাখি থোৱা আছে। টেঙ্কত পেট্ৰল পূৰা আছে। ডঃ ৰায়! জীপৰ এই চাবিপাত আপুনি ৰাখক।

ডঃ ৰায় : দিয়ক—।

ডঃ আচাৰ্য : যদিহে ইয়াত light off হৈ যায়, তেনেহ'লে আপোনালোক চাৰিওজনে সময় নষ্ট নকৰি জীপখন লৈ ইয়াৰপৰা গুচি যাব। এয়া লওক। আপোনালোকৰ চাৰিওজনৰ নামত মই চাৰিখন blank chequeত চহী কৰি দিছোঁ। আপোনালোকে যিমানখিনি বিচাৰে সেইমতে সংখ্যাটো বহুৱাই লৈ কলিকতাত বেংকৰপৰা টকাখিনি উলিয়াই ল'ব।

নলীন : কিন্তু সোণখিনি? সোণখিনিৰ কি ব্যৱস্থা হ'ব?

ডঃ আচাৰ্য : কৈছোঁ। সোণখিনি এতিয়া যি অৱস্থাত আছে, তেনেকৈয়ে থাকক। তাত আমি এতিয়া হাত নিদিওঁ। গুপ্তকক্ষৰ দুৱাৰখন মুকলি কৰাৰ সংকেত আমি কিজনৰ বাহিৰে আন কোনেও নাজানে। গতিকে উপজাতিটো ইয়ালৈ আহিলেও সোণৰ সন্ধান নাপায়। আপোনালোকে—আমি ইয়াত সোণৰ সন্ধান পোৱা কথাটো চৰকাৰক জনাবগৈ। চৰকাৰী বিষয়া আহি পিছত সোণখিনিৰ যাহওক এটা ব্যৱস্থা কৰিব।

নলীন : কিন্তু আমি···আমি···

ডঃ আচাৰ্য : আপোনালোকে চিন্তা নকৰিব। যি পৰিমাণৰ সোণ এতিয়ালৈকে আপোনালোকৰ প্ৰত্যেকৰে প্ৰাপ্য আছিল সেই সমান মূল্যৰ টকা আপোনালোকৰ নামত মই ইতিমধ্যে বেংকত জমা কৰি দিছোঁ। এইয়া আপোনালোক চাৰিওজনৰ নামত একাউণ্ট বুক। এইবাৰ আপোনালোকক দিব খুজিছোঁ এইটো বস্তু।

ডঃ ৰায় : পিস্তল।

দেৱজিত : পিস্তল! পিস্তল কিয়, ছাৰ?

ডঃ আচাৰ্য : এৰা, চাৰিওজনৰ বাবে এই চাৰিটা পিস্তল যোগাৰ কৰিছোঁ। চাৰিওটা লোড্ কৰা আছে।

ৰুমা : পিস্তলেৰে আমি কি কৰিম ছাৰ ?

ডঃ আচাৰ্য : ৰাখি থোৱাচোন। আমি এটা অনিশ্চিত অৱস্থাৰ সন্মুখীন হৈছোঁ। কেনি কি বিপদ আহিব পাৰে কোনে জানে ?

ডঃ ৰায় : আপুনি ঠিকেই চিন্তা কৰিছে।

ডঃ আচাৰ্য : মোৰ কবলগীয়া এইখিনিয়েই। এই মুহূৰ্ত্তৰপৰা আপোনালোক মুক্ত। আপোনালোকে চহী কৰা এগ্ৰিমেণ্ট মই এইয়া ফালি পেলালোঁ। হয়তো এয়ে আমাৰ শেষ দেখা। আপোনালোকৰ ওচৰত মই কৃতজ্ঞ। আপোনালোকৰ ভৱিষ্যতমুখী জীৱনৰ বাবে ভগৱানৰ ওচৰত মই প্ৰাৰ্থনা জনাইছোঁ।

[ বিৰতি ]

[ ঘড়ীৰ টিক্ টিক্ শব্দ ]

ডঃ আচাৰ্য : অমল, সময় হৈছে। লাইনটো কাটি দিয়া।

অমল : দিছোঁ ছাৰ।

ডঃ আচাৰ্য : মমদাল জ্বলোৱা। সাৱধান—যাতে বাহিৰলৈ পোহৰ নাযায়। বেছ্। এইবাৰ প্ৰতীক্ষা।

অমল : খিৰিকিৰে বাহিৰখন এবাৰ চাওঁচোন।

ডঃ আচাৰ্য : কিবা চকুত পৰিছে ?

অমল : নাই ছাৰ। গভীৰ আন্ধাৰ। অ' ডঃ ৰায়ৰ কোৱাৰ্টাৰত এইমাত্ৰ টৰ্চলাইট এটা জ্বলি লগে লগে নুমাই গ'ল।

আচাৰ্য : তেওঁলোক যাবলৈ সাজু হৈছে [ পজ ] ক'তা—তেওঁলোকৰ পিনৰপৰা একো শব্দই নাই দেখোন ? ইমানপৰে জীপ ষ্টাৰ্ট দিব লাগিছিল।

অমল : ছাৰ !

ডঃ আচাৰ্য : কিবা কবা ?

অমল : মোৰ ভয় হৈছে যদি তেওঁলোকে অস্ত্ৰ ধৰণে ব্যৱহাৰ কৰে ? মানে—মানে—আপুনি যিটো—

ডঃ আচাৰ্য : ইউ মিন ভায়োলেণ্ট বিহেভিয়াৰ ? নাই—নাই অমল। সেইটো কেনেকৈ সম্ভৱ হ'ব পাৰে ? চাৰিওজনেই শিক্ষিত। সুস্থ। শিক্ষাগত যোগ্যতা চাই চাৰিওজনকে মই উপযুক্ত কামত নিয়োগ কৰিছোঁ। প্ৰচুৰ অৰ্থ দিছোঁ। স্বাধীনতা দিছোঁ। They must behave normally. মোৰ দৃঢ় বিশ্বাস থিয়ৰিৰ সত্যতা প্ৰমাণ হ'বই। হিংস্ৰতা মানৱ প্ৰকৃতিৰ এটা অংশ হ'বই নোৱাৰে। মাথোন অভাৱত—হতাশাত পৰিহে মানুহে—

[ দূৰৈত ওপৰা-ওপৰিকৈ দুবাৰ পিস্তলৰ শব্দ ]

অমল : ছাৰ।

ডঃ আচাৰ্য : [ উত্তেজিত হৈ ] পিস্তলৰ শব্দ ! মানে ? মানে ? অমল। [পুনৰ এবাৰ পিস্তলৰ শব্দ] আকৌ গুলিৰ শব্দ। অমল লাইট অন্ কৰা। কুইক্।

অমল : লাইন দি দিছোঁ।

ডঃ আচাৰ্য : এইবাৰ বাহিৰলৈ ব'লা। বেগাই।

অমল : অকমান ৰব ছাৰ।

ডঃ আচাৰ্য : কি হ'ল ?

অমল : প্ৰথম দুটা গুলিৰ শব্দ আমাৰ গুপ্তকক্ষৰ পিনৰপৰা আহিছে। তৃতীয়টো আহিছে কোৱাৰ্টাৰৰ পিনৰপৰা।

ডঃ আচাৰ্য : ঠিক আছে। তুমি গুপ্তকক্ষৰ পিনে যোৱা। মই ইপিনে গৈছোঁ। [ দুয়ো দৌৰি যায় ]

[ দূৰত কমাৰ চিঞৰ ]

কমা : ছাৰ—ছাৰ ! [ কোপাই ওচৰলৈ আহি ] ছাৰ।

ডঃ আচাৰ্য : কমা। কি হ'ল কমা ?

কমা : ছাৰ, আপুনি আছে ? উস্—[ হুকহুকাই কান্দে ]

ডঃ আচাৰ্য : কি হ'ল কমা ? My child. তোমাৰ গাৰ কাপোৰ-কানি ইমান বিশৃংখল। কি হৈছে ?

কমা : মই এইমাত্ৰ ডঃ ৰায়ক গুলীয়ালোঁ ছাৰ।

ডঃ আচাৰ্য : Dead ?

কমা : হয় ছাৰ। পোণে পোণে বুকুতে গুলীয়ালোঁ। ইয়াৰ বাহিৰে মোৰ আৰু আন উপায় নাছিল।

ডঃ আচাৰ্য : কি হৈছিল কোৰাচোন।

কমা : [ উচুপি ] লাইট অফ্ হৈ যোৱাৰ লগে লগে মই কোৰাটাৰৰপৰা ওলাবলৈ সাজু হৈছোঁ। এনেতে ডঃ ৰায় দৌৰি ভিতৰ সোমাই আহিল। দেৱজিত আৰু চৌধুৰীক এৰি অকল মোক লৈ তেওঁ জীপেৰে ইয়াৰপৰা গুচি যোৱাৰ প্ৰস্তাৱ দিলে। মই মান্তি নহলোঁ। তেতিয়া তেওঁ মোৰ ওপৰত জঁপিয়াই পৰিল। ডঃ ৰায় সেই সময়ত পশু হৈ গৈছিল ছাৰ। চাওক, এইবোৰ দাগ মোৰ শৰীৰত। মই এবাৰ কোনোৰকমে তেওঁৰ বাহুৰপৰা এৰা দি গুলীয়াই দিলোঁ। এতিয়া—এতিয়া কি হ'ব ?

ডঃ আচাৰ্য : ধৈৰ্য ধৰা কমা। মোৰ লগত আহা।

[ অমল দৌৰি আহে ]

অমল : সৰ্বনাশ হ'ল ছাৰ। গুপ্তকক্ষৰ ভিতৰত দেৱজিত দত্ত আৰু চৌধুৰী পৰি আছে। মোৰ ধাৰণা—সোণত হাত দিবলৈ গৈ ইজনে সিজনক গুলীয়ালে।

ডঃ আচাৰ্য : Dead ?

অমল : হয়।

কমা : কি ক'লে ? দেৱজিত ? দেৱজিত নাই ! এইয়া কি হ'ল ছাৰ ? দেৱজিত···।

[ পুনৰ কান্দোন ]

ডঃ আচাৰ্য : কমা। কমা।

[ বিৰতি ] [ পজ ]

কমা : তাৰমানে উপজাতিটোৰ আক্ৰমণৰ ভাবুকি দিয়া, কৃত্ৰিম অন্ধকাৰৰ সৃষ্টি কৰা আৰু আমাক পিস্তল দিয়া—এই গোটেইখিনি কাম আপুনি পৰিকল্পনা কৰিয়েই কৰিছিল ?

ডঃ আচাৰ্য : এৰা কমা, মোৰ পৰিকল্পনা আছিল এনে এটা পৰিৱেশৰ সৃষ্টি কৰা যিটো পৰিৱেশত মানুহ সহজে হিংস্ৰ হৈ উঠিব পাৰে। কিন্তু এই পৰীক্ষা কাৰ্যৰ ফল এনে ভয়াবহ হ'ব পাৰে—মই কল্পনাও কৰিব পৰা নাছিলোঁ। মোৰ অনুতাপ হৈছে। মোৰ থিয়ৰি ভুল। হিংস্ৰতা মানৱ প্ৰকৃতিৰ এটা অংশ। ইট ৰিমেইনচ্ ইনহিবিটেড্ ইন মেন। মোক তুমি ক্ষমা কৰিবা কমা।

কমা : মই আপোনাক বুজি পাওঁ ছাৰ। এই পৰীক্ষাকাৰ্য যিমানেই নিষ্ঠুৰ নহওক লাগে, এজন নিষ্ঠাবান সমাজ-বিজ্ঞানীৰ এটা সত্য অন্বেষণৰ প্ৰচেষ্টা বুলি মই ইয়াক সহজভাৱে মানি লৈছোঁ।

ডঃ আচাৰ্য : তুমি ঘৰলৈ উভতি যোৱাৰ সকলো ব্যৱস্থা মই কৰি দিছোঁ। অমলৰ সৈতে বাছেৰে বাতিপুৱাই তুমি যাত্ৰা কৰিবা। অমলকো মই বিদায় দিছোঁ।

কমা : আপুনি কি কৰিব ?

ডঃ আচাৰ্য : পুলিচৰ অনুসন্ধান শেষ হ'ল। দিল্লীলৈ ইতিমধ্যে খবৰ পঠিয়াইছোঁ। দুই-এদিনতে চৰকাৰী বিষয়াৰ দল এইখিনি পাবহি। তেওঁলোকক এই প্ৰতিষ্ঠান আৰু লগতে সোণখিনি গটাই দি মই সৌ উপজাতিটোৰ গাঁওখনলৈ গুচি যাম।

কমা : তালৈ কিয় ছাৰ ?

ডঃ আচাৰ্য : জীৱনৰ বাকী দিনকেইটা সেই উপজাতিটোৰ মাজত থাকি সিহঁতৰ উন্নতিৰ বাবে কাম কৰিম।

কমা : দেৱজিতক মই ইয়াত হেকৰালোঁ। ঘৰলৈ উভতি যোৱাৰ ইচ্ছা মোৰো নাই। মই আপোনাৰ লগতে থাকি আপোনাৰ কামত সহায় কৰিম ছাৰ।

ডঃ আচাৰ্য : নহয় কমা। সেইটো সম্ভৱ নহয়। গোটেই ভৱিষ্যতটো তোমাৰ সম্মুখত পৰি আছে। তুমি উভতি গৈ নতুনকৈ জীৱন আৰম্ভ কৰা। দেখিবা সময়ে সকলো সহজ কৰি তুলিছে।

কমা : নহয় ছাৰ। আপোনাৰ লগত কাম কৰাৰ সুযোগকণ মোক দিয়ক।

ডঃ আচাৰ্য : অবুজ ন'হবা কমা। Leave me alone. বলা, তোমাক আগবঢ়াই থৈ আহোঁ।

# ৰত্ন কোঠাৰ সাধু

ডঃ প্ৰণৱজ্যোতি ডেকা

মহাৰাজৰ ৰত্ন কোঠাৰ ভিতৰত মহাৰাজৰ বাহিৰে কোনেও প্ৰৱেশ কৰিব নোৱাৰে। কৰিলে আইনমতে দণ্ডনীয়। ৰাজ্যৰ ৰাজকৰ্মচাৰী আৰু আন বহুতেই ৰজাঘৰৰপৰা অৰ্থ পাবলগা আছে, কিন্তু কোনেও আপত্তি কৰা নাই; কিয়নো সকলোৱে জানে ৰাজকোষ ধন-ৰত্নেৰে ভৰি আছে। ৰজা সোমাই গ'লেই সোণৰ মোহৰৰ ওপৰত খোজ কাঢ়ি ফুৰাৰ শব্দ বাহিৰত থকা কৰ্মচাৰীবিলাকে শুনিবলৈ পায়। কিন্তু এদিন এটা নিগনি পোৱালি ৰজাৰ পাগুৰীৰ মাজত সোমাই ৰত্ন কোঠাৰ ভিতৰ পালেগৈ। ফলত আইনমতে নিগনি পোৱালিৰ বিচাৰ আৰু শাস্তি বিধান হ'ল, কিন্তু লগে লগেই ৰত্ন কোঠাৰ অবিদিত ৰহস্য......

আপাতদৃষ্টিত এজন ৰজাৰ ৰাজকোষৰ গোপন ৰহস্যৰ কাহিনী। কিন্তু অন্তৰ্নিহিত তাৎপৰ্যৰ দিশৰপৰা সাম্প্ৰতিক আন্তৰ্জাতিক পটভূমিৰ বহুতো সমাজ আৰু শাসন ব্যৱস্থাৰ প্ৰতি ই এক যুক্তিনিষ্ঠ অথচ ব্যঙ্গ বাণ।

চৰিত্ৰ :

মহাৰাজ
প্ৰধান মন্ত্ৰী
ডেকামন্ত্ৰী
সেনাপতি
বুঢ়া নিগনি
পোৱালি নিগনি
জননেতা
ঘোষক

প্ৰথম প্ৰচাৰ : ১৯৭৩

ঘোষক : [সাধুকথা কোৱাৰ সুৰত] বহুদিনৰ আগতে এখন ৰাজ্যত এজন ৰজা আছিল। ৰজাৰ হাতী, ঘোঁৰা, সৈন্য-সামন্ত, বয়-বস্তু, মানে ৰজা এজনৰ যি যি বস্তু থাকিব লাগে, সকলো আছিল। কিন্তু আটাইতকৈ মূল্যৱান সকলো সম্পত্তি ৰাখিছিল তেখেতৰ ৰত্ন কোঠালিত⋯। [ ঘণ্টা এটাত দহ চেকেণ্ডমান বাজি থাকে; তাৰ পিছত শব্দ লাহে লাহে কমি যায়। ]

সেনাপতি : কাণখন একেবাৰে তাল মাৰি ধৰিছে প্ৰধান মন্ত্ৰী ডাঙৰীয়া।

প্ৰধান মন্ত্ৰী : নাকটো সোঁ হাতেৰে চেপা মাৰি ধৰি জোৰকৈ উশাহ এটা এৰক। তেতিয়া অলপ ভাল পাব। [ ফুকৈ এবাৰ জোৰকৈ উশাহ এৰে ] এতিয়া কেনে পাইছে সেনাপতি ডাঙৰীয়া ?

সেনাপতি : অলপ ভাল পাইছোঁ। মানে ৰিং-ৰিঙনিটো গৈছে। অকল জিন-জিননিটো আছে। আজি ইমান বছৰ শুনি আছোঁ এই ঘণ্টাৰ শব্দটো, তথাপি সহ্য হৈ নাহিল।

প্ৰধান মন্ত্ৰী : আপুনিতো সেই সিদিনাখন আহিছে।

সেনাপতি : সিদিনাখন মানে, প্ৰায় ত্ৰিশ বছৰেই হ'ল।

প্ৰধান মন্ত্ৰী : মহাৰাজৰ সেৱাত, এই ৰাজবংশৰ সেৱাত, মই আজি পঞ্চত্ৰিশ বছৰ কাল কটাইছোঁ মহাৰাজৰ দৰবাৰত। কিন্তু আজিও সেই পঞ্চত্ৰিশ বছৰ আগৰ প্ৰথম দিনটোৰদৰে, ৰত্ন কোঠা খোলাৰ সাৱধানী ঘণ্টা শুনাৰ লগে লগে উৎকণ্ঠাত কণ্ঠনলী চাপ খাই আহে, শৰীৰৰ মনস্তাত্ত্বিক [illegible] কৰোঁ এক অদ্ভুত [illegible]।

সেনাপতি : মোৰো বুজিছে—পেটটো খালি খালি লাগে। কিজানি, কিজানি—মহাৰাজে মোৰ বাকী থকা দৰমহাখিনি দিয়েই দিয়ে। বাৰু প্ৰধান মন্ত্ৰী ডাঙৰীয়া !

প্ৰধান মন্ত্ৰী : হুঁ⋯⋯।

সেনাপতি : এটা কথা সোধোঁ ?

প্ৰধান মন্ত্ৰী : আপুনি কি সুধিব খুজিছে জানো। তথাপি সোধক।

সেনাপতি : মহাৰাজৰ ৰত্ন কোঠাত কিমান ধন-ৰত্ন, মণি-মাণিক আছে বাৰু ? আপুনি জানেনে ?

প্ৰধান মন্ত্ৰী : মই ভাবিছিলোঁ, আপুনি সুধিব, মহাৰাজে যদি হঠাতে দয়া-পৰৱশ হৈ আমাক যোৱা পাঁচ বছৰৰ বাকী থকা বেতনখিনি দি দিয়ে, মই পইচাখিনি লৈ কি কৰিম ? এতিয়া আপুনি সোধা প্ৰশ্নৰ উত্তৰটো আপুনিও জানে, ময়ো জানো। মানে আপুনিও নাজানে, ময়ো নাজানো ৰত্ন কোঠাৰ ভিতৰত কি আছে।

সেনাপতি : তথাপি কল্পনা কৰি ভাল লাগে। মহাৰাজৰ ৰত্ন কোঠাৰ ভিতৰখন নিশ্চয় হীৰা, মৰকত মণিৰে জিলমিলাই আছে। চাকিৰ পোহৰৰ আৰু প্ৰয়োজন নহয়। সেৰা উপচি কোঠাৰ মজিয়াত ছিটিকি পৰি আছে, সোণৰ মোহৰবোৰ। মহাৰাজে সোণৰ মোহৰবোৰ গহকি মচ-মচাই সোমাই গৈছে ভিতৰলৈ। এই এটা স্বৰ্ণমুদ্ৰা মহাৰাজৰ জোতা এপাতত লাগি ধৰিছে। মহাৰাজে সেৰা এটাত আউজি থিয় হৈ ভৰিখন ওপৰলৈ তুলি মুদ্ৰাটো একবালে, তাৰ পিছত খিলখিলে অলস চুক

এটাকৈ দলি মাৰি দিলে। আঃ—কিমান দিন যে সোণৰ মুদ্ৰা হাতেৰে মই পোৱা নাই। মোৰ বিয়াৰ সময়তে শহুৰে দিছিল সোণৰ মোহৰ এটা। এই, ঠিক এইখিনিতে সোঁ-হাতৰ তলুৱাতে। এতিয়াও তলুৱাত লাগি থকা যেন লাগে। এবাৰ বুজিছে বস্ত্ৰ কোঠাৰ বন্দী এজনে মোক কৈছিল।

প্ৰধান মন্ত্ৰী : [ গহীনাই ] বস্ত্ৰ কোঠাৰ সম্পৰ্কে আলোচনা কৰাটো ৰাজদ্ৰোহ।

সেনাপতি : হেঃ হেঃ হেঃ—এয়া অকল আপোনাৰ আৰু মোৰ মাজতহে।

প্ৰধান মন্ত্ৰী : পাহৰি নেযাব, বেৰৰো কাণ আছে। [ গিৰিপ-গিৰিপকৈ সৈন্যৰ দল এটা পাৰ হৈ যোৱাৰ শব্দ ]

সেনাপতি : আপুনি ভাল সময়তে মোক জনাই দিলে।

প্ৰধান মন্ত্ৰী : বেৰৰ কাণ থাকক বা নাথাকক, আপোনাৰ কাণ থকা উচিত। বিশেষকৈ যি সময়ত ডেকামন্ত্ৰীয়ে আপোনাক মোক আঁতৰাই নিজে গাদী লোৱাৰ মতলবত আছে। অৱশ্যে বস্ত্ৰ কোঠাৰ বন্দীসকল মোৰ সজাতি।

সেনাপতি : ৰাৰু মন্ত্ৰী ডাঙৰীয়া।

প্ৰধান মন্ত্ৰী : হঁ, আৰু কি সুধিব খুজিছে ?

সেনাপতি : আমি সৈন্যবোৰক কওঁ, যি কোনো ভাল সৈন্যই কালত বস্ত্ৰ কোঠাৰ বৰ্ধীয়া হ'ব পাৰে। কিন্তু সিদিনাখন জানো কি কামত, নথি-পত্ৰ খোলাত মোৰ চকুত লাগিল। বস্ত্ৰ কোঠালিৰ বৰ্ধীয়া আটাইকেইজনে দেশৰ মাত্ৰ কুৰিটামান পৰিয়ালৰপৰা আহি আছে যোৱা পঞ্চাশ বছৰ ধৰি। ককায়েকৰ পিছত ভায়েক, দদায়েকৰ পিছত ভতিজাক, দেউতাকৰ পিছত ল'ৰা। কিন্তু পৰিয়াল সেইকেইটাই। মোৰ এতিয়া সন্দেহেই হ'ব ধৰিছে, যি কোনো ভাল সৈন্যই বস্ত্ৰ কোঠাৰ বৰ্ধীয়া হ'ব পাৰে বুলি।

প্ৰধান মন্ত্ৰী : সেইয়া, সেইয়া, আপুনি আন বহুতৰ দৰে একেটা ভুলেই কৰিবলৈ ওলাইছে। ভাল সৈন্য মানে কি ? মানে তাৰ গুৰি-গোত্ৰ ভাল হ'ব লাগিব। [ দুৱৈত ভৰিৰ খোজ ]

সেনাপতি : [ চিঞৰি ] হেৰি ডেকামন্ত্ৰী ডাঙৰীয়া ! বৰ বেগাবেগিকৈ গৈছে দেখোন। কোনফালে ? মহাৰাজ এই সোমাইছেহে, ওলোৱাত দেৰি আছে।

ডেকামন্ত্ৰী : [ উশাহ নসলাই ] বৰ ব্যস্ত—বুজিছে, বৰ ব্যস্ত। উশাহ লোৱাৰ সময় নাই। মহাৰাজে আকৌ দুৰ্গতিনাশিনী সভাখন মোৰ ওপৰত জাপি দিছে। মোৰ মৰিবৰ সময় নোহোৱা হৈ গৈছে। যোৱা দুদিন ধৰি গাৰ চোলাটো সলাব পৰা নাই।

প্ৰধান মন্ত্ৰী : সেইটো আপুনি ওচৰলৈ আহোঁতেই গম পাইছোঁ। এতিয়া ক'লৈ ওলাইছে ?

ডেকামন্ত্ৰী : মহাৰাজ বস্ত্ৰ কোঠাত সোমাইছে। কিবা উলিয়াই আজি। তাকে অকমান আগধৰি আহিছোঁ।

প্ৰধান মন্ত্ৰী : অঁ, ভাল, আগবাঢ়ক। আমিও যাব ধৰিছোঁ। [ খোজ আঁতৰি যায় ]

সেনাপতি : ই, ডেকামন্ত্ৰীৰ মতলবটো কেনে যেন দেখিছে প্ৰধান মন্ত্ৰী ডাঙৰীয়া।

প্ৰধান মন্ত্ৰী : মতলব ? ত্ৰিশ বছৰ আগতে মই শেষবাৰৰ বাবে মানুহৰ মতলব ভাল যেন দেখা

পাইছিলোঁ। তাৰ পিছত আৰু কোনো মানুহৰে ভাল মতলব দেখা নাই।

সেনাপতি : তথাপি? অনাথ আৰু দুৰ্গতিনাশিনী সভাখন আপোনাৰ অধীনত নাছিল জানো? ডেকামন্ত্ৰীক হঠাতে দি দিলে কেলেই বিভাগটো খৰ্গদেৱে?

প্ৰধান মন্ত্ৰী : এয়া আপুনি ভবাই তুলিলে। কিয় দি দিলে? এইটো বিভাগৰ দৰে লেভেৰা বিভাগ নাই, বিশেষকৈ যেতিয়া অৰ্থ ভাণ্ডাৰ শূন্য। আনহাতে এইটো বিভাগৰ দৰে শক্তিশালী বিভাগ নাই, যদি আপুনি বাস্তৱতে কিবা কৰিব পাৰে। এতিয়া প্ৰশ্ন হৈছে, মহাৰাজে বস্ত্ৰ কোঠাৰপৰা কিমান ধন-সোণ উলিয়াই আনিব অনাথ অন্ধ দুৰ্গতসবৰ বাবে। বলকচোন—বেগাই বলক। মহাৰাজ বস্ত্ৰ-কোঠাৰপৰা ওলোৱাৰ লগে লগে আমি ল'গ ধৰিব লাগিব। নহ'লে সেই চেঙেলীয়াজনে পালে সোপাক লৈ যাব।

[এফেক্ট : আইনাৰ গুলি বা মাৰ্বল লৰা-চৰা কৰা শব্দ। ভঙা কাঁহ-পিতলৰ টুকুৰাৰ বা মোহৰৰ ঝন-ঝননি]

সেনাপতি : সেয়া, শুনিছে, সোণৰ মোহৰ গণিব ধৰিছে মহাৰাজ। [পজ] সেয়া, সেয়া—এতিয়া হীৰা-মুকুতাবোৰ লাৰি-চাৰি চাইছে। মোৰ মুৰটো আচন্দ্ৰাই কৰা যেন লাগিছে। অকণমান ৰহো—ৰব।

প্ৰধান মন্ত্ৰী : [বিৰক্তিৰে] আপুনি বৰ লুভীয়া হেৰি। শব্দ শুনোতেই ইমান। এবাৰ বস্ত্ৰ কোঠাত সোমাব পাৰিলে, আপোনাৰ তাতেই বজ্ৰচাপৰ ফলত মুৰ ঘূৰাই পৰি গ'লহেঁতেন।

সেনাপতি : মোৰ নিজৰ বাবে ভৰা নাই। মোৰ সৈন্যবোৰ দেখিছে। সৈন্যবোৰ বাৰু যেন ভেন, সিহঁতৰ ঘৰৰ অৱস্থা দেখিলে চকু পানী ওলায়। আনহাতত বস্ত্ৰ কোঠাত ধনে-ৰত্নে ঠাহ খাই আছে। সকলোৱে অকল বাট চাই আছে কেতিয়া মহাৰাজে ধন-ৰত্নবোৰ উলিয়াই আনিব।

প্ৰধান মন্ত্ৰী : সেইটো মহাৰাজৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। আপুনি সেনাপতি হৈ যদি ধৈৰ্য হেৰুৱায়, সৈন্যবোৰে কি কৰিব! ধৈৰ্য, ধৈৰ্য—ধৈৰ্যই হৈছে আচল কথা।

সেনাপতি : ধৈৰ্য, সেইবুলি আৰু কিমান দিন ধৰিব পাৰি?

প্ৰধান মন্ত্ৰী : [খঙেৰে] ধৈৰ্য নধৰি আপুনি কি কৰিব খুজিছে?

সেনাপতি : এৰা, হয় হয়, সেইটো অৱশ্যে এটা কথা—কি কৰিব আৰু ধৈৰ্য ধৰাৰ বাদে।

[দুৱৰপৰা শুনা যায়]

মহাৰাজ : আপোনাক যিমান দিছোঁ, সিমানেই। যেনেকৈ পাৰে চলাওক গৈ এইকেইটা দিন,—

ডেকামন্ত্ৰী : নহয় মহাৰাজ, এইখিনি ধনেৰে নুজুৰিব। অনাথ আৰু দুৰ্গতিনাশিনী সভাখনৰ কৰ্মীসকলোকে বেতন আৰু খৰচ দিওঁতেই ধন শেষ হৈ যাব।

সেনাপতি আৰু প্ৰধান মন্ত্ৰী : মহাৰাজৰ জয় হওক।

মহাৰাজ : জয় হওক, জয় হওক। এইয়া দেখিছোঁ ডেকামন্ত্ৰী, আপুনি অকলে নহয়, প্ৰধান মন্ত্ৰী আৰু সেনাপতিও মোৰ অপেক্ষাত। পিছে আপোনালোকক?

সেনাপতি : মহাৰাজে বস্ত্ৰ কোঠাত সোমোৱা সংকেত ধ্বনি শুনিয়েই লৰি আহিছোঁ। কিবা এটা

আনন্দ, কিবা এটা উত্তেজনা, কিবা এটা উদ্বেগ।

মহাৰাজ : পইচা লাগে?

সেনাপতি : হয় মহাৰাজ। সৈন্যবাহিনীৰ বাবে।

মহাৰাজ : এইয়া ধৰক। [ সোণৰ মুদ্রা দিয়াৰ শব্দ ]

সেনাপতি : এইখিনিমাত্র—

মহাৰাজ : এইখিনিৰেই কাম চলাওক গৈ এতিয়া। আপোনালোকৰ বাবে জীৱনত সুখ-শান্তি নোহোৱা হ'ল। সদায় লাগে, লাগে, দিয়ক, দিয়ক, দিয়ক। আগতে অন্ততঃ বস্ত্র কোঠাত সোমালে সকলো পাহৰি থাকিব পাৰিছিলোঁ। আজিকালি বস্ত্র কোঠাত সোমালেও আপোনা-লোকৰ পাতি থকা হাত কেইখনহে চকুৰ সন্মুখত ভাহি উঠে।

প্রধান মন্ত্রী : আমাতকৈও, ৰাইজহে অধিক অসন্তুষ্ট হৈ পৰিছে। আৰু ধৈৰ্য ধৰিব নোখোজে। কেইজনমানে আকৌ উলিয়াই ফুৰিছে, বস্ত্র-কোঠাত সকলো সোমায়হি কিন্তু তাৰপৰা একোকে ওলাই নাহে। [ দূৰৈত গোলমাল ] সেইয়া প্রাসাদৰ সন্মুখত কোলাহল।

মহাৰাজ : আপোনালোকে বুজাই কওকগৈচোন, আৰু দুদিনমান ধৈৰ্য ধৰিবলৈ। নেথাকিলে এটা বোলে কথা আছিল। কিন্তু বস্ত্র কোঠাত যেতিয়া আছে, তেতিয়া ইমান চিন্তা কিহৰ? মোক সময় দিয়ক। সকলো কাম সুচিন্তিত-ভাৱে কৰিব লাগে। হঠাতে এদিনাখনৰ ভিতৰতে ৰাজ্যখনত ধনে-ঐশ্বৰ্যে উভৈনৈ কৰি দিলে কি কি অসুবিধা হ'ব তালৈকে ভাবি চাব লাগিব। সময় লাগে, সময়।

প্রধান মন্ত্রী : ভাল মহাৰাজ, চেষ্টা কৰি চাওঁ।

[ খোজৰ শব্দ আঁতৰি যায়—কোলাহল ক্রমাত কমি আহে। ]

ঘোষক : এইদৰে দিনবোৰ গৈ আছিল। ৰাজ্যৰ মানুহবোৰে ধৈৰ্যৰে আৰু আশাৰে বাট চাই সেই দিনটোলৈ, কেতিয়া মহাৰাজে বস্ত্র কোঠাৰ দুৱাৰ খুলি, ৰাজ্যখন ধনে-ঐশ্বৰ্যই উভৈনৈ কৰি তুলিব। কিন্তু ৰজাৰ সিংহাসনৰ মখমলে আবৰা তুলাৰ গদীৰ ভিতৰত এটি নিগনিৰ পৰিয়াল বাস কৰিছিল। নিগনিৰ ল'ৰাজনৰ সৰুৰেপৰা বৰ হেপাহ এবাৰ অন্ততঃ বস্ত্র-কোঠাত সোমাই ধন-ঐশ্বৰ্যসমূহ নিজৰ চকুৰে চোৱা। কিন্তু দেউতাক, বুঢ়া নিগনিয়ে তাক কোনো ৰকমেই অনুমতি নিদিয়ে।

বুঢ়া নিগনি : হেৰৌ, তই যে বৰ চত্-চতাই ফুৰিছ, কাৰ খাইছ, জান? মহাৰাজৰ।

পোৱালি নিগনি : আগতে আপুনি কৈছিল— আপোনাৰ খোৱা বুলি।

বুঢ়া নিগনি : মোৰ খোৱা যি মহাৰাজৰ খোৱাও সেই একে কথা। মই কাৰ খাইছোঁ? মহাৰাজৰ। মহাৰাজৰ দয়াৰ হাতৰপৰা যি অকমান খুদকণ সৰি পৰে তাকে খাই আমি দিন নিয়াইছোঁ। তই ক'ত আছ জান? মহাৰাজৰ ঘৰত।

পোৱালি নিগনি : আগতে আপুনি কৈছিল আপোনাৰ ঘৰ বুলি। কেবাবাৰো মোক ওলাই যাবও কৈছে আপোনাৰ ঘৰৰপৰা।

বুঢ়া নিগনি : [ খঙেৰে ] কৈছোঁ, আৰু ক'ম। এশবাৰ ক'ম। ডিঙিত ধৰি বাহিৰ কৰি দিম তোক মোৰ ঘৰৰপৰা। তই নাজান, ৰাজ-সিংহাসনৰ গদীত থাকো বাবে আমাক সক-লোৱে ৰাজদৰবীয়া নিগনি বোলে। সোমযোগা

ঔকা—আজো-ককাৰ নিগনি সমাজত কিমান নাম, কিমান প্ৰতিপত্তি আছিল। ৰাইজৰ মাজত, বৰ পিৰাখন আমাৰ; ভালৰো ভাল মাহ-চাউলখিনি আমাৰ। ক'বপৰা আহে—এই সন্মান, প্ৰতাপ প্ৰতিপত্তি—সকলো মহাৰাজৰ নামৰপৰা।

পোৱালি নিগনি : আপোনাৰ মহাৰাজে নাজানেই যে আমি ইয়াতে আছোঁ। জানিলে কেতিয়াবাই কোবাই মাৰিলে হয়—আমাৰ আটাই কেইজনকে।

বুঢ়া নিগনি—তই তেনে কথা কলি? তই তেনে কথা কলি? [খঙেৰে] মূৰ্খ, তই কেনেকৈ জানিলি—মহাৰাজে আমাক নাজানে—চিনি নাপায় বুলি?

পোৱালি নিগনি : আমাৰ পৰিয়াল যদি ইমান জলাই, তেনেহ'লে মোৰ কথা বাক বাদেই দিলোঁ, আপুনি ৰাজসভাৰ মাজেৰে লৰমৰা দেখা পালে আটায়ে মাৰ, মাৰ কৰি খেদি আহে কেলেই?

বুঢ়া নিগনি : [হাঁহি] নকৈছোঁ, তই এটা মূৰ্খ বুলি। মোৰ ল'ৰা হ'লেও তোক ঈশ্বৰে মগজু নিদিলে। মহাৰাজে কি লৰমৰা নিগনি এটা দেখি চিনি পাব, সেইটো ৰাজঘৰীয়া নিগনি বুলি? বৈ চিনাকি দিয়া হ'লে নিশ্চয় চিনি পালে-হেঁতেন। মই ভাবি আছোঁ এদিন মই নিজক চিনাকি দিম। অকল সক ঘৰৰপৰা অহা পহৰীয়াবোৰৰ বিশ্বাস নাই, নহ'লে কেতিয়াবাই চিনাকি দিলোঁহেঁতেন। তই বোপাই সেইবোৰ চিন্তা এৰ। মহাৰাজৰ বস্ত্ৰ কোঠাত কিমান ধন-বস্তু আছে জানি আমাৰ কি লাভ? সেইবোৰ কামত আৰ্গে বেলেগ মানুহ আছে।

পোৱালি নিগনি : কিন্তু কোনোবাই জনা উচিত নহয়—জানো বস্ত্ৰ কোঠাত কিমান ধন সোণ আছে।

বুঢ়া নিগনি : হেৰৌ, স্বয়ং মহাৰাজে নিজে ধন-সোণৰ লেখ ৰাখে। তেখেতে সোণ-ৰূপৰ মুখেৰে আটিব বুলি কৈছে যেতিয়া আটিব। আৰু তই বাৰু বস্ত্ৰ কোঠাত সোমাও বুলিলেই তোক সোমাব দিব কেলেই? পকৰা এটাও নোৱাৰে বস্ত্ৰ কোঠাত সোমাবলৈ। ৰজাৰ চিপাহী চওৰীয়ে ঘেৰি ৰাখে দিনে-ৰাতিয়ে।

পোৱালি নিগনি : সোমোৱাৰ বুধি মই ভাবি থৈছোঁ। মহাৰজাই সিংহাসনত বহি টোপনিয়াই থাকোঁতে কোনোবা এটা সুবিধাত মহাৰাজৰ বৰ পাগুৰিৰ ভাজৰ মাজত সোমাব পাৰিলেই হ'ল। তাৰ পিছত মহাৰাজৰ লগতে বস্ত্ৰ কোঠা……।

বুঢ়া নিগনি : [খঙতে] এই, এই, এই! তোৰ গেমেহা লেতেৰা ভৰি চাৰিখনেৰে তই মহাৰাজৰ শ্ৰীমুৰ গছকি যাবি? মোৰ আগতে তই এনে কথা ক'বৰ সাহস পালি? ওলা, ওলা, ওলা, মোৰ ঘৰৰপৰা। কুলাঙ্গাৰ, কুসন্তান, বংশৰ কলংক।

[শব্দ] ঘন্টাৰ শব্দ : বস্ত্ৰ কোঠা খোলাৰ সাৱধান ধ্বনি]

প্ৰধান মন্ত্ৰী : সেনাপতি ডাঙৰীয়া!

সেনাপতি : আজি আৰু শেষ আশা—

প্ৰধান মন্ত্ৰী : মোক আৰু সেই কুমলীয়া ডেকামন্ত্ৰীক সমান পৰিমাণে ধন দিছে। এনেকৈ চলিলে, আৰু এই কামত ইস্তফা দিয়াহে কথা।

সেনাপতি : কামত ইস্তফা দিলে কি লাভ হ'ব প্ৰধান মন্ত্ৰী ডাঙৰীয়া?

প্ৰধান মন্ত্ৰী : এৰা, সেইটোও এটা কথা। ব'লক অকমান আগুৱাই যাওঁ। ডেকামন্ত্ৰীৰ আগতেই মহাৰাজক অকলে লগ ধৰিব লাগিব।

[ খোজৰ শব্দ—আৰু বিকট চিঞৰ, লগতে বন্দুকৰ শব্দ শুনা যায় ]

সেনাপতি : [ কান্দো কান্দো হৈ ] মাৰিলে, মাৰিলে, মহাৰাজক! ডকাইত, দিন ডকাইত। সব শত্ৰুক। বস্ত্ৰ কোঠাৰ ৰখীয়াবোৰে মহাৰাজক মাৰিলে, বিদ্ৰোহ—লুটপাত! মই কি কৰোঁ! ক'লৈ যাওঁ এতিয়া?

প্ৰধান মন্ত্ৰী : [ ব্যগ্ৰ হৈ ] আপোনাৰ আন সৈন্যবোৰক মাতক। ডিঙিত সেইডাল বাঁহীটো কেলেই ওলোমাই লৈ ফুৰিছে।

[ হুইচেলৰ শব্দ লৰা-ধপৰাৰ শব্দ ]

প্ৰধান মন্ত্ৰী: মহাৰাজ কুশলে আছে, ঈশ্বৰক ধন্যবাদ। মই ভাবিছিলোঁ—

সেনাপতি : মোৰ জীৱ উৰি গৈছিল ভয়তে—

মহাৰাজ : [ ফোপাই জোপাই ] নাপালি? সেইফালে চা—তইঁতৰ আটাইৰে মই গলধন ছিঙা কৰিম। প্ৰধান মন্ত্ৰী আৰু সেনাপতি—কি মুখ মেলি চাই আছে? বিচাৰক, ধৰক! যাব নিদিব!

সেনাপতি : হয় মহাৰাজ, হয়। কি বিচাৰিম? হীৰা? মৰকত? মোহৰ?

মহাৰাজ : নহয়, নহয়, মোৰ পাগুৰিত আছিল। তাৰ মানে ক'লা নেজ থকা—চাওক, আপোনাৰ সৈন্যবোৰকে মাতক।

সেনাপতি: ক'লা, সক, তাৰমানে নেজথকা মুকুতা—

মহাৰাজ : মূৰ্খ, আপুনি অথা মূৰ্খ। নেজথকা মুকুতা আপুনি কেতিয়া মোৰ পাগুৰিত দেখিছিল? এটা জন্তু। কিবা এটা সৰু জীৱ, চাবিঠেঙীয়া। মোৰ পাগুৰিত উঠি আছিল। বস্ত্ৰ-কোঠাৰ ভিতৰলৈও সোমাইছিল, মই ওলাই অহাৰ সময়ত সি পাগুৰিৰপৰা জঁাপ মাৰি [ চিঞৰ ] —পালি, পালি বিচাৰি? তইঁতৰ আজি এটাকো সুদাইনেৰোঁ। বস্ত্ৰ কোঠাৰ ৰখীয়া বাৰ খোৱাৰ সুখ আদি ওলাই যাব। [ মাতটো স্বাভাৱিক কৰি ] কি জন্তু? কি জন্তু? নামটো মনত পৰা নাই। ৰাজসভাৰ মাজেৰে মাজে মাজে লৰ মাৰে। ক'লা নেজ থকা।

প্ৰধান মন্ত্ৰী : নিগনি?

মহাৰাজ : অ, নিগনি, নিগনি, এই ইমানটো। মোৰ পাগুৰিত উঠি আছিল। আপুনি প্ৰধান মন্ত্ৰী ইয়াতে কি কৰিছে? ডেকামন্ত্ৰীয়ে তেতিয়াৰপৰা নিগনি বিচাৰি ফুৰিছে।

প্ৰধান মন্ত্ৰী : লাভ কিবা হৈছে জানো?

[ খোজৰ শব্দ সোমাই আহে ]

ডেকামন্ত্ৰী : [ফোপাই জোপাই] নাই, নাপালোঁ— মহাৰাজ। কাৰেঙৰ কোনটো ফুটাৰে সি পলাই সাৰিলে নাজানো। ফুটা বহুত কাৰেঙত। মই ফুটাৰ কথা ৰাজসভাত তুলিছিলোঁৱেই। মহাৰাজে আৰু অলপ আগতে মোক খবৰটো দিয়া হ'লে—

মহাৰাজ : মই যেতিয়া দেখিছোঁ, তেতিয়াহে আপোনাক খবৰ দিম। [ খঙেৰে ] আজি কাকো সুদাই নেৰোঁ। বস্ত্ৰ কোঠাত ৰক্ষণা-বেক্ষণৰ দায়িত্ব কাৰ?

ডেকামন্ত্ৰী : বস্ত্ৰ কোঠা, মানে বস্ত্ৰ কোঠা বোলা কোনো বিশেষ বিভাগ নাই। সমূহ আইন আৰু শৃংখলাৰ দায়িত্ব—মোক ক্ষমা কৰিব— কথাটো কোৱা বাহে, প্ৰধান মন্ত্ৰী ডাঙৰীয়াৰ।

প্ৰধান মন্ত্ৰী ডাঙৰীয়াই ইমানদিনে বেছ নিষ্ঠাৰেই কাম চলাই আছিল। আমি জানো……

প্ৰধান মন্ত্ৰী : ধন্যবাদ, ধন্যবাদ ! মোৰ কিবা দোষ হৈছে যদি মহাৰাজে বিচাৰ কৰিব। আইন আৰু শৃংখলাৰ ভাৰ মোৰ ওপৰত। কোনো জন-প্ৰাণীকে বস্ত্ৰ কোঠাত সোমাব নিদিয়াৰ আদেশ মই দিছো। আৰু মই জনামতে সেই আদেশ পালনো কৰিছে বন্দীসকলে আখৰে আখৰে।

মহাৰাজ : তেনেহ'লে নিগনিটো সোমাব পালে কেনেকৈ ?

প্ৰধান মন্ত্ৰী : মানে, আইনৰ ফালৰপৰা চাব গ'লে মহাৰাজে নিজে নিগনিটো বস্ত্ৰ কোঠাৰ ভিতৰলৈ লৈ গৈছে।

মহাৰাজ : মই ?

প্ৰধান মন্ত্ৰী : মানে আপোনাৰ শ্ৰীশৰীৰৰ লগতে নিগনিটো বস্ত্ৰ কোঠাৰ ভিতৰলৈ সোমাই গৈছে। মইতো আৰু মহাৰাজৰ শ্ৰীশৰীৰ খানাতালাচ কৰিবৰ আজ্ঞা দিব নোৱাৰোঁ চন্তৰীসকলক।

মহাৰাজ : অৱশ্যে, অৱশ্যে…… ।

প্ৰধান মন্ত্ৰী : মহাৰাজে যদি ক্ষমা কৰে তেনেহ'লে মই মনত পেলাই দিব পাৰোঁ, যে নিগনি, যিয়ে আজি নোহোৱা নোপোজা কামকে কৰিলে, সেই নিগনি দমনৰ ভাৰ আমাৰ ডেকামন্ত্ৰী ডাঙৰীয়াৰ।

ডেকামন্ত্ৰী : মোৰ ? আজি এই প্ৰথম শুনিলোঁ, নিগনি দমন বোলা কোনো বিভাগ থকাৰ কথা।

প্ৰধান মন্ত্ৰী : ইমান আচৰিত নহব। কৃষি মন্ত্ৰীৰ তলত পোক-পকৰা আৰু অনিষ্টকাৰী জীৱনাশক বোলা বিভাগ এটা আছে। সেইটোৱেই— তাৰমানে পোক-পকৰা অনিষ্টকাৰী জীৱনাশক বিভাগ।

ডেকামন্ত্ৰী : সেই যে বুঢ়া বোন্দা এটা আছে, তাক চাকৰিৰপৰা অৱসৰ দিব খোজোতে আপুনিয়েই দেখোন ক'লে, যে সি বহুদিনৰ বোন্দা। আপোনালোকে একেলগে চাকৰিত সোমাইছিল হেনো একে বছৰতে।

মহাৰাজ : [ খঙেৰে ] বছ্, বছ্, বছ্—কোনো কথা শুনিব নোখোজোঁ। ৰাজ্যৰ এই বিপদ— আপোনালোকে সময় নিয়াৰ ধৰিছে কাজিয়া-পেচাল কৰি। আজিয়েই বুঢ়া বোন্দাক খেদক। মোৰ হুকুম। চিপাহী এজনে তাক আলি-বাটলৈ লৈ গৈ তিনিটা গোৰ মাৰি এৰি দি আহক, য'তে মৰে মৰক। পেঞ্চন বন্দ। আৰু নতুন বোন্দা এটাৰ নিয়োগ কৰক। আমাৰ দেশত ভাল বোন্দা নাই যদি, বিদেশৰপৰা অনাওক। খৰচৰ বাবে চিন্তা নাই। আৰু মই আজি এটা নতুন আইন দিম। বহুদিন কোনো নতুন আইন দিয়া হোৱা নাই। এনেকৈ দেশ শাসন কৰিব নোৱাৰি। ৰৰকাকতিক মাতক। [ চিঞৰ শুনা যায়। ৰৰকাকতি ! ৰৰকাকতি ! খোজৰ শব্দ সোমাই আহে। ] অ'—আহিল— লেখি লওক। নতুন আইন। কিমান নম্বৰ আইন হ'ব ?

প্ৰধান মন্ত্ৰী : পাঁচশ এক নম্বৰ আইন।

মহাৰাজ : অ, পাঁচশ এক নম্বৰ আইন। লেখি লওক মই কৈ গৈছোঁ। আইন হ'ল। নিগনিয়ে যি কয় সকলো মিছা।

[ হাত চাপৰি ]

প্ৰধান মন্ত্ৰী : বঢ়িয়া আইন—ধুনীয়া আইন। এনে

এখন আইনৰ অভাৱ আমি বহু দিনৰপৰা অনুভৱ কৰি আছিলোঁ।

ডেকামন্ত্ৰী : আমি জানোৱে কথাটো, যে নিগনিয়ে যি কয় সকলো মিছা। তথাপি কথাটো আইনত থকাটো ভাল। কি কয় সেনাপতি ডাঙৰীয়া ?

সেনাপতি : হয়, হয়, এনে ভাল কথা এটা ক'তো নথকাতকৈ আইনত থকাটো ভাল। অন্ততঃ ক'বলৈ হ'ব।

মহাৰাজ : তেনেহ'লে সেয়েই হ'ল। নিগনিয়ে যি কয় সকলো মিছা। আৰু নিগনিয়ে যাতে ক'ব নোৱাৰে তাৰ বাবে আমাৰ নিগনি নিধন বিভাগ বোলা সুকীয়া আৰু সুদৃঢ় বিভাগ এটি খুলিব লাগে।

ঘোষক : মহাৰাজৰ কথা মতেই কাম। নতুনকৈ নিয়োগ কৰা ৰাজবোন্দা বৰ তীখৰ আৰু কামৰ। কৰবাত নিগনি এটিয়ে খিটিক কৰিলেই ৰাজবোন্দাই জঁাপ মাৰি ধৰে। নিগনি কুলত মহা দুৰ্দিন উপস্থিত হ'ল। আটাইবোৰ নিগনিয়ে মনে মনে বস্ত্ৰ কোঠাত সোমোৱা নিগনিটোক দোষী সাব্যস্ত কৰিলে। অৱশেষত আন নিগনি-বোৰৰ দুৰ্দশা দেখি ৰব নোৱাৰি গল্পৰ নায়ক নিগনিয়ে নিজে গৈ পূৰ্ণ ৰাজসভাত ৰজাৰ সম্মুখত উপস্থিত হ'লগৈ।

মহাৰাজ : আন ৰাজ্যৰ লগত আমাৰ ৰাজ্যৰ পাৰ্থক্য হ'ল—আইনৰ শাসন আৰু ন্যায় বিচাৰ। বিনা বিচাৰে, ক্ষুদ্ৰ নিগনি এটাও মোৰ ৰাজ্যত [ চিঞৰে ] মাৰ, মাৰ মাৰ— সেইটো নিগনি। [ লৰা-ধপৰাৰ শব্দ—প্ৰধান মন্ত্ৰী আৰু নিগনিয়ে একেলগে ] মহাৰাজ, মহাৰাজ, মহাৰাজ। [ নিগনিক ধৰাৰ শব্দ ]

মহাৰাজ : মাৰ, মাৰ তাক। এইটো, এইটোৱেই হয়। তাক দেখিয়েই চিনি পাইছোঁ। ইয়েই সোমাইছিল বস্ত্ৰ কোঠাত। লৈ যা, তাৰ মূৰটো ছিঙি, পেলাই দে চুন্নীত।

নিগনি : মহাৰাজ, আপুনিয়েই কৈছিল, এই ৰাজ্যত বিনা বিচাৰে নিগনি এটাৰো অনিষ্ট নহয়।

মহাৰাজ : ইয়াক আকৌ বিচাৰ লগা হ'ল ! লৈ যা।

প্ৰধান মন্ত্ৰী : [ ফুচফুচাই ] মহাৰাজ, এনেকৈ মুকলি ৰাজসভাত বিনা বিচাৰে প্ৰাণদণ্ড দিলে পিছলৈ আমাৰ ৰাজ্যত আইনৰ শাসন বুলি আনক ক'বলৈ বাট নেথাকিব। সক-সুৰাকৈ হ'লেও বিচাৰ এখন কৰাটো ভাল হ'ব।

মহাৰাজ : ৰ, ৰ, অকণমান ৰ। ইয়াক বিচাৰ লাগে যেতিয়া বিচাৰটো কৰি দিছোঁ।~ [ গহীন ] মই, ৰাজ্যৰ মহাৰজাই আইনমতে বিচাৰ কৰি নিগনিক দোষী সাব্যস্ত কৰিছোঁ আৰু সেই আইনমতেই নিগনিৰ প্ৰাণদণ্ড দিলোঁ। [ সাধাৰণ মাতেৰে ] যা, ইয়াক লৈ যা।

নিগনি : মহাৰাজ, কোনখন আইন ? কোনখন আইনমতে মোৰ প্ৰাণদণ্ড দিয়া হ'ল ?

মহাৰাজ : কোনখন আইন মানে ? তোক মই ইয়াতেই কোবাই মাৰিলোঁ হয়, ৰাজসভা লেতেৰা হ'ব বাবেহে···

প্ৰধান মন্ত্ৰী : [ ফুচফুচাই ] এক নম্বৰ আইন। মহাৰাজ কৈ দিয়ক এক নম্বৰ আইন।

মহাৰাজ : অ' ৰাজ্যৰ এক নম্বৰ আইন। মই কি আইন নাজানো বুলি ভাবিছ নেকি ? এনেই ওপৰে ওপৰে মহাৰাজ হৈছোঁ ! ৰাজ্যৰ এক নম্বৰ আইনত আছে, 'মহাৰাজৰ বাহিৰে', মানুহ গৰু জীৱ-জন্তু চৰাই-চিৰিকতি সকলোৰে বাবে বস্ত্ৰ

কোঠাত কি আছে চোৰাচো নিষেধ। চালে—চালে—চালে। তাৰ পিছত কি আছিলহে? [পজ] কি, মনে মনে আছে মনত নাই যদি, আইনৰ বহীখন চাই নলয় কিয়? [কাগজৰ খচখচনি]

প্ৰধান মন্ত্ৰী: আমাৰ ৰাজ্যৰ আইন কৰিছে মহাৰাজে, লেখিছে ৰৰকাকতীয়ে। এক নম্বৰ বহী। এক নম্বৰ পাত। এক নম্বৰ আইন। এইয়া লেখা আছে—মহাৰাজৰ বাহিৰে, মানুহ, গৰু, জীৱ জন্তু, চৰাই-চিৰিকতি সকলোৰে বাবে বন্ধকোঠাত কি কি আছে চোৱাচো নিষেধ।

মহাৰাজ: সেইখিনিলৈ মোৰেই মনত আছে। তাৰ পিছত কি আছে পঢ়ক। থাকিব লাগে চোৱা-জনৰ মূৰ কটা যাব।

প্ৰধান মন্ত্ৰী: [ভয়ে ভয়ে] এক নম্বৰ আইনত মই কোৱাখিনিৰ বাদে আৰু একো নাই। ইয়াৰ পিছত দুই নম্বৰ আইন।

মহাৰাজ: থওক আপোনাৰ দুই নম্বৰ আইন। বন্ধ কোঠাৰ ভিতৰলৈ সোমালে কি শাস্তি দিয়া হ'ব, আইনত লেখা আছেনে নাই?

প্ৰধান মন্ত্ৰী: নাই মহাৰাজ।

ডেকামন্ত্ৰী: মহাৰাজ, প্ৰধান মন্ত্ৰীৰ এইটো বৰ ডাঙৰ গাফিলতি হৈছে। ৰাজ্যৰ ন আইনবোৰ চোৱা-চিতা কৰাৰ ভাৰ তেখেতৰ ওপৰত। কোনো আইন পুৰণি হৈ ফাটি গ'লে আৰু তাক জোৰা-তাপলি দিও চলাব নোৱৰা হ'লে, নতুন আইন প্ৰণয়ন কৰাৰ কথা মহাৰাজক সোঁৱৰাই দিয়াটো প্ৰধান মন্ত্ৰীৰ কৰ্তব্য। আৰু প্ৰধান মন্ত্ৰীয়ে দেখ দেখ কৰ্তব্যত অৱহেলা কৰিছে।

প্ৰধান মন্ত্ৰী: আইনত ভুল নাই, আইনত ভুল নাই। এক নম্বৰ আইনত লেখা আছে বন্ধ কোঠাৰ ভিতৰখন চোৱা নিষেধ। নিষেধ মানে নিষেধ। তাৰ মানে চাব নোৱাৰে। চাবলৈ আইনে নিদিয়ে। চাব যেতিয়া নোৱাৰেই তেনেহ'লে চালে কি হ'ব সেয়া, আইনত কেনেকৈ লেখিব? লেখিবৰ কোনো অৰ্থও নাই।

মহাৰাজ: [খঙেৰে] তেনেহ'লে কি ইয়াক, এই নিগনিটোক এৰি দিব লাগিব?

প্ৰধান মন্ত্ৰী: নহয়, নহয়। এৰি দিয়াৰ কথাই নুঠে। মহাৰাজে এক নম্বৰ আইনত নেজ এডাল লগাই দিলেই হ'ল। শ্ৰীমুখেৰে এবাৰ ক'লেই হ'ল—যেয়ে বন্ধ কোঠাৰ ভিতৰখন চাব তাৰ মূৰ কটা যাব। অৱশ্যে ৰৰকাকতীয়ে কথাষাৰ আইনৰ বহীত লেখি তুলি ল'ব লাগিব আৰু মহাৰাজৰ বহী। বহু ইমান খিনিয়ে।

মহাৰাজ: অ' অ' দিয়া। লেখি লোৱা। বন্ধ কোঠাৰ ভিতৰখন যেয়ে চাব তাৰ মূৰ কটা যাব। হ'ল নহয়। দিয়া, এইফালে দিয়া। চহী কৰি দিছোঁ। এয়া হৈ গ'ল আইন। যা, এতিয়া লৈ যা, তাৰ মূৰটো কাট। কি নিগনি, কিবা কৰি নেকি এতিয়া? সকলো আইন মতে। নকৈছোঁ, আমাৰ ৰাজ্যৰ বিশেষত্বই হ'ল আইন আৰু ন্যায়ৰ ৰাজত্ব।

নিগনি: মহাৰাজ আইনখন আপুনি আজিহে কৰিলে। মই বন্ধ কোঠাৰ ভিতৰত কি আছে আগেয়ে চাওঁ। এইখন আইনে মোক নোচোৱে।

[ৰাজসভাত মানুহৰ গুণ-গুণনি]

মহাৰাজ: ই কি কয় দেখোন মন্ত্ৰী ডাঙৰীয়া?

প্ৰধান মন্ত্ৰী: হয় মহাৰাজ।

মহাৰাজঃ [ খঙেৰে ] কিয় হয় হয় কৰি আছে ? আইনে কি কয় ? আইনমতে আমাৰ অৱস্থা কি ?

প্ৰধান মন্ত্ৰী : [ ভয়ে ভয়ে ] নিগনি শুদ্ধ।

ডেকামন্ত্ৰী : [ কাজিয়া কৰাৰ সুৰত ] এইসকলোবোৰ প্ৰধান মন্ত্ৰী ডাঙৰীয়াৰ অকৰ্মণ্যতাৰ ফল। তেখেতে আইনৰ ভাৰ লোৱাৰ পিছৰেপৰা দেশৰ আইন আৰু শৃংখলাৰ অৱস্থা দিনে দিনে অৱনতি হৈ আছে। আৰু সেই কথা আমি চকুৰে দেখি আছোঁ। আজি নিগনিৰ দৰে মোৰতৰ অপৰাধত অপৰাধী এজনে আইনৰ সুৰুঙাৰে সৰকি যাবলৈ ওলাইছে। যত্ন কৰা হ'লে কি তেখেতে এই সুৰুঙাটো বন্ধ কৰিব নোৱাৰিলেহেঁতেন ? নিগনিটোৱে কৈছে আইনখন আজি কৰা হৈছে, সি বস্ত্ৰ কোঠাৰ ভিতৰলৈ আগতেই সোমাইছিল। ঠিক আছে, আইনখন আগুৱাই দিয়ক।

মহাৰাজ : আগুৱালে নহ'ব, আগুৱালে নহ'ব। পিছুৱাব লাগিব।

ডেকামন্ত্ৰী : অ'— আগুৱালে যদি নহয়, পিছুৱাই দিয়ক। কিন্তু এই দুৰ্বৃত্তক বিনা দণ্ডেৰে যাব দিব নোৱাৰি।

প্ৰধান মন্ত্ৰী : মহাৰাজ, আইন আগুৱা পিছুওৱা কৰাটো মোৰ সাধ্যৰ বাহিৰত।

ডেকামন্ত্ৰী : আমি আগেয়ে জানো এইয়া আপোনাৰ ক্ষমতাৰ বাহিৰত বুলি। আপুনি বৃদ্ধ হৈছে। আৰু এই অথৰ্ব অকৰ্মণ্য বৃদ্ধবোৰে ৰাইজৰ মূৰত গুৰুভাৰ হৈ ৰাজ্যৰ প্ৰগতিৰ বান্ধৰ সৃষ্টি কৰিছে। আইনৰ দৰে গধুৰ বস্তু আগুৱা পিছুওৱা কৰাৰ বাবে প্ৰয়োজন যুৱ শক্তিৰ।

[ বেকগ্ৰাউণ্ডত যুৱ শক্তিৰ জয় হওক ! আমাক লাগে নতুন তেজ। ডেকামন্ত্ৰীক প্ৰধান মন্ত্ৰী পাতক ]

প্ৰধান মন্ত্ৰী : [ খঙেৰে ] মহাৰাজ, এই চেঙেলীয়া ডেকা সোপাতকৈ এতিয়াও মোৰ ক্ষমতা অধিক। মই নিজে ডেকামন্ত্ৰীক ওচৰলৈ তুলি তুলি এই পদলৈ আনিছোঁ। তেনেকৈ মই তেখেতক নমাবও পাৰোঁ। কিন্তু আইন লৰাব মই নোৱাৰোঁ।

মহাৰাজ : নলৰিব কিয়হে ? ক'ৰ এনে আইন বোলা বস্তুটো ওলাইছে। নলৰো বুলি নলৰে। মোৰ সৈন্য-বাহিনীক মাতক। হাতী লগাই হেচুকিব দিয়ক। লৰে নে নলৰে চাম। এখন আইন লৰাব নোৱাৰিলে মই কিহৰ ৰজাটো হ'লোঁ ?

প্ৰধান মন্ত্ৰী : আইন নলৰে। এনেয়ে নকয় আইন অলৰ অচৰ ! হাকিম লৰিলেও হুকুম নলৰে। ৰৰকৈ হেচিলে আইনেই ভাগি যাব। সেই বুলি কিন্তু আইনৰ অমোঘ হাতৰপৰা ই নিগনি সৰকি নেযায়। এক নম্বৰ আইনত ই দোষী সাব্যস্ত নহ'ল। ঠিক আছে, নহ'ল নাই, নিগনিক চুৰিৰ অপৰাধত প্ৰাণদণ্ড দিয়া যাওক।

[ বেকগ্ৰাউণ্ডত—হয় নিগনি জাতটোৱেই চোৰৰ জাত। আপুনিও ভাল কথা কৈছে। কিবা সৰকাৰৰ মতলব নেথাকিলে সি কিয় বস্ত্ৰ কোঠাত সোমায় ? ক'লেই আমি বিশ্বাস কৰিমনে ? বোপা-ককাৰ দিনৰে বস্ত্ৰ কোঠা। ]

নিগনি : মহাৰাজ ! বস্ত্ৰ কোঠাৰপৰা মই কি চুৰি কৰিছোঁ, অন্ততঃ সেইটো কওক।

মহাৰাজ : ইয়াৰ সাহস চা। ই আকৌ মোকেই

প্ৰশ্ন কৰে! তই ধন নিছ, সোণ নিছ, হীৰা মুকুতা, মোহৰ।

নিগনি : মহাৰাজ, বন্ধ কোঠাত সেইবোৰ আছে জানো? মই দেখিছোঁ আপুনি ভগা কাঁহৰ বাচনৰ খোলাবোৰ বজাই দিছে বন্ধ কোঠাৰ ভিতৰত। শব্দ শুনি বাহিৰত সেইয়া মানুহে ভাবে আপুনি সোণৰ মোহৰ গণিছে। আইনাৰ ভগা টুকুৰাবোৰ ইহাত-সিহাত কৰিছে, মানুহে ভাবে সেয়া হীৰা-মুকুতাৰ শব্দ।

মহাৰাজ : [ব্যাকুল হৈ চিঞৰে] মাৰ, মাৰ—মাৰ তাক—মিছা কৈছে। সকলো মিছা। তাৰ মুখত সোপা দে।

[কোলাহল চিঞৰ—ইনক্লাব জিন্দাবাদ। আমাৰ দাবী মানিবই লাগিব। ঠগবাজী বন্ধ কৰক। আমাৰ প্ৰাপ্য আমাক দিয়ক। বন্দুক-বাৰুদৰ শব্দ। কোলাহল লাহে লাহে মাৰ যায়।]

ঘোষক : ৰাজ্যৰ মানুহে গৈ বন্ধ কোঠাৰ বন্ধ দুৱাৰ ভাঙি পেলালে। নিগনিৰ কথাই সঁচা, বন্ধ কোঠা শূন্য। ৰাজ্যৰ মানুহে ঠগবাজ ৰজা-মন্ত্ৰী সেনাপতিক ৰাজ্যৰপৰা খেদি পঠালে। [প'জ]

গোটেই ঘটনাটো সাধু যেন নেলাগিলনে? ইয়াৰ এটি অধিক বাস্তৱ মোৰ দিব পাৰি নেকি চোৱা যাওঁক।

[ক্লেসৃবেক—নিগনিয়ে ক'ব আৰম্ভ কৰে—মহাৰাজ, বন্ধ কোঠাত সেইবোৰ আছে জানো··· হীৰা, মুকুতাৰ শব্দ। শেষ হোৱাৰ লগে লগে ৰজাৰ বোন্দাই নিগনিক ধৰি খাই পেলোৱাৰ শব্দ। ৰাইজৰ মাজত চিঞৰ—খালে খালে, ৰাজবোন্দাই নিগনিক খালে। মাৰ তাক, জীয়াই জীয়াই যেন চোবাম। মেকুৰীয়ে চিঞৰে। ৰাইজে চিঞৰে। কোলাহল।

প্ৰধান মন্ত্ৰী : [চিঞৰ] ৰাইজ! ৰাইজ! আপোনালোকে কি কৰিব ওলাইছে? আপোনালোকে ৰাজ্যৰ আইন ভাঙিব ওলাইছে। মনত ৰাখিব, পাহৰি নাযাব ৰাজ্যৰ পাঁচশ-এক নম্বৰ আইন। নিগনিয়ে যি কয় সকলো মিছা।

[ৰাইজৰ চিঞৰ—আমাক বিচাৰ লাগে। নিগনি হত্যাৰ প্ৰতিশোধ লাগে। নিগনি আমাৰেই এজন। ৰাজবোন্দাক আমাৰ হাতত তুলি দিয়ক।]

শান্ত হওক ৰাইজ, নিগনিয়ে আজি আপোনালোকক মিছা কথা কৈছে। আপোনালোকে তাকেই সত্য বুলি লৈছে। নিগনিয়ে মিছা কোৱাৰ অন্তৰালত থকা কালিমাময় গোপন ৰহস্যৰ কথা আপোনালোকে জানো জানে? এনেওতো হ'ব পাৰে যে নিগনি বিদেশী শত্ৰু-ৰাজ্যৰ গুপ্তচৰ। নিগনি কুটাঘাতকাৰী। নিগনি বিশ্বাসঘাতক—ঘৰশত্ৰু বিভীষণ, নিগনি দেশদ্ৰোহী—নিগনি—নিগনি জাতিদ্ৰোহী। নিগনিৰ ওপৰত আমাৰ চোৰাংচোৱা বাহিনীৰ বহুদিনৰপৰা চকু আছে। আজি তাৰ স্বৰূপ ওলাই পৰিল আপোনালোকৰ আগত।

ৰাইজৰ মাত : [চিঞৰ] নিগনিয়ে যে মিছা কোৱা নাই তাক প্ৰমাণ কৰক। আমাক বন্ধ কোঠা খুলি দেখুৱাওক।

প্ৰধান মন্ত্ৰী : [চিঞৰ] দিম। প্ৰমাণ দিম। সকলো প্ৰমাণ দাঙি ধৰিম ৰাইজৰ আগত। আপোনালোকৰ কোনে কিমান মুদ্ৰা পাব আছে ৰাজভঁৰালৰপৰা? পাঁচ? দহ? বৰ

বেছি এশ। মই নিজে লক্ষাধিক মুদ্ৰা পাবলৈ আছোঁ ৰাজউঁৱালৰপৰা। আজি যদি বস্তু কোঠা শূন্য বুলি মই বিশ্বাস কৰিলোঁহেঁতেন। তেনেহ'লে মই নিজে আপোনালোকৰ শাৰীলৈ নামি নগলোঁহেঁতেননে? বস্তু কোঠা শূন্য হোৱা হ'লে মোতকৈ ক্ষতি কাৰ হ'লহেঁতেন? এই বৃদ্ধ সেনাপতি ডাঙৰীয়া [এফেক্ট] মোৰ ওচৰত বহি আছে।

প্ৰধান মন্ত্ৰী: ৰাইজ, ৰাইজ, মই বৰ সন্তোষ পাইছোঁ যে আপোনালোকে আইন ভঙ্গকাৰীক হাতে হাতে ধৰি পেলাইছে, ৰাজবোল্দাক বন্দী কৰিছে। তাক আমাৰ হাতত তুলি দিয়ক। উঃ তাৰ ইমান সাহস! মহাৰাজৰ সমুখত, মোৰ সমুখত, এনে এটি কাম কৰি পেলালে। ইয়াৰ ন্যায়িক তদন্ত হ'বই লাগিব। ন্যায়িক তদন্তৰ পিছত ইয়াক এনে কঠোৰ শাস্তি দিয়া হ'ব যে ভৱিষ্যতে সকলো ৰাজবোল্দাৰ নোম শিঁয়ৰি উঠিব এই শাস্তি মনত পৰিলে।

ৰাইজৰ মাত: সেইবোৰ নহ'ব। আমি ৰাজবোল্দাক ইয়াতেই ডিঙি মুচৰি মাৰিম।

প্ৰধান মন্ত্ৰী: ৰাইজ, ৰাইজ, আইন নিজৰ হাতত তুলি নলব। আইন ভঙ্গকাৰীৰ শাস্তি আইনমতেই হ'ব লাগিব। পোনতে ন্যায়িক তদন্ত হ'ব। মই আপোনালোকক কথা দিছোঁ।

ৰাইজৰ মাত: মুখৰ কথাৰে নহ'ব। লিখিতভাৱে প্ৰতিশ্ৰুতি দিয়ক।

প্ৰধান মন্ত্ৰী: দিম, নিশ্চয় দিম। [কাগজত লেখা শব্দ] এয়া লওক। ইয়াৰ উপৰিও মই আপোনালোকক প্ৰতিশ্ৰুতি দিছোঁ, যে ন্যায়িক তদন্তত ৰাজবোল্দা দোষী সাব্যস্ত নহ'লেও তাৰ ওপৰত বিভাগীয় ব্যৱস্থা লোৱা হ'ব। অতি কমেও তাৰ গাধীৰ ভাট্টা সাময়িকভাৱে বন্ধ থাকিব শাস্তিস্বৰূপে। [হঠাতে শোকসভাত বক্তৃতা দিয়াৰ নিচিনা মাতেৰে] ৰাইজ—নিগনি শ্বহীদ হ'ল। নিগনিয়ে দেশৰ উন্নতিৰ হকে নিজৰ জীৱন আহুতি দিলে। আমি অৱশ্যে স্বীকাৰ কৰিব লাগিব যে সকলো কল্লে ব্যৱহাৰ কৰা নাই। কিন্তু তেখেতৰ মনৰ সত্যানুসন্ধানী দিশ আমাৰ উঠি-অহা যুৱকসকলৰ বাবে অৱশ্যেই অনুকৰণীয়। আপোনালোকৰ লগতে মই কওঁ নিগনি—মৰিও অমৰ হ'ল।

[ৰাইজৰ চিঞৰ: নিগনিৰ জয় হওক। নিগনি শ্বহীদ হ'ল। মহাৰাজৰ জয় হওক। শব্দ লাহে লাহে আঁতৰি যায়। ৰজা, মন্ত্ৰী, সেনাপতিয়ে দীৰ্ঘশ্বাস পেলায়। সময় পাৰ হৈ যোৱা বুজোৱা সঙ্গীত।]

বুঢ়া প্ৰধান মন্ত্ৰী: বুজিছে সেনাপতি ডাঙৰীয়া! সন্ধিয়া সময়ত কিয় জানো মোৰ সদায় শিশুকালৰ কথা মনত পৰে, যেতিয়া পৃথিৱীৰ সকলো কথা, সকলো সাধুকেই বিশ্বাসযোগ্য যেন লাগিছিল।

সেনাপতি: আজি কিন্তু পুৰা আপুনি মহাৰাজক ভাল বচাই দিলে। মই আজি ৰাইজে ৰাজসভাতেই মহাৰাজৰ চুলি ছিগে যেনেই পাইছিলোঁ। বাৰু প্ৰধান মন্ত্ৰী ডাঙৰীয়া, বস্তু কোঠাত আপুনি কিবা আছে বুলি ভাবে নে নিগনিয়ে সঁচা কথা কৈছিল?

প্ৰধান মন্ত্ৰী: [হুমুনিয়াহ] সেইবোৰ বহুদিন আগতেই ভাবিব বাদ দিছোঁ। ৰাজউঁৱালৰপৰা আৰু কিমাননো পাব আছে মই? বজাৰত কিজানি মোৰ তাৰে দহগুণ বেছি ধাৰ। বস্তু কোঠাৰ ওপৰত বিশ্বাস কৰিয়েই মহাজনবোৰে ধন ধাৰে দি আছে মোক। বুজিছে—একেদাল শিকলিৰে আমি প্ৰতিজনেই একোটা আঙুঠি। বস্তু কোঠাত আমি বিশ্বাস কৰিবই লাগিব, কৰাবই লাগিব

# জন্মেজয়

নব শৰ্মা

তিনিটা স্তৰত কাহিনী আগবাঢ়িছে। কোনো এক পৰ্বতত পুৰন্দৰ নামে এজন মৰমিয়াল বৃদ্ধৰ এখন মুৰ্গী-পাম আছে। তেওঁ লক্ষ্য কৰিছে কিছুদিনৰপৰা "জন্মেজয়" নামৰ এটা শকত-আৱত মুৰ্গীৰ স্বজাতি ভক্ষণ মনোবৃত্তি এটা হৈছে আৰু তাৰপৰা অন্য মুৰ্গীবোৰলৈকো সেই প্ৰবৃত্তি বিয়পিছে।
সমতলৰ এঠাইত অধ্যাপক পুণ্ডৰীক নামে এজন ব্যক্তিয়ে মানব জাতিৰ অৱক্ষয়ৰ অভিপ্ৰায়ে নিন্দনীয় কিতাপ ৰচনা কৰাৰ অপৰাধত তথাকথিত বিচাৰৰ সন্মুখীন হৈছে ; এই বিচাৰৰ ফলত অধ্যাপকে চৰম শাস্তি লভাৰ সম্ভাৱনা আছে।
একে সময়তে বিকলাংগ পংগু অধ্যাপক পুণ্ডৰীকক এগৰাকী মহিলাই ( হয়তোবা অধ্যাপকৰ পত্নী ) এখন পেৰাম্বুলেটৰত বহুৱাই বাটেদি ঠেলি ঠেলি লৈ গৈছে! ক'ৰবাত এখন মেলা বহিব, তাত অধ্যাপক পুণ্ডৰীকে যুৱজীৱ বীৰসকলৰ তেজেৰে এক নতুন মানৱৰ সৃষ্টি কৰিব।
এই তিনিটা স্তৰত নাটকৰ কাহিনী কিছুমান উদ্ভট কল্পনা-প্ৰৱাহৰ মাজেৰে আগুৱাই গৈ চৰম পৰিণতি লাভ কৰিছে।

চৰিত্ৰ ঃ

পুৰন্দৰ
খিলু
বিচাৰপতি
শাৰ্দ্দুল
অধিবক্তা
পুণ্ডৰীক
উৰ্মিলা
উৰ্বিপুত্ৰ
ভক্তদল
নেতা
পুৰুষ
নাৰী
হিৰণ্যাক
বিমবিষ
জনতা ( বহুত মানুহ )

প্ৰথম প্ৰচাৰ ঃ ১৯৭৩

[ প্ৰায় দহ হেজাৰ ফুট উচ্চতাত পুৰন্দৰৰ কুকুৰা-পাম। জনশূন্য। দোকমোকালি। কুঁৱলি। নিঃসঙ্গতা—কিন্তু সহজ জীৱন-মিশ্ৰিত সুৰ। ঢলপুৱাতে আদৰয়নীয়া পুৰন্দৰৰ কৰ্মব্যস্ততা। অকলশৰীয়া পুৰন্দৰে খৰখেদাকৈ ইটো সিটো কৰি থাকি একেবাহে বহি যায় ]

পুৰন্দৰ : এই মুখত কিবা অবাইচ্ মাত ওলাব দেই। এই জন্মি, হতছিৰি যোৱা, তই ইমান বাঢ়িছ কেলেই হোঁ? এৰিবিলিনে—এৰিবিলিনে? চাওঁ হোঁ—এৰ বুলিছোঁ, এৰ। কেলেই ইহঁত তোৰে ল'ৰা-ছোৱালী, তোৰে ভাই-ককাই নহয় হোঁ? ইহঁতে কি অপকাৰ কৰিলে তোৰ? ঐ আই! গোটেইখন তুমবলি কৰিলে দেখিছা। অঃ অঃ অঃ—দেখিলা দেখিলা। তাৰ সাহসটো দেখিলা। মই গোট মানুহটো থাকোঁতেই, হেৰৌ মোৰ চকুৰ আগতে এইটো কাণ্ড কৰিলি হোঁ? কটা হহুপাৰাৰ সঁচ! কিমানখন নকৰিছোঁ তহঁতৰ কাৰণেই। যেতিয়াই যিহকে খাওঁ বুলিছ আনি দিছোঁ; ঘৰ সংসাৰ এৰি তহঁতৰখনেই মোৰো সংসাৰ, আৰু কি বাকী আছে অ' দিবলৈ? তাৰ পিছতো অত্তপালিখন কেনেকৈ সহি থাকো বাৰু! [ হঠাৎ ] অ', এইজনীৰ কি হ'ল আকৌ? আই ঐ—মই কতে মৰোঁ! এইজনী মন্দোদৰী নহয়নে? অয় চাওঁ মাই কি হ'ল······কি হ'ল ওঁ—তেজ! ই জন্মি! মই জানিছোঁ নহয় এয়া জন্মিৰ কাম, মঙ্গহ একৱাই নিলে দেওহে। উঃ উঃ চাওঁ, ধুৱাই দিওঁ দেই তোৰ ঘা ডোখৰ, [ অলপ সময় পানীৰে ধুৱাই ] অয় অয়—তেজ বন্ধ হৈছে, নহয়নে? কান্দিবই নে হাঁহিবই বাৰু হোঁ! আই ঐ দেছি, মাই চাওঁ, ভাল পাইছ নহয়! কটা জন্মি, এই মন্দোদৰীয়ে বাৰু কি তোৰ পানীখোৱা পুখুৰীত বিহ ঢালিলে, তাইক যে কামোৰটো মাৰি মঙ্গহে সৈতে একৱাই নিলি? ব দেই মাই, অকণমান তলকা মাৰি পৰি থাক, তেহে যদি বিষকোপৰোৰ মাৰ যায়। অ, তেজ বন্ধ হ'ল যেতিয়া আৰু ভয় নাই। অকমান কাতি হ, গাটো শুত লাগিব। [ তলক মাৰি ] অ' সেইবুলি তাক ইমান 'স্বাধীনতা' দিব পাৰিনে? ওঁহো সি আসৈহে পাই যাব। নহয়। ঐ—ঐ জন্মেজয়, চাওঁ এইকালে আহ। [ বৈ ] অয়, মাতিলেই আহিবিনে নিধক! [ হঠাৎ ] ৰ···ৰ···ৰ···ধৰিছোঁ···ক'ত সাৰিবি? [ কুকুৰাৰ কক্ককনি ] সিহঁত ছুটাক কামুৰিয়েই শেষ কৰিলি, আজি তাই বেচেৰীকো কামোৰটো মাৰিলি। এদিন মোকো খাবি। কটা জন্মেজয়, তোক মই মৰমতে জন্মি বুলি মাতোঁ। তই—তই—তয়ে আকৌ মোৰ সতে শত্ৰুবালি কৰ নহয়? [ হঠাৎ ] খবৰদাৰ, খবৰদাৰ, আজিৰপৰা গড়ালৰ ভিতৰত থাকিবি। যেতিয়া মন যাব খুলি দিম, ওলাই যাবি, বংশবৃদ্ধি কৰিবি। আকৌ হুকুম দিম, ভালে ভালে গড়ালত সোমাবিহি। খবৰদাৰ, তুৰিমুৰি নচলিব। নচলিব নচলিব ···। পটেশ্বৰীহঁতৰ সৈতে একেলগে গা মেলাৰলৈ লাগে, নহয়? এহে, তেতিয়াহে মন গলেই

খোঁচ মাৰি আগমণ্ডহৰ সৈতে একন্নাই আনিব পাৰিবা। [কুকুৰাটোৰ কক্‌ককনি] চুপ থাক, কটা পিশাচ, ভাল কথা ক'লে ভাবহে খঙৰ ভমক! [কক্‌ককনি] চুপ থাক! ৰ'—দিছোঁ মজাপালি এইভালেৰে······।

[কোবাবলৈ ধৰে। জগ্মেজয়ৰ কক্‌ককনি। কোবায়, কক্‌ককনি বেছি হয়। কোবায়—বহুতো কুকুৰাই কক্‌ককায়—গণ্ডগোল হৈ যায়। তাৰ মাজতে খিলু সোমাই আহে]

খিলু: কি হ'ল অ, ককাই, এই পালি কাৰ ওপৰত উঠিছে?

পুৰন্দৰ: অ, খিলু আহিলি? চাচোন, ই বাপেকক চিনি পোৱা নাই। গোটেইমখাকে খুটি কামুৰি শেষ কৰিলে।

খিলু: অ'—এই কলীয়া নোদোকাৰ কথা কৈছা নেকি, আও, সেইটো এনেয়ে দেখিলেই মোৰ চুলিৰ আগে জীৰ যায়। যিহে তাৰ চোচাঁ!

পুৰন্দৰ: বাক বাক, কিমান দেখুৱাব ডেমাকি—ময়ো দিম নহয় ছোটোকাটো। কালি বাপেকে দিছোঁ নিমখ এজেৰা কুটিয়াই।

খিলু: নিমখ! [বৈ হঠাৎ] ওঁ—ওঁ, নিমখ কুটিয়ালে সিহঁতৰ খুটিয়া-খুটিথন কমিব ওঁ।

পুৰন্দৰ: তই বাক খিলু, মোক এটা সহায় কৰচোন।

খিলু: ৰবাচোন ককাই, আগতে এইটো চুৰট এটা হুঁপি লোৱা। তোমালৈকে বুলি আনিছোঁ।

পুৰন্দৰ: চুৰট? বাক দে। ওপৰৰপৰা পৰা নেকি?

খিলু: আকনো ক'ৰপৰা পৰিব ঐ! বাইজে বিখিনি পাইছে ওপৰৰপৰাই পাইছে। পিছে এইটো নতুন চুৰট দেই, সেইকাৰণেহে তোমালৈ আনিছোঁ ককাই।

পুৰন্দৰ: মৰম কৰি দিছ যেতিয়া খাওঁ বাক। তইনো মোক এইযোৰ খন্তীয়া খুচুৰা কি নিদিয়াকৈ আছ? চুৰট, গোদ্ধোৱা চাবোন, মমবাতি···নোকোৱাকৈয়ে দি আছ। পিছে এইবাৰ মোক ভাঙৰ সহায় এটা কৰ। [সৰুকৈ] ৰাইজৰ বচদৰ ভাগৰে নিমখ এথৈলা মোক যেনে-তেনে আনি দে।

খিলু: আও···এথৈলা ক'ত পাবা ঐ?

পুৰন্দৰ: কেলেই, উৰাজাহাজেৰে পেলাওঁতেইচোন আঁতৰাই থব পাৰি। পিছত কোনেও নেদেখাকৈ।

খিলু: গাঁওবুঢ়াই দেখিলে মোক জীয়াঁই জীয়াই পিণ্ডত দিব ঐ। মই নোৱাৰোঁ, মোৰ ভয় লাগে।

পুৰন্দৰ: এহ্ নাপায় গম গাঁওবুঢ়াই। তই মন কৰিলেই পাৰ।

খিলু: [ভাবি] ওঁ···বাক চাওঁচোন কি কৰিব পাৰোঁ।

পুৰন্দৰ: [কৃত্ৰিম খং] চাওঁচোন নহয়, আনিবি এথৈলা। [বৈ] তহঁতৰ জাতিটোৰহে মহাসুখ বোপাই। লোকে উৰাজাহাজেৰে আহি বচদ দি থৈ যায়হি! ঠেঙৰ ওপৰত ঠেং তুলি খোৱা, আমাৰ আকৌ হেজাৰ কুকুৰাৰ লগত সংগ্ৰাম। কোনে যোগাবহি বচদ?

খিলু: মই বাক এতিয়া আহোঁ ককাই।

পুৰন্দৰ: ওঁ বা! কথাষাৰ মনত ৰাখিবি। নহ'লে চা, এই বাৰণ মখাই খুটিয়া-খুটি কৰি শেষ হ'ব। মোকো শেষ কৰেহে লাগে। ইফালে

তইঁত ঘোদৰ পচলা। উৰাজাহাজৰ বচদ খাই খাই জীয়াই থাকোতেই উই হাকলু হবি ওঁ!

খিলু: অ' তোমাৰ খবৰ কাগজখন। এইখন লোৱা।

পুৰন্দৰ: ওঁ—দে কাগজখন। এসপ্তাহৰ আগৰ সেইখন আকৌ আজিহে আহিছে। তই যাক যা খিলু। মোৰ বস্তুটো নাপাহৰিবি আকৌ।

খিলু: যাক।

[যায়। কুকুৰাবোৰে ককককায় চিঞৰি উঠে।]

পুৰন্দৰ: চুপ থাক…অসভ্যহঁত! তহঁত যাকসব লগত কথা, মানুহে মোক বলিয়াহে বুলিব। চুপ……। কাগজখন অকণমান শান্তিৰে চাওঁগৈ।

[বিৰতি]

[কাগজ পঢ়ি পঢ়ি সৰুকৈ হাঁহি]

এসপ্তাহৰ পুৰণি খবৰতে পাওঁ ৰহস্যটো। [পঢ়ে] "ঘাটীবোৰত নেপাম্ বোমা আৰু লেজাৰ অস্ত্ৰ প্ৰয়োগ।

বিদেশী সাহায্যৰ পৰিমাণ ১০ হেজাৰ ডলাৰবো অধিক।

দুসপ্তাহৰ অভিযানত ১০ হেজাৰ পুৰুষৰ প্ৰজনন ক্ষমতা বিলোপ।

লগু ইন পেনাং ছবিৰ বিশ্ব ৰেকৰ্ড স্থাপন। একেবাহে ১৫০ সপ্তাহ।

ডাক্তৰ পুৰন্দৰৰ…এহ্ কিবা নিজৰ নাম-টোহে ওলায়…ডাক্তৰ পুণ্ডৰীকৰ, ওঁ পুণ্ডৰীকৰ বিচাৰ চলি আছে। ন্যায়াধীশৰ আদেশ—দোষ স্বীকাৰ নকৰালৈকে দোষীৰ বিচাৰ চলি থাকিব। উকিলৰ জেৰা তুমুল গতিত চলিছে। ডাক্তৰ পুৰন্দৰ…হেঃ, ঘূৰি ঘূৰি নিজৰ নামটোহে মুখত আহে…ডাক্তৰ পুণ্ডৰীক নীৰৱ। বিচাৰ জোৰ চলি আছে।"

এঃ ই কিহৰ ডাক্তৰ ওলাইছে। [হাঁহি] নিজৰ দোষটোকে যদি ক'ব নোৱাৰে, তই কিহৰ জ্ঞানী মানুহ! এঃ ডাক্তৰ…পুণ্ডৰীক…বিচাৰ চলি আছে। চলি থাকিবতো।

[আদালতৰ দৃশ্য। এটা ঘন্টাধ্বনি। তিন বাৰ। প্ৰহৰীৰ চিঞৰ—"ডাক্তৰ পুণ্ডৰীক হাজিৰ!" প্ৰায় একেলগে ইনভেলিড চেয়াৰ এখন বেলি অনাৰ কোঁ-কোঁ শব্দ ওচৰ চাপি বৈ যায়। আদালতত কিছু সময় গুণগুণনি। তাৰ পিছত গুৰু-গম্ভীৰ স্বৰে বিচাৰপতিয়ে কয়]

বিচাৰপতি: অধিবক্তাসকল, আপোনালোকে অলপো ইতস্ততঃ নকৰি আচামী ডাক্তৰ পুণ্ডৰীকক জেৰা কৰি যাওক। আচামীয়ে দোষ স্বীকাৰ নকৰা পৰ্যন্ত বিচাৰ চলি থাকিব।

[এইখিনিলৈকে বিচাৰপতিৰ কণ্ঠস্বৰ শ্ৰোতাই কিছু বিকৃত ৰূপত শুনিব; বিচাৰৰ অসাৰতা সেই বিকৃতিয়েই প্ৰকাশ কৰিব। এনেতে এজন অধি-বক্তাই স্পষ্টকৈ হাঁহি দিয়ে]

অৰ্ডাৰ! অৰ্ডাৰ! অধিবক্তা বিশ্বাস। ডাক্তৰ পুণ্ডৰীকৰ বিচাৰকালত মহামান্য আদালতৰ দ্বাৰা লক্ষ্য কৰা হৈছে, আপুনি আদালতৰ বিচাৰনামা উপেক্ষা কৰিছে, যথোচিত গম্ভীৰভাৱে গ্ৰহণ কৰা নাই আৰু হকে বিহকে হাঁহি মহামান্য আদালতক তাচ্ছিল্য কৰিছে। আপোনাক এই মৰ্মে সতৰ্ক কৰি দিয়া হ'ল যে ভৱিষ্যতে বিচাৰ চলি থকা অৱস্থাত এনেদৰে অহেতুক হাঁহিৰ পুনৰাবৃত্তি হ'লে

বাবে আপোনাক বিচাৰালয়ৰ কাৰ্যক্ৰমৰপৰা বহিষ্কাৰ কৰা হ'ব। অকল সেয়ে নহয়, মহামান্য আদালতৰ প্ৰতি অসম্মানজনক আপোনাৰ এই ত্ৰুটি-বিচ্যুতিৰ কাৰণে আপোনাক দায়ী কৰা হ'ব। [খন্তেক পিছত] অধিবক্তা শাৰ্দ্দুল, আপোনাৰ জেৰা আৰম্ভ কৰক।

শাৰ্দ্দুল : আচামী পুণ্ডৰীক! ইতিমধ্যে বহুদিন পাৰ হৈ গৈছে। আপুনি নিজ দোষ স্বীকাৰ কৰক [বৈ] ওঁ?...শুনিছোঁ, কি দোষ! [হাঁহি] সকলো আচামীয়েই জেৰাৰ উত্তৰত এই একেই প্ৰশ্ন কৰে—"মোৰ কি দোষ?" [খৰকৈ] আপুনি বুৰঞ্জীৰ সকলো আচামীৰ সেই পুৰাতন প্ৰশ্নটো এৰি নিজ দোষ স্বীকাৰ কৰক [বৈ এটা এটাকৈ] আচামী পুণ্ডৰীক, আপুনি এটা জীৱন্ত জাতিক মৃত্যুৰ মুখলৈ গুপ্ত অভিসন্ধিৰে আজুৰি নিয়াৰ অপচেষ্টা কৰি আহিছে, 'অনন্ত যৌৱন' নামে এক অবিশ্বাস্য প্ৰলোভনেৰে আপুনি প্ৰতি বছৰে মানুহক বিভ্ৰান্ত কৰিছে; [বৈ] আচামী পুণ্ডৰীক উত্তৰ দিয়ক, দোষ স্বীকাৰ কৰক।

[চেয়াৰৰ শব্দ] উত্তৰ দিয়ক।

বিচাৰপতি : আচামী পুণ্ডৰীক, অধিবক্তাৰ প্ৰশ্নৰ উত্তৰ দিয়ক [পুনৰ চেয়াৰৰ কোঁ কোঁ শব্দ। বিমবিষৰ হাঁহি] অধিবক্তা বিমবিষ, আপুনি আকৌ এবাৰ ইঁহাৰ উপক্ৰম কৰিছে।

[বিমবিষে হঠাৎ হাঁহি বন্ধ কৰে]

সেয়ে যথেষ্ট নহয়। দোষীক দোষ স্বীকাৰ কৰোৱাৰ উদ্দেশ্যে আপুনি এই মুহূৰ্ত্তে জেৰা আৰম্ভ কৰক। [বিমবিষে আকৌ লাহেকৈ হাঁহিবলৈ ধৰে চেয়াৰখনৰ কোঁ কোঁ শব্দ হয়] আৰম্ভ কৰক।

[আকৌ চেয়াৰৰ কোঁ কোঁ শব্দ। বিমবিষৰ সৰু স্পষ্ট হাঁহি। এটা বিশৃংখলা]

অৰ্ডাৰ! অৰ্ডাৰ!

শাৰ্দ্দুল : [থিয় হৈ] মহামান্য বিচাৰপতি, অধিবক্তা বিমবিষৰ, আদালতৰ প্ৰতি তুচ্ছ-তাচ্ছিল্যত মই প্ৰতিবাদ জনাওঁ। ডাক্তৰ পুণ্ডৰীকৰ বিচাৰে আজি আইন জগতত আলোড়নৰ সৃষ্টি কৰিছে। পৃথিৱীৰ প্ৰখ্যাত আইনবিদসকলে এই বিচাৰৰ ওপৰত দৃষ্টি ৰাখিছে; আনকি নানান দেশৰ খ্যাতনামা অধিবক্তাই ইয়াত অংশ গ্ৰহণ কৰিছে। তেনেস্থলত আমাৰ বন্ধু-অধিবক্তা বিমবিষৰ তাচ্ছিল্যভৰা হাঁহিয়ে আমাক আইনবিদসকলক জগতৰ চকুত হেয় প্ৰতিপন্ন কৰিছে।

বিচাৰপতি : অধিবক্তা শাৰ্দ্দুলৰ প্ৰতিবাদৰ সৈতে আদালত একমত। অধিবক্তা বিমবিষৰ বিৰুদ্ধে যথাসময়ত আদালতে আইনগত ব্যৱস্থা ল'ব। কিন্তু ইতিমধ্যে অধিবক্তাসকল, আপোনালোকে জেৰা আৰম্ভ কৰক। বন্ধ নকৰিব। কাৰণ পুণ্ডৰীকৰ বিচাৰ চলিব লাগিব কেৱল দুই-এজন ব্যক্তিৰ কল্যাণৰ কাৰণে নহয়, সমগ্ৰ মানৱজাতিক নিশ্চিত প্ৰৱঞ্চনা আৰু দুৰভি-সন্ধিৰপৰা ৰক্ষা কৰাৰ কাৰণে। সেয়ে অধিবক্তাসকল, আপোনালোকে জেৰা চলাই আচামীক দোষ স্বীকাৰ কৰাওক।

[ইয়াৰ পিছত প্ৰথমে শাৰ্দ্দুল আৰু ক্ৰমে অন্যান্য অধিবক্তাৰ কণ্ঠৰ বাৰংবাৰ জেৰা ধ্বনিত হৈ শীৰ্ষ-বিন্দুত উপনীত হয়]

শাৰ্দুল আৰু অধিবক্তাসকল : আচামী পুণ্ডৰীক দোষ স্বীকাৰ কৰক। আপুনি নিজ দোষ স্বীকাৰ কৰক। স্বীকাৰ নকৰিলে এই বিচাৰ চলি থাকিব। আপোনাৰ সপোনৰ 'নতুন মানুহ' এটা প্ৰহেলিকা। আপোনাৰ 'অনন্ত যৌৱন'ৰ ধ্বনি এটা প্ৰতাৰণা। মানৱজাতিৰ পৰিত্ৰাণৰ আগতে আপুনি নিজৰ জীৱন ৰক্ষা কৰাৰ কথা চিন্তা কৰক। আচামী পুণ্ডৰীক, আপুনি সপোন-বিলাসী। আপোনাৰ ল'ৰালিৰ এই সপোন পাহৰি যাওক। জনসমুদ্ৰক বিভ্ৰান্ত-কাৰী আপোনাৰ অনিশ্চিত এই যাত্ৰা পৰিত্যাগ কৰক। এই যাত্ৰা পৰিত্যাগ কৰক।

[ দীৰ্ঘবিলম্বিত আঁতৰি যায় ]

আলিবাটৰ দৃশ্য

[ আৰম্ভণি ফেইড্ ইন হয় ] চকাত টিলিঙা বন্ধা এখন ইনভেলিড্ চেয়াৰ আঁতৰৰপৰা ঠেলি অনাৰ শব্দ। কিছু সময় কোঁ-কোঁ শব্দৰ পিছত ]

পুণ্ডৰীক : অমৰাগুৰিত দমৰা বিচাৰি
খায় মনিচে হাৰাথুৰি
বুঢ়া ডচ্টীয়াৰে প্ৰাচীন প্ৰেম
চল পুৰাভেই প্ৰজাৰ ভেম
বাটত বোলে হেজাৰ জঁাজৰি

তুমি বৈ গ'লা যে ! ঠেলা—ঠেলা—হেঁচুকি দিয়া—জোৰেৰে……। [ কিছু সময় ধৰি চেয়াৰৰ কোঁ কোঁ শব্দ ]

নকৰিবৰ চকৰি
নিলাজী অলে ৰাকৰি
ঠৈই টিউৰত ৰাশেকী হয়
প্ৰজাৰ জাগে ভয়

লাই লেচাইৰ মুখ দেখে কৰম নকৰি।

মোৰ কথাত আমনি নেপাবা। মই এনেকুৱাই নহয় জানো ? ইনভেলিড্ চেয়াৰখন তুমিয়েই হেঁচুকি নানিলে মোৰ সাধ্য আছেনে এখোজ বাট আগবাঢ়িবৰ ? ঠেলা—ঠেলা।

[ কিছু সময় ধৰি চেয়াৰৰ কোঁ কোঁ শব্দ ]

ইচাটি বিচাটি পিছফাল ফাটি
গিৰিহঁতৰ আপত্তি
ৰজাৰ সভাত বিচাৰ হয়
অপৰাধীৰে জয়

[ ইফালে ] ধৰ্মৰাজৰে টেকেলি কাটি। ওঁ ওঁ,—ঠেলা, ঠেলা, দেই। এইটো বাটেৰে কত বছৰ ঠেলিছা এইখন চকি। মানুহৰ দেখি শুনিয়েই আমনি লাগে, তোমাৰ পিছে কাণষাৰ নাই। তোমাৰ কি ধৈৰ্য !

উৰ্মিলা : [অসন্তৱ বিৰক্তিত] মই আৰু নোৱাৰো, যাঃ।

পুণ্ডৰীক : তুমি প্ৰতিবছৰে তেনেকৈ কোৱা।

উৰ্মিলা : [ হুমুনিয়াহ ] মোৰ ভাগৰ লাগিছে।

পুণ্ডৰীক : তথাপি।

উৰ্মিলা : মোৰ—

পুণ্ডৰীক : মোক আগবঢ়াবলৈ এৰি নিদিয়া।

উৰ্মিলা : খং উঠিছে।

পুণ্ডৰীক : কি কাজিয়াখনেই নকৰা প্ৰতিবছৰ !

উৰ্মিলা : তোমাৰ কাৰণে সহ্য কৰাৰ কি প্ৰয়োজন মোৰ ?

পুণ্ডৰীক : তথাপি মোক এৰি নোযোৱা।

উৰ্মিলা : ছিঃ !

পুণ্ডৰীক : তুমি কিমান মৰমিয়াল।

উৰ্মিলা : থুই ?

পুণ্ডৰীক : আঃ কি যে তোমাৰ অনুৰাগ মোৰ প্ৰতি।

উৰ্মিলা : থুই—থুই—থুই ! মই কি দুৰ্ভগীয়া।

পুণ্ডৰীক : তুমি ভাগ্যৱতী [ডাঙৰকৈ] তুমি ভাগ্যৱতী। মোৰ ঈৰ্ষা হয় উৰ্মিলা। মোকো কি ভাগ্যৱান কৰি তুলিছা তুমি! তুমি কি ভাগ্যৱতী!

উৰ্মিলা : [উচুপি] মই শূন্য।

পুণ্ডৰীক : তোমাৰ কি নাই? তুমি সম্পূৰ্ণ। [ঈৰ্ষাৰে] তোমাৰ গতি আছে। [দুখেৰে] মোৰ নাই। [হাঁহি] তুমি…তুমি মোৰ জীৱনৰ পৰী…।

উৰ্মিলা : [মুখত ধৰি হাঁহি] তুমি মোৰ পূৰক… [ছুৱো হাঁহে]

পুণ্ডৰীক : [স্ফূৰ্তিত] পূৰক পূৰক, ওঁ পূৰক।… ঠেলা—ঠেলা, হেঁচুকি দিয়া।

[চেয়াৰৰ শব্দ কিছু সময় ধৰি কোঁ কোঁ]

উৰ্মিলা : মোৰ বান্ধৱীবোৰ……।

পুণ্ডৰীক : অহল্যা, জবা, অনসূয়া, বন্যা।

উৰ্মিলা : [বিষাদ] সকলো মা হ'ল।

পুণ্ডৰীক : সকলো পুৰণি হ'ল।

উৰ্মিলা : [ক্ষোভ] সকলো মা হ'ল।

পুণ্ডৰীক : সকলো পিছুৱাই গ'ল।

উৰ্মিলা : মই পিছে বৈ থাকিলোঁ।

পুণ্ডৰীক : [হাঁহি] তুমি বোৱা নাই উৰ্মিলা।

টেষ্ট টিউবত বাপেকী হয়

প্ৰজাৰ জাগে ভয়

লাই লেচাইৰ মুখ দেখে……হাঁচি ঔ—

[হাঁচিৰ লগে লগে আঁতৰত অগণন জনতাৰ কোঢ়াল শুনা যায়—ক্ৰমে ওচৰ চাপি আহে]

জনতা : ডাক্তৰ পুণ্ডৰীক! ডাক্তৰ পুণ্ডৰীক! অনন্ত যৌৱন। আমাক অনন্ত যৌৱন লাগে। আমাক যৌৱন দান কৰা। অনন্ত যৌৱন! ডাক্তৰ পুণ্ডৰীক, ডাক্তৰ পুণ্ডৰীক! [জনতাৰ কোলাহল তেনেই ওচৰ চাপি আহে]

উৰ্মিলা : [ডাঙৰকৈ] জনসমুদ্ৰ! [কোঢ়াল] জন-জোৱাৰ!! [কোঢ়াল শাঁত পৰে] তোমা-লোকৰ উৎসাহত ডাঃ পুণ্ডৰীক সদায় মুগ্ধ হৈ আহিছে। তোমালোকক অনন্ত যৌৱন দান কৰাই ডাঃ পুণ্ডৰীকৰ জীৱনৰ ব্ৰত, লক্ষ্য। তাৰবাবেই তেওঁৰ জীৱন জোৰা সাধনা, শ্ৰম। নিজৰ জীৱনৰ পঙ্গুতাৰেও তেওঁ তোমালোকৰ পূৰ্ণ জীৱন-যৌৱনৰ সঁচাৰ কাঠিৰ সন্ধান লৈছে। এই যে এটা সৰু চিৰিঞ্জ। ইয়াত এটা সামান্য বেজি। তাৰ এটা সামান্যতম খোঁচ— তোমালোকৰ বাহুত। এয়ে অনন্ত যৌৱন।

জনতা : আমাক লাগে…লাগে—অনন্ত যৌৱন। আৰু পলম নকৰিবা…।

পুণ্ডৰীক : [বিজয় দৰে অৰ্থপূৰ্ণ হাঁহি মাৰি] বুঢ়া ডঢ়ীয়াৰে প্ৰাচীন প্ৰেম চল পুৰাতেই প্ৰজাৰ ভেম, বাটত বোলে হেজাৰ জঁাজৰি।

[আকৌ কোঢ়াল]

উৰ্মিলা : জনসমুদ্ৰ! জনজোৱাৰ! [কোঢ়াল শাঁত পৰে] প্ৰতিবছৰে ডাঃ পুণ্ডৰীক আছে এই এক ব্ৰত লৈ তোমালোকৰ কাষলৈ। এটি সামান্য বেজিৰ সামান্য আঘাত। বহু! কিন্তু কোনোৰাবেই নহয়। ডাঃ পুণ্ডৰীকৰ এটা মাত্ৰ চৰ্তমানি লৰলৈ তোমালোক অপাৰগ, অনিচ্ছুক—এটা, এটা মাত্ৰ চৰ্ত।

পুণ্ডৰীক : [সৰুকৈ] বুঢ়া ডঢ়ীয়াৰে প্ৰাচীন প্ৰেম…।

[জনতাৰ কোলাহল অতি বেছি হয়—তাৰ ওপৰত উৰ্মিলাই মুক্ত কণ্ঠে কয়]

উৰ্মিলা : শুনা ! শুভ্ৰকেশী উৰ্বিপুত্ৰৰ বক্তকুণ্ডলৈ অভিযান। বাট বৰ দুৰ্গম। প্ৰতিবছৰে তোমালোকে প্ৰত্যাখ্যান কৰা। শুনা ! এইবাৰ ডাঃ পুণ্ডৰীকে শেষবাৰৰ কাৰণে তোমালোকক জনাই দিছে, তেওঁ অনন্ত-যৌৱন দান কৰিব, কিন্তু তোমালোক তেওঁৰ সৈতে উৰ্বিপুত্ৰৰ ৰক্তকুণ্ডলৈ যাত্ৰা কৰিব লাগিব। প্ৰতিবছৰে তোমালোক লৰি আহা, প্ৰতিবছৰে তোমালোক ভীত হোৱা, প্ৰতিবছৰে তোমালোক কোবেৰে আঁতৰি যোৱা। ডাঃ পুণ্ডৰীকক প্ৰত্যাখ্যান কৰা, প্ৰৱঞ্চনা কৰা। বাটৰ বিভীষিকাত অনন্ত-যৌৱনৰ মোহ পৰিত্যাগ কৰা। কিন্তু ডাঃ পুণ্ডৰীকৰ তোমালোকৰ ওপৰত অসীম বিশ্বাস। তোমালোকৰ মুক্তিৰ সঁচাৰ কাঠিৰ সন্ধানত তেওঁ লাভ কৰিছে—আজীৱন পলুত। জনসমুদ্ৰ জন-জোৱাৰ। নিৰাশ নহ'বা, নিৰাশ নকৰিবা। এটা বেজিৰ সামান্য খোঁচ। যাত্ৰা আৰম্ভ কৰা। মনত ৰাখিবা—অনন্ত যৌৱন ! লগে লগে যাত্ৰা কৰা উৰ্বিপুত্ৰৰ বক্তকুণ্ডলৈ।

পুণ্ডৰীক : *[ উৰ্মিলাৰ কথাত আপ্লুত হৈ, মাজে মাজে কৈ থাকে ] আৰু মাত্ৰ কেইটোপালমান নব-ৰক্ত, বহু, কত যুগ অপেক্ষা কৰিছে। বেচেৰা উৰ্বিপুত্ৰ। বেচেৰা শুভ্ৰকেশ। প্ৰতিবছৰে ধূলিসাৎ হয় মোৰ প্ৰতিশ্ৰুতি। জনসমুদ্ৰই গিৰ্জনি তুলি আহে—নিঃশব্দে আঁতৰি যায়। উৰ্মিলা, কি তোমাৰ শ্ৰম ! কি তোমাৰ চেষ্টা। বিগ্ৰহৰ দৰে সহ্য কৰিছা—কত অত্যাচাৰ ! [ বৈ ] উৰ্মিলা অভিনৱ এই বক্তোৎসৱত তুমি মোৰ ভেল্‌কাইৰী। তুমি অনন্ত শ্ৰম। [ বৈ ]

আঃ মাত্ৰ কেইটোপালমান !
আৰু কেইটোপালমান।
সেই বক্তকুণ্ডৰপৰা জন্ম হ'ব
নতুন মানৱৰ। নতুন মানৱ জাতি।
নতুন মুক্ত মানৱ।

[ এই সময়ছোৱাত জনতাৰ উৎসাহজনক কোলাহল ; কিন্তু হঠাতে জনতাৰ কণ্ঠস্বৰ বিক্ষোভলৈ পৰিণত হয়। আঁতৰি যায় ]

[ এই সংলাপখিনি উৰ্মিলাৰ সংলাপ—"প্ৰতিবছৰে তোমালোক লৰি আহা…বক্তকুণ্ডলৈ" এই পৰ্যন্ত super imposed হৈ ধ্বনিত হ'ব ]

উৰ্মিলা : সেয়া আকৌ আঁতৰি গ'ল।

পুণ্ডৰীক : আকৌ আহিব।

উৰ্মিলা : আকৌ আঁতৰি যাব।

পুণ্ডৰীক : এদিন যাব আমাৰ লগত।

উৰ্মিলা : কিন্তু—

পুণ্ডৰীক : বেচেৰা উৰ্বিপুত্ৰ !

উৰ্মিলা : এইবাৰ তোমাৰ শেষ চেষ্টা আছিল !

পুণ্ডৰীক : কত যুগ বৈ আছে—কুণ্ডৰ পাৰত। মাত্ৰ কেইটোপালমান তেজ বাকী আছে।

উৰ্মিলা : পুণ্ডৰীক ! এইবাৰ তোমাৰ শেষ চেষ্টা আছিল।

পুণ্ডৰীক : [ তন্ময় হৈ ] হুঁ…কি ? শেষ চেষ্টা ! প্ৰতিবছৰেই তো শেষ চেষ্টা। য'ত এবো তাৰ পৰাইতো আকৌ চেষ্টা।

উৰ্মিলা : [ হাঁহি ] আমি বলিয়া।

পুণ্ডৰীক : আৰু কেইটামান বলিয়াৰ প্ৰয়োজন।

উৰ্মিলা : অনন্ত যৌৱনৰ মোহত লৰি আহি—

পুণ্ডৰীক : বক্তকুণ্ডৰ যাত্ৰাৰ ভয়ত পলাই যোৱা।

উৰ্মিলা : জনসমুদ্ৰ ক'ত ?

পুণ্ডৰীক : আমি কিদৰে বলিয়া হলোঁ ?

ঊর্মিলা : জনসমুদ্রৰ গভীৰতাত বিশ্বাস কৰাৰ কাৰণে।

পুণ্ডৰীক : টেষ্ট টিউবৰ পিতৃত্বত বিশ্বাসৰ কাৰণে ?

[ নীৰৱতা ]

ঊর্মিলা : [ হাঁহি ] বিগ্রহৰ দৰে মস্তিষ্ক-শূন্যতা।

পুণ্ডৰীক : পুৰোহিতৰ দৰে শূন্য-মস্তিষ্ক।

ঊর্মিলা : উপাসনাৰ দৰে শুকতা।

পুণ্ডৰীক : বেচেৰা…সেই উপাসনাৰে অপেক্ষাত ? ওহোঁ, শুকুলা ডাড়িকোছাৰ ডবীয়া বুঢ়াই কত যুগ ধৰি কুণ্ডত ঘোটনি মাৰিছে। উৎসৱৰ আয়োজন কৰিছে। মোৰ বাবেই বৈ আছে। মোৰ বাবেই।

[ ধুমুহা বজ্রপাত অশান্ত পৰিবেশে পুণ্ডৰীকৰ সংলাপৰ শেষখিনি ঢাকি থয়। তাৰ মাজত পিছৰ দৃশ্য ভাহি আহে। ]

[এটা বৃহৎ কুণ্ডত ঘোঁটনি মাৰি মাৰি এজন মানুহে সন্তুষ্টিৰ সুৰত এটা এটাকৈ কয়। ]

উৰ্বিপুত্র : ঘুটিছোঁ, ঘুটিছোঁ। শ শ বছৰ কেৱল ঘুটিছোঁ। কুণ্ডৰ পাৰত বহি ৰক্ত মন্থন কৰি কৰি মোৰ সর্বশৰীৰ যন্ত্রবৎ হৈ পৰিছে। মাজে মাজে পেশীবোৰ চঞ্চল হৈ উঠে মাজে মাজে আকৌ অসাৰ হৈ পৰে, এটা জিনজিননি হৈ থাকে। [ বজ্রপাতৰ শব্দ ] বাট বৰ দুর্গম। মই অকলশৰে কত যুগ বহিলোঁ ইয়াত। যি দুই-এক অহাৰ চেষ্টা কৰিলে, বাটৰ ড্ৰেগনৰ বিভীষিকাত বাটৰ কাষতে বৈ দিলে। কোনো উভতি গ'ল, কোনো সোঁৰে, কোনো বাৱেঁ ঘূৰি দিলে। [ বজ্রপাত ] সিহঁত আহিছে…লক্ষ যোজন আঁতৰত সিহঁতে অহাৰ বাট কাটি আছে। সিহঁত আহি আছে। সিহঁত আহিব। ডাঃ পুণ্ডৰীক আহিব। সি প্রতিশ্রুত। লগত আহিব আৰু কেইটো-পালমান নৱ ৰক্তৰ উৎস…আঃ, কেইটোপালমান মাত্র। [ বৈ ] [ বজ্রপাত] ধুমুহা, বজ্রপাত, শিলা-বৃষ্টি, ভূমিকম্প, প্রকৃতিৰ তাণ্ডৱ। পথৰ দুকাষে মাৰণাস্ত্রৰে অতিকায় সৰিস্বৃপবোৰ, ড্ৰেগনবোৰ, সিহঁতৰ পবিত্র কৰালবোৰ। হিংস্র জন্তুবোৰৰ বিকট আর্তনাদ। অন্ধকাৰৰ মাজত বিষাক্ত সাপবোৰৰ মৰণবাহী ফণাবোৰ! প্রতি পদে পদে যাত্রীকৰ মৃত্যু সন্নিকট। মৃত্যু ! মৃত্যুকো নেওচি কোন আহিব ? ওঁ……যেয়ে আহিব সেয়ে হ'ব নতুন মানবৰ জন্মদাতা! [ বৈ] সিহঁত আহিব, সিহঁত আহিছে। সিহঁতে বাট কাটি কাটি আহি আছে। পুণ্ডৰীক আহিব। পুণ্ডৰীক আহিছে। [ বৈ ] আৰু কেইটোপাল-মান তেজৰ সন্ধান। কত যুগৰ সন্ধান আজি প্রায় শেষ। পুণ্ডৰীক মোৰ শেষ ফৰিস্তা! [ বৈ ] কুণ্ডত তেজৰ ভৰ প্ৰায় চপ্‌চপীয়া। আৰু কেইটোপালমান। ইয়াতে, হয়, ইয়াতে সহস্র যুগৰ ইতিহাস—আততায়ীৰ লক্ষ্য শ্বহীদৰ ৰক্তকুণ্ড। কত জনে স্বেচ্ছাই ৰক্তদান কৰিলে ইয়াতে। চক্রেটিছ, ক'পাৰনিকাচ্, গেলিলিঅ', গেলিলাই, ডাঃ লৰ্কা, ৰেৰঁ', মার্টিন কিং……

[ সংলাপ আঁতৰি যায়। ধুমুহা, বজ্রপাতৰ শব্দও ক্ষীণ হৈ আঁতৰি যায়। জনতাৰ উত্তপ্ত কোঢ়াল ভাহি আহে। উৰ্বিপুত্রৰ সংলাপৰ আঁত ধৰি যেন ঊর্মিলাই কৈ যায় ]

[ ঊর্মিলাৰ প্রলাপ-সদৃশ আবৃত্তিৰ মাজে মাজে জনতাৰ কোলাহল। ]

উৰ্মিলা : কোনো সাৰি নগ'ল
কোনেও পৰিত্ৰাণ নাপালে
কোনো সাৰি নাযায়!
পুণ্ডৰীক : শুনা, শুনা কাণ দিয়া। তেওঁ মূৰ্ছা
প্ৰায়; কিন্তু অতি প্ৰয়োজনীয় কথা কৈছে।
শুনা। তোমালোক তেওঁলোকৰ সতীৰ্থ হোৱা।
উৰ্মিলা : আততায়ী ইতিহাস! ৰাক্ষসী ইতিহাস!
কি নিৰ্মম তোৰ মৰণ-আঁচোৰ !!
কুৎসিত কদৰ্য সুন্দৰ সুন্দৰতম
কগ্ন বিকলাঙ্গ
কোনো সাৰি নগ'ল
কোনেও নাপালে পৰিত্ৰাণ
কোনো সাৰি নাযায়
কোনো...... ।
পুণ্ডৰীক : [ ফুচফুচাই ] শুনা, শুনা—
উৰ্মিলা : পৃথিৱীৰ অতি কুৎসিত মানুহজনক শেষ
কৰিবলৈ কেইবাটি হেম্‌লকৰ প্ৰয়োজন।
মৃত্যুশয্যাত
কেইখন সৌৰজগতৰ কেন্দ্ৰবিন্দু সূৰ্যদেৱ?
ডেনমাৰ্ক'ৰ খ্ৰীষ্টমঠত কাপুৰুষ
চাভ'নাৰ'লাৰ
বীভৎস ওলমা বাদুলি!
পেৰীচৰ ৰাজপথত তাঁৰ্লে-ভিয়্ঁৰ দপদপনি,
লেজেৰাচক—তুলি ধৰি
আৰ্লেচৰ ৰ'দৰ মেলাত
কোন অন্তৰ্ধান হ'ল?
কোনো সাৰি নগ'ল
কোনেও পৰিত্ৰাণ নাপালে
কোনো সাৰি নাযায়।
পুণ্ডৰীক : শুনা, শুনা, শুনা।

উৰ্মিলা : সুন্দৰ সুন্দৰতম্
কোনো সাৰি নগ'ল।
টেছ'ৰ বিলাপ আৰু মুক্ত-প্ৰমিথিউজ
আৰু হাইপিৰিয়নৰ পিতৃক বুৰাই দিবলৈ
কেইখন এড্ৰিয়াটিকৰ প্ৰয়োজন?
মাতাল—নাৱতে উঠি—
নবকত এটি মাত্ৰ ঋতু,
কোনে হৃদয় উজাৰি দিলে
এপাহি দুৰ্গন্ধী ফুলেৰে?
জীপ্‌চি গাভৰুৰ বেলেড্‌ তানত
গ্ৰানাডাৰ পৰ্বত কন্দৰত
গৰ্জে মৰণ বৰে
ফেলেঙী কামান।
দেশৰ কাৰণে দিবলৈ
মোৰ মাত্ৰ এটি প্ৰাণ
কাঁচীৰ কাঠত সোৱা উচুপিছে
মূঢ় নাথান্ হেইল।
কলিকতাৰ ৰাজপথ
ধৰ্মান্ধ নিষ্ঠুৰতাই ছেও ছেও কৰে
অমূল্য জনম।
সাগৰ সন্ধান দি
তেলবাহী জাহাজৰ মাস্তুল লেখিছে
সোৱা কলংপৰীয়া সখা
কৰি দেৱোপম!
ইতিহাস
আততায়ী ইতিহাস, ৰাক্ষসী ইতিহাস!
কি নিৰ্মম তোৰ মৰণ-আঁচোৰ !!
কোনো সাৰি নগ'ল
কোনেও পৰিত্ৰাণ নাপালে
কোনো সাৰি নাযাব।

[ জনতাৰ কোলাহল আঁতৰত—ক্ৰমে নোহোৱা হয়। চেয়াৰৰ কেঁ-কোঁ শব্দও আঁতৰি যায়। ]

[ জনতাৰ কোলাহল ভাহি যোৱাৰ লগে লগে কুকুৰাৰ মাত ভাহি আহে। বহুত কুকুৰাৰ খেদাখেদি, খুটিয়া-খুটি—কক্ ককনি আৰম্ভ হয়। কুকুৰাৰ পাম, বহুতো কুকুৰাই একেলগে ডাক দি উঠে ]

পুৰন্দৰ : আও বালক! ইটোৱে সিটোক, সিটোৱে ইটোক, ইটোৱে সিটোক…ইহঁতৰ কি হ'বগৈ হয়নে? এই জন্মেজয়ৰ বিস্তাটোকে গোটেইমখাই ধৰিলে। দিনে দিনে ইহঁতৰ খুটিয়া-খুটি, খোৱা-কামোৰাখন বাঢ়িহে গৈছে। ইকালে কুকুৰাৰ সংখ্যা দেখিছা আঙুলিৰ মূৰত লেখিব পৰা হ'বগৈ এতিয়া। সৌখন গোটেই ঢেলপুঙা দি দি অ'ত ত'ত পৰি আছে। খেনোৰ পেট, খেনোৰ নেলু, খেনোৰ চকু ফুটি তেজ! [ বৈ ] ই জন্মেজয় আৰু লগৰ কেইটাক হ'লে কোনেও খোঁট এটাও মাৰিব পৰা নাই দেই। কেনেকৈ পাৰিব হোঁ? সি ডেকেকৱাই কালৈ পৰোৱাই কৰে? কোনোবা তাৰ কাষ চাপিব পাৰেনে? [ কক্-কক্-কক্—বিকট চিঞৰ ]
সৌৱা, সৌৱা! খেদি নিলেই নহয় তাইক। এ—ধৰিলে। বহি ল'লে পিঠিত। তায়ো বেচেৰী। কেনেকৈ যুঁজিব হোঁ।…চোৱা বাক, ঐ আই, খুটিয়াইছ কেলেই ইমানকৈ? [ কুকুৰাৰ আৰ্তনাদ ] এই, এৰ—এৰ—এৰ—এৰিদে তাইক। [ আঁতৰলৈ গৈ চেৰেপ-চেৰেপকৈ কোবায়। পাখিৰ চপচপনি আৰু ককককনি ] ই খিলু আহি নাপালেহি। তাক কিমান দিন হ'ল নিমখ এ'থৈলাৰ কথা কোৱা। নিমখ একোজেৰা কটিয়াব পাৰিলেই, খুটিয়া-খুটিখনৰ অন্ত পৰিব। [ বৈ ] সি বেচেৰা খিলু! তাৰ গাতনো কি দোষ দিম! বেচেৰাই নিমখ থৈলা ওপৰৰপৰা পৰোঁতেই একলীয়াকৈ থব পৰা নাই হবলা। গাঁওবুঢ়াৰ যিহে চকু! হয়ো হয়, গম পালে সুখেৰে নেৰে। কচুকটা দিব। [ কুকুৰাৰ কক্-কক্-কক্ ] চুপ্! [ বৈ ] নহয়, সি খিলুও কম ল'ৰা নহয়। জাহাজৰপৰা পৰোঁতেই সি নিমখ থৈলা হাত কৰিলে। সেই বিষহৰি জোপাৰ তলৰ জোপোহাটোৰ মাজতে লুকুৱাই থৈছে। সি শিয়ান ল'ৰা। গাঁওবুঢ়াই গমকে নাপায়। আটায়ে নিঃপালি দিলত সি হাতত সাবে ভৰিত সাবে বিষহৰি জোপাৰ তল পালেহি। নিমখৰ থৈলাটো জোপোহাৰ মাজৰপৰা টানি টানি উলিয়াইছে। ডকুৱাকৈ বহি লৈ পিঠিত তুলিবলৈ চাইছে। উহোঁ—নোৱাৰে। কেনেকৈ পাৰিব! সি চৈধ্য-পোন্ধৰ বছৰীয়া ল'ৰা এটাই—সেই-হেনটো ওজন কেনেকৈ কঢ়িয়াব হোঁ? [ সকৰ্কে ] ইফালে সিফালে চাই সি থৈলাটোৰ দুয়োকাণে ধৰি চোঁচৰাইছে। শুকান পাতৰ ওপৰত সৰ্ সৰ্ শব্দ। সি উচপ খাই উঠিছে। উঠিবতোন! কেউফালে কাণ থিয়কৈ বৈছে…। [ বৈ ] নাই, কোনো নাই। আটায়ে টোপনিত লালকাল। গাঁওবুঢ়া টোপনিত লালকাল।
কোনেও ক'ব নোৱাৰে—আটাইবে টোপনি। গাঁওবুঢ়া…এঃ সি কালৈ পৰোৱাই কৰা ভকত?
[ হাঁহি ] সি আহিব। আহি আছে—

হাতত সাৰে ভৰিত সাৰে,—
কাণ থিয়কৈ—খিলু আহি আছে।
[ কিছু সময় কুকুৰাৰ চিঞৰ-বাখৰ—তাৰ পিছত ভাহি যায়। ধুমুহা বজ্ৰপাতৰ শব্দ শুনা যায় ]

উৰ্বিপুত্ৰ : বাট কাটি কাটি সিহঁত আহি আছে। পুণ্ডৰীক আহি আছে। লক্ষ যোজন আঁতৰত সিহঁতে এতিয়া অহাৰ বাট কাটি আছে।

[ ধুমুহা বজ্ৰপাতৰ শব্দ আঁতৰি যায় ]
[ কিছু সময় বিৰতিৰ পিছত পুনৰ আলিবাটৰ দৃশ্য ]
[ উৰ্মিলাৰ উচুপনিৰ শব্দ—চেয়াৰখনৰ শব্দ ]

পুণ্ডৰীক : হো হো হো—উচুপিছা কিয় ?

[ উৰ্মিলাৰ উচুপনি ]

হাঁচি ঔ ! হাঁচি ঔ ! হাঁচি ঔ ! উঃ—জোকাৰি দিয়ে গোটেই গা।

উৰ্মিলা : [ উচুপনি বন্ধ ] এইবোৰো প্ৰয়োজনীয় নহয় ? [ হাঁহি দিয়ে ]

পুণ্ডৰীক : খুব। চোৱা, মোৰ অসাৰ তলছোৱাত প্ৰতি বছৰে কত লোকে কত শিল দলিয়ালে, কোনো সাৰ-সিকতি নাই। ইনভেলিড্ চেয়াৰ-খনত তুমি ঠেলি ননা হ'লে—মই গতিহীন। কিন্তু এটা অপ্ৰয়োজনীয় হাঁহিয়ে মোক কি গতি আনি দিয়ে। প্ৰতি শিৰ, উপশিৰ, পেশী, গ্ৰন্থি, লোমকূপ……

উৰ্মিলা : এটা হাঁচি

পুণ্ডৰীক : হেকতি

উৰ্মিলা : চৰ্চৰণি

পুণ্ডৰীক : বায়ুত্যাগ

উৰ্মিলা : মৈথুন

পুণ্ডৰীক : হস্ত মৈথুন

উৰ্মিলা : তাৰ মৈথুন

পুণ্ডৰীক : উঃ ! অবাঞ্ছিত আকস্মিকতা ! কিন্তু কি প্ৰয়োজনীয় ! [ বৈ ] ওঁ ! ঠেলা—ঠেলা-ঠেলা আকৌ।

[ চেয়াৰখনৰ কেঁ-কোঁ শব্দ ]

তুমি উচুপা, মোৰ বিচাৰখনৰ কাৰণে নহয় জানো ? এৰা মোৰ বিচাৰখন ! তুমি দুখ নকৰিবা। মোৰ বিচাৰ চলি থাকিব। কিমান যুগ চলি আছে—শেষ নহ'ব। সেয়ে মোৰ বিজয়। উচিত বিচাৰ—উচিত দণ্ডৰ অভাৱেই মোৰ জয়, সিহঁতৰ পৰাজয়।

উৰ্মিলা : তুমি জানা—তুমি জানা—সিহঁতে নাজানে —সিহঁতে নাজানে।

পুণ্ডৰীক : ৰজাৰ সভাত বিচাৰ কয়— অপৰাধীৰে জয়।
[ ইফালে ] ধৰ্মৰাজৰে টেকেলি কাতি।

উৰ্মিলা : কবিন্দ্ৰৰ সেই নিমাখিত ৰজাটো—

পুণ্ডৰীক : তেওঁৰেই জানো জয় নহয় ?

উৰ্মিলা : তথাপি অবাঞ্ছিত বিচাৰ।

পুণ্ডৰীক : সিহঁত থতি থাকিবলৈ বহুত অবাঞ্ছিতৰ প্ৰয়োজন। অবাঞ্ছিত বিচাৰবো।

উৰ্মিলা : হাঁচি ঔ !

পুণ্ডৰীক : সংক্ৰমণ।

উৰ্মিলা : অনন্ত-যৌৱনৰ দাহৰ দৰে।

[ নীৰৱতা। চেয়াৰখনৰ শব্দ হয় ]

পুণ্ডৰীক : ঠেলা। হেঁচুকি দিয়া।
[ ইয়াৰ পিছৰ সংলাপ ক্ৰমে উত্তেজিত হৈ ক'ব। ভূতে পোৱা মানুহৰ দৰে কৈ শীৰ্ষবিন্দুত উঠিব ]
এটা থিয় পৰ্বতৰ টিঙত
হাতেৰে আকাশ চোৱাৰ আশাত
কিছুমানে শেষ খোজটো দিব খুজিছে—

শেষ খোজ।
মৃত্যু অৱশ্যম্ভাৱী।
থিয় পৰ্বতৰ টিং।
এই খোজটোৱে পৰ্বতৰ অতল তলিৰ এটা মাৰাত্মক কুণ্ডলৈ টানি লৈ যাব। সিহঁতে ক'ব নোৱাৰে।
পৃথিৱীখনে একেলগে চিঞৰি সিহঁতক সাৱধান কৰি দিব লাগিছিল, কাৰণ সিহঁত পৰে।
পৰে।
এই বাগৰি পৰে!
ৰক্ষা নাই!
আছে,
যদি পৃথিৱীয়ে চিঞৰি উঠে।
নহ'লে
মৃত্যু অৱশ্যম্ভাৱী!
মৃত্যু! মৃত্যু!
নিশ্চিহ্ন হৈ যাব।
সিহঁতৰ ৰক্ষা নাই
মৃত্যু! মৃত্যু!
নি শ্চি হ্ন তা!

[ চৰম মুহূৰ্তত হঠাৎ স্তব্ধ ]

[ আঁতৰৰপৰা এদল বিষ্ণুভক্তৰ সংকীৰ্তন ধ্বনি ভাহি আহি ওচৰ পাইহি। তাৰ পিছত আঁতৰি যায়। উচ্চৈস্বৰে উত্তাৱল ছন্দে যেন ভগৱানক হাতেৰে চুব খুজিছে ]

ভক্তদল : আহা সখী অ'
নাম ল'বলৈ যাওঁ
হৰি নামৰ মূল মাত্ৰ কি জানিবা পাওঁ।
স্ৰষ্টাৰো স্ৰষ্টা…নাম ল'বলৈ যাওঁ
তুমি সৰ্বস্ৰষ্টা…নাম ল'বলৈ যাওঁ
উদ্ধাৰি ধৰিবা তুমি হৰি নাম ল'বলৈ যাওঁ
আহা সখী অ'…

[ আঁতৰি যায়, হঠাৎ এজন হ্লাৱ প্ৰিয় লোকৰ উত্তপ্ত সংলাপ, যেন পৃথিৱীত এই মুহূৰ্তত ইয়াত কৈ জৰুৰী একো নাই ]

কণ্ঠ : আঃ, তৰ্ক কৰিছে কিয় পাৰ্টনাৰ? আপুনি ডিমন্তচৰ জেক্‌টো তৰাই থৈছিল কিয়? খুলি দিয়ক। তামীত ট্ৰাম্প নহয় দেখিছেই। মেলি দিয়ক। ইখন হাতৰ মেমজনী পৰি যায়। ডিমন্ত-চত মই একো মাতিবপৰা নাই জানেই। ইপিনে আপুনি ৰং গস্তি নকৰে মুঠেই। নাই নাই—নাই। আপোনাক পাৰ্টনাৰ লৈ বিপদ আছে ভাই। ডাউন্ খাই মৰি যাব লাগিব।

[ আকৌ উত্তপ্ত হৰি-কীৰ্তনৰ ধ্বনি ভাহি আহি আঁতৰি যায় ]

ভক্তদল : আহা সখী অ'
নাম ল'বলৈ যাওঁ…

[ এজন বয়স্ক নেতাই মাইক্ৰ'ফনত ওজস্বী ভাষণ দি থাকে ]

নেতা : ছাত্ৰসকল, তৰিম্ভতৰ নাগৰিকসকল :
আপোনালোক আগবাঢ়ক।
বন্দুকৰ গুলিলৈ ভয় কৰি পিছ পৰি নাথাকিব।
আপোনালোকে ভয় নকৰিব
আমি আপোনালোকৰ পিছত আছোঁ।
আমি আপোনালোকৰ পিছত আছোঁ।
আপোনালোকে আমাক বাট দেখুৱাব লাগিব।
আপোনালোকে এটা নতুন যুগৰ সূচনা কৰিব লাগিব।

আজি এই শিল্প প্ৰতিষ্ঠানৰ শ্ৰমিক ভাইসকলে দৰ্মহা বৃদ্ধিৰ বাবে শান্তিপূৰ্ণ আন্দোলন চলাইছে। আপোনালোকে সেই আন্দোলনৰ নেতৃত্ব দিব লাগিব। মালিক পক্ষৰ লগত—প্ৰয়োজন হ'লে বলপূৰ্বক আলোচনাৰ দুৱাৰ মুকলি কৰা।

ছাত্ৰ-শ্ৰমিক জিন্দাবাদ!

শ্ৰমিক-ছাত্ৰ-ঐক্য জিন্দাবাদ!

[স্তব্ধতা। হঠাতে পিয়ান'ৰ আলাই এটা অতি ৰোমাণ্টিক পৰিবেশ আনি দিয়ে। পিছৰ সংলাপত নাৰীকণ্ঠত অভাৱনীয়ভাৱে কামোদ্দীপনা। প্ৰায় ফুচফুচাই। যেন ওঁঠতে ওঁঠ থৈ কথা কোৱাৰ প্ৰয়াস।]

পুৰুষ: আপোনাৰ ভনীয়েক শৰ্বাৰী সঁচাকৈয়ে গুণৱতী।

নাৰী: অশেষ ধন্যবাদ। আপোনাৰ বহুমূলীয়া মন্তব্যৰপৰা বুজিব পাৰিছোঁ—মই ৰূপৱতী।

পুৰুষ: অ' নিশ্চয় নিশ্চয়।

নাৰী: কাৰণ, তেওঁ মোৰ ভনী নহয়, মোৰ প্ৰথমা কন্যা।

পুৰুষ: আচৰিত!

নাৰী: আচৰিত নহয় মিঃ বৰুৱা। [কাৰণ] সোতৰ বছৰ বয়সতে মোৰ বিয়া হৈছিল। অ' হোৱট আ ভানুজন্ অৱ্ আ লাইফ্।

পুৰুষ: [কৰুণ] দুখ লাগে। [আকৌ আনন্দত] কিন্তু আনন্দ পাওঁ। আপুনিতো জানিব নোৱাৰা ভাবে—সুন্দৰ হৈ আছে।

নাৰী: [উৎসাহিত হৈ অতি কামোত্তেজনাৰে কাণে কাণে] মিঃ বৰুৱা। উস্। মোৰ—কান্দি দিবৰ মন যায়।

পুৰুষ: [নিচুকাই] ৰ'ব, আপুনি বিহ্বল নহ'বচোন। মই···মই আপোনাক অলপ আলফুলকৈ···।

নাৰী: উস্ মিঃ বৰুৱা! [বৈ] সেয়ে কৈছোঁ আপোনাৰ অধীনৰ ৰাজনৈতিক সম্পৰ্কৰক্ষী বিষয়াৰ পদটোত—মোৰ এটা দাবী আছে। মিঃ বৰুৱা, মোৰ কন্যা শৰ্বৰী যদি ৰূপ-গুণৰ সৰোবৰ, মই ৰূপৰ সাগৰ! [বৈ] মই এটা শকত—পাৰিতোষিকৰ—লোভতে—আপোনাৰ কাষ চপা নাই। এ···এ···এই—পদবীত—মোক হেকৰালে···উ···আপোনালোকৰ ৰাজনীতিয়ে বহুতো হেৰুৱাব, মিঃ ব ৰু ৱা···আ···।

[পিয়ান'ৰ আলাই পুনৰ পৰিবেশ ৰোমাণ্টিক কৰি তুলি জহি যায়।]

পুণ্ডৰীক, উৰ্মিলা: হাঁচি ঔ! হাঁচি ঔ! হাঁচি ঔ।

[আঁতৰৰপৰা পুনৰ জনতাৰ কোঢ়াল। 'অনন্ত-যৌৱন, অনন্ত-যৌৱন। আমাক লাগে। ডাঃ পুণ্ডৰীক, পলম নকৰিবা'—ক্ৰমে ওচৰ চাপি আহে।]

পুণ্ডৰীক: সেয়া তেওঁলোক আকৌ আহিছে। এইবাৰ তুমি পলম নকৰিবা উৰ্মিলা। পাওনি নেমেলি, খৰ-খৰকৈ আৰম্ভ কৰা। আমাৰ উদ্দেশ্য কৈ দিয়া। আমি অভিসন্ধি কৰি কাকো লৈ নাযাওঁ। পোনপটীয়াকৈ জনতাক কৈ দিয়া। মই অনন্ত যৌৱন দান কৰিম,—একমাত্ৰ চৰ্ত। আমাৰ সৈতে ৰক্তকুণ্ডৰ কালে যাত্ৰা আৰম্ভ কৰিব লাগিব।

[জনতাৰ কোঢ়াল বেছি হয়]

উৰ্মিলা: জনসমুদ্ৰ! [কোঢ়াল] জনজোৱাৰ! [কোঢ়াল শাঁত পৰে] শুনা, তোমালোকক অনন্ত-যৌৱন দান কৰাই ডাঃ পুণ্ডৰীকৰ জীৱনৰ

লক্ষ্য, ব্ৰত। তাৰ বাবেই তেওঁৰ জীৱনজোৰা সাধনা, শ্ৰম…। ইত্যাদি—

[ উৰ্মিলাৰ কণ্ঠস্বৰ ভাহি যায়। জনতাৰ গুণগুণনি কোলাহলৰ মাজত আদালতৰ ববকাঁহত ঘন্টাধ্বনি। আদালতৰ দৃশ্যৰ মাজে মাজে বাহিৰত জনতাৰ ক্ষীণ কোলাহল চলি থাকে। 'অনন্ত যৌৱন', 'ডাঃ পুণ্ডৰীক' আদি শব্দবোৰ যথাৰ্থভাৱে কাণত পৰি থাকে। ]

[ আদালত ]

শাৰ্দ্দুল : আচামী ডাঃ পুণ্ডৰীক, 'মোৰ কি দোষ'— এই একেটা প্ৰশ্নেৰে আপুনি অকল আমাকে নহয়, সকলো শ্ৰোতা, পাঠক-দৰ্শকক বিৰক্ত কৰি আহিছে। বিৰক্ত কৰাটো হয়তো আপোনাৰ ধৰ্ম; কিন্তু মহামান্য আদালতৰ বিচাৰ পৰিচালনাৰ আস্থাবান অংশীদাৰৰূপে আমি এই গণ-বিৰক্তিৰ ভাগী হ'ব নোৱাৰোঁ। [ বৈ ] আপুনি দোষ স্বীকাৰ কৰিবই লাগিব। দোষ স্বীকাৰ কৰক, নহ'লে শাস্তিৰ বাবে প্ৰস্তুত হওক। [ চেয়াৰৰ শব্দ—কেঁ-কোঁ ] কি ? শাস্তি মই দিব নোৱাৰোঁ, কিন্তু শাস্তি দিয়াৰ বাবে অহৰহ মোৰ জেৰা অব্যাহত ৰাখিব পাৰোঁ।

[ জনতাৰ কোঢ়াল ]

বিচাৰপতি : অধিবক্তা হিৰণ্যক !

হিৰণ্যক : আচামী পুণ্ডৰীক, আপুনি মূক-বধিৰৰ নীৰৱতাৰে সমগ্ৰ পৃথিৱীৰ অনুকম্পা লাভ কৰিব পাৰে; কিন্তু মনত ৰাখিব, ন্যায় লাভৰ বাবে আদালত অতি নিৰ্মম, অতি নিষ্ঠুৰ হ'ব পাৰে। আপুনি দোষ স্বীকাৰ কৰক।

[ চেয়াৰৰ শব্দ—জনতাৰ কোলাহল বাহিৰত। ]

বিচাৰপতি : অধিবক্তাসকল, জেৰা চলাই যাওক।]

অধিবক্তাসকল : আচামী পুণ্ডৰীক,
দোষ স্বীকাৰ কৰক
দোষ স্বীকাৰ কৰক…

[ অধিবক্তাসকলৰ ধ্বনি। ইফালে বাহিৰত জনতাৰ কোলাহল। তাৰ মাজত অধিবক্তা বিষবিষৰ সৰু স্পষ্ট হাঁহি ]

বিচাৰপতি : অধিবক্তা বিষবিষ ! আপুনি পুনৰ মহামান্য আদালতক তাচ্ছিল্য কৰাৰ উপক্ৰম কৰিছে।

[ এইবাৰ জনতাৰ কোলাহল বেছি হয় আৰু অধিবক্তাসকলৰ ধ্বনি হঠাতে বন্ধ হৈ যায় ]

কি হ'ল ? কি হৈছে ? অধিবক্তাসকল, আপোনালোকে জেৰা বন্ধ কৰিছে কিয় ? জেৰা চলাই যাওক। নাই, সকলো অধিবক্তা আদালতৰপৰা কোনেৰে ওলাই গৈছে। অনন্ত যৌৱনৰ ধ্বনিত অধিবক্তাসকল উধাউল। [ চিঞৰি ] অধিবক্তাসকল, আপোনালোক উভতি আহক। বাহিৰত যি অনন্ত যৌৱনৰ ৰোল উঠিছে, সেয়া ডাঃ পুণ্ডৰীকৰ প্ৰতাৰণা। আপোনালোক সেই প্ৰৱঞ্চনাত ভোল নাযাব। মহামান্য আদালতৰ সন্মান অক্ষুণ্ণ ৰাখক।

[ বিষবিষৰ সৰু হাঁহি চলি থাকে। জনতাৰ কোলাহল চলি থাকে ]

অধিবক্তা বিষবিষ, এইয়া কি হৈছে ? সকলো অধিবক্তাই বলিয়াৰ দৰে আদালতৰপৰা আঁতৰি জনসমুদ্ৰত মিলি গৈছে। আদালতত গোচৰীয়া পক্ষ শূন্য হৈ পৰিছে।

বিষবিষ : [ হাঁহি হাঁহি ] মহামান্য বিচাৰপতি, সঁচা, আদালত শূন্য হৈ গ'ল। অকল গোচৰীয়া পক্ষ কিয়, আচামী পক্ষও শূন্য। মহামান্য বিচাৰপতি,

আচামী পুণ্ডৰীকৰ শূন্য বিকলাঙ্গৰ আসনখনক আমি বহুযুগ ধৰি বিচাৰ কৰি আহিছোঁ। বিচাৰপতি, এখন শূন্য আসনক আমি বিচাৰ কৰিছোঁ, আচামী কৰিছোঁ। [ হাঁহিবলৈ ধৰে ]

বিচাৰপতি : [ গৰজি ] অধিবক্তা বিমৰিষ ! আপুনি ভাবিছে ই আপোনাৰ অভিনৱ আৱিষ্কাৰ। কিন্তু মিছা কথা। আচামীৰ অ-বৰ্তমানৰ কথা জানিও এই বিচাৰ চলাই থকা হৈছে, চলি থাকিব। আচামীয়ে দোষ স্বীকাৰ নকৰা পৰ্যন্ত বিচাৰ চলি থাকিব। অধিবক্তা বিমৰিষ, আপুনি জেৰা আৰম্ভ কৰক ; জেৰা চলাই যাওক। জেৰা……জেৰা !

[ বিচাৰপতিৰ আৰ্তনাদৰ ওপৰত অধিবক্তা বিমৰিষৰ ডাঙৰ হাঁহি। তাৰ পিছত ভাহি যাব। ]

[ কুকুৰা পাম-সময় নিশা। বাহিৰত কুকুৰাৰ কক্-ককনি ]

পুৰন্দৰ : আও বিচাৰো বিচাৰ—এইখন কম বিচাৰ নহয় দেই। কত দিন চলিলে হোঁ। কাগজখন মেলিলে ইচোন পাৰেই—"ডাঃ পুণ্ডৰীকৰ বিচাৰ চলি আছে।" এহে, তই কমটো ডাক্তৰ নহয় দেই। তই ডাক্তৰ মানুহ, গু-মুত পৰীক্ষা কৰি সুখে-সন্তোষে থাকিব পাৰ ; তাকে নকৰি আকৌ অপৰাধ কৰিবলৈ গৈছিলি কেলেই ? আক কৰিছ কৰ, এতিয়া আদালতে ধৰিছে যেতিয়া সৈ কাঢ়ি দে। অঁ, সেইটোও নকৰ, এতিয়া পা মজাপালি ! যাঃ—তোৰ এই সোপাকে কোনে পঢ়ি থাকিব বাৰেওটি কাল ! [ বাতৰি কাকতখন খঙেৰে দৈ দিয়ে] এতিয়া শুব লাগে। অস্ অস্……শয়নে পদ্মনাভ।

[ নীৰৱতা। কুকুৰাবোৰৰ উৎপাত বেছি হয়। কিছু সময় ধৰি চলি থাকে। কক্-কক্-কক জাউ-বীয়ে জাউৰীৰে কট্-কট্-কট্চ—খোটাৰ শব্দ ]

[ অতিষ্ঠ হৈ ] চুপ থাক্।

[ কুকুৰাৰ উৎপাত বেছিহে হয় ]

আজি ইহঁতৰ গতি-গোত্ৰ বেলেগ দেখিছোঁ হ'লে। ভালকৈ শুৱাব যেন পাইছোঁ। একেবাৰে ভয় নোখোৱা হ'ল। আগতে ভেকাহি মাৰিলে নিতাল মাৰে, আজি আকৌ কেপেৰি পাতি ধৰা যেনহে লাগিছে।

[ পুনৰ কুকুৰাৰ শব্দ ]

যাঃ যি হ'ব ! খুটিয়া-খুটি কৰি মৰি শেষ হ। মোৰ সৰু-পানী চুব লাগিল। কুকুৰা বুলিছে কাক। কটা বাৰণৰ সঁচ।

[ পুনৰ কুকুৰাৰ শব্দ ]

ই খিলুৰ কাৰণেই বাঢ়িবলৈ পাইছে এই মখা। সি যদি নিমখ-থৈলা আনি দিয়েই, ইহঁতৰ সৈতে মোৰ এই জুৰে-নাকে যুঁজখন হ'বলৈ পাই জানো ? সি এনেয়ে পাহাৰীয়া ল'ৰা হ'ল, মুঠেই সাহটো নাই। বোলে গাঁওবুঢ়াই কাটিব। এহে-ইমান সহজ ? নাই নাই—সাহ নাই খিলুৰ। উবাজাহাজৰপৰা বচদ খাই খাই এই মানুহমখাৰ পিত্‌টো তেনেই মৰিল। সাহৰ নামে পুৰি খাবলৈও নাই। [ বৈ ] কটা, নিমখ-থৈলা পোৱা হ'লেই সকলো নিষ্পত্তি হ'লহেঁতেন নহয়। উস্, চৌপনিয়েও ধৰিছে হেঁচা মাৰি।

[ নীৰৱতা। বাহিৰত কুকুৰাৰ অলপৰ কোঢ়াল কিছু সময় ধৰি। পুৰন্দৰৰ নাকৰ শব্দ। তাৰ পিছত বাঁহৰ দুৱাৰখনত কিবা এটাই খট্ খট্ শব্দ কৰে ]

[চক খাই] কোন! খিলু নেকি অ'? [ৰৈ] নাই মই চিলমিল টোপনিতহে কিবা শুনিলোঁ। এই ৰাতিখন খিলু ক'ৰপৰা আহিব? কেলেই আহিব হোঁ? মই অনবৰত তাৰ কথাই ভাবি আছোঁ। নহয়, সেইকাৰণে সামাজিকৰ লেখীয়া কথা হৈছে। [হাঁহে] সি অন্নশ্যে নহা ল'ৰা নহয় দেই। মিছা কথা কাক বোলে নাজানে। কেনেবাকৈ নিমখ-খৈলা পাৰ কৰিব পাৰিলেই, দুপৰ নিশাই হওক লাগিলে। এইখিনি পাবহি।……উঁহ।

[টোপনি যায়, কুকুৰাৰ উৎপাত চলে। দুৱাৰখনত আকৌ খট্ খট্ শব্দ]

[চক খাই] হেঃ কোন? নীৰৱতা সকৰ্কৈ হাঁহি] নাই, মই কিবা মায়াহে দেখিছোঁ টোপনিত। খিলুৱেই আহিল যেনিবা, ও পিছে সি দুৱাৰত খট্‌খটাব কেলেই আকৌ? সি সোধনৰপৰাই ককাই ঐ ককাই বুলি বৌজাল তুলি আহিব। [ৰৈ] খিলু পিছে অহা ল'ৰা দেই। সি আহিব, নিমখ-খৈলা আনিব নোৱাৰি সি পেটে পেটে অকণমান লাজ পোৱাদিও পাইছে। [ৰৈ] সি আহিব। কোনে জানে কিজানি আহিয়েই আছে এইকালে! [ৰৈ] সেইবুলি…… ইমান ৰাতিখন ……। নাই, কিবাকিবিবোৰহে মনলৈ আহে। চাওঁ, ইমান দিনে লগ নোপোৱা কোনোবা এজনাই ওলালহি নেকি আকৌ! শ্ৰীবিষ্ণু……হৰ হৰ হৰ! [তিনিটা চাপৰি মাৰে] অকণমান শাঁতিৰে শুবলৈ দিয়া প্ৰভু। [ৰৈ ভোৰভোৰাই গুণগুণাই] মোৰ পোজৰৰ কুকুৰাৰ ভিতৰত খোৱা-কামোৰা লাগি আঠেশ হৈছেগৈ। মানুহে শুনিলে হাঁহিবই নে কান্দিবই? নে মোকে বলিয়া বুলিব? জানো বালক……।

[তই যায়, নাকৰ শব্দ। বাহিৰত কুকুৰাৰ শব্দ—অত্যাচাৰ, নাকৰ শব্দ—কুকুৰাৰ অত্যাচাৰ। দুৱাৰত আকৌ খট্ খট্ খৰদ্, নাকৰ শব্দ—বাহিৰত কুকুৰাৰ অত্যাচাৰ—দুৱাৰত খট্ খট্ খৰদ্, নাকৰ শব্দ—বাহিৰত শব্দ—দুৱাৰত বাহিৰত—শব্দ। হঠাৎ বাঁহৰ দুৱাৰ ভাঙি বিকট কক্‌ককনিৰে জন্মেজয় বিছনাৰ ওপৰত উঠেহি—পাখিৰ চপচপনি। খোঁটাৰ শব্দ]

[চক খাই] অ' গোঁসাই, এইটো কি ঐ!

[পাখিৰ চপচপনি কট্ কট্ কটচ্]

হেৰৌ, এইটো কি? মোক ধৰিছ কেলেই, মই কি কৰিলোঁ?

[কট্ কট্ কটচ্]

হেৰৌ জন্মি, তই এইখন কি কৰিছ হোঁ। তইঁতৰ কুকুৰামখাক ধৰি হেপাহ পলোৱা নাই? এতিয়া মোক ধৰিছাহি? তই এনেকুৱা কেতিয়াৰ পৰা হলি হোঁ? এই, ধেমালি কৰিছ নেকি। এৰ বুলিছোঁ এৰ—ধেমালি কৰিবলৈ লগ নাপালি; সময় নাপালি?

[কট্ কট্ কটচ্]

ওঁহ্—খুঁটিয়াইছ কেলেই? এনেই ধেমালি কৰিছ কৰ। তই মোৰ কিমান মৰমৰ! শুনিছ, তোক জন্মেজয়, মই মৰমতে জন্মি বুলি মাতোঁ। লগৰ হেজাৰ কুকুৰা খুঁটিয়াই শেষ কৰিলি, গোটেইমখাকে এই মৰ-বিদ্যাটো শিকালি। এতিয়া মোকে ধৰিছহি?

[কট্—কট্—কটচ্]

ৰ……ৰ……এই [হাঁহি] সুৰ-সুৰাইছে দেই। কটা আথানিত ধৰিছ কেলেই! মানুহ মাৰিবি তই! এই, গাৰ ওপৰত্ত কেনেকৈ উঠি লৈছে চোৱা।

[কট্—কট্—কটচ্]

[হঠাৎ] আই ঐ, তাতেহে কামোৰচো মাৰিলি! কটা পিশাচ। সেইটোৱে তোক কি কৰিছিল?

[জন্মেজয়ক মাৰিবলৈ ধৰোঁতে পাখিৰ চপচপনি আৰু এক বিকট চিঞৰত কক্—কক্—কক্। লগে লগে হেজাৰ কুকুৰাই বিকট চিঞৰি দুৱাৰ ভাঙি সোমাই আহে। কক্—কক্—কক্—পাখিৰ চপ্-চপনিৰ জাউৰি কক্—কক্—কক্—দুৱাৰ ভঙাৰ শব্দ। কক্—কক্—কক্—কাণ তালি মাৰি যায়। বহু সময় ধৰি পাখিৰ চপচপনি। পুৰন্দৰৰ সমস্ত শৰীৰৰ ওপৰত সিহঁতে জাউৰিয়ে জাউৰিয়ে পৰি কট্—কট্—কটচ্ শব্দেৰে আক্ৰমণ চলায়। পাখিৰ শব্দ। কুকুৰাৰ শব্দ—বিকট চিঞৰ। কক্—কক্—কক্—চপ চপ ঝপ ঝপ। পুৰন্দৰে চিঞৰে]

উস্ মৰিলো ঐ! আস্—উঃ—মই ইমান সময় ধেমালি বুলি ভাবিছিলোঁ। হে প্ৰভু, ই—জন্মেজয়ে আজি মোক হেজাৰ কুকুৰাৰে খাবলৈ আহিলে। তইঁতক……তইঁতক—মই ইমান মৰম কৰোঁ, ইমান বিশ্বাস কৰোঁ! উস্ মৰিলোঁ—মৰিলোঁ! ……মোক……নিলে ঐ—মোক নিলে। উস্ মোৰ এডাল লোহোৰা কৰিলে! আই ঐ, মোক ৰচোৱা কোনে পাবা। মই মৰিলোঁ। খিলু……খিলু……তই আহ—মোক ৰচা, মোক ৰচা খিলু! জন্মেজয়ে মোক ৰধিলে। ……খিলু……খিলু! আহ ঐ খিলু……!!

[হেজাৰ কুকুৰাৰ বীভৎস বিকট ৰব আৰু অত্যাচাৰৰ মাজত পুৰন্দৰে প্ৰাণত্যাগি চিঞৰে—]

খিলু!!

[সকলোৰে শীৰ্ষবিন্দুত আদালতৰ ঢং ঘন্টাধ্বনি]

বিচাৰপতি: [গুৰু-গম্ভীৰস্বৰে] বিচাৰ চলি থাকিব। দোষ স্বীকাৰ নকৰা পৰ্যন্ত, দণ্ডবিধান নোহোৱা পৰ্যন্ত, বিচাৰ চলি থাকিব। আপোনালোকে জেৰা আৰম্ভ কৰক। জেৰা—জেৰা—বিচাৰ—বিচাৰ চলি থাকিব।

[বজ্ৰপাত। শিলাবৃষ্টি]

উৰ্বীপুত্ৰ: পুণ্ডৰীক আহিব। আৰু কেইটোপালমান নৱ-বসন্তৰ উৎস। সিহঁত আহিছে। লক্ষ যোজন আঁতৰত—সিহঁতে এডিয়া অহাৰ বাট কাটি আছে। সিহঁত আহি আছে।

[বজ্ৰপাতৰ শব্দ ভাহি যায়]

[আকৌ আদালতৰ ঢং ঘন্টাধ্বনি]

বিচাৰপতি: বিচাৰ চলি থাকিব—
বিচাৰ……বিচাৰ!

[বজ্ৰপাত—শিলাবৃষ্টি]

উৰ্বীপুত্ৰ: সিহঁত আহিব। লক্ষ যোজন আঁতৰত সিহঁতে এডিয়া অহাৰ বাট কাটি আছে। সিহঁত আহি আছে।

[ধুমুহা বজ্ৰপাত শিলাবৃষ্টিৰ প্ৰবল গৰ্জন ক্ৰমে আঁতৰি গৈ বহু সময় সম্পূৰ্ণ নীৰৱতা]

•      •      •

[শান্ত পৰিবেশ,—পুনৰ ইনভেলিড্ চেয়াৰৰ কেঁ-কোঁ শব্দ]

পুণ্ডৰীক: বুঢ়া ডট্টোৱাৰে প্ৰাচীন প্ৰেম
চল পুৰাতেই প্ৰজাৰ ক্ষেম।
বাটত বোলে হেজাৰ জঁজৰি
ঠেলা ঠেলি হেঁচুকি দিয়া। জোৰেৰে।
[হুইল চেয়াৰৰ শব্দ]
…টেৰ্চ টিউবত বাপেকী হয়
প্ৰজাৰ জাগে ভয়
লাই লেচাইৰ মুখ দেখে কৰম নকৰি।

ঠেলা, তুমিয়েই হেঁচুকি নিদিলে মোৰ সাধ্য আছেনে এখোজ আগবাঢ়িবৰ ? [ হইল চেয়াৰৰ শব্দ ]

…বজাৰ সভাত বিচাৰ কয়
অপৰাধীৰ জয়

ইকালে ধৰ্মৰাজৰে টেকেলি কাটি। ঠেলা ঠেলা !

উৰ্মিলা : [উচ্চৈস্বৰে] জনসমুদ্ৰ, জনজোৱাৰ ! প্ৰতি-বছৰে—তোমালোক লবি আহা, প্ৰতিবছৰে তোমালোক আঁতৰি যোৱা। বাটৰ বিভীষিকাত অনন্ত-যৌৱনৰ মোহ পৰিত্যাগ কৰা। ডাঃ পুণ্ডৰীকক প্ৰত্যাখ্যান কৰা। কিন্তু ডাঃ পুণ্ডৰীকৰ তোমালোকৰ ওপৰত অসীম বিশ্বাস…।

# জননী

আৰতি দাস বৈৰাগী

দেশৰ হাজাৰ হাজাৰ অনাহাৰী জনগণৰ জীৱন-সংগ্ৰামক এক সৰ্বাত্মক গণ-সংগ্ৰামলৈ ৰূপান্তৰিত কৰাৰ পথ নিৰ্ণয়ৰ কথা লৈ মুখামুখি হ'ল সন্ত্ৰাসবাদী ৰাজনৈতিক বন্দী অমিতাভ আৰু তেওঁৰ মাক। অমিতাভই বিশ্বাস কৰে, সৰ্বহাৰাৰ জীৱন মুক্তিৰ কাৰণে সন্ত্ৰাস আৰু হিংসাৰ পথেৰেহে যাব লাগিব; কিন্তু তেওঁৰ মাকে ইচ্ছা প্ৰকাশ কৰে বন্দুকৰ গুলিৰে নহয়; মাতৃ-হৃদয়ৰ অগ্নিৰে সংগ্ৰামৰ পথত অৱতীৰ্ণ হ'ব তেওঁ।

চৰিত্ৰ ঃ

দাস } পুলিচ বিষয়া
শইকীয়া } পুলিচ বিষয়া
ৰমেন } পুলিচ বিষয়া

অমিতাভ : সন্ত্ৰাসবাদী ৰাজনৈতিক বন্দী
মাক : অমিতাভৰ মাক
দেউতা : অমিতাভৰ দেউতাক
মাটি-হাকিম :

[টেলিফোন বাজে]

দাস: হেল্ল', হেল্ল', পুলিচ ষ্টেচন! হেল্ল' দাছ স্পিকিং।... হয়।... আপুনি...কি?......নাম নকয়?...পুলিচৰ বন্ধু? হাঃ হাঃ হাঃ...পুলিচক নাম ক'ব নোখোজা, দেখা দিব নোখোজা— আপুনি কেনে বন্ধু?...বাৰু বাৰু...কওক... [আচৰিত হৈ] কি? অমিতাভ চৌধুৰী?... অমিতাভ চৌধুৰীৰ সন্ধান পাইছে? ক'ত? ক'ত আছে? কি কৈছে?...ক'ত বুলি ক'লে? ...ইয়াতে? ঠিক আছে, আপুনি কৈ যাওক মই নোট কৰি থওঁ।...ধন্যবাদ। বহুত ধন্যবাদ। অ' আপুনি ক'ৰপৰা ফোন কৰিছে ক'বনে? হেল্লো...হেল্লো...হেল্লো......

[টেলিফোন ৰিচিভাৰ থয়]

শইকীয়া: এইয়া কি কথা ছাৰ? সঁচানে বাৰু?

দাস: জাষ্ট এ মিনিট প্লিজ—ৰমেন!

ৰমেন: ছাৰ!

দাস: তুমি এতিয়াই এনকুৱাৰীলৈ ফোন কৰি খবৰ লোৱাচোন এইমাত্ৰ ইয়ালৈ অহা কলটো ক'ৰপৰা কৰা হৈছিল?

ৰমেন: ভাল ছাৰ। [টেলিফোনত ডায়েল কৰাৰ শব্দ। লগে লগে দাস আৰু শইকীয়াৰ কথা চলি থাকিব]

দাস: শুনা শইকীয়া।

শইকীয়া: কওক ছাৰ।

দাস: ফোনত শুনা কথাখিনিৰপৰা অনুমান কৰিব পাৰিছাই নহয়?

শইকীয়া: তথাপি আপোনাৰ মুখৰপৰা ডিটেইলচ্ শুনিব খুজো—

দাস: ডিটেইলচ্ খবৰ মানে—কেৱল খবৰ দিলে যে অমিতাভ চৌধুৰী ইয়াতে আছে।

শইকীয়া: ইয়াতে মানে?

ৰমেন: ছাৰ—

দাস: কি ৰমেন, এনকুৱাৰীয়ে কি ক'লে?

ৰমেন: নাই ছাৰ। টেলিফোন কলটো এটা পাব্লিক টেলিফোন বুথৰপৰা কৰা হৈছিল ছাৰ।

দাস: ৰাইট। মইয়ো তাকেই অনুমান কৰিছিলোঁ। বাৰু, তাকে লৈ এতিয়া ব্যস্ত হোৱাৰ প্ৰয়োজন নাই।

ৰমেন: কিন্তু ছাৰ—অমিতাভ চৌধুৰীৰ সন্ধান দিওঁতাজনলৈ চৰকাৰে দহ হেজাৰ টকা পুৰস্কাৰ ঘোষণা কৰিছিল! খবৰ দিয়া মানুহটো বুৰ্বক যেন পাইছোঁ।

দাস: বুৰ্বক নহয় ৰমেন। মানুহটো অতি চতুৰ। বাৰু বাদ দিয়া—শুনা—

ৰমেন: ছাৰ!

দাস: তুমি যোৱা, ডেলথন উইথ এ ডজন অৱ্ আৰ্মদ ফ'ৰ্চ ৰেডী কৰিবলৈ কোৱা। উইদিন এ মিনিট আমি গৈ আছোঁ। আৰু শুনা— ড্ৰাইভাৰ শিৱলালক ল'বা।

ৰমেন: ভাল ছাৰ। [গুচি যোৱাৰ শব্দ]

শইকীয়া: ছাৰ আপুনিও......

দাস: হেৰ', মইয়ো যাম। তুমি বাকীবোৰ ৰেডী কৰা। সোনকাল কৰা। হাৰী আপ্!

শইকীয়া: ছাৰ! পৰিচয় দিব নোখোজা মানুহজনে অমিতাভ চৌধুৰীৰ সন্ধান দিয়াৰ কথা কৈ আমাক কাচ্চ পৰিকল্পনত পেলাব খোজা নাইতো?

দাস : সেইবুলি আমি ডিউটিক অৱহেলা কৰিবতো নোৱাৰোঁ শইকীয়া। সম্ভৱতে আমি অমিতাভ চৌধুৰীৰ সন্ধান পাইছোঁ—এতিয়া তেওঁক হাতে হাতে ধৰা পেলোৱাটোৱেই আমাৰ কৰ্তব্য। অমিতাভ চৌধুৰী পুলিচৰ ঘোৰ শত্ৰু। যাৰ মুৰটোৰ কাৰণে চৰকাৰে ঘোষণা কৰিছে দহ হেজাৰ টকা। আৰু আজি আমি তেওঁৰ সন্ধান পাইছোঁ। অ' ৰমেন আহিছে! ৰমেন সকলো ৰেডী?

ৰমেন : হয় ছাৰ।

দাস : ব'লা তেনেহ'লে—

শইকীয়া : ছাৰ, বাকী প্লেন প্ৰোগ্ৰাম?

দাস : এতিয়া নহয়। বাটত ক'ম। সময় বৰ নেথাকে নহয়। আহা আহা—কুইক্!
[কেৰাখোৰো জোতাৰ শব্দ ক্ৰমে আঁতৰি যায়। তাৰপিছত দ্ৰুতগতিত গাড়ী চলাৰ শব্দ ক্ৰমে fade out হৈ পুনৰ fade in—

শইকীয়া : [উত্তেজনাৰে] ছাৰ, এইয়া ছাৰ—এইয়া চাওক—এইয়া নম্বৰটো মিলি যোৱা নাইনে?

দাস : ৰাইট—চেভেন চেভেন ফাইভ···[ বাকীখিনি যেন মুখৰ ভিতৰত থাকে] শইকীয়া! এইটো স্লেট। 775/D-ৰ কাষ্ট ফ্ল'ৰৰ তিনি নম্বৰ কোঠা। আহা। ড্ৰাইভাৰ!

কণ্ঠ : ছাৰ!

দাস : আমি ওপৰলৈ যাম। দুজন কনিষ্টবল লৈ তুমি ইয়াতে থাকিবা। ৰমেন তুমিও থাকা—প্ৰয়োজন হ'লে হেড অফিচৰ লগত ৱায়াৰলেচত কথা হ'বলৈ পাহৰি নেথাকিবা।—অঁ—তোমালোক এলাৰ্ট থাকিবা।

ৰমেন : ভাল ছাৰ।

শইকীয়া : ছাৰ! ডৈয়াৰকেচটো দেখা নাইযে!

দাস : এইফালে আহা—বিভলভাৰ?

শইকীয়া : ৰেডী ছাৰ!

দাস : কুইক্! [সন্তৰ্পণে সিঁৰিত উঠে। ৰহস্যময় সংগীতে পৰিবেশ বুজাব।—দুৱাৰত টোকৰ, তাৰপিছত চকিয়াৰ শব্দ—কিছুপৰৰ পিছত দুৱাৰ খোল খাই যায়]

দাস : হেণ্ড্চ আপ্। শইকীয়া! প্ৰথমে আটাইকেইজনৰে পকেট চাৰ্চ কৰি লোৱা।—আমি মিঃ চৌধুৰী—আই মিন মিঃ অমিতাভ চৌধুৰীক বিচাৰি আহিছোঁ।

অমিতাভ : মযেই অমিতাভ চৌধুৰী।

দাস : য়েছ মিঃ চৌধুৰী। ইঅ'ৰ ড্ৰামা ইজ অ'ভাৰ। নাটকৰ যৱনিকা পৰিল।

অমিতাভ : সেইটো শব্দ দয়া কৰি ব্যৱহাৰ নকৰিব মিষ্টাৰ—

দাস : মিঃ দাস। মই পুলিচ চুপাৰিণ্টেণ্টডেণ্ট মিঃ দাস।

অমিতাভ : এৰা মিঃ দাস, সেইটো শব্দ ব্যৱহাৰ কৰিবলৈ এতিয়াও সময় হোৱা নাই।

দাস : [হাঁহে] অহ্ হ—দেট্চ অলৰাইট—তাৰ বিচাৰ পিছত হ'ব। শইকীয়া! হেণ্ডকাফ লগাবলৈ দিয়া—

অমিতাভ : এক্সকিউজ মি মিঃ দাস। মোৰ এটা বিক্যুৱেষ্ট আছে।

দাস : কওক—

অমিতাভ : হেণ্ডকাফ নলগোৱাকৈ নিব নোৱাৰিবনে? বন্দী যেতিয়া হৈছোঁ, মই আপোনালোকৰ লগত স্ব-ইচ্ছাই যাবলৈ সাজু আছোঁ।

দাস : ন্ না-না—আপোনাৰ বাবে সেই ব্যৱস্থা নহয়

মিঃ চৌধুৰী। আইনৰ বিচাৰত আপুনি গুৰুতৰ অপৰাধত অপৰাধী হ'লেও আপুনি সন্মানিত ৰাজবংশী। আপোনাক স-সন্মানেৰে নিয়া হ'ব। আহক। আহক মিঃ চৌধুৰী।

[কেবাজনো মানুহৰ পদশব্দৰ ধ্বনি ক্ৰমে বিলীন হ'ব। সঙ্গীত]

অমিতাভ: কি? কি হ'ল? যৱনিকা পৰিল? নাটকৰ যৱনিকা পৰিল? সিহঁতে কৈছে নাটকৰ যৱনিকা পৰিল। হাঃ হাঃ হাঃ—মূৰ্খহঁত! বুধিব পাৰোঁনে কোনখন নাটকৰ যৱনিকা পৰিল? কৈছোঁ নহয়, তহঁতৰ কথাবোৰ শুনিলে, তহঁতৰ কাণ্ডবোৰ দেখিলে মোৰ বৰ হাঁহি উঠি যায়। শব্দ একোটাৰ যে এনে অপপ্ৰয়োগ কৰিব পাৰ তহঁতে! মই কওঁ শুন—যৱনিকা পৰা নাই। উঠিছে। আঁৰ কাপোৰ আঁতৰি গ'ল। তহঁতে এতিয়া দেখিবি আগতকৈও অতি ভয়ংকৰৰূপে, অতি ৰুদ্ৰৰূপে আন্দোলন চলিছে। বিপ্লৱ বাঢ়ি আহিছে। দেশত জুই জ্বলিছে। ভাবিছিলি হ'ব পায় এক অমিতাভ চৌধুৰীক বন্দীত্বৰ নাগপাশেৰে বান্ধি-ছাতি দেশত বিপ্লৱৰ জুই নুমুৱাব পাৰিবি? জুই নুমুমায়। জ্বলিবহে। তহঁতেতো নাজান মূৰ্খহঁত, তহঁতে এটা অমিতাভ চৌধুৰীকহে বন্দী কৰিব পাৰিছ। দেশত আৰু সহস্ৰ অমিতাভ চৌধুৰীক জন্ম দি আহিছোঁ। মোৰ অবিহনেও সেই শত সহস্ৰ অমিতাভ চৌধুৰীয়ে বিপ্লৱ কৰিব। যুঁজ দিব। বন্দী হ'ব। কিন্তু বিপ্লৱ শেষ নহয়। অমিতাভ চৌধুৰীহঁতৰ মৃত্যু নাই। শাসক আৰু শোষকেৰে ভৰা, দুৰ্নীতিৰ আবৰ্জনাৰে ভৰা এই সমাজ ভাঙি-ছিঙি নতুনকৈ দেশত সামাজিক ন্যায় প্ৰতিষ্ঠা কৰিব নোৱাৰালৈকে সিংহতৰ বিশ্ৰাম নাই। [পজ] কি হ'ল? বন্দীশালৰ প্ৰহৰীৰ মুখত এইয়া কিহৰ উত্তেজনা দেখিছোঁ? কিহৰ ব্যস্ততা? কি? মোক লগ পাবলৈ বিচাৰিছে? কোনে? মোক দেখা কৰিবলৈ কাক তোমালোকে অনুমতি দিলা? মইতো কাৰো লগত দেখা হ'ব নোখোজোঁ। কৈ দিয়া—কৈ দিয়া যে কাৰো সৈতে কথা হৈ মই মোৰ পেটৰ কথা ভাঙিব নোখোজোঁ। [পজ] এইয়া···এইয়া কাক আনিলা তোমালোকে? কোন এইয়া? এইয়া—এইয়া—সেই যে শয়নে-সপোনে যাৰ কথা মই ভাবি থাকোঁ। যাৰ শান্তিৰবাবে মই এই পথত নামিলোঁ, যাৰ মঙ্গলময়ীৰূপ নিৰন্তৰ মোৰ মানসপটত বিৰাজ কৰি আছে, সেই মোৰ দেশজননী। স্বৰ্গাদপি গৰিয়সী মাতৃ। মাতৃ—মা—মা—তুমি—?

মাক: বোপাই!

অমিতাভ: মা, তুমি ইয়ালৈ কিয় আহিলা মা?

মা: জীউ?

অমিতাভ: তোমাৰ লগত এতিয়াতো দেখা হোৱাৰ কথা নাছিল। মা—

মা: তেনে কথা কিয় ক'ৱ জীউমণি?

অমিতাভ: জীউমণি! জীউমণি! সেই নামেৰে তুমি মোক কিয় মাতিছা মা? জীউমণি বুলি মাতি তুমি মোক আৰু তোমাৰ আঁচলৰ তলত লুকুৱাই ৰাখিব নোৱাৰা মা! মই অমিতাভ চৌধুৰী।

মা: অমিতাভ চৌধুৰী! অমিতাভ চৌধুৰী! নহয়, নহয় জীউমণি। তই মোৰ জীউমণি।

অমিতাভ: মা!

মাক : অঁ অঁ—তই মোৰ জীউমণি—সেই সেই যে …[সংগীতে যেন অতীতলৈ লৈ যাব] এটা অকণমানি কেঁচুৱা। বহু সময়ৰ প্ৰসৱবেদনাৰ অন্তত এটা সময়ত মোৰ গাৰ দাঁতিত এটা অকণমাণি কেঁচুৱা দেখিছিলোঁ। এসোপা-ন-পুৰণি কাপোৰৰ মাজৰপৰা এখন অকণমানি মুখ ওলাই আছিল। সেই বগুচুৱা অকণমানি মুখখন! সেই টল-টলকৈ চাই থকা দুচকুৰ শূন্য দৃষ্টি! মেল খাই থকা চকু দুটা ডাঙৰ ডাঙৰ—নীলা নীলা যেন লাগিছিল। কিছু সময়ৰ পিছত তুমি আহিছিলা। আহি কিন্তু তুমি মোক মাত দিয়া নাছিলা। ময়ো তোমালৈ মুৰ তুলি চাব পৰা নাছিলোঁ। ক'বপৰা যে বাজ্যৰ লাজ কিছুমান আহি তোমাৰে-মোৰে মাজত সোমাই পৰিছিলহি। তাৰ পিছত দুয়ো যেতিয়া দুয়োলৈকে চাইছিলোঁ, আমি বহুপৰ চকুৱে চকুৱে চায়ে ৰ'লোঁ। তোমাৰ চকু দুটা কি যে সুন্দৰ ভাষাৰে মায়াময় হৈ পৰিছিল। সেই বগুচুৱা মুখখন লৈ আকৌ চালা তুমি। বহু সময় চাই থাকিলা। আমাৰ ওচৰত অন্য কোনো নাছিল। অকণমানিটোৰ—আমাৰ জীউমণিটোৰ নীলা নীলা লগা চকু দুটা মেল খাই আছিল। কি জানো চাইছিল নি! মই কৈছিলোঁ—তোমালৈ চাইছে দেখিছা। এটা মিঠা হাঁহি বিৰিঙি উঠিছিল তোমাৰ মুখত। আকৌ এবাৰ তোমাৰ চকুহাল আৰু তোমাৰ মুখখন মায়াময় হৈ পৰিছিল। পোৱাৰ উল্লাসেৰে, অপূৰ্ব এক আৰামেৰে মোৰ মন ভৰি গৈছিল। আঃ মোৰ জীউমণিটো—জীউমণি, জীউমণি—জীউমণি!

অমিতাভ : মা!

মা : জীউমণি! জীউমণি! তই মোৰ জীউমণি! জীউ—

অমিতাভ : নহয় নহয়—নহয়, মই জীউমণি নহয়। মই অমিতাভ চৌধুৰী। মই আতংক। মই বিভীষিকা। মই—

মা : বোপাই! শুনচোন, মোৰ কথা শুন—মোৰ এবাৰ কথাৰ উত্তৰ দে!

অমিতাভ : কি কথা মা!

মা : কিহৰ কাৰণে তই এইবোৰ কৰিলি?

অমিতাভ : মই কি কৰিলোঁ?

মা : পঢ়া ল'বা তই পঢ়ি আছিলি। কিহৰ কাৰণে তই পঢ়া-শুনা আধা ছুখৰীয়া কৰি কোনেও নজনাকৈ মনে মনে গুচি আহিছিলি? কিয় তই এইদৰে দেশখনত জুই অলাই ফুৰিছ?

অমিতাভ : জুই অলাইছোঁ? মা! মোৰ মা হৈ তুমি এনেকৈ কৈছা?

মা : তই জুই অলোৱা নাই? দেশত যে এই মাৰপিট, লুটপাত—বোমা পেলোৱা—এইবোৰ যে দিনে-নিশাই চলিব লাগিছে, এইবোৰৰ গুৰি ধৰিছে কোনে?

অমিতাভ : হত্যা, লুণ্ঠন, বোমাবৰ্ষণ, এইবোৰ পাশৱিক ঠিকেই। কিন্তু সেই পাশৱিকতাৰ পিছফালে থকা মহৎ উদ্দেশ্যক তুমি জানো উপলব্ধি কৰিব পৰা নাই মা?

মা : মই সেইবোৰ নাজানো বোপাই। মই জানো—মানুহে মানুহক মৰা মানে পাপ। লুট-পাট, বোমা পেলোৱাৰ অৰ্থ বাইজৰ ওপৰত অত্যাচাৰ, নিপীড়ন।

অমিতাভ : তুমি ঠিকেই কৈছা মা। এইবোৰৰ

অর্থ পাপ। নিপীড়ন, অত্যাচাৰ। কিন্তু মা, এইবোৰ নকৰিলেও কোনেও জানো কেতিয়াও পাপ কৰা নাই? অত্যাচাৰ কৰা নাই? তুমি জানো ক'ব পাৰিবা মা যে তুমি পাপ কৰা নাই!

মা: কি কৈছা বোপাই?

অমিতাভ: ঠিকেই কৈছোঁ, তুমি পাপ কৰিছা। দেউতাই পাপ কৰিছিল।

মা: [খঙেৰে] জীউমণি!

অমিতাভ: খং নকৰিবা মা! স্কুলত আমাক আখৰ লেখিবলৈ শিকাওঁতে প্ৰথমে শিকাইছিল—সদায় সঁচা কথা ক'বা। মিছা কোৱা মহাপাপ। কিন্তু তুমি যে আমাক কত মিছা কথা কৈছিলা—দেউতাই কত কাঁকি দিছিল!

মা: জীউমণি!

অমিতাভ: তেনেহ'লে মিছা কথা কৈ তোমালোকে পাপ কৰা নাছিলা? কোৱা পাপ কৰা নাছিলা?

মা: বোপাই!

অমিতাভ: মোৰ সকলো মনত পৰে জানা—সকলো মনত পৰে—

[স্ক্ৰেচ বেক। তেতিয়া জীউমণি ছয়-সাত বছৰীয়া]

জীউ: দিয়ানা মা। সদায় সদায় খুজি থাকোঁ, এদিনো নিদিয়া!

মা: কথা ক'লে শুনন কিয় জীউমণি! তোক কিমানবাৰ ক'ব লাগে গাখীৰ নাই বুলি!

জীউ: কিয় নাই? গাখীৰ কিয় নাই?

মা: নাই বুলি কৈছোঁ নাই। আক থাকিলেও তোক নিদিওঁ।

জীউ: ইস্, কিয় নিদিবা?

মা: নিদিওঁ। বেয়া বস্তু কিয় দিম?

জীউ: বেয়া? কি বেয়া মা?

মা: গাখীৰ খালে পেটৰ অসুখ হয় নাজাননেকি?

জীউ: পেটৰ অসুখ হয়? সঁচাকৈয়ে কৈছা মা?

মা: অ' আক'—হয়। নহ'লে তোক খাবলৈ নিদিওঁনেকি?

জীউ: ইস্ মোক তুমি কাঁকি দিছা নহয় মা?

মা: কাঁকি কিয় দিম?

জীউ: ইস্ গাখীৰ খালে কিবা পেটৰ অসুখ হয় নেকি?

মা: হয় হয় হয়, গাখীৰ খালে পেটৰ অসুখ হয়। কোনে কৈছে নহয় বুলি?

জীউ: বুবুৰ মাকে!

মা: বুবুৰ মাকে কৈছে তোক?

জীউ: মোক কিয় ক'ব? বুবুক কৈছে—

মা: কি কৈছে?

জীউ: আবেলি আবেলি বুবুয়ে আমাৰ লগত খেলি থাকোঁতে গাখীৰ খাবলৈ কেতিয়াবা পাহৰি যায়। মাকে তেতিয়া তাক ইমান খং কৰে। বুবুৰ মাকে দেখোন খং কৰি বুবুক কয়—গাখীৰ নাখালে স্বাস্থ্য বেয়া হয়। গাত শক্তি নাপায়। গা নাবাঢ়ে। এইবোৰ কয়—আমাৰ কিতাপতো আছে আক'—গাখীৰ শিশুৰ বাবে উপকাৰী আহাৰ।

মা: [জোৰে] জীউমণি!

জীউ: কি হ'ল মা? কিয় চিঞৰিছা? কোৱাচোন মা তুমি কিয় গাখীৰ খালে পেটৰ অসুখ হয় বুলি সদায় সদায় কাঁকি দি থাকা?

মা: উস্, মনে মনে থাক।

জীউ: আগতে কোৱাচোন, মিছা কথা ক'লে মোক আক নামাৰোঁ বুলি!

মা: নামাৰিম কিয়? মিছা কথা ক'ব পায়নেকি?

জীউ: তেনেহ'লে তুমি কিয় কোৱা?

মা: কেতিয়া ক'লো?

জীউ: সদায় কোৱা। এতিয়াও কৈছা!

মা: নাই কোৱা। কোনে কৈছে মিছা কথা বুলি। অঁতো পেটৰ অসুখ হয়। আমাৰ মায়েও আমাক তেনেকৈয়ে কৈছিল—গাখীৰ খালে পেটৰ অসুখ হয়। গাখীৰ খালে সঁচাকৈয়ে পেটৰ অসুখ হয়। বুইছ। গাখীৰ খালে……

অমিতাভ: গাখীৰ খালে বোলে পেটৰ অসুখ হয়! হা হাঃ হাঃ মোৰ চব মনত পৰে—জানা মা। আৰু মনত পৰিলে যে ইমান হাঁহি উঠি যায়! ল'ৰা-ছোৱালীৰ মুখত প্ৰয়োজনীয় গাখীৰ কণ দিব নোৱাৰি তোমালোকে আমাক ফাঁকি দি কৈছিলা—গাখীৰ খালে পেটৰ অসুখ হয়। [হাঁহি] গাখীৰ খালে…[হাঁহি] গাখীৰ খালে [হাঁহি] গাখীৰ—[হাঁহিত কথা ক'ব নোৱাৰা হৈ যায়]

মা: জীউমণি!

অমিতাভ: [হাঁহি চলি থাকে]

মা: জীউমণি! এনেকৈ হাঁহিবলৈ তোৰ লাজ লগা নাই? দেউতাৰৰ অসমৰ্থতাক ইতিকিং কৰিবলৈ তোৰ বিবেকে বাধা দিয়া নাই?

অমিতাভ: আৰু সন্তানৰ মুখত প্ৰয়োজনীয় আহাৰ কণ তুলি দিব নোৱাৰিলে তোমালোকৰ বেয়া লাগে নে নেলাগে কোৱাচোন?

মা: তই মোক লাজ দিছ জীউমণি?

অমিতাভ: লাজ দিয়াৰ কথা নহয় মা। তুমি কোৱাচোন বাৰু সন্তানক খাবলৈ দিব নোৱাৰিলে যে ফাঁকি দিব লাগে, কিন্তু কি কাৰণে খাবলৈ দিব পৰা নাই—সেইকথা ভাবি চাইছানে কেতিয়াবা?

মা: ভাবিবলৈ কি আছে? আমাৰ নাই সেই কাৰণে দিব নোৱাৰোঁ।

অমিতাভ: কিন্তু কিয় নাই? কিয় দিব নোৱাৰা?

মা: তই কি কথা কৰ জীউ? আমাৰ নাই —নাই, কিয় নাই সেইটো এটা প্ৰশ্ন হ'ল নেকি?

অমিতাভ: প্ৰশ্ন হয় মা! ডাঙৰ প্ৰশ্ন। গুৰুতৰ প্ৰশ্ন। আমাৰ কিয় নাই? আৰু নাই যদি, আমি কি বা মনে মনে থাকিম?

মা: মনে মনে নাথাকি কি কৰিম?

অমিতাভ: কেঁচুৱাই কান্দিলে হে কল পায় মা। আমি কান্দিব লাগিব। নোপোৱা বস্তু বিচাৰিবলৈ জানিব লাগিব।

মা: বিচাৰিম? কাৰ ওচৰত বিচাৰিম?

অমিতাভ: যিবিলাকে আমাক দিয়া নাই, যিবিলাকে আমাৰ পোৱাৰ বাট বন্ধ কৰিছে, তেওঁলোকৰ ওচৰত।

মা: তাৰ মানে তই মোক ভিক্ষা কৰিবলৈ কৈছ?

অমিতাভ: ভিক্ষা কিয় কৰিবা? দাবী কৰা।

মা: কিন্তু বোপাই! আমাৰ পোৱাৰ বাট কোনে বন্ধ কৰিছে? আমাৰ পইচা নাই, পইচা থাকিলে পৃথিৱীত কি বস্তুৰ অভাৱ?

অমিতাভ: কিন্তু মা? পইচা কিয় নাই? পইচা কিয় নহ'ব?

মা: পইচা যদি সকলোৰে থাকিলেহেঁতেন তেনেহ'লে জানো পৃথিৱীত ধনী-দুখীয়াৰ সৃষ্টি হ'লহেঁতেন?

অমিতাভ: সেইটোৱেই মোৰ কথা মা। কিয় ধনী-

দুখীয়াৰ সৃষ্টি হ'ব লাগে? কিয় শ্ৰেণীহীন সমাজ এখন গঢ়ি উঠিব নোৱাৰে?

মা: অ' আই—কথা শুনাচোন—তই ক'লি বুলিয়েই তোৰ মুখৰ কথাতে ধৰণীখন সলনি হ'ব নোৱাৰে নহয়। তাতকৈ নকয় কিয়—মা, পুবৰ বেলিটো পশ্চিমে নোলায় কিয়?

অমিতাভ: নকওঁ। সেইয়া সৌৰজগতৰ নিজস্ব কথা। প্ৰাকৃতিক নিয়ম। কিন্তু মানুহৰ সমাজখন মানুহে নিজে গঢ়া। ধনী-দুখীয়াৰ পাৰ্থক্য, সামাজিক অন্যায়, এইবোৰ মানুহৰ নিজৰ সৃষ্টি।

মা: কিন্তু এজন মানুহৰ সৃষ্টিও নহয় বোপাই। দেশৰ মানুহ একগোট হৈ একেলগে এখন সমাজ গঢ়ি লয়। সমাজৰ নীতি-নিয়ম ৰচে। কিন্তু তই অকলশৰে অসাধ্য সাধন কৰিবি কেনেকৈ?

অমিতাভ: মইতো অকলশৰীয়া নহয় মা। মোৰ পিছত আছে হাজাৰ হাজাৰ লোক জনতা। শত-সহস্ৰ বিপ্লৱী। আচল কথাটো ক'বলৈ গ'লে মা, দেশৰ সমস্ত মুমূৰ্ষু জনতাই মোক অহৰ্নিশে সমৰ্থন কৰি আহিছে। তেওঁলোকেই মোৰ কৰ্মশক্তি। তেওঁলোকক মই বিমুখ কৰিব নোৱাৰোঁ। কেতিয়াও পাহৰিব নোৱাৰোঁ। তেওঁলোকৰ কথাবোৰ শুনিলে তোমাৰ বৰ দুখ লাগিব। তুমি চাগে' কল্পনাও কৰিব নোৱাৰা মা—আমাতকৈও দুখীয়া মানুহ পৃথিৱীত আছে। বহুত দুখীয়া মানুহ আছে। তেওঁলোকে সন্তানৰ মুখত এটোপা গাখীৰ দিয়াটো দূৰৰে কথা—বহুতৰে অন্ন-বস্ত্ৰৰ সংস্থানো নাই। মূৰ গুজিবলৈ এডোখৰ চালি নাই। পৰি থকা চৰকাৰী মাটিত জুপুৰি এটা সাজি: ল'লে, উপাৰ্জনৰ পথ বুলি দোকান ঘৰ এটা সাজিলে আইনমতে দণ্ডনীয় হয়। বেদখলকাৰী বুলি সকলো ভাঙি-ছিঙি দিয়া হয়। তোমাৰ মনত পৰেনে বাৰু মা—আমাৰ যে ঘৰবোৰ পুলিচে হাতী লগাই ভাঙি দিছিল—

মা: সেইবোৰ জানো পাহৰি যোৱা কথা বোপাই? মনত পৰিলে বুকুত শোকে খুন্দা মাৰি ধৰে।

অমিতাভ: মোৰ বৰ ভালদৈ মনত আছে। মই তেতিয়া সৰু হৈ আছিলোঁ যদিও, কথাবোৰ প্ৰায়ে মনত পৰি থাকে মোৰ। এনেয়ে পৰি থকা কাৰণে চৰকাৰী মাটিত দেউতাই যে ঘৰ এটা সাজিছিল। তেনেকৈ ঘৰ সাজিবলৈ আমাৰ কোনো অধিকাৰ নাই বুলি, পুলিচ লগাই—হাতীৰে গচকাই আমাৰ ঘৰবোৰ নিষ্ঠুৰভাৱে ভাঙি পেলোৱা হৈছিল।

মা: থ' বোপাই, পুৰণি ঘা খুচৰি দুখ নিদিবি। সেইবোৰ কথা মনত ৰাখিবও নেপায়—

অমিতাভ: কিন্তু মনত পৰে মা—সেই যে শদিয়াত বানপানী হৈছিল—ডিবুক খাইছিল, কপিলী ফেনে-ফোটোকাৰে বাঢ়ি ইপাৰ-সিপাৰ নমনা হৈছিল। কপিলীৰ গাত সেইবাৰ দেওধনি চৰিছিল। ৰাতি আমি শুই আছিলোঁ—দেউতাৰ লগত মই, তোমাৰ লগত ইখন বিছনাত ভনীটিজনী—সোণতৰা।

মা: নক'বি বোপাই। তাইৰ কথা নক'বি। সেই-বেলি কপিলীৰ বানতে তাই কাল হ'ল।

অমিতাভ: আমি যে গমেই পোৱা নাছিলোঁ—হো-হোকৈ পানী বাঢ়ি আহিছিল, কপিলীত বলিয়া চল আহিছিল—

[ বানপানী—মানুহৰ হাই-উৰুমি ইত্যাদিৰ একেটা ]

বানপানীয়ে আমাৰ যি ঘ'ৰ আছিল সোপাকে ধাহিমুহি নিলে। কিন্তু ভোক দিলে। পিয়াহ দিলে। মহামাৰী আনিলে। হাহাকাৰ লাগিল। আমি জীয়াই থাকিম কি লৈ? কপিলীৰ বানে যে সকলো শেষ কৰি নিলে। কিন্তু জীয়াইতো থাকিবই লাগিব। সত্য দাইটি, দেউতা, গায়ন খুড়া আৰু কেবাজনেও অবাবতে পৰি থকা চৰকাৰী মাটিত ঘৰ তুলিবলৈ ঠিক কৰিলে। মই তেতিয়া সৰু আছিলোঁ। মোৰ তেতিয়া বয়স কিমান আছিল মা? খুব কম নহয়? খুব সৰু আছিলোঁ মই। কিন্তু সকলো কথা মোৰ ভালকৈ মনত আছে। কিয় মনত আছে বাৰু? 'জীৱনৰ দুখ-কষ্টৰ কথা-বোৰেই মানুহৰ চাগে' বেছিকৈ মনত থাকে, নহয় মা? মই ভালকৈ ক'ব পাৰোঁ সেই যে দেউতাহঁতে, গায়ন খুৰাহঁতে ল'গ লাগি নতুন মাটিত হাবি-জংঘল কাটিছিল, কোৰ মাৰিছিল, খেৰ-বাঁহৰ ঘৰ তুলিছিল। ঘৰ নহয়, ঘৰ নহয়, ঘৰৰ নামত অকণ অকণ জুপুৰি সাজিছিল। মানুহ মুঠতে সাতঘৰ হৈছিল। সেই সাতঘৰ মানুহৰ প্ৰত্যেকেই জানিছিল তেওঁলোকে তাত অবৈধভাৱে মাটি দখল কৰিছে। বেআইনীভাৱে ঘৰ তুলিছে। কিন্তু জানিলেও বানপানীয়ে গৃহহীন, মাটিহীন, সৰ্বহাৰা কৰা পৰিয়াল কেইটাৰ অন্য উপায়তো আৰু একো নাছিল। কিন্তু দেশততো অৰাজক হোৱা নাই। দেশততো আইন নোহোৱা হোৱা নাই। চৰকাৰী মাটিত অনধিকাৰভাৱে বসতি কৰাৰ অপৰাধত দণ্ড বিহিবলৈ ৰজা আহিল। হাতত আইনৰ বিধিৰে ৰজাই আদেশ জাৰি কৰিলে—ঘৰবোৰ ভাঙি দিয়া—ৰজাৰ আদেশ—অৰ্থাৎ মাটি-হাকিমৰ আদেশত পুলিচে হাতী আনিলে। সাতঘৰ মানুহৰ ভিতৰত মাতব্বৰ লোক দেউতাই গৰ্জি উঠিল—

দেউতা : হাকিম দেউতা! ঘৰ নাভাঙিব।

হাকিম : আমি চকক মুখি চাউল বহাবলৈ অহা নাই। কি চাই আছা তোমালোকে? হাতী লগাই দিয়া বুলিছোঁ নহয়!

দেউতা : সাৱধান! তইঁত আগ নাবাঢ়িবিহঁত! হাকিম দেউতা! বানপানীয়ে মানুহ নিলে, ঘৰ-মাটি-বাৰী সোপাকে নিলে। আমিকেইটাই হাড়ক মাটি তেজক পানী কৰি ঘৰৰ নামত এই চালি কেইডোখৰ তুলিছিলোঁ। তাকে ভাঙি আমাক পুনৰ আশ্ৰয়হীন নকৰিব দেউতা!

হাকিম : কাৰ হুকুমত তোমালোকে ইয়াত ঘৰ সাজিছিলা? হোঃ—বানপানীয়ে ঘৰে মাটিয়ে নিলে বুলি কৈ বেআইনীভাৱে মাটি দখল কৰাৰ ফণ্ডি পাতিবলৈ আহিছে!

দেউতা : তেনে কথা নক'ব দেউতা। বেআইনী কৰিব পাৰোঁ, কিন্তু মাটি দখল কৰাৰ ফণ্ডি পতা নাই। চৰকাৰৰ মাটিত অনুমতি নোলোৱাকৈ ঘৰ সাজিব নোৱাৰি বুলি আমি জানো। কিন্তু আমি কি চখত এইয়া ঘৰ সাজিছোঁহি?

হাকিম : আমি সেইবোৰ নাজানো। মুঠতে এইয়া চৰকাৰৰ মাটি। আৰু তোমালোকে বিনা হুকুমে চৰকাৰী মাটিত—

দেউতা : চৰকাৰী মাটি! চৰকাৰী মাটি! চৰকাৰী মাটি! মাটিখিনিহে চৰকাৰৰ সম্পত্তি নেকি? আমি চৰকাৰৰ মানুহ নহয়? চৰকাৰখন

আমাৰ নহয় ? হোঃ—আইনখন চোৱা। মাটিৰ নিৰাপত্তা লাগে। মানুহৰ নালাগে। মানুহ মৰি যাওক। বানপানীত উটি ভাহি যাওক। বানপানীত ঘৰ-দুৱাৰ হেৰুৱাই গছৰ তলত ঠাই লওক। তথাপি চৰকাৰৰ মাটি নিৰাপদে থাওক।

হাকিম : মনে মনে থাকা! কি চাই আছা তোমালোকে ? যোৱা—একালৰপৰা হাতী লগাই দিয়া।

দেউতা : ঐ—এখোজো আগ নাবাঢ়িবি বুলিছোঁ। ঐ সত্য, ঐ কলিমন, আহহঁত। চাই লওঁ—ইহঁতে ঘৰ কেনেকৈ ভাঙে। আজি হয় ৰঙা মাটি, নহয় গুৱাহাটী।

[মানুহৰ কোলাহল, কন্দা-কটা, পুলিচৰ বুটজোতাৰ দপ্‌দপ্ শব্দ]

অমিতাভ : নোৱাৰিলে। দেউতাহঁতে একো কৰিব নোৱাৰিলে। বজাঘৰীয়া শক্তিৰ লগত নগণ্য মানুহ কেইটাই ফেৰ মাৰিব নোৱাৰিলে। মাটি-হাকিমে পুলিচ লগাই, হাতীৰে গচকাই মাটিৰ ঘৰ সাতোটা ভাঙি পেলালে। কপিলীয়ে মানুহে লগা ৰণখনত দেউতাই একমাত্ৰ কন্যা সন্তানক হেৰুৱালে। এইবাৰ পুলিচৰ সৈতে লগা এইখন ৰণত মাটিৰ কোব খাই হাত এখন চিৰকাললৈ ঘূণীয়া কৰি ল'লে।

মা : মই হাক দিওঁ তেও দেউতাৰে শুনিলে। বজাঘৰৰ লগত প্ৰজাই যুঁজি জিকিবলৈ আহিছেনে ?

অমিতাভ : কিন্তু জিকিব লাগিব। জিকাৰ সময় আহিছে মা। বজাঘৰৰ লগত প্ৰজাঘৰে যুঁজ দিব লাগিব।

মা : কিন্তু পৰিণামত কি হ'ব ? দেউতাৰৰ দৰে কাললৈ দেহা ঘূণীয়া কৰিব লাগিব। তোৰ দৰে যাবজ্জীৱন কাটেক খাব লাগিব। ফাঁচী-কাঠত ওলমিব লাগিব।

অমিতাভ : যুঁজ তথাপি শেষ নহ'ব মা। অন্যায়ৰ কাৰণে, শোষণৰ কাৰণে, ন্যায় প্ৰতিষ্ঠাৰ কাৰণে আমি যুঁজিম। আমি এখন নতুন সমাজ ৰচনা কৰিম। যিখন সমাজত নৱজাত প্ৰতিটো শিশুৰবাবে সমাজৰ প্ৰতিজন ব্যক্তিয়ে চিন্তা কৰিব লাগিব। এটা শিশুৰ জন্ম হ'লে প্ৰতিজন মানুহে ভাবিব লাগিব—এজন ভৱিষ্যত নাগৰিকৰ জন্ম হ'ল, এজন ভৱিষ্যত শাসনকৰ্তাৰ জন্ম হ'ল নতুবা এজন সাহিত্যিক, এজন শিল্পী, এজন ৰাজনীতিজ্ঞ বা বিজ্ঞানী পুৰুষৰ জন্ম হ'ল। প্ৰতিজন ব্যক্তিয়ে ভাবিব লাগিব, এটা নৱজাত শিশুৰ দায়িত্ব কেৱল পিতৃ-মাতৃৰে নহয়; তেওঁলোকৰো। প্ৰতিটি শিশুৰ স্বাস্থ্য, আহাৰ বা শিক্ষাৰ চিন্তা প্ৰতিজনে কৰিব। সন্তানৰ আকাংখা পূৰণ কৰিব নোৱাৰি কোনো মাক-দেউতাকে হা-হুতাশ কৰিব নেলাগিব। সন্তানক আক ফাঁকি দিব নালাগিব।

মা : জীউমণি !

অমিতাভ : আৰু শুনা মা, আমি এনে এখন সমাজ ৰচনা কৰিম, যিখন সমাজত কোনো ভেদাভেদ নাই। ধনী-দুখীয়াৰ পাৰ্থক্য নাই। বৰ্ণ-বৈষম্য নাই।

মা : তই সপোন দেখিছ—জীউমণি ?

অমিতাভ : সপোন দেখাৰ কথা নহয় মা। মোৰ কথা হ'ল—এদল সুবিধাবাদীৰ মাৰ খাই

থাকিবলৈ তুমি, মই, আমি কিয় সদায় পিঠি পাতি থাকিব লাগে ? কিয় আমি দুহাতেৰে সেই ৰাক্ষসী শ্ৰেণীটোক ধ্বংস কৰি পেলাব নোৱাৰোঁ !

মা : কিন্তু—জীউমণি তই অকলে—

অমিতাভ : অকলে ? মই অকলে ? কোনে ক'লে তোমাক মই অকলে বুলি ? কৈছোঁ নহয় তোমাক, সমগ্ৰ বিশ্বৰ পীড়িত জনসাধাৰণে আজি নিজৰ অধিকাৰ বিচাৰি জাগি উঠিছে। শাসকৰ বন্দুক, কাৰাগাৰৰ বন্দীত্বই সেই ক্ৰোধাগ্নি কেতিয়াও দুমুৱাব নোৱাৰে মা। মা সত্যৰ বাবে যুঁজিবলৈ, অন্যায়ৰ বিৰুদ্ধে জীৱন দিবলৈ, সহস্ৰজনৰ কল্যাণৰ বাবে ডিঙি পাতি দিবলৈ তুমিয়েইতো তোমাৰ অজানিতে মোক শিক্ষা দিছিলা। মা, মোক চাবলৈ তুমি অ'ভাৰত্ৰীজৰ কাষেদি অহা নাছিলা জানো ?

মা : আহিছিলোঁ। সেইফালেদি নাহি আৰু কোনফালেদি আহিম ? কিয় সুধিলি ?

অমিতাভ : কি দেখি আহিছিলা ?

মা : ক'ব নোৱাৰোঁ।

অমিতাভ : পাবা। সকলো ক'ব পাবা। কিন্তু জন্মৰেপৰা সেইবোৰ দৃশ্য দেখি দেখি ইমান অভ্যস্ত হৈ পৰিছোঁ যে তেনে দৃশ্যই আমাক আৰু বিচলিত কৰিব নোৱাৰা হ'ল। আমি নিৰ্বিবাদে সেই সকলোবোৰ গ্ৰহণ কৰিব পৰা হ'লোঁ।

মা : কিন্তু মই একো দেখা নাই জীউমণি। মোৰ সঁচায়ে একো মনত পৰা নাই।

অমিতাভ : [হাঁহি] নাই পৰা ? ভাবা। ভালকৈ ভাবি চোৱাচোন—সেই লক লক জুপুৰিবোৰত গাহৰিৰ দৰে থাকিবলগা সেইখিনি মানুহ, সিহঁতৰ নাঙঠ-পিঙঠ ল'ৰা-ছোৱালীবোৰ বাটৰ কাষত ধূলি-বালিৰে লেউ লৈ উমলিছে। চি-চিঞৰ হাত-ভৰি আৰু গেবেলা পেট একোটা লৈ সিহঁতৰ কোনোবাটোৱে কাৰোবা এটাৰপৰা মুখৰ কটিকণ কাঢ়ি খাই হাই-কাজিয়া কৰিছে। তাকে লৈ সিহঁতৰ মাক-দেউতাকৰ মাজতো মুৰ ফলাফলি হৈছে। একেখন বিছনাতে পিতৃ-মাতৃ আৰু গাভৰু কন্যা শুই আছে।

মা : জীউমণি !

অমিতাভ : এইবোৰ কথা শুনিবলৈ বেয়া লাগে সঁচা। কিন্তু আমাৰ জীৱনৰ এইবোৰ সত্য কথা। সেয়ে কৈছোঁ—মা, আমাক মানুহৰ দৰে জীয়াই থাকিবলৈ লাগে। আৰু আমাৰ এই যুঁজ সেই সুন্দৰ পৃথিৱী সৃষ্টিৰ যুঁজ। তুমি কৈছা, মই অকলে—সোঁফালে চোৱা—চোৱাচোন সেই চেলটোৰ ফালে, হাত এখন চিৰদিনৰ বাবে হেৰুৱাই সেইয়া কোন পৰি আছে জানা—সেইয়া আমাৰ প্ৰমোদ খুড়াৰ ল'ৰা প্ৰশান্ত—

মা : প্ৰশান্ত !!

[হঠাৎ পটভূমিত শুনা যাব এটি কেঁচুৱাৰ কান্দোন]

প্ৰশান্ত ! নহয়, নহয়—তাৰ হাতখন, তাৰ হাতখন [*Pause*] প্ৰশান্ত ! আইদেউৰ ল'ৰা প্ৰশান্ত ! সৌ সিদিনা মাথোন তাৰ জন্ম হৈছিল। সৌ সিদিনা কেঁচুৱাটোক মই নিজে ধুৱাই-পখলাই আইদেউৰ হাতত তুলি দিছিলোঁ। সৌ সিদিনা তাৰ অকণ অকণ হাত দুখনেৰে মোৰ মুখৰ চুলি খামুচি ধৰিছিল…

…নাই, নাই, প্ৰশান্ত…তাক কেতিয়াও, তাক কেতিয়াও…ভগৱান!

অমিতাভ: ব'বা মা, সেইফালে এতিয়া যাব নেলাগে। শুনাচোন, তাৰ পিছৰ চেলটোত কোন আছে জানা—নিৰঞ্জন ভড়ালীৰ পুতেক অঞ্জন। চকুত খাৰ সোমাই সি নেদেখা হ'ল।

মা: জীউমণি!

অমিতাভ: আৰু আমাৰ যমুনা পেহীৰ ল'ৰা ধনক আমি মাৰি থৈ আহিছোঁ জানা—

মা: জীউমণি!

অমিতাভ: সিবাৰ পুলিচৰ সৈতে আমাৰ সংঘৰ্ষৰ সময়ত সি লুটি খাই পৰিছিল। আমিও প্ৰাণ লৈ পলাবলগীয়া হ'ল। কি কৰিম? ধনক জীয়াই জীয়াই এৰি থৈ গ'লে পুলিচে হয়তো তাক ভাল কৰি তাৰপৰা বহুতো সংবাদ উলিয়াব পাৰিব। সেই ভয়ত আমি তাক তাতেই মাৰি থৈ গুচি আহিছিলোঁ।

মা: নাই—নাই—এইবোৰ মই শুশুনো। মই শুশুনো। মই একো শুশুনো! আৰু মই একো শুনিব নোৱাৰোঁ। জীউমণি, মই একো শুনিব নোখোজোঁ।

অমিতাভ: [গম্ভীৰ হৈ] মা, আমি এক মহাৰণৰ সৈনিক। তুমি আজি আমাক মাথোন আশীৰ্বাদ কৰা মা—তুমি আজি মোৰেই মা নহয়, তুমি আমাৰ সকলোৰে মা। আমাৰ সকলো সৈনিকৰে মা।

মা: [কোমল অথচ ক্লান্ত স্বৰ] জীউমণি!

অমিতাভ: মা—

মা: ওচৰলৈ আহ। ওচৰলৈ আহ জীউমণি! আৰু ওচৰলৈ আহ। মোক, তোৰ মুৰত ধৰি আশীৰ্বাদ দিবলৈ দে সোণ—[উচুপে]

অমিতাভ: তুমি কান্দিছা মা, এই কাৰাগাৰৰ লোহাৰ ৰেলিং পাৰ হৈ মইতো তোমাৰ কোলাৰ মাজত সোমাবগৈ নোৱাৰোঁ মা। আমাক যিসকলে হাঁহিবলৈ দিয়া নাই, তেওঁলোকে শান্তিৰে কান্দিবলৈকো নিদিয়ে মা। মা, তুমি চকু-পানী মুচি পেলোৱা মা!

মা: মুচিলোঁ। মুচিলোঁ জীউমণি! এইয়া চা, মই চকুপানী মুচি পেলালোঁ। মই আৰু কেতিয়াও নেকান্দোঁ। মই তোৰ মা। মই প্ৰশান্তৰ মা, মই ধনৰ মা। মই তহঁতৰ মা। মই বুজিছোঁ, তহঁতে কঠিন বাটত খোজ দিছ। তহঁতৰ আগত এখন মানুহৰ পৃথিৱীয়ে হাত বাউল দি মাতিছে। আজি, আজি সেইখন পৃথিৱী মোকো লাগে। এৰা জীউমণি, ঈশ্বৰৰ পৃথিৱীত কোনোৱা ডাঙৰ হ'ব, কোনোৱা সৰু হ'ব। কোনোৱা কেঁচুৱাই এটুকুৰা কটিৰ বাবে কঢ়া-আজোৰা মৰামৰি কৰিব, কোনোৱা কেঁচুৱাই সেই কটি কুকুৰকো খুৱাই গুৰিয়াই পেলাব—নাই নাই—সেইটো ময়ো নিবিচাৰোঁ জীউমণি। ময়ো নিবিচাৰোঁ। কিন্তু কিন্তু জীউমণি!

অমিতাভ: মা!

মা: বন্দুকৰ গুলি নহ'লেওতো মানুহৰ দৰে জীয়াই থকাৰ অধিকাৰ দাবী কৰিব পাৰি। জীউমণি, তহঁতৰ বাট শুদ্ধ নে অশুদ্ধ মই নাজানো। কিন্তু মোৰ মন গৈছে, মোৰ এই ৰিক্ত হাতেৰেই ময়ো তহঁতৰ দৰে পথলৈ নামি যাওঁ। তুমি বুৰোঁ। যি কুৰা জুই তহঁতে বন্দুকৰ গুলিৰে

অলাইছ—সেই কুবা জুই মই মাতৃত্বৰ শক্তিৰে অলাব নোৱাৰোঁ জানো জীউ ?

অমিতাভ : মা।

মা : মাতৃত্বৰ যিখন হাতে সন্তানক লালন-পালন কৰি ডাঙৰ কৰে, সেইখন হাতে বন্দুক তুলি ল'বতো নোৱাৰে জীউমণি। কিন্তু মাতৃৰ হৃদয়ৰ অগ্নি বন্দুকৰ গুলিতকৈও সহস্ৰ শক্তি-শালী। সহস্ৰ লক্ষ্যভেদী জীউমণি !

অমিতাভ : মা !

মা : জীউমণি !

অমিতাভ : মা !

মা : জীউমণি !

# ঠিকনা

লক্ষ্যধৰ চৌধুৰী

প্ৰাচীন আৰু অৰ্বাচীনৰ দ্বন্দ্ব আৰু পৰিৱৰ্ত্তিত মূল্যবোধক লৈ এটি প্ৰহসন।

৫৪

## চৰিত্ৰ

| | | |
|---|---|---|
| গজানন | : | ঘৰৰ বৃদ্ধ গৃহস্থ |
| বিপুল | : | পুত্ৰ |
| কণ আইটী | : | বোৱাৰী |
| অখিল | : | পেহাক |
| পিয়ন | : | |

প্ৰথম প্ৰচাৰ : ১৯৭৩

[ খৰমৰ শব্দ ]

গজানন : হো, বোলো সেইজনী কণ আইটীনে ?

কণ আইটী : কি হ'ল দেউতা ?

গজানন : হেৰৌ, এখন তামোল খুন্দি দিবিচোন। ভাত খাই উঠি তামোলৰ কাৰণে বোন্দা পৰ দি থাকিলোঁ। কিন্তু তামোল এখন আৰু নাহিল।

কণ আইটী : মজিয়াতে মই তামোল জুকিয়াই থৈছিলোঁ দেউতা। বাৰু মই আনি দিছোঁ।

[ চাইকেলৰ বেল ]

গজানন : কোন অ' সেইটো। ইমানকৈ চাইকেলৰ বেল বজাইছ। কাক লাগে ?

পিয়ন : [ দূৰত ] টেলিগ্ৰাম আছে।

গজানন : টেলিগ্ৰাম ? কাৰ টেলিগ্ৰাম আহিল। [ খৰমৰ শব্দ ] কাৰ টেলিগ্ৰাম হে ?

পিয়ন : প্ৰফেচৰ বিপুলচন্দ্ৰ হাজৰিকাৰ নামত টেলিগ্ৰাম আহিছে।

গজানন : প্ৰফেচৰ বিপুলচন্দ্ৰ হাজৰিকাৰ নামত টেলিগ্ৰাম ? ঠিকনা কি দিছে ?

পিয়ন : উজানবজাৰ, গুৱাহাটী।

গজানন : এইটো কি ঠিকনা হ'ল ? এই লঠামুৰা ঠিকনাত ইমান দায়িত্বৰ এখন টেলিগ্ৰাম বিলি হ'ব পাৰেনে ? আমাৰ দিনত কেৰী চাহাবে এনে দায়িত্ববিহীন কাম কৰা দেখিলে চুপাৰিনটেণ্ডেণ্ট আৰু পিয়ন দুয়োকে চাকৰিৰপৰা বৰখাস্ত কৰিলেহেঁতেন।

কণ আইটী : দেউতা তামোল।

পিয়ন : প্ৰেৰকে যি ঠিকনা দিছে সেইমতেহে আহিব।

গজানন : তুমি ক'ৰহে ? তোমাৰ নাম কি ? তুমি মোৰ লগত তৰ্ক কৰিব আহিছা। পিয়নৰ দায়িত্ব কি ? সঠিক ঠিকনাত চিঠি-টেলিগ্ৰাম বিলি কৰা। এইটো ঠিকনা হ'লনেকি ? প্ৰফেচৰ বিপুলচন্দ্ৰ হাজৰিকা, উজানবজাৰ গুৱাহাটী। যোৱা ; মই এজন চৰকাৰৰ দায়িত্বশীল পেঞ্চনাৰ—তুমি এনে দায়িত্বহীন ঠিকনা লেখি টেলিগ্ৰাম আনিলা বুলিয়েই মই ৰাখিমনে ? লৈ যোৱা—ঠিকনা ভুল।

পিয়ন : দিয়ক তেন্তে। মই গৰাকীয়ে নাৰাখিলে বুলি ৰিপৰ্ট দি অফিচলৈ পঠাই দিম।

গজানন : অঁ লৈ যোৱা। এই টেলিগ্ৰামৰ ঠিকনা হ'ব লাগিছিল—প্ৰফেচৰ বিপুল হাজৰিকা, কেয়াৰ অব্ শ্ৰীযুত গজানন হাজৰিকা, উজানবজাৰ, গুৱাহাটী। কেয়াৰ অব্ নাই। কেৱল বিপুলচন্দ্ৰ হাজৰিকা, উজানবজাৰ গুৱাহাটী। এই ঠিকনাত টেলিগ্ৰাম হ'ব পাৰেনে ? আচৰিত ! যোৱা, লৈ যোৱা। [ খৰমৰ শব্দ ]

কণ আইটী : হেৰি সৰ্বনাশ হ'ল।

বিপুল : কি সৰ্বনাশ হ'ল ?

কণ আইটী : আপোনাৰ এখন টেলিগ্ৰাম আহিছিল। দেউতাই ঠিকনা ভুল হোৱা বুলি ওভতাই দিলে।

বিপুল : কিয়—কি ঠিকনা ভুল হ'ল ?

কণ আইটী : দেউতাৰ কেয়াৰ অব্ দিয়া নাই। সেই কাৰণে।

বিপুল : পিয়ন গ'লগৈয়ে নেকি ?

কণ আইটী : আপুনি বেগাই যাওক। বাটত

পিয়নটো পাব। তেওঁ থিয়েটাৰ হলবফালে গৈছে।

বিপুল : নিৰুপায়। বাক মই বেগাই গৈ পিয়নক লগ ধৰোঁ। তুমি এই কিতাপবোৰ জুকিয়াই থোৱাচোন। [ওলাই যোৱাৰ শব্দ]

গজানন : কণ আইটী—তামোল এখন খুজি আৰু কিমান পৰ অপেক্ষা কৰিম হোঁ?

কণ আইটী : মই তামোল বাহিৰৰ মেজতে থৈ আহিছোঁ দেউতা।

গজানন : মেজত? মই তামোল খুজিলোঁ। মোক নিদি মেজত থ'লে মোক দিয়া হয়নে? নাখাওঁ, মই আৰু তামোলকে নাখাওঁ।

কণ আইটী : দেউতা।

গজানন : যা। দেউতা দেউতা চেলাব নালাগে। মই সকলো বুজি পাইছোঁ। মই তহঁত সকলো— সকলোৰে চকুৰ কুটা দাঁতৰ শূল হৈ পৰিছোঁ। মই মৰিলেই তহঁত আটায়ে ৰক্ষা পায়।

[ খৰমৰ শব্দ ]

গজানন : সেইয়া বটাত কিহৰ তামোল-পাণ অ'। বিয়াৰ নিমন্ত্ৰণ যেন পাইছোঁ।

কণ আইটী : হয় দেউতা। ফুকনৰ ঘৰৰ বিয়ালৈ মাতিছে।

গজানন : ফুকনৰ ঘৰৰ বিয়া। কাক মাতিছে।

কণ আইটী : আমাৰ পৰিয়ালক মাতিছে।

গজানন : কোন আহিছে মাতিবলৈ।

কণ আইটী : সৌ পথ্য বাপুহঁত আহিছে।

গজানন : নিমন্ত্ৰণী ফৰ্দ চাইছ—কাক মাতিছে?

কণ আইটী : বাপুটিয়ে আমাক মতাবে কথা কৈছে দেউতা।

গজানন : নাই নাই ফৰ্দখন চাই ল। লৈ আহচোন সেইখন।

কণ আইটী : বাক মই আনিছোঁ।

গজানন : আজিকালি যি দিনহে পৰিছে কাৰ নিমন্ত্ৰণ কাক আগবঢ়ায় একো ঠিক নাই।

কণ আইটি : এইয়া ফৰ্দ দেউতা।

গজানন : চাওঁ ক'তা। এইয়া—অ' (১) হলধৰ কাকতিৰ ঘৰ। (২) মুকুন্দ বৰুৱাৰ (৩) অপূৰ্ব চৌধুৰীৰ ঘৰ। (৪) প্ৰফেচৰ বিপুল হাজৰিকাৰ ঘৰ।

হোঃ এইয়া দেখিলোঁ—বিপুল হাজৰিকাৰ ঘৰ। বিপুল হাজৰিকাৰ ঘৰ ক'ত আছে? কিয় গজানন হাজৰিকা মৰিল নেকি? যাঃ এই তামোল-পাণ ফিৰাই দে—মই কৈছিলোঁ নহয়—

কণ আইটী : দেউতা—বাপুটিয়ে কৈছে—

গজানন : বাপুটিয়ে কি কৈছে—হোঃ এইয়া কাগজে-পত্ৰে ওলাই আছে। তেওঁলোক হাজিৰা লোৱা মানুহ—কোনোমতে পাল মাৰি যাকে তাকে মাতি গ'লেই তেওঁলোকৰ হাজিৰা উঠিল। বাপুটি—লৈ যোৱা—ফুকনক কবা ফৰ্দৰ তালিকাত ভুল আছে—ভুল শুধৰাইহে যাতে নিমন্ত্ৰণ কৰেহি।

দৃশ্যান্তৰ

বিপুল : হেৰা। পিয়ন হেৰা—

পিয়ন : [ আঁতৰৰপৰা ] মোক মাতিছে নেকি?

বিপুল : অ' ৰবা। মই গৈছোঁ।

[কোপাই-জোপাই ] হেৰা মোৰ নামত এখন টেলিগ্ৰাম আছে নহয়—হাজৰিকাৰ নামত···

পিয়ন : আছে। ঘৰলৈকে লৈ গৈছিলোঁ। কিন্তু ঠিকনা ভুল হৈছে বুলি নাবাখিলে।

বিপুল : হেৰা সেইবোৰ কথাত নধৰিবা। মই নিজে আহিছোঁ। টেলিগ্ৰামখন দিয়া।

পিয়ন : লওক। এইখন। ইয়াতে এটা চহী কৰক।

বিপুল : দিয়া। [ফলাৰ শব্দ]—

দৃশ্যান্তৰ

বিপুল : হেৰা। শুনিছানে?

কণ আইটী : কি হ'ল?

বিপুল : তোমাৰ কাকতি পেহাৰ আহিব।

কণ আইটী : কোনে ক'লে?

বিপুল : এইখন টেলিগ্ৰাম আনিলোঁ। আজি চাৰি বজাৰ বেলত গুৱাহাটী পাবহি। পিছে এটা কথা হ'ব। তেওঁ ষ্টেছনলৈ মাতিছে। সেই সময়ত আক কলেজৰ পৰীক্ষা চলি থাকিব। মইতো যাব নোৱাৰিলোঁ। ঘৰ বা চিনি পায়নে নাপায়।

কণ আইটী : পেহা এবাৰো অহা নাই। এইবাৰেই ইয়ালৈ প্ৰথম আহিব। কিবা অসুবিধাত পৰে নেকি? ঠিকনা বা জানে নে নাজানে?

বিপুল : কিয় নাজানিব। এই টেলিগ্ৰামতো ঠিকেই লেখিছে। সেইমতে আহিব আক।

দৃশ্যান্তৰ

অখিল : হেৰি—আপুনি গুৱাহাটীৰ বাসিন্দা নহয়?

বাটকৰা : হয়। কি হ'ল?

অখিল : আপুনি প্ৰফেচৰ বিপুল হাজৰিকাক চিনি পায়নে?

বাটকৰা : পাওঁ, খুব ভালকৈ চিনি পাওঁ—

অখিল : তেখেতক এই ষ্টেছনৰ ফালে অহা দেখিছিলানে?

বাটকৰা : কতা? দেখাতো নাই। কিয়—আপুনি তেওঁৰ ঘৰলৈ যাব নেকি?

অখিল : এৰা। মই নাৰ্মতিৰপৰা আহিছোঁ। তেওঁ মোৰ ভতিজা ছোৱালী এজনী বিয়া কৰাইছে। সম্বন্ধত মই ছোৱালীজনীৰ পেহাক হওঁ। মই এখন টেলিগ্ৰামো পঠ্যাইছিলোঁ। ঠিকনা কিবা ভুল হৈয়েই গ'ল নেকি?

বাটকৰা : কি ঠিকনা দিছিল?

অখিল : উজানবজাৰ, গুৱাহাটী।

বাটকৰা : ঠিকেই হৈছিল। আপুনি এটা কাম কৰক। এখন ৰিক্সা লৈ গুচি যাওক।

অখিল : সি বা আকৌ কোনখিনি উলিয়ায়গৈ।

বাটকৰা : ৰাক মই ঠিক কৰি দিছোঁ। হেই ৰিক্সা এইফালে আহ। এইফালে যা—উজানবজাৰ থিয়েটাৰ ঘৰ চিনি পায় নহয়—থিয়েটাৰ ঘৰ পাৰ হৈয়েই সুধিবি প্ৰফেচৰ হাজৰিকাৰ ঘৰ পাবি। তাতে এখেতক নমাই দিবি। উঠক আপুনি উঠক—যা—গৈ ৰাক।

[ ৰিক্সাৰ শব্দ ]

অখিল : হেৰি, হেৰি। উজানবজাৰৰ থিয়েটাৰ ঘৰলৈ—হেই ৰিক্সাৱালা। মানুহক মাতিলে—অলপ ৰাখিবিচোন, কথা সোধো মানে দেখোন পাৰ হৈ কোনোবাখিনি পাওঁ হে। উত্তৰ দিবলৈ নাপায়েই।

ৰিক্সাৱালা : ৰাক। থিয়েটাৰ ঘৰ মই চিনি পাওঁ—আপুনি মনে মনে বহি থাকক। মই ঠিকনা বটাই দিম।

অখিল : ৰাক হব ৰাক···

দৃশ্যান্তৰ

অখিল : হেৰি—হেৰি—। আপুনি বিপুল হাজ⋯ হেৰা তুমি কেনে বিস্নাৱালা হে—মানুহক কথা সুধিব নিদিয়া⋯

বিস্নাৱালা : বাবু। ষ্টেছনতে বাবুৱে মোক ঘৰ চমজাই দিছে। মই ঠিক পাওনি কৰিম নহয়।

অখিল : বাক—হব—বলা।

বিস্নাৱালা : এইয়া⋯থিয়েটাৰ ঘৰ বাবু⋯এইয়া— আপোনাৰ ঠিকনা।

অখিল : অ' এইটোৱেই তেন্তে আমাৰ প্ৰফেচাৰৰ ঘৰ। হেই—মোৰ মালবস্তুখিনি দাঙি দে⋯ অ' ইয়াতে ৰাখ।

কোনোবা আছেনে ?

গজানন : [আছে] কাক লাগে ?

অখিল : এইটো আমাৰ কণ আইটীৰ ঘৰ নহয় জানো ?

গজানন : কাৰ ঘৰ বুলিছা ?

অখিল : কণ আইটীৰ ?

গজানন : উস্ আপুনি ক'ৰ মানুহ হে। এইটো কণ আইটীৰ ঘৰ। কোনে ক'লে আপোনাক এইটো কণ আইটীৰ ঘৰ !

অখিল : কিয় এইটো প্ৰফেচৰ বিপুল হাজৰিকাৰ ঘৰ নহয়—জানো।

গজানন : বাঃ বেছ কৈছে। এইটো কণ আইটীৰ ঘৰ ! বিপুল হাজৰিকাৰ ঘৰ ! আপোনাক এইবোৰ বাৰু কোনে দিছে ?

অখিল : কিয় মই ভুলকৈ আহিলোঁনেকি ? বাৰু কওক এইটো কাৰ ঘৰ ?

গজানন : আপুনি নকয় কেলেই আপোনাক কাৰ ঘৰ লাগে ? কাক বিচাৰিছে ?

অখিল : এবা মই দেখিছোঁ বৰ বিপাণ্ডত পৰিছোঁ। কিয় বাৰু আমাৰ খলগুৰিৰ খাটনিয়াৰৰ ঘৰৰ ছোৱালী কণ আইটীক এইখন ঘৰলৈকে দিয়া নাই জানো ?

গজানন : অঁ দিছে।

অখিল : অঁ তাকে কওক। তেন্তে এইটো কণ আইটীৰ ঘৰ হয়।

গজানন : মই কৈছোঁ। এইটো কণ আইটীৰ ঘৰ নহয়।

অখিল : কিয় ? এইখন ঘৰলৈকে খাটনিয়াৰৰ ছোৱালী কণ আইটীক দিছে বুলি আপুনি স্বীকাৰ কৰিছে নহয় ?

গজানন : কৰিছোঁ। এশবাৰ কৰিছোঁ।

অখিল : তেন্তে এইটো কণ আইটীৰ ঘৰ নহয়নে ?

গজানন : নহয়। হ'ব নোৱাৰে।

অখিল : কিয় নহ'ব।

গজানন : কিয় হ'ব ?

অখিল : ইয়াত কণ আইটী থাকে নে নেথাকে।

গজানন : থাকে।

অখিল : তেন্তে।

গজানন : এইটো কণ আইটীৰ ঘৰ নহয় ?

অখিল : আপুনি বাৰু কোন ?

গজানন : আপুনিনো কোন ?

অখিল : মোৰ ঘৰ নামতিত। মই কণ আইটীৰ পেহাক।

গজানন : মোৰ ঘৰ গুৱাহাটীত। মই কণ আইটীৰ শহুৰেক।

অখিল : হেঃ হেঃ আপুনি ভাল যেমালিখন কৰিলে। মই—ঠিকেই কৈছোঁ—আমাৰ কণ আইটীৰ ঘৰ এইটোৱেই।

গজানন : কি ক'লে—আপুনি? এইটো কণ আইটীৰ ঘৰ!

অখিল : এৰা—নহয়নো কি?

গজানন : হ'বই নোৱাৰে। এইটো কণ আইটীৰ ঘৰ হ'বই নোৱাৰে। আপুনি যাওক পৌৰসভাৰ অফিচত খবৰ কৰক। টাউন মৌজাদাৰৰ অফিচত খবৰ কৰক। কণ আইটীৰ নামত এই চহৰত ক'ৰবাত ঘৰ-মাটি আছে নে নাই?

অখিল : তেন্তে আপোনাৰ বোৱাৰী কণ আইটী ক'ত থাকে?

গজানন : ইয়াতে থাকে। থাকিল বুলিয়েই তেওঁৰ ঘৰ হ'বনে? আপুনি এতিয়া মোৰ ঘৰত আছে সেই বুলি আপোনাৰ এই ঘৰ হ'ব নেকি?

অখিল : সেইটো আপোনাক কোনে কৈছে। মোৰ ঘৰ কিয় হ'ব। মোৰ ভতিজা ছোৱালীৰ ঘৰ।

গজানন : আপোনাৰ এই অবাস্তৱ কথাবোৰ শুনি মোৰ দেখিছোঁ প্ৰেচাৰ বাঢ়িব ধৰিছে। আপুনি যাওক। মই আহিলোঁ। [খৰমৰ শব্দ]

অখিল : ছিঃ কিথনত পৰিলোঁহি। হওতে দিন-বাৰ সকলো চাই যাত্ৰা কৰিছিলোঁ দেখোন।

কণ আইটী : [সক মাতেৰে] পেহা।

অখিল : কোন?

কণ আইটী : মই কণ আইটী, পেহা। এই পিছ দুৱাৰেদি আহা।

অখিল : মোৰ বাকচ-বিছনা-পত্ৰ।

কণ আইটী : সেইবোৰ মই অনাম। তুমি এই-ফালে আহা।

অখিল : উস্ এতিয়াহে ভালকৈ উশাহ লব পাৰিছোঁ। তেখেতৰ কথাবোৰ শুনি মই বলিয়া মানুহৰ পালত পৰিলোঁ বুলি ভাবিছিলোঁ।

কণ আইটী : নহয় পেহা। তেখেত বৰ উদাৰ প্ৰকৃতিৰ লোক। তেখেতে আন একো নিবিচাৰে। মাথোঁ লাগে এইখন তেখেতৰ ঘৰ বুলি ক'ব।

অখিল : পিছে মোক ইয়াত থকা দেখিলে বা আকৌ তেখেতে কি কয়?

কণ আইটী : একো নকয়। তুমি এতিয়া গৈ তেখেতক এটা সম্বন্ধ ধৰি মাতাগৈ। আৰু ঘৰটোৰ প্ৰশংসা কৰিবা। তেতিয়া দেখিবা দেউতাই তোমাক এৰিকে নিদিব।

অখিল : হয়নে? বাৰু তাকেই কৰিম। কিন্তু—

কণ আইটী : আমাৰ ঘৰৰ ফালে গৈছিলানে? দেউতা-মাৰ ভালনে?

অখিল : মই যোৱা শনিবাৰে গৈছিলোঁ। সকলোটি ভালে আছে। তেখেতসকলে কিবা কথা সুধি চিঠি দিছিল বোলে—তইঁতে কোনো উত্তৰ দিয়া নাই। তইঁতৰ চিঠি হওঁতে পাইছে কিন্তু আন কথাহে লেখিছ। সঠিক উত্তৰ দিয়া নাই বোলে। এইবাৰ মোৰ হাতত উত্তৰ দিব কৈছে।

কণ আইটী : ক'তা। আজি তিনি-চাৰি মাহে ঘৰৰ কোনো চিঠিকে পোৱা নাই। কি লেখিছিলনো?

অখিল : মোক সেইবোৰ একো কোৱা নাই। কেৱল ক'লে চিঠিৰ উত্তৰ লৈ যাবহে।

কণ আইটী : বাৰু। তুমি দেউতাক দেখা কৰি আহা। মই তোমালৈ চাহ-জলপান কৰোঁগৈ। অ' তুমি তোমাৰ পাগুৰিটো খুলি থৈ যাওক! তেতিয়া দেউতাই সহজে ধৰিব নোৱাৰিব।

দৃশ্যান্তৰ

অখিল : মহাদেউ, মহাদেউ আছে নেকি ?

গজানন : কোন সোমাই আহা। কোননো মাত্তটো ধৰিব পৰা নাই। আন্ধাৰত মুখখন ভালকৈ দেখা নাই।

অখিল : মই মহাদেউ।

গজানন : কি লাগে ? কাক বিচাৰিছা।

অখিল : একো নালাগে মহাদেউ। আপোনাক এবাৰ লগ পাই যাওঁ বুলিহে আহিছিলোঁ। মোৰ পৰিয়ালে কৈ পঠিয়াইছিল—যদি গুৱাহাটীলৈ যায় তেনেহ'লে আপোনৰ ঘৰটো চাই আহিবগৈ।

গজানন : তুমিনো ক'ৰ ?

অখিল : মই নামতিৰ কণ আইটাৰ পেহাক।

গজানন : অথনি যে আহিছিলা ? তুমিয়েই আহিছিলানেকি ?

অখিল : ক'তা। মই এই আহিছোঁহে।

গজানন : এৰা। কণ আইটাৰ পেহাক এজন অথনি আহিছিল। অৱশ্যে মূৰত এটা মথুৰা পাগ মৰা আছিল।

অখিল : পাগুৰি মৰা। এ সেইজন কণ আইটাৰ নিজা পেহাক নহয়। গাঁৱৰ সম্বন্ধীয় পেহাকহে। তেওঁনো ক'লৈ গ'ল ? কিয় আহিছিল ?

গজানন : মই কি বুজ ৰাখিছোঁ। ক'ৰ মানুহ ক'লৈ গ'ল—কোনে জানে।

অখিল : মহাদেউ, এটা কথা। সঁচাকৈয়ে আপোনাৰ ঘৰটো দেখি মই স্তম্ভিত হৈছোঁ। ই এটা ঘৰ আৰু। চহৰত কত নতুন নতুন ঘৰ সাজিছে—কিন্তু নাই—আপোনাৰ এই ঘৰটোক নোৱাৰে। নক্সাই চাবানে কাৰিকৰীয়েই চাবা! বৰ মজবুত।

গজানন : এই ঘৰৰ নক্সা কোনে কৰিছিল জানা ?

অখিল : নিশ্চয় কোনোবা ডাঙৰ ইঞ্জিনিয়াৰে।

গজানন : কি কথা কৈছা। হেঃ হেঃ হেঃ ইঞ্জিনিয়াৰ, অভাৰচিয়াৰ ইয়াত নাই। মই—মই নিজে নক্সা কৰি নিজেই তদাৰক কৰি ঘৰটো সজাইছোঁ। এইয়া দেখিছা খুঁটা শালৰ, দুৱাৰ-খিৰিকি সকলো গমাৰী কাঠৰ লগাইছোঁ।

অখিল : এৰা মহাদেউ। ঘৰটো বৰ মজবুত হৈছে।

গজানন : মই ফুকন চাহাবৰ দিনত আঁঠ হেজাৰ বিলিফ এডভান্স লৈ ঘৰটো সজাইছোঁ। আজি পঞ্চাশ বছৰে যি ঘৰ—ঘৰ হৈয়ে আছে।

অখিল : সঁচাকৈয়ে বৰ সুন্দৰ হৈছে।

গজানন : অ' বৰা তুমি ক'ত উঠিছা ?

অখিল : হোটেলত মহাদেউ।

গজানন : ছিঃ ছিঃ কিয় হোটেলত উঠিছা ? ইমানটো ঘৰ-বাৰী থাকোতে নিজৰ মানুহ হৈ হোটেলত উঠিব লাগেনে। নাই—তুমি এতিয়াই গৈ বয়-বস্তুবোৰ লৈ আহা। অ' কণ আইটা, কণ আইটা।

কণ আইটা : দেউতা।

গজানন : এইফালে আহ। পেহাৰ আহিছে। অ' তোমাৰ নামটো কি কৈছিলা ?

অখিল : অ' নিখিল চন্দ্ৰ কাকতি।

কণ আইটা : কি হ'ল দেউতা।

গজানন : হেৰৌ পেহাৰ আহিছে।

কণ আইটা : কেতিয়া আহিলা পেহাদেউ ?

অখিল : এই আহিছোঁ। ভালে আছ নহয়।

কণ আইটা : আছোঁ। আমাৰ ঘৰৰ কালে ভালনে ? পেহীক লৈ নাহিলা কিয় ?

গজানন : এৰা—তুমি তোমাৰ পৰিয়ালকো লৈ আহিব লাগিছিল। নিজেই ঘৰটো চাই যাব

পাৰিলেহেঁতেন। কণ আইটী—তই যা। চাহ-জলপান আনি দে। অ' বাপক পঠাই এওঁৰ বয়-বস্তুখিনিও হোটেলৰপৰা লৈ আহিবি। বুজিছ?

গজানন: বোপা নিখিল। তুমি এটা কথা কিন্তু ঠিক কৈছা। মানুহে পইছা খৰচ কৰিলেই ঘৰ বন্ধা নহয়। ইয়াৰ কাৰণে লাগিব দূৰদৰ্শিতা—হেঃ হেঃ হেঃ

দৃশ্যান্তৰ

বিপুল: কণ আইটী। পেহাদেউ পালেহিনে?

কণ আইটী: পালেহি। এতিয়া দেউতাৰ লগত কথা পাতি আছে। যিহে ঘটনা হৈছিল—কোনোমতে ৰক্ষা।

বিপুল: কিয় কি হ'ল?

কণ আইটী: পিছে পৰেও কম বাক। মা-দেউতাই হেনো আমাক বৰ বেয়া পাইছে।

বিপুল: কিয়?

কণ আইটী: আমি হেনো তেওঁলোকৰ চিঠিৰ উত্তৰ ঠিকমতে দিয়া নাই।

বিপুল: ক'তা আজি তিনি-চাৰি মাহে দেউতাহঁতৰ দেখোন এখনো চিঠিকে পোৱা নাই।

কণ আইটী: কিন্তু তেওঁলোকে বোলে চিঠি দি আছে। এটা কথা হৈছে। এই চিঠিবোৰ নিশ্চয় দেউতাই ঠিকনা ভুল বুলি ফিৰাই দিছে।

বিপুল: এৰা সেয়ে হ'ল। চিঠিবোৰ এনেদৰে নোহোৱা হোৱাটোতো বৰ বেয়া কথা হৈছে। দেউতা-মায়ে বাক বুজাই ক'লে বুজিব—কিন্তু যদি চৰকাৰী চিঠিবো এই বিলাই হৈছে তেন্তে তো সৰ্বনাশেই।

কণ আইটী: ইয়াৰ এটা ব্যৱস্থা কৰিব নোৱাৰিনে?

বিপুল: এটা কথা কৰো বুজিছা। এটা লেটাৰ বক্স সাজি আমাৰ পদূলিৰ পুলৰ বাহিৰকালে আৰি থওঁ। দেউতা সততে বাহিৰলৈ নেযায়। সেইটো নেদেখিব। হেগ বুজি চিঠিবোৰ উলিয়াই আনিলেই হ'ব। মই কাইলৈ পুৱাই তাৰ ব্যৱস্থা কৰিম।

দৃশ্যান্তৰ

অখিল: মহাদেউ।

গজানন: অ' নিখিল। আজি গাটো বৰ ভাল লগা নাই। কোৱাচোন পিছে খবৰ কি?

অখিল: মই আজি গধূলিৰ গাড়ীত ওভতো বুলি ঠিক কৰিছোঁ।

গজানন: কিয় তোমাৰ কাম-বনবোৰৰ গতি লাগিল জানো?

অখিল: এৰা। একপ্ৰকাৰ ভাল হৈছে।

গজানন: তুমি মোৰ ঘৰটো আৰু চৌহদটো ভাল-দৰে চালা জানো?

অখিল: চালোঁ মহাদেউ।

গজানন: ক'ত চালা। কোনে দেখুৱালে।

অখিল: প্ৰফেচৰে আৰু কণ আইটীয়ে দেখুৱাইছে।

গজানন: সিহঁতে কি জানে। আহা আহা বাহিৰলৈ আহা। তোমাক মই বাহিৰৰ চৌহদটোৰ বিষয়ে ভালদৰে বুজাই দিওঁ আহা।

[ খৰমৰ শব্দ ]

সৌ যে নাৰিকল জোপা দেখিছা সেয়ে মোৰ চৌহদৰ সীমা। সৌ গেটৰপৰা পুৰা ৭৫ ফুট। হেৰা সেইটো কোনহে?

পিয়ন: মই পিয়ন দেউতা।

গজানন: তাত কি কৰিছা।

পিয়ন : লেটাৰ-বক্সতে চিঠি থৈছোঁ।

গজানন : লেটাৰ-বক্স। তোমালোকে চৰকাৰী চিঠিৰ বাকচ আনি মোৰ পুলত আৰিছা ?

পিয়ন : চৰকাৰী চিঠিৰ বক্স নহয়—আপোনালোকৰ প্ৰকেচৰৰ।

গজানন : কি সি লেটাৰ-বক্স আৰিছে। কেনেকৈ লেটাৰ-বক্স আৰিব পাৰে ?

[ খৰমৰ শব্দ ]

অখিল : মহাদেউ তেনেকৈ নেযাব। পৰিব। পৰিব।

গজানন : মই এইটো সহ্য কৰিমনে ? দেখিছা। মোৰ সৰ্বনাশ কৰিলে। বেদখল—বেদখল ; মোৰ সম্পত্তিৰ ওপৰত বেদখল। মই সকলো ভাঙি পেলাম। [ আঁজোৰা শব্দ ] অহ—!

অখিল : কি হ'ল মহাদেউ। কণ আইটী কণ আইটী বিপুল বোপা লৰি আহা। মহাদেউ পৰি গৈছে,

বিপুল : কি হ'ল ?

অখিল : পিয়নে লেটাৰ-বক্সত চিঠি দিয়া দেখি মহাদেউ খঙতে লৰি আহি লেটাৰ-বক্সটো আঁজুৰি আহি এনেদৰে ঢলি পৰিছে।

কণ আইটী : দেউতা। দেউতা। দেউতাৰ কি হ'ল ?

অখিল : মহাদেউ আৰু নাই কণ আইটী।

বিপুল : ইমান দিনে আমালৈ অহা চিঠিবোৰ হেৰাইছিল। আজি দেখিছোঁ আমাৰ ঠিকনাও হেৰাল কণ আইটী।

---